# গীতা-প্ৰৱচন

## गीता-प्रवचन

(হিন্দী দশম সংস্কৰণৰ অনুবাদ)

ৱিনোবা

विनोबा



অনুবাদক

শ্ৰীখগেশ্বৰ ভূঞা

॥ সৰ্ব্বোদয় প্ৰকাশন সমিতি ॥

গুৱাহাটী




# বিষয়-সূচী

---

# গীতা-প্ৰৱচন

## প্ৰথম অধ্যায়

### (১) মধ্যে মহাভাৰতম্

প্ৰিয় বন্ধুসকল!

আজিৰপৰা মই শ্ৰীমৎ ভগৱদ্‌গীতাৰ বিষয়ে আলোচনা কৰিম। গীতা আৰু মোৰ সম্বন্ধ তৰ্কৰ অতীত। মোৰ শৰীৰ আইৰ গাখীৰেৰে যিমান বৰ্দ্ধিত হৈছে, তাতকৈ গীতাৰ গাখীৰেৰে মোৰ হৃদয় আৰু বুদ্ধি অনেক গুণে বেছি পৰিপোষিত হৈছে। য'ত অন্তৰৰ সম্বন্ধ থাকে তাত তৰ্কৰ স্থান নাই। তৰ্কক ছেদন কৰি শ্ৰদ্ধা আৰু প্ৰয়োগ ৰূপী পাখি দুটাৰেই মই গীতাকাশত যথাশক্তি উৰা মাৰিছোঁ। মই প্ৰায়েই গীতাৰ পৰিৱেশতে থাকোঁ। গীতা মোৰ প্ৰাণ-তত্ত্ব। যেতিয়া মই গীতাৰ বিষয়ে কাৰোবাৰ লগত আলোচনা কৰোঁ তেতিয়া মই গীতা-সাগৰত সাঁতুৰি ফুৰোঁ আৰু যেতিয়া অকলে থাকোঁ তেতিয়া সেই অমৃতসাগৰত বুৰ মাৰি তলিত বহোঁ। এই গীতা-মাতৃৰ চৰিত্ৰ মই আপোনালোকক প্ৰতি দেওবাৰে শুনাবলৈ নিশ্চিয় কৰিছোঁ।

গীতাৰ অৱতাৰণা মহাভাৰতত কৰা হৈছে। গীতা মহাভাৰতৰ মাজভাগত আকাশ-বন্তিৰ দৰে জ্বলি আছে আৰু ইয়াৰ পোহৰ গোটেই মহাভাৰতত বিয়পি পৰিছে। যেনেকৈ এফালে ছয় পৰ্ব্ব, আনফালে বাৰ পৰ্ব্ব ২য়াৰ মাজতে আকৌ এফালে সাত অক্ষৌহিণী আনফালে এঘাৰ অক্ষৌহিণী সেনা, তাৰ মাজতহে গীতাৰ উপদেশো দিয়া হৈছে। মহাভাৰত আৰু ৰামায়ণ আমাৰ জাতীয় গ্ৰন্থ। তাত বৰ্ণিত ব্যক্তি আমাৰ জীৱনৰ সেতে মিলি গৈছে। ৰামায়ণ-মহাভাৰতত থকা ৰাম, সীতা, ধৰ্ম্ম, দ্ৰৌপদী ভীষ্ম, হনুমান আদিৰ চৰিত্ৰৰ দ্বাৰাই গোটেই ভাৰতীয় জীৱন আজি হেজাৰ হেজাৰ বছৰৰ পৰাই মন্ত্ৰমুগ্ধৰ দৰে হৈ পৰিছে। পৃথিৱীৰ অন্যান্য মহাকাব্যৰ পাত্ৰক এইদৰে লোক জীৱনত মিলি যোৱা দেখা নেযায়। এই দৃষ্টিকোণৰপৰা চালে মহাভাৰত আৰু ৰামায়ণ যে এক অদ্ভুত গ্ৰনথ তাত কোন সন্দেহ নাই। ৰামায়ণ যদি এক মধুৰ নীতি-কাব্য হয়, তেন্তে মহাভাৰতো এক ব্যাপক সমাজ-শাস্ত্ৰ

হব। ব্যাসদেৱে অতি নৈপুণ্যৰে একলাখ শ্লোকত অসংখ্য চিত্ৰ, চৰিত্ৰ আৰু চাৰিত্ৰ্যক অংকিত কৰিছে। একমাত্ৰ পৰমেশ্বৰৰ বাহিৰে একেবাৰেই নিৰ্দ্দোষী কোনো নাই। আকৌ সেই দৰেই অকল দোষীও যে এই পৃথিৱীতে নাই এই কথাটো মহাভাৰতে পৰিষ্কাৰকৈ বুজাই দিছে। ইয়াত ভীষ্ম-যুধিষ্ঠিৰৰ দোষ যেনেকৈ দেখুৱা হৈছে, সেইদৰেই কৰ্ণ-দুৰ্য্যোধন আদিৰ গুণৰো শলাগ লোৱা হৈছে। মহাভাৰতে বুজাই দিছে যে মানৱ জীৱন বগা আৰু কলা সূতাৰে বোৱা পদাৰ্থ নিচিনা। অলিপ্ত হৈ থাকিও ভগৱান ব্যাসে জগতত কিমাট সংসাৰৰ এন্ধাৰ-পোহৰৰ ছবি দেখুৱাইছে। ব্যাসদেৱৰ এই অত্যন্ত অলিপ্ত আৰু উদাত্ত গ্ৰন্থ কৌশলৰ কাৰণেই মহাভাৰত গ্ৰন্থ খনি এক বৃহৎ খনিত পৰিণত হৈ পৰিছে। তাক শোধন কৰি ইচ্ছামত সোণ লুটি আনিব পাৰি।

ব্যাসদেৱে ইমান ডাঙৰ মহাভাৰত লিখিলে কিন্তু তেখেতৰ নিজৰ কিবা কব লগা আছিলনে নাই? নিজৰ কোনো বিশেষ কথা তেখেতে কৰবাত দিছেনে? কোন ঠাইত ব্যাসদেৱ সমাধিষ্ঠ হৈছে? ঠায়ে ঠায়ে তত্ত্ব-জ্ঞান আৰু উপদেশৰ বন-উপবন মহাভাৰতত ৰচিত হৈছে কিন্তু এই গোটেই তত্ত্ব-জ্ঞান, উপদেশ আৰু সমুদায় গ্ৰন্থৰ সাৰভূত ৰহস্য ও তেখেতে ক'ৰবাত লিখিছে জানো? হয়, লিখিছে। সমগ্ৰ মহাভাৰতৰ নৱনীত মন্থন কৰি ব্যাসদেৱে ভগৱদ্‌গীতাতে থুপাই থৈছে। গীতা ব্যাসদেৱৰ প্ৰধান উপদেশ আৰু তেখেতৰ চিন্তাৰ সাৰ সংগ্ৰহ। ইয়াৰ ওপৰত ভিত্তি কৰিয়েই ব্যাসে, "মই মুনি সকলৰ অন্তৰতো থাকো" এই বিভূতি অৰ্থপূৰ্ণ ভাৱে প্ৰতিপাদিত কৰিছে। প্ৰাচীন কালৰে-পৰাই গীতাই উপনিষদৰ স্থান পাইছে। গীতা উপনিষদৰো উপনিষদ। কিয়নো সকলো উপনিষদকেই দোহন কৰি গীতাৰূপী এই গাখীৰ ভগৱানে অৰ্জ্জুন নিমিত্ত-কৰি গোটেই জগৎ বাসীকেই দিছে। জীৱন বিকাশৰ কাৰণে আৱশ্যকীয় প্ৰায় সকলো সামগ্ৰীয়েই গীতাত আছে। এই কাৰণে অভিজ্ঞ লোকসকলে ঠিকেই কৈছে যে গীতা ধৰ্ম্ম-জ্ঞানৰ এটা ভৰাঁল। গীতা হিন্দু-ধৰ্ম্মৰ এক ক্ষুদ্ৰ অথচ মুখ্য গ্ৰন্থ।

এইটো সকলোৱেই জানে যে গীতা শ্ৰীকৃষ্ণই কৈছে। এই মহান উপদেশৰ শ্ৰোতা হ'ল ভক্ত অৰ্জ্জুন। এই উপদেশৰ পৰা তেওঁ ইমান সমধৰ্ম্মী হৈ পৰিল যে তেৰোঁ "কৃষ্ণ"ক পাবলৈ বেছি সময় নেলাগিল। ভগৱান আৰু ভক্তৰ এই

আন্তৰিক ভাৱ প্ৰকাশ কৰোঁতে ব্যাসদেৱো ইমান তন্ময় হব লগা হৈছিল যে শেষত মানুহে তেখেতকো "কৃষ্ণ" বুলিবলৈ ধৰিলে। কওঁতা কৃষ্ণ, শুনোতা কৃষ্ণ, বচোঁতাও কৃষ্ণ—এইদৰেই তিনিও যেন অদ্বৈতৰহে সৃষ্টি হৈছে আৰু তিনিও জেনিবা সমাধি মগ্ন হৈছে। গীতা অধ্যয়ন কৰাব সময়ত ঠিক এনেকুৱা একাগ্ৰই হব লাগে।

## (২) অৰ্জ্জুনৰ ভূমিকাৰ সম্বন্ধ

কোনো কোনোৱে কয় যে গীতাৰ আৰম্ভণি দ্বিতীয় অধ্যায়ৰ পৰাহে হৈছে। দ্বিতীয় অধ্যায়ৰ একাদশ শ্লোকৰ পৰা প্ৰত্যক্ষ উপদেশ আৰম্ভ হৈছে যেতিয়া তাৰ পৰাই আৰম্ভ বুলি কিয় ধৰি লোৱা নেযায়? এজনে মোক কৈছিল "ভগৱানে আখৰ বিলাকৰ ভিতৰত 'অ' কাৰক ঈশ্বৰীয় বিভূতি বুলি কৈছে। ইফালে "অশোচ্যানন্বশোচস্ত্বম" ৰ আৰম্ভতে অনায়াসে 'অ' কাৰ আহি পৰিছে। এতেকে তাৰপৰাই আৰম্ভ হোৱা বুলি ধৰিব লাগে। এই যুক্তি অগ্ৰাহ্য কৰিলেও ইয়াৰ পৰাই আৰম্ভ বুলি ধৰাটো অনেক দৃষ্টিকোণৰ ফালৰ পৰা উচিত, তথাপি প্ৰথমৰ প্ৰস্তাৱিক ভাগৰ গুৰুত্বও আছেই। অৰ্জ্জুন—কোন ভূমিকাত অৱস্থিত, কোনটো কথা প্ৰতিপাদিত কৰিবলৈ গীতা প্ৰবৃত্ত হৈছে। এই প্ৰস্তাৱিক কথাখিনি নেথাকিলে ভালদৰে বুজিব পৰা নেযায়।

কোনো কোনোৱে কয় যে অৰ্জ্জুনৰ ক্লৈব্য (নপুংসকতা) দূৰ কৰি যুদ্ধত প্ৰবৃত্ত কৰাবলৈকে গীতা কোৱা হৈছে। তেওঁলোকৰ মতে গীতাই অকল কৰ্ম্মযোগৰ কথাকেই কোৱা নাই, যুদ্ধ যোগৰ কথাও প্ৰতিপাদন কৰিছে। কিন্তু অলপ চিন্তা কৰি চালেই ইয়াৰ ভুল ধৰা পৰিব। ওঠৰ অক্ষৌহিণী সেনাই যুজিবলৈ সাজু হৈ আছিল। তেন্তে আমি এইদৰে কব লাগিবনে কি যে গোটেই গীতা খন শুনাই ভগৱানে অৰ্জ্জুন আৰু সেই সৈন্যবোৰক যুদ্ধৰ কাৰণে উপযুক্ত কৰি তুলিলে? ভয় কৰিছিল অৰ্জ্জুনেহে, সেই সৈন্যবিলাকে নহয়। তেনেহলে সৈন্যৰ যোগ্যতা অৰ্জ্জুনতকৈ বেছি আছিলনেকি? এইটো কথা কল্পনালৈকে আনিব নোৱাৰি। অৰ্জ্জুন যে যুদ্ধত বিমুখ হৈছিল সি ভয়ৰ কাৰণে নহয়। অসংখ্য যুদ্ধত পৰাক্ৰম দেখুৱা তেৱেঁই আছিল মহাবীৰ অৰ্জ্জুন। উত্তৰ গো গ্ৰহণৰ সময়ত ভীষ্ম, দ্ৰোণ আৰু কৰ্ণক তেওঁ অকলেই পৰাস্ত কৰিছিল। সদায় বিজয়ী আৰু সকলো মানুহতকৈ শ্ৰেষ্ঠ মানৱ বুলি তেওঁৰ সুখ্যাতি আছিল। বীৰ-বৃত্তি তেওঁৰ নোমৰ গুৰিয়ে গুৰিয়ে বাহিৰ

হৈছিল। অৰ্জ্জুনক উত্তেজিত কৰিবলৈ আৰু যুদ্ধত প্ৰবৃত্ত কৰাবলৈকে কৃষ্ণই ক্লৈব্যৰ আৰোপ কৰি চাইছিল। কিন্তু তেওঁৰ সেই পাত শৰ অথলে গ'ল আৰু পুনৰ তেওঁ আন উপায়েৰে জ্ঞান-বিজ্ঞানৰ ব্যাখ্যান দিব লগীয়া হ'ল। তেনেহলে এইটো নিশ্চিত যে শুদ্ধ ক্লীবত্ব পৰিহাৰ কৰাৰ নিচিনা সৰল তাৎপৰ্য্য গীতাত নাই। আৰু কিছুমানে কয় যে অৰ্জ্জুনৰ অহিংসা বৃত্তিক দমন কৰি যুদ্ধত প্ৰবৃত্ত কৰাবলৈকে গীতাৰ ব্যাখ্যা দিয়া হৈছে। মোৰ মনেৰে এইটো কথাও ঠিক নহয়। ইয়াক পৰীক্ষা কৰি চাবৰ কাৰণে আমি প্ৰথমে অৰ্জ্জুনৰ ভূমিকালৈ লক্ষ্য কৰিব লাগিব। ইয়াৰ কাৰণে প্ৰথম আৰু দ্বিতীয় অধ্যায়ত পোৱা সংযোগ সূত্ৰৰ পৰা আমি যথেষ্ট সহায় পাব পাৰোঁ।

অৰ্জ্জুন কৃত-নিশ্চয় আৰু কৰ্ত্তব্য ভাৱনা লৈহে সমৰ ভূমিত উপস্থিত হৈছিল। ক্ষেত্ৰিয়বৃত্তি তেওঁৰ স্বভাৱজাত আছিল। যুদ্ধ ত্যাগ কৰিবলৈ যথেষ্ট চেষ্টা কৰিছিল। কিন্তু ত্যাগ কৰিব নোৱাৰিলে। আটাইতকৈ কম দাবীৰ প্ৰস্তাৱ আৰু শ্ৰীকৃষ্ণৰ নিচিনা লোকৰ মধ্যস্থতা, এই দুয়োটাই বিফল হৈছিল। এনেকুৱা পৰিস্থিতিত অনেক দেশৰ ৰজা-মহাৰজা সকলক গোটাই আৰু শ্ৰীকৃষ্ণক তেওঁৰ সাৰথি হবলৈ ৰাজী কৰাই তেওঁ ৰণাংগনত নামিল আৰু বীৰোচিত উৎসাহেৰে শ্ৰীকৃষ্ণক ক'লে—"উভয়পক্ষ সেনাৰ মাজলৈ মোৰ ৰথ খন লৈ ব'লক—মোৰ লগত যুজিবলৈ সাজুহৈ অহা লোকসকলক মই এবাৰ চাই লওঁ। শ্ৰীকৃষ্ণই তাকেই কৰিলে আৰু অৰ্জ্জুনেও চাৰিওফালে চকু ফুৰাই চাবলৈ ধৰিলে। পিচত তেওঁ কি দেখিবলৈ পালে? দুয়োফালে ককাই ভাই, ইষ্ট-কুটুম্ব, বন্ধু-বৰ্গৰেই বিৰাট সমদল দণ্ডায়মান। তেওঁ দেখিলে ককাক, দদায়েক ককায়েক, ভায়েক, ভতিজাক, নাতিয়েক আদি নিজৰ বংশ-পৰিয়াল, আত্মীয়-স্বজনৰ চাৰি পুৰুষ মৰিবলৈ আৰু মাৰিবলৈ সেই ঠাইত একত্ৰিত হৈছেহি। ইয়াৰ আগতে এই কথাটোৰ বিষয়ে যে তেওঁ এটা অনুমান নকৰিছিল এনে নহয়। কিন্তু তেওঁলোকক প্ৰত্যক্ষ ভাবে দৰ্শন কৰিবলৈ পাই তেওঁৰ মনত বেলেগ ধৰণৰ প্ৰভাৱ হে পৰিবলৈ ধৰিলে। আত্মীয়-স্বজনক দেখি তেওঁৰ অন্তৰত আলোড়নৰ সৃষ্টি হ'বলৈ ধৰিলে। তেওঁ উদাস হৈ পৰিল। আজিলৈকে তেওঁ অনেক যুদ্ধত অসংখ্য বীৰ সংহাৰ কৰিছিল। সেই সময়ত তেওঁ এনে উদাস নহৈছিল, তেওঁৰ গাণ্ডীৱ হাতৰ পৰা খহি নপৰিছিল, গা-নকঁপিছিল, তেওঁৰ চকু ধুলা-ধুলীয়া নপৰিছিল, তেন্তে এই মুহূৰ্ত্ততনো

তেওঁৰ এনেকুৱা কিয় হ'ল? অশোকৰ নিচিনাকৈ তেওঁৰ মনতো অহিংসা প্ৰবৃত্তিৰ উদয় হৈছিল নে কি? নহয়, ই কেৱল স্বজনাসক্তিহে আছিল। এই সময়তো যদি গুৰু, বন্ধু আৰু আত্মীয়-স্বজন নেথাকিলহেতেন তেন্তে তেওঁ এতিয়াও শত্ৰুৰ মূৰ বলৰ দৰে উৰাই দিলেহেতেন। কিন্তু এই আসক্তি জনিত মোহে তেওঁৰ কৰ্ত্তব্য-নিষ্ঠাকে গ্ৰাস কৰি পেলাইছিল। আৰু সেই কাৰণেই তেওঁৰ মনত তত্ত্ব-জ্ঞানৰ কথা উদয় হৈছিল। কৰ্ত্তব্য নিষ্ঠ মানুহ মোহগ্ৰস্ত হ'লে গুপ্ত বা প্ৰকাশ্য ভাৱে হ'লেও—কৰ্ত্তব্যচ্যুত হোৱাটো তেওঁৰ সহ্য নহয়। তেওঁ তাক কোনো সদভাৱনাৰ আৱৰণেৰে ঢাকি পেলায়। অৰ্জ্জুনৰো ঠিক তেনেকুৱাই হৈছিল। এতিয়া তেওঁ অযথা প্ৰমাণ কৰিবলৈ গৈছে যে যুদ্ধ বাস্তৱতে এটা পাপহে। যুদ্ধৰ দ্বাৰাই কুল ক্ষয় হব, ধৰ্ম্ম লোপ পাব, স্বৈৰাচাৰে দেখা দিব, ব্যভিচাৰ-বাদ বিস্তাৰিত হৈ পৰিব, আকাল-দুৰ্ভিক্ষই দেখা দিব, সমাজত নানা তৰহৰ সংকট উপস্থিত হব—ইত্যাদি অনেক যুক্তি দৰ্শাই তেওঁ শ্ৰীকৃষ্ণকহে ওলোটাই বুজাবলৈ ধৰিলে।

এইখিনিতে মোৰ এজন বিচাৰপতিৰ কথা মনত পৰিছে। এসময়ত এজন বিচাৰপতি আছিল। তেওঁ শ শ অপৰাধীক ফাঁচি দিয়াইছিল। এদিন তেওঁৰ নিজৰ নিজৰ ল'ৰাৰ ওপৰতেই হত্যাকাৰীৰ অভিযোগ আহি পৰিল। পুতেক হত্যাকাৰী বুলি প্ৰমাণিত হ'ল। বিচাৰপতিয়ে নিজৰ পুতেককো ফাঁচিৰ হুকুম দিব লগাত পৰিল। তেতিয়া তেওঁ পিচ হোঁহোকা মাৰিলে। তেওঁ বুদ্ধি বাদক তিৰস্কাৰ কৰিবলৈ ধৰিলে— "ফাঁচিৰ হুকুম বৰ অমানুষিক। এনেকুৱা হুকুম দিয়াটো মানুহৰ কাৰণে উচিত নহয়। ইয়াৰ দ্বাৰাই অপৰাধীক সংশোধন কৰাৰ আশা নষ্ট হৈ যায়। হত্যাকাৰীয়ে ভাৱনাৰ আবেগত থং আৰু উত্তেজনাৰ বশৱৰ্ত্তী হৈ হত্যা কৰে। কিন্তু যেতিয়া তেওঁৰ এইবিলাক নাইকিয়া হব তেতিয়া সেই মানুহজনক নিৰ্ব্বিকাৰ চিত্তে ফাঁচিকাঠত তুলি মাৰি পেলোৱাটো মনুষ্যত্বৰ ফালৰপৰা সমাজৰ পক্ষে বৰ লাজ আৰু কলংকৰ কথা! এনে যুক্তি তেওঁ দিবলৈ ধৰিলে। নিজৰ ল'ৰাক যদি ফাঁচি দিব লগা নহ'ল হেতেন তেন্তে বিচাৰপতি মহাশয়ে বে-পৰোৱা ভাৱে জীৱনভৰ ফাঁচি দিয়েই থাকিলহেতেন। আচলতে বিচাৰ-পতিয়ে নিজৰ ল'ৰালৈ মোহ থকাৰ কাৰণেহে এনেকুৱা কথা কবলৈ ধৰিছিল। সেই কথাফাঁকিত আন্তৰিকতা নাছিল। সিয়ো আসক্তি জনিত হে আছিল।

"এই টো মোৰ ল'ৰা" এই মমতাৰ পৰাইতেওঁৰ সেই বাগ্‌জালৰ সৃষ্টি হৈছিল।

অৰ্জ্জুনৰ অৱস্থাও ঠিক এই ন্যায়াধীশ জনৰ নিচিনাই হৈছিল। তেওঁ দিয়া যুক্তি ভুল নাছিল। যোৱা মহাযুদ্ধত গোটেই পৃথিৱীয়েই প্ৰত্যক্ষ পৰিণামস্বৰূপে ইয়াকেই দেখা পালে। কিন্তু ভাৱিব লগীয়া কথা হৈছে এইটোহে যে অৰ্জ্জুনৰ তত্ত্ব-জ্ঞান নাছিল, আছিল মাত্ৰ প্ৰজ্ঞাবাদহে। কৃষ্ণই তাক আগতে জানিছিল। এই কাৰণে তেওঁ তালৈ বিশেষ মনোযোগ নিদি মোহ নাশৰ কামহে আৰম্ভ কৰিলে। অৰ্জ্জুন যদি সচাঁকৈয়ে অহিংসবাদী হ'ল হেতেন তেন্তে তেওঁক আনে যিমানেই জ্ঞান-বিজ্ঞানৰ অবান্তৰ কথা নকওক তথাপি আচল কথাৰ উত্তৰ নোপোৱাকৈ তাৰ সমাধান নহ'লহেতেন। কিন্তু গোটেই গীতাতেই এনেধৰণৰ কোনো কথাৰেই ক'তো উল্লেখ নাই। অথচ অৰ্জ্জুনৰো সমাধান নোহোৱাকৈ নেথাকিল। আচল কথা হৈছে এই যে অৰ্জ্জুনৰ অহিংসা বৃত্তি নাছিল. যুদ্ধ কৰাটোৰেই তেওঁৰ প্ৰবৃত্তি আছিল। তেওঁৰ মনেৰে যুদ্ধ. তেওঁৰ পক্ষে স্বাভাৱিক আৰু অপৰিহাৰ্য্য ৰূপে নিশ্চিত কৰ্ত্তব্য। মোহৰ বশবৰ্ত্তী হৈ হে তেওঁ তাক ত্যাগ কৰিব খুজিছিল. আৰু গীতায়ো মুখ্যতঃ এই মোহৰ ওপৰতেইহে গদা প্ৰহাৰ কৰিছে।

## (৩) গীতাৰ প্ৰয়োজন

অৰ্জ্জুনে অকল অহিংসাৰেই নহয় সন্ন্যাসৰো কথা কবলৈ ধৰিলে। তেওঁ কৈছিল যে "এই ৰক্ত-ৰঞ্জিত ক্ষাত্ৰিয় ধৰ্ম্মত কৈ সন্ন্যাস বৰঁছি ভাল।" কিন্তু সি জানো অৰ্জ্জুনৰ স্ব-ধৰ্ম্ম আছিল? তেওঁৰ বৃত্তি এইটোৰেই আছিলনে? হয়তো সন্ন্যাসীৰ ভেশ অনায়াসে ধাৰণ কৰিব পাৰিলেহেতেন! কিন্তু এনেকুৱা বৃত্তিৰ আচৰণ কেনেকৈ কৰিলে হেতেন? সন্ন্যাসৰ নামলৈ যদি তেওঁ বনলৈ গ'লহেতেন তেন্তে তেওঁ তাতগৈ হৰিণা মাৰিবলৈ আৰম্ভ কৰিলেহেতেন। এই কাৰণে ভগৱানে স্পষ্টকৈ কৈছে—"অৰ্জ্জুন তুমি যে যুদ্ধ নকৰোঁ বুলি কৈছা সেইটো তোমাৰ ভ্ৰমহে। আজিলৈকে তোমাৰ যিটো স্বভাব গঢ়ি উঠিছে সি তোমাৰ হতুৱাই যুদ্ধ নকৰোৱাকৈ ক্ষান্ত নেথাকে।

অৰ্জ্জুনে স্ব-ধৰ্ম্ম বিগুণ যেন দেখিবলৈ ধৰিলে। কিন্তু স্ব-ধৰ্ম্ম যিমানেই গুণ হীন নহওক, তথাপি তাতে থাকি মানুহে নিজক বিকাশ কৰি লব লাগে; কিয়নো তাত থাকিলেহে বিকাশো হব পাৰে। ইয়াত অভিমানৰ

কোনো প্ৰশ্নই নুঠে। ই বিকাশৰ সূত্ৰ। স্ব-ধৰ্ম্ম এনেকুৱা বস্তু নহয় যে তাক ডাঙৰ বুলি গ্ৰহণ কৰিব আৰু সৰু বুলি দলিয়াই পেলাব। প্ৰকৃততে সি ডাঙৰো নহয়, সৰুও নহয়। সি আমাৰ প্ৰয়োজনৰ অনুৰূপ। "শ্ৰেয়ান্ স্বধৰ্ম্মো ৱিগুণঃ"। গীতাৰ এই বচন ফাঁকিত ধৰ্ম্ম শব্দৰ অৰ্থ হিন্দু-ধৰ্ম্ম, ইচলাম-ধৰ্ম্ম খৃষ্ট-ধৰ্ম্ম আদিৰ নিচিনা নহয়। প্ৰত্যেক ব্যক্তিৰেই নিজৰ বেলেগ বেলেগ ধৰ্ম্ম আছে। মোৰ আগত বৰ্ত্তমান যি দুশ মানুহ বহি আছে, তেওঁলোকৰ দুশ-ধৰ্ম্ম আছে। মোৰ ধৰ্ম্মও দহ বছৰৰ আগত যেনে আছিল, আজি তেনে নাই। আজিৰ ধৰ্ম্মও দহ বছৰৰ পিচত একে হৈ নেথাকে। ভাৱনা আৰু অভিজ্ঞতাৰ দ্বাৰা যেনেকৈ বৃত্তিবিলাক পৰিবৰ্ত্তন হৈ থাকে সেই দৰেই প্ৰথমৰ ধৰ্ম্ম এৰ খাই যায় আৰু নতুন ধৰ্ম্ম ক্ৰমে পাই থকা হয়। জেদ্ কৰি একো কাম কৰিব নেলাগে।

আনৰ ধৰ্ম্ম শ্ৰেষ্ঠ বুলি জানিলেও তাক গ্ৰহণ কৰাটো মোৰ পক্ষে কল্যাণ-কৰ নহয়। সূৰ্য্যৰ পোহৰ মই ভালপাওঁ। সেই পোহৰৰ মাজতেই মই ডাঙৰ দীঘল হৈছে। সূৰ্য্য মোৰ আৰাধনীয়ও। সেই বুলি যদি মই পৃথিৱীত থাকিবলৈ এৰি দি সূৰ্য্যৰ ওচৰলৈ যাব খোজো, তেন্তে দেখোন মই পুৰি ছাই হৈ যাম। ইয়াৰ বিপৰীতে পৃথিৱীত থকাটো যদিও বিগুণ বুলিয়েই ধৰি লোৱা যায় আৰু সূৰ্য্যৰ তুলনাত পৃথিৱী যদিও একেবাৰেই নগণ্য আৰু যদিও পৃথিৱীৰ নিজৰ পোহৰ নাই তথাপিতো যেতিয়ালৈকে সূৰ্য্যৰ চোকা ৰ'দ মই সহ্য কৰিবলৈ সমৰ্থ হব নোৱাৰিম তেতিয়ালৈকে সূৰ্য্যৰপৰা আতঁৰত অৱস্থিত পৃথিৱীত থাকিয়েই মই মোৰ বিকাশ কৰি লব লাগিব। মাছক যদি কোনোলোকে কয় যে "পানীতকৈ গাখীৰ বেছি মূল্যৱান গতিকে তহঁত ব'ল গাখীৰত থাকগৈ"; তেন্তে কি মাছ মান্তি হব? মাছ পানীতেইহে জীয়াই থাকিব পাৰিব, গাখীৰ পালে মৰি যাব।

আনৰ ধৰ্ম্ম সহজ সৰল বুলি জানিলেও তাক গ্ৰহণ কৰাটো উচিত নহয়। অনেক ঠাইত সেই সৰলতা নাম মাত্ৰহে থাকে। ঘৰ-সংসাৰত থাকি ল'ৰা-ছোৱালীক পোহ্পাল দিব নোৱাৰি আহুকাল পাই যদি কোনো গৃহস্থীয়ে সন্ন্যাসৰ আশ্ৰয় লয় তেন্তে তেওঁ ভণ্ডামি কৰাহে হব আৰু তাক পালন কৰি চলিবলৈ টানো পাব। সুবিধা পালেই তেওঁৰ বাসনাসমূহ প্ৰবল হৈ উঠিব। সংসাৰৰ বোজা বহন কৰিব নোৱাৰি যি বনলৈ যায় তেওঁ গৈয়েই প্ৰথমতে তাত

এটা সৰু পঁজা-ঘৰ সাজিব। তাৰ পাচত তাৰ ৰক্ষাৰ কাৰণে বেৰ দিব। এনেকৈ কৰোঁতে কৰোঁতে তাতো তেওঁ আধা-আধী সংসাৰ পাতিবলৈকে মন কৰিব। সঁচাকৈ যদি মনত বৈৰাগ্য-ভাৱ ওপজে তেন্তে সন্ন্যাস লোৱাটোনো কি টান কথা! সন্ন্যাসক সহজ বোলা স্মৃতি বচনতো আছেই কিন্তু আচল কথা হৈছে বৃত্তিৰহে। যাৰ বাস্তৱিক বৃত্তি যেনেকুৱা তেওঁৰ স্ব-ধৰ্ম্মও তেনেকুৱাই হ'ব। শ্ৰেষ্ঠ-কনিষ্ঠ, সৰল-কঠিন, এইটো ইয়াৰ প্ৰশ্ন নহয়। প্ৰকৃত বিকাশ হ'ব লাগে পৰিণতিও বাস্তৱিক হোৱা উচিত।

কোনো কোনো চিন্তাশীল লোক সোধে—"সচাঁকৈয়ে যদি সন্ন্যাস ধৰ্ম্ম যুদ্ধ-ধৰ্ম্মতকৈ সদায় শ্ৰেষ্ঠ তেন্তে ভগবানে অৰ্জ্জুনক প্ৰকৃত সন্ন্যাসী নকৰিলে কিয়? তেওঁৰ কাৰণে কি ই অসম্ভৱ আছিল?" তেওঁৰ কাৰণে একো অসম্ভৱ নাছিল। কিন্তু তাত জানো অৰ্জ্জুনৰ পুৰুষাৰ্থ থাকিলহেতেন? পৰমেশ্বৰে সকলোকে স্বাধীনতা দি থৈছে। এই নিমিত্তে প্ৰত্যেক মানুহেই নিজৰ নিজৰ কাৰণে চেষ্টা কৰাটোত যথেষ্ট আনন্দ আছে। সৰু ল'ৰা-ছোৱালীয়ে নিজে নিজে ছবি আঁকিবলৈ পালে আনন্দ পায়। কোনোবাই যদি হাতত ধৰি ছবি অঁকাব খোজে তেন্তে সিহঁতে মুঠেই ভাল নেপায়। শিক্ষকে যদি ল'ৰা-ছোৱালীৰ প্ৰশ্নৰ উত্তৰ নিজেই দিবলৈ ধৰে তেন্তে সিহঁতৰ বুদ্ধি বাঢ়ব কেনেকৈ? এই কাৰণে মাক-বাপেক আৰু গুৰুজনৰ কাম হৈছে সিহঁতক কেৱল পথ-প্ৰদৰ্শন কৰাটোহে। পৰমেশ্বৰেও আমাক ভিতৰৰ পৰা ইংগিত দিয়েই থাকে। ইয়াতকৈ বেছি তেওঁ একো নকৰে। কুমাৰৰ নিচিনাকৈ ভগবানেও যদি খুন্দি-পিটি অথবা হাতেৰে থপৰিয়াই প্ৰত্যেকৰে চৰু-কলহ তৈয়াৰ কৰিয়াই দিয়ে তেন্তে তাত সাৰেই বা থাকিব কি? আমিতো মাটিৰ চৰু-কলহ নহয় আমি হৈছো চিন্ময় অৰ্থাৎ জ্ঞান-ময়।

এই গোটেই আলোচনাটোৰ পৰা আপুনি চাগে এইটো ভালদৰে বুজিছে যে, স্ব-ধৰ্ম্মৰ বাধকৰূপী মোহ নিবাৰণৰ কাৰণেই গীতাৰ জন্ম। অৰ্জ্জুন ধৰ্ম্ম-সংমূঢ় হৈ পৰিছিল। স্ব-ধৰ্ম্মৰ বিষয়ে তেওঁৰ মনত মোহ উৎপন্ন হৈছিল। শ্ৰীকৃষ্ণৰ প্ৰথম বুজনিৰ পিচত অৰ্জ্জুনে নিজেই এই কথাটো স্বীকাৰ কৰিছে। সেই মোহ, সেই মমত্ব, সেই আসক্তি দূৰ কৰাই হৈছে গীতাৰ মুখ্য কাম। এই কাৰণে গোটেই গীতা শুনোৱাৰ পিচত ভগৱানে সুধিলে, "অৰ্জ্জুন! তোমাৰ মোহ দূৰ হ'ল নহয়?" অৰ্জ্জুন উত্তৰ দিলে—হয়, ভগৱান্, মোহ

দূৰ হ'ল, এতিয়া মোৰ স্ব-ধৰ্ম্মৰ জ্ঞানো হৈছে।" এই দৰেই যদি গীতাৰ উপক্ৰম আৰু উপসংহাৰ মিলাই চোৱা হয়, তেন্তে মোহ নিবাৰণ কৰা তাৎপৰ্য্য ওলাই পৰিব। অকল গীতাৰেই নহয় গোটেই মহাভাৰতৰো উদ্দেশ্য এয়েই। ব্যাসদেৱে মহাভাৰতৰ আৰম্ভতেই কৈছে যে মানুহৰ অন্তৰৰ মোহাৱৰণ দূৰ কৰিবৰ কাৰণেই মই এই ঐতিহাসিক বৰ্ণিত গাঁথি জুলাইছোঁ।

## (৪) ঋজু বুদ্ধিৰ অধিকাৰী

পিচৰ গোটেই গীতাখন বুজিবৰ কাৰণে অৰ্জ্জুনৰ এই ভূমিকা আমাৰ বহুতো কামত আহিছে। এই নিমিত্তে আমি ইয়াৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰিমেই, কিন্তু ইয়াৰ পৰা আৰু এটা উপকাৰ আছে। অৰ্জ্জুনৰ এই ভূমিকাত তেওঁৰ মনৰ অত্যন্ত সৰলতাৰ কথা জানিব পৰা হৈছে। অৰ্জ্জুন শব্দৰ অৰ্থই হৈছে "ঋজু" অথবা "সৰল স্বভাৱ"ৰ লোক। তেওঁৰ মনলৈ যিবোৰ বিকাৰ অথবা চিন্তাৰ ঢৌ আহিছিল সেই সকলোবোৰকে তেওঁ অন্তৰ খুলি ভগৱানৰ আগত উত্থাপন কৰিছিল। মনত একো কথা লুকাই নেৰাখিছিল আৰু অন্তত গৈ তেওঁ শ্ৰীকৃষ্ণতেই শৰণ ললে। সঁচা কথা কবলৈ গ'লে তেওঁতো প্ৰথমৰে পৰাই শ্ৰীকৃষ্ণত শৰণাপন্ন হৈছিল। শ্ৰীকৃষ্ণক সাৰথি কৰি যেতিয়াৰ পৰাই তেওঁ ঘোঁৰাৰ লাগাম কৃষ্ণৰ হতুৱাই ধৰাইছিল, তেতিয়াৰ পৰাই তেওঁ নিজৰ মনোবৃত্তিৰ লাগামো কৃষ্ণৰ হাততেই সঁপি দিবলৈ প্ৰস্তুত হৈছিল। আহক, আমিও তাকে কৰোহঁক। "অৰ্জ্জুনৰ লগত জেনিবা কৃষ্ণ আছিল, আমি কৃষ্ণক ক'ত পাম" এই বুলি যাতে আমি নকওঁ। "কৃষ্ণ" নামৰ কোনো ব্যক্তি আছেনে, নাই ই ঐতিহাসিক উপনাম হে; এনে বিলাক ভ্ৰম-পূৰ্ণ তৰ্কজালত আমি পৰাটো উচিত নহয়। অন্তৰ্যামীৰূপে শ্ৰীকৃষ্ণ ভগৱানে আমাৰ সকলোৰে অন্তৰত বিৰাজ কৰিছে। আমাৰ আটাইতকৈ ওচৰত তেৱেঁই আছে। এতেকে আমি আমাৰ অন্তৰৰ সকলোবিলাক মল-মাকতি তেওঁৰ চৰণত সমৰ্পণ কৰো আৰু কওঁ—ভগৱান, মই তোমাত শৰণ লৈছোঁ তুমি মোৰ পৰম গুৰু! মোক সজ পথ দেখুৱাই লৈ যোৱা। তুমি মোক যি পথ দেখুউৱা সেই পথেদিয়েই মৱো যাম।" আমিও যদি ইয়াকে কৰো তেন্তে সেই পাৰ্থ-সাৰথিয়েই আমাৰো সাৰথি হব। তেওঁ নিজৰ শ্ৰীমুখৰেই আমাক গীতা শুনাব আৰু আমাক বিজয় লাভ কৰাব।

দেওবাৰ, ২১-২-৩২

## দ্বিতীয় অধ্যায়

### (৫) গীতাৰ পাৰিভাষা

বন্ধুসকল! আগৰ অধ্যায়ত আমি অৰ্জ্জুনৰ বিষাদ-যোগৰ বিষয়ে জানিলোঁ। যেতিয়া অৰ্জ্জুনৰ নিচিনাকৈ মানুহৰ মনলৈ ঋজুতা (সৰল ভাৱ) আৰু হৰি-শৰণাপন্নতা আহি যায়, তেতিয়া তাত বিষাদৰো যোগ হৈ পৰে। ইয়াকেই 'হৃদয়-মন্থন' বোলে। গীতাৰ এই ভূমিকাক মই তাৰ সংকল্পকাৰৰ অনুসৰি অৰ্জ্জুন-বিষাদ-যোগৰ নিচিনা সাধাৰণ নাম হে দিছোঁ; কিয়নো গীতাৰ কাৰণে অৰ্জ্জুন নিমিত্ত মাত্রহে। এইটো ধৰি লব নেলাগে যে, পন্ধৰ-পুৰৰ (মহাৰাষ্ট্ৰৰ) পণ্ডুৰংগৰ অৱতাৰ কেৱল পুণ্ডলীকৰ কাৰণেই হে হৈছিল। কিয়নো আমি দেখিছো যে তেওঁ পুণ্ডলীকক নিমিত্ত কৰিয়েই আমাৰ নিচিনা জড়-জীৱৰ উদ্ধাৰৰ কাৰণে আজি হেজাৰ হেজাৰ বছৰ ধৰি দণ্ডায়মান হৈ আছে। এইদৰেই গীতাৰ দয়া অৰ্জ্জুনক নিমিত্ত কৰিয়েই হলেও আমাৰ সকলোৰে কাৰণে হৈছে। এতেকে গীতাৰ প্ৰথম অধ্যায়ৰ কাৰণে বিষাদ-যোগৰ নিচিনা সাধাৰণ নামেই ভাল হব যেন লাগিছে। এই গীতাৰূপী বৃক্ষ ইয়াৰ পৰাই বাঢ়ি বাঢ়ি শেষৰ অধ্যায়ত প্ৰসাদ-যোগৰূপী ফল লাভ কৰিব। ঈশ্বৰৰ যদি ইচ্ছা হয় তেন্তে আমিও এই কাৰাগাৰৰ ভিতৰত আৱদ্ধ হৈ থকা কাল-ছোৱাতে সেইখিনি পামগৈ।

দ্বিতীয় অধ্যায়ৰ পৰাই গীতাৰ শিক্ষা আৰম্ভ হৈছে আৰু আৰম্ভণিতেই ভগৱানে জীৱনৰ মহা সিদ্ধান্তৰ কথা বুজাই দিছে। ইয়াত তেওঁৰ অভিপ্ৰায় এইটোৱেই আছিল যে যদি আৰম্ভতেই জীৱন-গৃহ নিৰ্ম্মাণ কৰিব পৰা জীৱনৰ সেই মুখ্য তত্ত্ববিলাক জীৱন ৰূপী পৰ্দাত অংকিত কৰিব পৰা যায় তেন্তে ভৱিষ্যতৰ পথ সুগম হৈ পৰিব। দ্বিতীয় অধ্যায়ৰ 'সাংখ্য-বুদ্ধি' শব্দৰ অৰ্থ মোৰ মতে জীৱনৰ মূলভূত সিদ্ধান্তহে। আমি এই মূল সিদ্ধান্তটোৰ প্ৰতি লক্ষ্য ৰখা উচিত হব। কিন্তু ইয়াৰ আগতে যদি আমি 'সাংখ্য' শব্দৰ প্ৰসংগতে গীতাৰ পাৰিভাষিক শব্দৰ সমূহৰ অৰ্থৰ বিষয়ে অলপ স্পষ্টীকৰণ কৰি লওঁ তেন্তে বৰ ভাল হব।

পুৰণা শাস্ত্ৰীয় শব্দবিলাকক নতুন অৰ্থত ব্যৱহাৰ কৰাৰ অভ্যাস গীতাৰ

আছে। পুৰণা শব্দবিলাক নতুন অৰ্থত ব্যৱহাৰ কৰাটো বিচাৰ-বিপ্লৱৰ অহিংসক প্ৰক্ৰিয়াও। ব্যাসদেৱ এই প্ৰক্ৰিয়াত সিদ্ধ-হস্ত। সেয়েহে গীতাৰ শব্দবিলাকে ব্যাপক অৰ্থ লাভ কৰিছে আৰু সি সদায় জীৱন্ত হৈ আছে। ইয়াৰ বাহিৰেও অনেক চিন্তাশীল লোকে নিজৰ নিজৰ আৱশ্যকতা আৰু অভিজ্ঞতা অনুসৰি অনেক অৰ্থ তাৰ পৰাই গ্ৰহণ কৰিব পাৰে। নিজৰ নিজৰ ভূমিকাত এই সকলোবোৰ অৰ্থই সত্য হব পাৰে। মোৰ বোধেৰে সেইবিলাকক বিৰোধ নকৰি আমি স্বতন্ত্ৰ অৰ্থও কৰি লব পাৰো।

এইখিনিতে উপনিষদৰ এটা সুন্দৰ গল্প মোৰ মনত পৰিছে। এসময়ত দেৱতা, দানৱ আৰু মানৱ তিনিও উপদেশ বিচাৰি প্ৰজাপতিৰ ওচৰলৈ গৈছিল। প্ৰজাপতিয়ে সকলোকে 'দ' আখৰটোৰ কথা কলে। দেৱতা সকলে কলে—"আমি দেৱতাসকলক কামুক। আমি বিষয় ভোগত মত্ত হৈ পৰিছোঁ, সেই বাবে ব্ৰহ্মাই আমাক 'দ' আখৰৰ দ্বাৰাই 'দমন' কৰিবলৈ উপদেশ দিছে।" ইয়াৰ পাচত দানৱে কলে, "আমি দানৱসকল বৰ ক্ৰোধী আৰু দয়াহীন হৈ পৰিছো, গতিকে প্ৰজাপতিয়ে আমাক 'দ' আখৰটোৰ দ্বাৰাই এই উপদেশ দিছে যে 'দয়া' কৰা।" অৱশেষত মানৱে কলে "আমি মানৱ বৰ লোভী আৰু ধন সঞ্চয়ৰ কামত বৰ পাগল হৈ পৰিছো। প্ৰজাপতিয়ে আমাক 'দ' আখৰৰ দ্বাৰাই দান কৰিবলৈ উপদেশ দিছে।" ব্ৰহ্মায়ো সকলোৰে অৰ্থ সেইদৰেই মানি ললে। কিয়নো সকলোৱে নিজৰ নিজৰ অভিজ্ঞতাৰ পৰাই উপলব্ধি কৰিছিল। গীতাৰ পৰিভাষাৰ অৰ্থ কৰোঁতে আমিও উপনিষদৰ এই গল্প-টোলৈ মন কৰা উচিত।

### (৬) জীৱন সিদ্ধান্ত : ১ দেহৰ দ্বাৰাই স্ব-ধৰ্মাচৰণ

দ্বিতীয় অধ্যায়ত জীৱনৰ তিনিটা মহা সিদ্ধান্তৰ কথা উত্থাপন কৰা হৈছে—(১) আত্মাৰ অমৰতা আৰু অখণ্ডতা (২) দেহৰ ক্ষুদ্ৰতা আৰু (৩) স্ব-ধৰ্মৰ অবাধ্যতা। ইয়াৰ ভিতৰত স্ব-ধৰ্মৰ সিদ্ধান্ত কৰ্ত্তব্য ৰূপ আৰু শেষৰ দুটা জ্ঞাতব্য। আগৰ অধ্যায়ত মই স্ব-ধৰ্মৰ বিষয়ে কিছু কৈছিলো। এই স্ব-ধৰ্মক আমি স্বভাৱতেই পাওঁ। স্ব-ধৰ্মক বিচাৰি আমি ক'লৈকে যাব নেলাগে। এইটো নহয় যে আমি আকাশৰপৰা সৰিপৰিছো আৰু পৃথিৱীত ঘূৰি ফুৰিছো। আমাৰ জন্ম হোৱাৰ আগৰেপৰাই এই

সমাজ আছিল, পিতা-মাতা আছিল আৰু ওচৰ-চুবুৰীয়াও আছিল। এনেকুৰা প্ৰবাহতেই আমাৰ জন্ম। এতেকে যি পিতৃমাতৃৰ পৰা আমি জন্ম হৈছোঁ তেওঁলোকৰ সেৱাকৰাৰ ধৰ্ম্ম মই জন্মৰপৰাই পাইছোঁ আৰু যিখন সমাজত মই জন্ম হৈছো তাৰ সেবা কৰাৰ ধৰ্ম্মও মই এই অনুক্ৰমেই আপোনা-আপুনি পাইছো। আচল কথা হৈছে এই যে আমাৰ জন্মৰ লগতেই স্ব-ধৰ্ম্মৰো জন্ম হয়, নহ'লে এইদৰেই কব পাৰি যে আমাৰ জন্মৰ আগৰেপৰাই সি আমাৰ কাৰণে প্ৰস্তুত হৈ আছে: কাৰণ সিয়েই আমাৰ জন্মৰ হেতু। তাক পূৰণ কৰিবৰ নিমিত্তেই আমাৰ জন্ম। কোনো কোনোৱে স্ব-ধৰ্ম্মক পত্নীৰ লগত তুলনা কৰে আৰু কয় যে, যেনেকৈ পত্নীৰ সম্বন্ধ অবিচ্ছেদ্য বুলি ধৰা হয়, সেইদৰেই স্ব-ধৰ্ম্মৰ সম্বন্ধও অবিচ্ছেদ্য। কিন্তু মোৰ ক্ষেত্ৰত এই উপমাও গৌণ—যেনহে লাগে। মই হলে স্ব-ধৰ্মৰ কাৰণে মাতৃৰ উপমাহে দিব খোজোঁ। মোৰ আইৰ নিৰ্ব্বাচন মই এই জন্মত কৰিবলৈ বাকী থকা নাই। তেওঁ আগৰে পৰাই নিশ্চিত হৈ আছে। তেওঁ যেনেকুৱাই নহওক এতিয়া আৰু গুচাব নোৱাৰি। স্ব-ধৰ্ম্মৰ বেলিকাও সেই একে অৱস্থাই। এই জগতত আমাৰ কাৰণে স্ব-ধৰ্ম্মৰ বাহিৰে আন একোৱেই আশ্ৰয় নাই। স্ব-ধৰ্ম্ম ত্যাগ কৰাটো স্ব-অৰ্থাৎ নিজক ত্যাগ কৰাৰ নিচিনা আত্মহত্যা স্বৰূপ। স্ব-ধৰ্ম্মৰ সহায়তেহে আমিও আগবাঢ়িব পাৰিম। গতিকে এনেকুৰা স্ব-ধৰ্ম্মৰ আশ্ৰয় কোনেও কেতিয়াও ত্যাগ কৰিব নেলাগে। ই জীৱনৰ এক মূলভূত সিদ্ধান্ত ৰূপে স্থিৰ হৈছে।

স্ব-ধৰ্ম্মক আমি ইমান সহজতে পাওঁ যে আমাৰ দ্বাৰাই তাৰ পালন হোৱাটো নিতান্ত উচিত। কিন্তু অনেক ৰকমৰ মোহ থকাৰ কাৰণে সাধাৰণতে সি হৈ নুঠে, অথবা টানি-মানি হে হয় আৰু হ'লেও তাত অনেক প্ৰকাৰৰ দোষ আহি পৰে। স্ব-ধৰ্ম্মৰ পথত বিঘিনি সৃষ্টিকাৰী এই মোহবিলাকৰ বাহ্যিক ৰূপৰ কোনো গণনাই নহয়। তথাপি যেতিয়া আমি তাক জাৰি-চালি চাওঁ বা ভাল-বেয়া বাছোঁ তেতিয়া সেই আটাইবিলাকৰে অন্তৰালত এটাহে মাত্ৰ কথা দেখিবলৈ পোৱা যায় আৰু সিয়েই হৈছে সংকীৰ্ণ আৰু তৰল দে-বুদ্ধি। মই আৰু মোৰ দেহৰ লগতে সম্বন্ধ থকা ব্যক্তি বচ্ ইমানেই মোৰ ব্যাপ্তি—অৰ্থাৎ মোৰ পৰিসৰ ইমানলৈকেহে। এই সীমাৰ বাহিৰত যি আছে, সেই সকলোবিলাক মোৰ কাৰণে পৰ অথবা শত্ৰু। এনেকুৰা

ভেদভাৱৰ বেৰ এই দেহ-বুদ্ধিয়ে থিয় কৰিদিছে আৰু যাক মই "মই" অথবা "মোৰ" বুলি ভাৱিছিলো সিয়ো নিজৰ দেহটোকেই হে দেখে।

দেহ-বুদ্ধিৰ এই মেৰপাকত সোমাই আমি নানা তৰহৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জুপুৰি তৈয়াৰ কৰি লৈছোঁ। প্ৰায় সকলো মানুহেই এই কামতে ব্যস্ত। ইয়াৰ ভিতৰতে যদিও কিছুমানৰ জুপুৰি ডাঙৰ, কিছুমানৰ সৰু তথাপি সেই সকলোবিলাক জুপুৰিয়েইহে। গাৰ ছালৰ সমানেই ইয়াৰ গভীৰত্ব কিছুমানে কুটুম্বাভিমানৰ জুপুৰি আৰু কিছুমানে দেশাভিমানৰ জুপুৰি সাজিলৈ বহিছে। ব্ৰাহ্মণ-ব্ৰহ্মণেতৰ নামৰ এটা জুপুৰি, হিন্দু-মছলমান নামৰ দ্বিতীয়টো, এই দৰেই এটা দুটাই নহয় অসংখ্য জুপুৰি তৈয়াৰ হব ধৰিছে। যেনিয়েই চায় তেনিয়েই দেখিব জুপুৰিয়েই হে জুপুৰি। আমাৰ জেলতো ৰাজনৈতিক বন্দী আৰু অন্য বন্দী আদি জুপুৰিবিলাক তৈয়াৰ হব ধৰিছে। যেন এনেকুৱা জুপুৰি নহ'লে আমি জীয়ায়েই থাকিব নোৱাৰোঁ। পিচে ইয়াৰ পৰিণাম কি হৈছে? পৰিণাম একেটাই মাত্ৰ, আৰু সিয়েই হৈছে হীন বিকাৰৰ কীটাণুৰ বৃদ্ধি আৰু স্ব-ধৰ্ম্মৰূপী আৰোগ্যৰ নাশ।

## (৭) জীৱন-সিদ্ধান্ত ২ ঃ দেহাতীত আত্মাৰ প্ৰকাশ

এনেকুৱা অৱস্থাত অকল স্ব-ধৰ্ম্মই যথেষ্ট নহয়। ইয়াৰ কাৰণে আৰু দুটা সিদ্ধান্ত জাগ্ৰত কৰি ৰাখিব লাগে। ইয়াৰ ভিতৰত এটা হৈছে মই মৰণশীল দেহ নহওঁ, দেহটো ওপৰৰ কেৱল ক্ষুদ্ৰ বেটুপাত হে। আৰু দ্বিতীয়টো হৈছে, মই অমৰ, অখণ্ড আৰু ব্যাপক আত্মা। এই দুয়োটাকে মিলাই লব পাৰিলে এটা সম্পূৰ্ণ তত্ত্ব-জ্ঞান হয়।

এই তত্ত্ব-জ্ঞান গীতাৰ কাৰণে ইমান আৱশ্যকীয় যে গীতাই পোন প্ৰথমে তাক আৰু পিচত স্ব-ধৰ্ম্মক আৱাহন কৰিছে। কেনো কোনোৱে সোধে, "তত্ত্ব-জ্ঞান সম্বন্ধীয় এই শ্লোক বিলাকৰ অৱতাৰণা আৰম্ভণিতে কিয় কৰা হৈছে?" কিন্তু মই ভাবো যে গীতাত যদি লৰ-চৰ কৰিব নলগীয়া কিবা শ্লোক আছে তেন্তে এই কেইটাই।

এই তত্ত্ব জ্ঞানসমূহে যদি মনত সাঁচ বহুৱাব পাৰে তেন্তে স্ব-ধৰ্ম্মক কেতিয়াও কঠিন যেন নেলাগিবে। অকল সেয়েই নহয়, স্ব-ধৰ্ম্মৰ বাহিৰে আন কিবা কৰিবলৈ হলেও কঠিন যেন লাগিবই। আত্ম-তত্ত্বৰ অখণ্ডতা আৰু দেহৰ

ক্ষুদ্ৰতাৰ বিষয়ে বুজাটো একো টান নহয়, কিয়নো এই দুয়োটাই সত্য বস্তু। কিন্তু আমি তাক চিন্তা কৰি চাব লাগিব। বাৰম্বাৰ মনত তাক মন্থন কৰিব লাগিব। এই হাড়-ছালৰ গুৰুত্ব কমাই দি আত্মা ওপৰতে মহত্ত্ব দিবলৈ শিকিব লাগিব।

পলে পলে এই দেহৰ পৰিবৰ্ত্তন ঘটিবই লাগিছে। শৈশৱ, বাল্য যৌৱন আৰু বাৰ্দ্ধক্য—এই কালচক্ৰৰ অভিজ্ঞতা নো নাই কাৰ? আধুনিক বিজ্ঞানবিদ্‌সকলৰ মতে সাত বছৰ বয়সত দেহ একেবাৰেই পৰিবৰ্ত্তন হৈ পৰে আৰু তাত পুৰণা তেজৰ এটা টোপালো বাকী নেথাকে। আমাৰ পূৰ্ব্ব পুৰুষসকলেও এইটো মানিছিল যে বাৰ বছৰ বয়সত পুৰণা দেহ মৰি যায়। এই কাৰণে প্ৰায়শ্চিত্ত, তপশ্চৰ্য্যা, অধ্যয়ন আদিৰো কাল বাৰবছৰলৈকেহে নিৰ্দ্ধাৰিত কৰিছিল। বহু বছৰ এৰা-এৰি হৈ থকাৰ পিচত যেতিয়া পুতেক মাকৰ ওচৰলৈ যায় তেতিয়া মাকে পুতেকক প্ৰথমে চিনিবই নোৱাৰা হয়। এনেকুৱা গল্প আমি বহুতো শুনিবলৈ পাইছো। যিটো দেহ প্ৰতিক্ষণে পৰিবৰ্ত্তন হৈ থাকে আৰু প্ৰতিক্ষণে মৰি থাকে, সেয়েই তোমাৰ ৰূপ নে কি? য'ত দিনে-ৰাতিয়ে মল-মূত্ৰৰ নলা ব'ব লাগিছে আৰু তোমাৰ নিচিনা উপযুক্ত সেৱকে তাক ধুবলৈ সদায় প্ৰস্তুত হৈ থকা সত্ত্বেও যাৰ অপৰিচ্ছন্নতাৰ ব্ৰত এতিয়াও ভগা নাই, সিয়েই নে কি তুমি? তেওঁ লেতেৰা, তুমি ধুই পখালি দিওঁতা; তওঁ ৰোগী, তুমি শুশ্ৰূষাকাৰী; তেওঁ চাৰে তিনি হাত ঠাইহে দখল কৰোঁতা, তুমি ত্ৰিভুবনবিহাৰী; তেওঁ নিত্যপৰিবৰ্ত্তনশীল, তুমি তেওঁৰ পৰিবৰ্ত্তনৰ সাক্ষী; তেওঁ মৰণশীল আৰু তুমি তেওঁৰ মৃত্যুৰ ব্যৱস্থাকাৰী। তেওঁৰ আৰু তোমাৰ ভিতৰত স্পষ্ট প্ৰভেদ থকা সত্ত্বেও তুমি ইমান সংকুচিত কিয় হৈছা? এই দেহৰ লগত যিমানৰ সম্বন্ধ আছে সেই সকলবিলাকক মোৰ বুলি কবা জানো? আৰু এই দেহৰ মৃত্যুৰ কাৰণে ইমান শোক কিয়? ভগৱানে কয় "হেৰ' দেহৰ বিনাশ হোৱাটোওনো শোক কৰিব লগীয়া কথানে?"

দেহটো এখন কাপোৰৰ দৰে। কাপোৰ পুৰণা হৈ ফাটি গ'লে নতুনকৈ লোৱা হয়। যদি কোনো দেহ আত্মাৰ লগত চিৰদিনৰ কাৰণে মিলি থাকে তেন্তে আত্মাৰ গতি নিকৃষ্ট হয়। গোটেই বিকাশ বন্ধ হয়, আনন্দ অদৃশ্য হয়, আৰু জ্ঞান-প্ৰভা ম্লান হৈ পৰে। এই কাৰণে দেহৰ বিনাশ শোচনীয় হব নোৱাৰে। কিন্তু যদি আত্মাৰ বিনাশ হয়, তেন্তে ই নিশ্চয় এক শোচনীয়

কথাই হৈ পৰিব। আচলতে আত্মা অবিনাশী। সি যেনিবা অখণ্ড গতিত কুলু-কুলু সুৰে বৈ থকা এটি নিজৰাহে। তাৰ ওপৰেদি অনেক জাঁজি আহে আৰু যায়। এই কাৰণেই দেহ সম্বন্ধীয় চাকনৈয়াত পৰি শোক কৰা আৰু এইটো মোৰ সেইটো আনৰ আদি ভেদ-ভাৱৰ সৃষ্টি কৰাটো একেবাৰেই অনুচিত। এই গোটেই বিশ্ব-ব্ৰহ্মাণ্ডখনেই যেন কোনো পাকৈত শিপিনীয়ে বোৱা এখন সুন্দৰ চেলেং হে। সৰু ল'ৰা-ছোৱালীয়ে যেনেকৈ হাতত কেঁচি লৈ চেলেং খন টুকুৰা-টুকুৰা কৰি কাটি পেলায়, সেইদৰেই এই দেহৰ জোখাৰে কেঁচি লৈ সেই বিশ্বাত্মাক ডোখৰ ডোখৰ কৰাটো কেনে লৰা-ধেমালি আৰু হিংসাৰ কথা হব?

সচাঁকৈয়ে, এইটো বৰ দুঃখৰ কথা যে যি ভাৰত ভূমিত ব্ৰহ্ম-বিদ্যাই জন্ম লভিছিল, তাতে এই সৰু-বৰ দল, সম্প্ৰদায় আৰু জাতিবিলাকক চাৰিওফালে ভৰপূৰ হৈ থকা দেখা গৈছে। আমাৰ মনত মৃত্যু ভয়ে যেনে ৰূপে ঠাই কৰি লৈছে আন কোনো ঠাইতে বোধকৰো তেনে হোৱা না। সুদীৰ্ঘ কালব্যাপী পৰাধীন হৈ থকা কাৰণেই যে এনেকুৱা হৈছে, তাত কোনো সন্দেহ নাই। সেই বুলি ইয়াক পাহৰি গ'লেও নচলিব যে সিয়ো এই পৰাধীনতাৰেই এটা কাৰণ।

মৃত্যু বোলা শব্দটো আমাৰ সহ্য নহয়। মৃত্যুৰ নাম লোৱাটো আমি অমঙ্গলসূচক বুলি ভাবো। জ্ঞানদেৱে বৰ দুঃখেৰে সৈতে লিখিব লগা হৈছে—

অগা মৰ হা বোল ন সাহতী।
আণি মেলিয়া তৰী ৰডতী॥

মানুহ মৰিলে কিমান যে কান্দোনৰ ৰোল উঠে! যেন কন্দাটো এটা আমাৰ কৰ্ত্তব্য হে! কোনো কোনো ঠাইত কেৰেয়া দি কান্দিবলৈ মতাৰ প্ৰথাও প্ৰচলিত আছে বুলি শুনিবলৈ পাওঁ। মৃত্যুৰ সময় ওচৰচাঁপি আহিলেও আমি ৰোগীক জানিবলৈ নিদিওঁ। যদি ডাক্তৰে কৈয়ো দিয়ে যে এওঁ আৰু নেবাচে, তেতিয়াও ৰোগীক অন্ধকাৰতেই হে ৰাখিব। ডাক্তৰেও পৰিষ্কাৰ কৈ নকয়, শেষ নিশ্বাস পৰ্য্যন্ত মুখত ঔষধ ঢালিয়েই থাকিব। ইয়াৰ পৰিবৰ্ত্তে যদি সচাঁ কথাটো কৈ ধীৰে-সুস্থিৰে ঈশ্বৰ স্মৰণ কৰিবলৈ লগালে হেতেন তেন্তে কিমান যে ভাল হ'লহেতেন! কিন্তু তেওঁলোকৰ ভয় এইটোৱেই যে

জানোচা এই আঘাতৰ আগতে ভাণ্ড ফুটিয়েই যায়! নিশ্চিত সময়ৰ আগতে জানো ক'ৰবাত ভাণ্ড ফুটিব পাৰে? আৰু যিটো ভাণ্ড দুঘণ্টাৰ পিচতে ফুটিব সি যেনিবা অলপ আগতেই ফুটিল তাতেই বা ক্ষতি কি? ইয়াৰ মানে এইটো নহয় যে আমি কঠোৰ হৃদয় আৰু প্ৰেমবিহীন হৈ পৰিলো। কিন্তু দেহাসক্তি আচলেতে প্ৰেম নহয়। বৰং দেহাসক্তি দূৰ কৰিব নোৱাৰিলে প্ৰকৃত প্ৰেমৰ উদয়েই নহয়।

যেতিয়া দেহাসক্তি গুচি যায় তেতিয়া এই কথাটো জানিব পৰা হয় যে, দেহটো সেৱাৰ এটা উপকৰণহে আৰু তেতিয়া দেহে তাৰ উপযুক্ত প্ৰতিষ্ঠাও লাভ কৰিব। কিন্তু আজি আমি দেহৰ পূজাকেই নিজৰ চৰম লক্ষ্য বুলি ভাবি বহি আছোঁ। স্ব-ধৰ্ম্মাচৰণেই যে চৰম লক্ষ্য এই কথাটো আমি পাহৰি গৈছোঁ। দেহক খুউৱা-বুউৱা আৰু তাক ৰক্ষা কৰাৰ যদি কিবা আৱশ্যকতা আছে তেন্তে সিয়ো স্ব-ধৰ্ম্মাচৰণ কাৰণেহে। অকল জিভাৰ তৃপ্তিৰ কাৰণেই তাৰ আৱশ্যক নাই। কৰচালিৰে লুথৰী পিঠাকে দিয়ক বা ভাত-আঞ্জাকে দিয়ক তাৰ দ্বাৰা কৰচালিয়ে একো সুখ-দুঃখ অনুভৱ কৰিব নোৱাৰে। জিভাৰ বেলিকাও এনেকুৱাই হব লাগে। তাৰপৰা ৰস-জ্ঞান পাবই কিন্তু সুখ-দুঃখ হলে নহয়। দেহৰ ভেৰণ দেহকে পুনৰ সোধাই দিব লাগে, তাতকৈ আৰু কি দিব? য'তক্ষেৰে সূতা কটা হয়, সেই কাৰণেই তাত তেল দিব লাগে। সেইদৰেই শৰীৰৰ দ্বাৰায়ো কাম লব লগা কাৰণে তাত কয়লা দিয়াৰ নিতান্ত প্ৰয়োজন। এইদৰেই যদি আমি দেহৰ সদ্-ব্যৱহাৰ কৰোঁ তেন্তে মূলতঃ ক্ষুদ্ৰ হ'লেও তাৰ মূল্য বাঢ়িব পাৰে আৰু সি প্ৰতিষ্ঠাও পাব পাৰে।

কিন্তু আমি দেহক উপকৰণ হিচাপে নলৈ তাতেই ডুব যাওঁ আৰু আত্ম-সঙ্কোচো কৰি লওঁ। ইয়াৰ দ্বাৰাই এই দেহ আগৰ পৰা যি নাম মাত্ৰহে আছিল সিয়ো অধিক ক্ষুদ্ৰ হৈ যাবলৈ ধৰিলে। সেই কাৰণে সাধু সকলে দৃঢ়তাৰে সৈতে কৈছে যে, "দহ আৰু দেহ সম্বন্ধ নিন্দনীয়, কুকুৰ গাহৰি আদি বন্দনীয়।" এই দেহ আৰু দেহৰ লগত যাৰ সম্বন্ধ আছে তাক তুমি দিনে-ৰাতিয়ে পূজা নকৰিবা। আনকো চিনিবলৈ শিকা। সাধু সকলে এইদৰেই আমাক ব্যাপক হবলৈ শিক্ষা দিছে। আমি নিজৰ ইষ্ট-মিত্ৰ, আত্মীয়-স্বজনৰ বাহিৰে আনৰ ওচৰলৈ জানো আমাৰ আত্মাক নিবলৈ যত্ন কৰোঁ? "জীৱত জীৱৰ সমাবেশ, আত্মাত আত্মাৰ মিলন"—এইবিলাক জানো আমি কৰো? নিজৰ আত্মা-

হংসক এই পিঁজৰাৰ বাহিৰৰ বায়ু সেৱন কৰাও নে? তুমি নিজে পাতি লোৱা চাৰিবেৰ ভেদ কৰি আৰু দহ জনক নতুন বন্ধু কৰি লোৱাৰ ভাৱ কেতিয়াবা তোমাৰ মনলৈ আহেনে? আজি পোন্ধৰ জন হ'ল, কালিলৈ পঞ্চাশ জন হব। এই দৰেই কৰোঁতে কৰোঁতে এদিন গোটেই বিশ্বই মোৰ আৰু মই বিশ্বৰ, এনেধৰণৰ অনুভূতি মোৰ মনলৈ অহিবনে? আমি জেলৰ পৰা নিজৰ আত্মীয়-স্বজনলৈ আৰু বংশ-পৰিয়াললৈ চিঠি-পত্ৰ লিখো, তাত কি বিশেষত্ব আছে। কিন্তু জেলৰপৰা ওলোৱা নতুন বন্ধু ৰাজনৈতিক কয়েদী নহয়—চোৰ কয়েদীলৈ আমি চিঠি-পত্ৰ লিখো জানো?

আমাৰ আত্মা ব্যাপক হবৰ কাৰণে ছট্‌ফটাই থাকে। সি গোটেই জগতকে আপোন কৰি লব খোজে। কিন্তু আমি তাক ওলাবলৈ নিদি কোঠাত বন্ধ কৰি ৰাখো। আত্মাক আমি জেলৰ কয়েদীৰ দৰে ৰাখিছোঁ। তালৈ আমাৰ মনতেই নপৰে। ৰাতি পুৱাৰ পৰা গধূলিলৈকে আমি কেৱল দেহৰ আল-পৈচান ধৰাতেই ব্যস্ত। দিনে-ৰাতিয়ে আমাৰ একেটি মাত্ৰ চিন্তা—মই হৃষ্ট-পুষ্ট হৈছোঁনে নাই দুৰ্ব্বল হৈ হৈছোঁ? ইয়াৰ বাহিৰে যেন সংসাৰত একো বস্তুৱেই নাই। ভোগ আৰু স্বাদৰ আনন্দ বন্য পশুৱেও উপভোগ কৰে। এতিয়া ত্যাগ আৰু স্বাদ ভংগৰ আনন্দ উপভোগ কৰিব খোজাঁনে নোখোজাঁ? নিজে ক্ষুধা পীড়িত হোৱা সত্বেও নিজৰ কাৰণে বঢ়া ভাত আন ক্ষুধাতুৰ লোকক দিয়াত কিমান আনন্দ আছে ইয়াৰ অনুভৱ লোৱা। ইয়াৰো জুটি চোৱাচোন। মাকে যেতিয়া নিজৰ ল'ৰাৰ কাৰণে কষ্ট কৰে, তেতিয়া তেওঁৰ এই সোৱাদৰ কিছু অনুভৱ হয়। মানুহে নিজৰ বুলি কৈ যি সংকীৰ্ণ মনোভাৱৰ পৰিচয় দিয়ে, তাতো তেওঁৰ উদ্দেশ্য অজানিত ভাৱে হলেও এই-টোৱেই থাকে যে তেওঁ আত্মা বিকাশৰ সোৱাদ লওক; কিয়নো তাৰপৰা দেহ-বন্ধ-আত্মা অলপ আৰু কিছু সময়ৰ কাৰণে বাহিৰলৈ ওলাই আহে। কিন্তু এই বাহিৰলৈ অহাটো কেনে ধৰণৰ হব? যেনেকৈ জেলৰ ভিতৰত থকা কয়েদী ওৱাৰ্ডৰ পৰা চোতাললৈ আহে, সিয়ো ঠিক তেনেকৈয়ে আহে। আত্মাক মুক্তানন্দ লাগে।

সাৰাংশ, (১) সাধকে অধৰ্ম্ম আৰু পৰ-ধৰ্ম্মৰ বেঁকা-বেঁকী বাট এৰি দি স্ব-ধৰ্ম্মৰ সহজ আৰু পোণ বাট হে ধৰিব লাগে। স্ব-ধৰ্ম্মৰ তুলাচনী তেওঁ কেতিয়াও এৰি নিদিব। (২) দেহক ক্ষণভংগুৰ বুলি ভাবি তাৰ সং

ব্যৱহাৰ স্ব-ধৰ্ম্মৰ কাৰণে কৰিব। যেতিয়া আৱশ্যক হয় তেতিয়াই তাক স্ব-ধৰ্ম্মৰ কাৰণে বিলোপ কৰিবলৈকো সাজু হৈ থাকিব।

(৩) আত্মাৰ অখণ্ডতা আৰু ব্যাপকতাৰ জ্ঞান—সততে জাগ্ৰত কৰি ৰাখিব আৰু মনৰ পৰা 'আপোন,' 'পৰ' ভেদ ভাৱ দূৰ কৰি পেলাব।' ভগৱানে জীৱনৰ এই মুখ্য সিদ্ধান্ত বিলাকৰ কথাই কৈছে। যি মানুহে ইয়াক পালন কৰি চলিব, তেওঁ এদিন নহয় এদিন এই নৰদেহৰ দ্বাৰাই সচ্চিদানন্দ পদ-ধাৰাক উপলব্ধি কৰিব পাৰিব।

## (৮) ফল ত্যাগ

ভগৱানে ইয়াত জীবনৰ মূল সিদ্ধান্তসমূহৰ কথাহে কৈছে। কিন্তু অকল সিদ্ধান্তৰ কথা কলেই কাম পূৰা নহয়। গীতাত বৰ্ণিত এই সিদ্ধান্ত সমূহ উপনিষদ আৰু স্মৃতিবিলাকত আগবেপৰাই আছিল। গীতাই তাকে মাত্ৰ দেহাৰিছেহে। ইয়াত গীতাৰ অপূৰ্ব্বতা বিশেষ একো নাই, কিন্তু এই সিদ্ধান্তসমূহক কামত কেনেকৈ খটোৱা হব তাক বুজোৱাটোত হে ইয়াৰ অপূৰ্ব্বতা আছে। এই মহাপ্ৰশ্নৰ সমাধান কৰিব পাৰিলে গীতাৰ নৈপুণ্য প্ৰকাশ পাব।

জীৱনৰ সিদ্ধান্তবিলাক ব্যৱহাৰোপযোগী কৰি তুলিবৰ কাৰণে যি কলা বা যুক্তিৰ আশ্ৰয় লোৱা হয়, তাকেই যোগ বোলে। সাংখ্যৰ অৰ্থ হৈছে সিদ্ধান্ত অথবা শাস্ত্ৰ আৰু যোগৰ অৰ্থ হৈছে কলা। জ্ঞানদেৱে এঠাইত কৈছে—"যোগিয়োঁকো সধী জীৱন কলা।" অৰ্থাৎ যোগী সকল জীৱন কলাত সিদ্ধ হৈছে। গীতাত 'সাংখ্য আৰু যোগ'—শাস্ত্ৰ আৰু কলা এই দুয়োটাই পৰিপূৰ্ণ। শাস্ত্ৰ আৰু কলা ইহঁত দুটাৰ সংযোগত জীৱন-সৌন্দৰ্য্য বিকশিত হৈ উঠে। কেৱল শাস্ত্ৰ হৈছে কাল্পনিক বস্তু। সংগীত-শাস্ত্ৰৰ জ্ঞান থাকিব পাৰে কিন্তু কণ্ঠৰপৰা সংগীত ব্যক্ত কৰাৰ কলা যদি জনা নেযায়, তেন্তে নাদ-ব্ৰহ্মাৰ সাজ-সজ্জা ঠিক মতে নহব। এই কাৰণেই ভগৱানে সিদ্ধান্তৰ লগে লগেই তাৰ ব্যৱহাৰিক ফালটোৰ কথাও কৈছে। তেন্তে সিনো কোন বিধৰ কলা হব? দেহক তুচ্ছ বুলি ভাবি, আত্মাৰ অমৰতা আৰু অখণ্ডতাৰ প্ৰতি দৃষ্টি ৰাখি স্ব-ধৰ্ম্ম পালন কৰা সেই কলানো কোনটো?

যি কাম কৰে তেওঁৰ মনত দুটা ভাবৰ উদয় হয়। এটা হৈছে "আমাৰ কৰ্ম্মফল আমি অৱশ্যে ভোগ কৰিম।" তাত আমাৰ অধিকাৰ আছে।

দ্বিতীয়টোৰ মতে যদি আমি ফল ভোগ কৰিবলৈ নেপাওঁ তেন্তে আমি কামকে নকৰোঁ। গীতাই কিন্তু ইয়াৰ উপৰিও আৰু এটা তৃতীয় ভাৱনা বা বৃত্তিৰ কথা কৈছে। তাত কোৱা হৈছে যে "কৰ্ম্ম অৱশ্যে কৰিবা কিন্তু ফলৰ ওপৰত তোমাৰ অধিকাৰ আছে বুলি নেভাবিবা।" যি কৰ্ম্ম কৰে তেওঁৰ ফলৰ ওপৰত অধিকাৰ নিশ্চয় আছে। কিন্তু তুমি সেই অধিকাৰ স্ব-ইচ্ছাই এৰি দিয়া। ৰজোগুণে কয়, "লবলগা অধিকাৰ ফলৰ সৈতে ল'ম" আৰু তমোগুণে কয় "এৰিবলৈ হ'লে কৰ্ম্মৰে সৈতে এৰিম" ইহঁত দুয়োটাই পৰস্পৰ ভাই-ককাই। এতেকে তুমি এই দুয়োটাত কৈ এখোজ আগবাঢ়ি শুদ্ধ-সত্ত্ব-গুণী হোৱা অৰ্থাৎ কৰ্ম্ম তো কৰিবাই কিন্তু ফল হলে ত্যাগ কৰিব লাগিব। ফল ত্যাগ কৰি কৰ্ম্ম কৰি যোৱা। আগত বা পিচত কেতিয়াও ফললৈ আশা নকৰিবা।

গীতাই কৈছে যে ফললৈ আশা নকৰিবা আৰু লগতে এইটোও কৈছে যে কৰ্ম্ম উত্তমৰূপে আৰু দক্ষতাৰে সৈতে কৰিব লাগে। সকামী পুৰুষৰ কৰ্ম্ম, নিষ্কামী পুৰুষৰ কৰ্ম্মত কৈ বেছি ভাল হব লাগে। এনেকুৱা আশা পোষণ কৰাটো অনুচিত নহয়। কিয়নো সকামী পুৰুষ ফলাসক্ত, এই কাৰণে ফল সম্বন্ধীয় স্বপ্ন-চিন্তাত তেওঁৰ কিছু সময় আৰু শক্তিৰো অপব্যয় হবই। কিন্তু ফলেচ্ছা ৰহিত পুৰুষৰ প্ৰত্যেকটো মুহূৰ্ত্তই আৰু সকলো শক্তি কৰ্ম্মতেই হে লাগি থাকিব। নদীৰ ছুটি নাই, বতাহৰ বিশ্ৰাম নাই আৰু সূৰ্য্যয়ো সদায় তাপ দিয়েই হে থাকিব জানে। এইদৰেই নিষ্কাম কৰ্ম্মীয়েও নিৰন্তৰ সেৱা-কাৰ্য্য কৰি থকাৰ বাহিৰে আন একো নেজানে। এতেকে এনেকুৱা নিৰন্তৰ কৰ্ম্মৰত পুৰুষৰ কৰ্ম্ম উৎকৃষ্ট নহৈ আৰু কাৰ হব? তাৰ বাহিৰে চিত্তৰ সমতাও এটা বৰ ডাঙৰ গুণেই আৰু সি নিষ্কামী পুৰুষৰ পৈতৃক সম্পত্তি। কোনো একেবাৰেই বাহিৰা কাৰিকৰৰ কামত হস্ত কৌশলৰ লগে লগেই যদি চিত্ত সমত্বৰো সংযোগ ঘটে তেন্তে সেই কামটো আৰু বেছি সুন্দৰ হৈ উঠিব। ইয়াৰ উপৰিও সকামী আৰু নিষ্কামী পুৰুষৰ কৰ্ম্ম-দৃষ্টিত যি অন্তৰ আছে, সিয়ো নিষ্কামী পুৰুষৰ কৰ্ম্মৰ পক্ষে বেছি অনুকূল। সকামী পুৰুষে কৰ্ম্মৰ ফালে স্বাৰ্থৰ দৃষ্টিৰে চায়। মোৰেই কৰ্ম্ম আৰু মোৰেই ফল, এনে দৃষ্টি থকা কাৰণে যদি কামৰপৰা তেওঁৰ মনোযোগ অলপ মানো আঁতৰি যায়, তেন্তে তাত তেওঁৰ নৈতিক দোষ হৈছে বুলি গমকে ধৰিব

নোৱাৰে। বৰ বেছি হয় যদি ব্যৱহাৰিক দোষ বুলিহে ধৰি লয়। কিন্তু নিষ্কামী পুৰুষৰ নিজৰ কৰ্ম্মৰ বিষয়ত নৈতিক কৰ্ত্তব্য-বুদ্ধি থাকে। এই নিমিত্তে তেওঁৰ কামত যেন অলপো ত্ৰুটী ৰবলৈ নেপায় তাৰ কাৰণে তেওঁ অতি তৎপৰতাৰে সৈতে সদায় সাৱধান হৈ থাকে। এই নিমিত্তেই তেওঁৰ কামৰ বেছি ভাগেই নিৰ্দ্দোষ হব। যি পিনেদিয়েই নেচাওক ফল ত্যাগ যে অত্যন্ত কুশল আৰু প্ৰশংসনীয় তত্ত্ব এইটো প্ৰমাণিত হবই। এতেকে ফল-ত্যাগকে যোগ অথবা জীৱনৰ কলা বুলি ধৰি লব লাগে।

নিষ্কাম কৰ্ম্মৰ কথা বাদ দিলেও, কৰ্ম্মত যেনেকুৱা আনন্দ আছে, ফলত তেনে নাই। নিজৰ কাম কৰি থাকোতে থাকোতে যি একপ্ৰকাৰৰ তন্ময়তা আহি পৰে, সিয়ো আনন্দৰেই এটা ধাৰা মাত্ৰ। চিত্ৰকৰক যদি কয় যে ছবি আঁকিব নেলাগে, ইয়াৰ সলনি যিমান লাগে পইচাকে লোঁৱা।" তেওঁ কিন্তু এইটোত কেতিয়াও মান্তি নহব। খেতিয়কক যদি কয় যে পথাৰলৈ নেযাবা, গৰু নচৰাবা, পানী নিসিঁচিবা, তোমাক যিমান লাগে কোৱা সিমান ধান-চাউল দিয়া হব।" তেওঁ যদি প্ৰকৃত খেতিয়ক হয়, তেন্তে তেওঁ এই বন্দোবস্ত ভাল নেপাব। খেতিয়কে পুৱাতে উঠি পথাৰলৈ যায়। সূৰ্য্য নাৰায়ণে তেওঁক স্বাগত কৰে। চৰাই-চিৰিকতিয়েও তেওঁকেই লক্ষ্য কৰি গান গায়। গৰু-ৰজাকেও তেওঁক চাৰিও ফালে ঘেৰি ধৰি থাকে। তেওঁ মৰমৰে সিহঁতৰ পিঠিত হাত বুলায়। যি বৃক্ষাদি ৰোপণ কৰে, তাৰ তেওঁ বাঢ়িয়াকৈ যত্ন লয়। এই সকলো কামতে একোটা সাত্ত্বিক আনন্দ লুকাই থাকে। এই আনন্দই সেই কামৰ মুখ্য আৰু প্ৰকৃত ফল। ইয়াৰ তুলনাত তাৰ বাহ্যিক ফল একেবাৰেই গৌণ।

গীতাই মানুহৰ দৃষ্টি যেতিয়া কৰ্ম্ম-ফলৰপৰা আঁতৰাই নিয়ে, তেতিয়া গীতাই এই উপায়ৰ দ্বাৰা কৰ্ম্মত তেওঁৰ তন্ময়তা এশগুণে বঢ়াই দিয়ে। ফল-নিৰপেক্ষ পুৰুষৰ কৰ্ম্ম বিষয়ক তন্ময়তা সমাধি তুল্য হয়। এই কাৰণে তেওঁৰ আনন্দ আনত কৈ এশগুণে বেছি হয়। এই দৃষ্টিৰে চালে কথাটো অতি সোনকালে বুজিব পাৰি যে নিষ্কাম কৰ্ম্ম নিজে নিজেই একটো মহান ফল। জ্ঞানদেৱে এইটো ঠিকেই সুধিছিল যে গছত ফল লাগে, কিন্তু ফলত আৰু এতিয়া কি লাগিব? এই দেহৰূপী বৃক্ষত নিষ্কাম স্ব-ধৰ্ম্মাচৰণ ৰূপী সুন্দৰ ফল লগাৰ পিচত এতিয়া আৰু কি ফল লাগে? খেতিয়কে পথাৰত

ঘেঁহুৰ খেতি কৰে কিন্তু সেই ঘেঁহু বেচি জোৱাৰীৰ ৰুটি কিয় খায়? বাৰীত মালভোগ কলৰ খেতি কৰি তাক বেচি জলকীয়া কিয় খায়? হেৰা! কল কেই খোৰাঁচোন বাৰু? কিন্তু জন-মতে এইটো সমৰ্থন নকৰে। মাল-ভোগ কল খোৱাৰ ভাগ্যলৈয়ো মানুহে জলকীয়াৰ জাল হে ভাল পায়। গীতাই কৈছে—"তুমি এনেকুৱা নকৰিবা, কৰ্ম্মকেই খোৱা, কৰ্ম্মকেই পিয়াঁ আৰু কৰ্ম্মকেই হে জীণনিউৱা।" কৰ্ম্ম কৰিলেই সকলো পোৱা যায়। ল'ৰা-ছোৱালীয়ে খেলাৰ আনন্দ উপভোগ কৰিবলৈহে খেলে। তাৰদ্বাৰাই সিহঁতে ব্যায়ামৰ ফল আপোনা-আপুনি পায়! কিন্তু সেই ফললৈ সিহঁতৰ কামনা নেথাকে। সিহঁতৰ গোটেই আনন্দ সেই খেলাতেই হে থাকে।

## (৯) ফল ত্যাগৰ দুটা উদাহৰণ

সাধু-সন্তসকলে নিজৰ জীৱনৰ দ্বাৰাই এই কথাটো প্ৰমাণ কৰি দেখুৱাইছে। তুকাৰামৰ ভক্তিভাৱ দেখি শিৱাজী মহাৰাজৰ মনত তেওঁৰ প্ৰতি যথেষ্ট শ্ৰদ্ধাৰ ভাৱ উদয় হৈছিল। এবাৰ তেওঁ তুকাৰামৰ ঘৰলৈ দোলা-পাল্কী পঠাই দি তেওঁৰ সম্বৰ্দ্ধনা জনাবৰ কাৰণে আয়োজন কৰিছিল। কিন্তু তুকাৰামে তেওঁৰ এই আয়োজন দেখি বৰ দুঃখ পাইছিল আৰু মনে মনে ভাবিছিল—"মই ভক্তি কৰাৰ বাবেই এই ফল পাইছোঁ নে কি? মই ইয়াৰ কাৰণেই ভক্তি কৰো নে? তেওঁৰ মনত এনেকুৱা লাগিছিল যে ভগৱানে মান-সন্মানৰ এই ফল তেওঁৰ হাতত দি, তেওঁক ভগৱানৰ পৰা দূৰলৈহে ঠেলিছে। তেওঁ কৈছিল—

"জানতে হুএ অন্তৰ, টালোগে মেৰী ঝঞ্চট?
য়হ এব তেৰী হ্যেই, পাণ্ডুৰঙ্গ বহুত খোটী।"

"ভগৱান! তোমাৰ এনে স্বভাৱ ভাল নহয়। তুমি কণা কপৌক পতান ধান দি ছলাৰ দৰে মোকো ছলিব খুজিছাঁ। তুমি চাগৈ মনতে ভাবিছা যে, এই আপদ টোক দূৰ কৰো? কিন্তু এইটো ঠিক বুজিবাময়ো এলাপেচা গুৰুৰ শিষ্য নহওঁ। মই তোমাৰ চৰণত টানকৈ সাবটি ধৰি বহি থাকিম।" ভক্তিয়েই হে ভক্তৰ স্ব-ধৰ্ম্ম আৰু ভক্তিত দ্বিতীয়, তৃতীয় প্ৰকাৰ ফলৰ শাখা-প্ৰশাখা বাহিৰ হবলৈ নিদিয়াকৈ ৰখাটোৱেই হৈছে তাৰ জীৱন-কলা।

পুণ্ডলীকৰ চৰিত্ৰই ফল-ত্যাগৰ ইয়াতকৈয়ো বেছি গভীৰ আদৰ্শ আমাৰ

আগত দাণ্ডি ধৰিছে। পুণ্ডলীক তেওঁৰ মাক-বাপেকৰ সেৱাত ব্যস্ত আছিল। তেওঁৰ সেৱাত তুষ্ট হৈ পাণ্ডুৰঙ্গই তেওঁক দেখা দিবলৈ আহিল কিন্তু পুণ্ডলীক পাণ্ডুৰঙ্গৰ ফান্দত নপৰিল আৰু তেওঁৰ সেই সেৱা কৰ্ম্মৰ পৰাও বিৰত নহল। নিজৰ মাক-বাপেকৰ এই সেৱা তেওঁৰ কাৰণে হাদিক-ঈশ্বৰ ভক্তি আছিল। কোনো ল'ৰাই যদি আনক লুটি-পুতি আনি নিজৰ মাক-বাপেকক সুখত ৰাখিব খোজে অথবা কোনো দেশ সেৱকে যদি আন দেশৰ দ্ৰোহ আচৰণ কৰি হলেও নিজৰ দেশৰ উন্নতি কামনা কৰে তেন্তে দুয়োটাকে ভক্তি বুলি কব নোৱাৰি, ই আসক্তিহে। পুণ্ডলীক এনেকুৱা আসক্তিৰ ফান্দত পৰা নাছিল। তেওঁ ভাবিছিল যে "পৰমাত্মাই যি ৰূপ ধাৰণ কৰি মোৰ আগত থিয় দিছেহি তেওঁ কি ইমানেই আছিল? তেওঁৰ এই ৰূপ দেখাৰ আগতে জানো সৃষ্টি প্ৰেতৱত আছিল? তেওঁ ভগৱানক কলে, ভগৱান! "তুমি নিজে মোক দেখা দিবলৈ আহিছা হয়; কিন্তু মই "ওম্"—সিদ্ধান্তৰ সমৰ্থক। তুমিয়েই যে অকলে ভগৱান, এইটো মই মানি লব নোৱাৰোঁ। মোৰ কাৰণে তুমি যেনে ভগৱান, এই পিতা-মাতাও তেনে ভগৱানেই। এওঁ-লোকৰ সেৱাত ব্যস্ত হৈ থকাৰ কাৰণে মই তোমালৈ মনোযোগ দিব পৰা নাই, এই নিমিত্তে যেন মোক ক্ষমা কৰা।" ইয়াকে কৈ তেওঁ ভগৱানক থিয় হৈ থাকিবৰ কাৰণে এছটা ইটা আগ বঢ়াই দিলে আৰু তেওঁ নিজে সেৱা কাৰ্য্যত নিমগ্ন হৈ পৰিল। এই কথাকে লৈ তুকাৰামে বৰ কৌতুহল আৰু বিনোদ পূৰ্ব্বক কৈছে—"কেইসা তু ৰে পাগল প্ৰেমী খড়া ৰখা যো বিট্ঠলকো। এইসা, কেইসা ঢীঠ সাহসী, ইঁট্ বিছাই বিট্ঠলকো"।

পুণ্ডলীকে যি এই "ওম্"—সিদ্ধান্ত ব্যৱহাৰ কৰিছে সি ফল-ত্যাগ যুক্তিৰ এটা অংগ! ফলত্যাগী পুৰুষৰ কৰ্ম্ম সমাধি যিমান গম্ভীৰ হয়, সিমানেই তেওঁৰ বৃত্তি ব্যাপক, উদাৰ আৰু সমভাবাপন্ন হয়। এই কাৰণেই তেওঁ বিবিধ তত্ত্ব জ্ঞানৰ জঞ্জালত নপৰে আৰু নিজৰ সিদ্ধান্তও নেৰে। 'নান্যদস্তীতি ৱাদিনঃ'

এইটোৱেই হে, অন্য একো নহয়, আদি বিবাদতো তেওঁ নপৰে। ইটোও সত্য, সিটোও সত্য; কিন্তু মোৰ কাৰণে হলে এইটোৱেই হে সত্য। এনেকুৱাই তেওঁৰ নম্ৰ আৰু দৃঢ় নিশ্চয়াত্মিকা বৃত্তি থাকে। এসময়ত এজন গৃহস্থ সাধুৰ ওচৰলৈ গ'ল আৰু তেওঁক সুধিলে "মোক্ষ প্ৰাপ্তিৰ কাৰণে জানো ঘৰ-

বাৰী এৰিব লাগে?" সাধুজনে কলে "নেলাগে, চোৰাচোন জনকৰ নিচিনা ৰজায়ো ৰাজ-মহলত থাকিয়েই মোক্ষ লাভ কৰিছে যেতিয়া তুমিনো আকৌ কিয় ঘৰ-বাৰী এৰিব লাগে?" তাৰ পিচত আন এজন মানুহ আহিল আৰু সাধুক সুধিলে—"বাবাজী! ঘৰ-সংসাৰ ত্যাগ নকৰিলে জানো মোক্ষ লাভ হব? সাধুৱে ক'লে—কোনে কৈছে? এনেকৈ ঘৰ-সংসাৰ পাতি বিনা কষ্টে মোক্ষ লাভ কৰিব পৰা হলেতো শুকৰ নিচিনা মুনিয়েও ঘৰ-সংসাৰ ত্যাগ কৰিব লগা নহ'লহেতেন। শুকে যে ঘৰ-বাৰী ত্যাগ কৰিছিল তেওঁ মূৰ্খ আছিল নে কি? শেষত সেই দুয়োজন মানুহ যেতিয়া লগ লাগিল তেতিয়া দুয়োৰো ভিতৰত ডাঙৰ কাজিয়া হ'ল। এজনে কয়—সাধুৱে ঘৰ-বাৰী এৰিবলৈ কৈছে। আনজনে কয়—নহয়, তেওঁ কৈছে যে ঘৰ-বাৰী এৰিবৰ আৱশ্যক নকৰে। অৱশেষত দুয়োজন আকৌ সাধুৰ ওচৰলৈ আহিল। সাধুৱে ক'লে—"দুয়োৰে কথা সত্য। যাৰ যেনে ভাৱনা তাৰ তেনে পথ। আৰু যাৰ যেনেকুৱা প্ৰশ্ন, তাৰ তেনেকুৱা উত্তৰ। ঘৰ এৰিব লগাও সত্য আৰু এৰি নগলাও সত্য। ইয়াকেই বোলে "ওম্-সিদ্ধান্ত"।

পুণ্ডলীকৰ উদাহৰণ পৰা এইটো বুজিব পৰা হৈছে যে, ফল ত্যাগে মানুহক কিমান ওপৰলৈকে নিব পাৰে। ভগৱানে তুকাৰামক যি প্ৰলোভনৰ দ্বাৰাই ভুলাব খুজিছিল, তাতকৈ পুণ্ডলীকক দেখুৱা লোভ অনেক গুণে বেছি আকৰ্ষণীয় আছিল। কিন্তু তেওঁ তাতো মোহিত নহ'ল। হোৱা হ'লে তো ভালকৈয়ে বান্ধ খালে হেতেন। এতেকে সাধনা এবাৰ নিশ্চিত হোৱাৰ পিচত তাক শেষ মুহূৰ্ত্তলৈকে আচৰণ কৰি থাকিব লাগে। মাজবাটত প্ৰত্যক্ষ ভগৱৎ দৰ্শনৰূপী বাধা উপস্থিত হলেও তাৰ কাৰণে সাধনা এৰিব নেলাগে। দেহ যদি বাচি আছে তেন্তে সিয়ো সেই সাধনাৰ নিমিত্তেই। ভগৱৎ দৰ্শন দেখোন হাতৰ মুঠিতেই আছে সি আৰু যায় কলৈ?

"সৰ্ব্বাত্ম ভাৱনা মোৰ কোনে কাঢ়ি নিব;
ভক্তি ৰসে মন যেবে আলোড়িত হব।"

এই ভক্তি লাভ কৰিবলৈকে আমি এই জন্ম পাইছো। 'মা তে সংগোস্ত্বকৰ্ম্মণি'। এই গীতাৰ বচন ফাঁকিৰ অৰ্থ ইমানলৈকে নিব পাৰি যে, নিষ্কাম কৰ্ম্ম কৰি অকৰ্ম্ম—মানে অন্তিম কৰ্ম্ম-শক্তিৰ অৰ্থাৎ মোক্ষলৈ কামনা নকৰিবা। বাসনাৰ পৰা মুক্তি পোৱাটোৱেই হৈছে মোক্ষ। মোক্ষৰ লগত

বাসনাৰ নো কি লেনা-দেনা আছে? ফল ত্যাগৰ স্তৰ যেতিয়া এইখিনি পাবহি, তেতিয়াই ধৰিব লবা জীৱন কলাৰ ভৰ পূর্ণিমা আহি পৰিছে।

## (১০) আদর্শ গুৰু মূৰ্ত্তি

শাস্ত্র আৰু কলায়ো কৈছে কিন্তু ইয়াৰেই গোটেই চিত্রটো চকুৰ আগত ভাঁহি উঠা নাই। শাস্ত্র নিগুর্ণ, কলা সগুণ; কিন্তু সগুণো সাকাৰ নোহোৱাকৈ ব্যক্ত হব নোৱাৰে। অকল নিগুর্ণ যেনেকৈ শূন্যতে থাকে, নিৰাকাৰ সগুণৰ অৱস্থাও ঠিক তেনেকুৱাই হব পাৰে। ইয়াৰ উপায় হৈছে এই যে, যি গুণীত গুণ মূৰ্ত্তিমান হৈছে তাৰ দর্শন। এই কাৰণেইতো অৰ্জ্জুনে কৈছে—"হে ভগৱান! আপুনি জীৱনৰ মুখ্য মুখ্য সিদ্ধান্তৰ সমূহৰ কথা ক'লে আৰু সেই সিদ্ধান্তবোৰৰ আচৰণ বিধি সম্পৰ্কেও ক'লে কিন্তু তাৰ হলে এটা পৰিষ্কাৰ চিত্র মই দেখা নেপালো। এতেকে মোক এতিয়া তাৰ চৰিত্র বিশ্লেষণ কৰি কওক আৰু উদাহৰণ দি বুজাই দিয়ক। যাৰ বুদ্ধিত সাংখ্যনিষ্ঠা স্থিৰ হৈছে আৰু ফল ত্যাগ ৰূপী যোগ যাৰ শিৰাই শিৰাই ব্যাপ্ত হৈ পৰিছে, যাক আমি স্থিত-প্রজ্ঞ বোলো, যি পূর্ণমাত্রাই ফলত্যাগ কৰিব পাৰিছে, যি কৰ্ম্মসমাধিত নিমগ্ন হব পাৰিছে, আৰু যাৰ মহামেৰু সদৃশ দৃঢ় নিশ্চয়তা আছে, তেওঁলোকে কেনেকৈ কথা কয়, কেনেকৈ বহে আৰু কেনেকৈ খোজ কাঢ়ে, এই সকলোবিলাক মোক বিৱৰি কওক। তেওঁৰ আকৃতি কেনেকুৱা আৰু তেওঁক কেনেকৈ চিনিব পাৰি? হে ভগৱান অনুগ্রহ কৰি মোক এই সকলোবোৰ কওক।

এই কাৰণে ভগৱানে দ্বিতীয় অধ্যায়ৰ শেষৰ ওঠৰটা শ্লোকত স্থিত-প্রজ্ঞৰ গম্ভীৰ আৰু উদাত্ত চৰিত্রৰ বিষয়ে বর্ণনা কৰিছে। এই ওঠৰটা শ্লোকতে যেন গীতাৰ ওঠৰটা অধ্যায়ৰ সাৰমৰ্ম্মখিনিহে সংগ্ৰহ কৰা হৈছে। স্থিত-প্রজ্ঞ গীতাৰ আদর্শ মূৰ্ত্তি। এই শব্দটো গীতাৰ নিজ শব্দ। পিচৰ পঞ্চম অধ্যায়ত জীৱ-মুক্তৰ, দ্বাদশত ভক্তৰ, চতুর্দ্দশত গুণাতীতৰ আৰু অষ্টাদশত জ্ঞান-নিষ্ঠাৰ বর্ণনা কৰা হৈছে। কিন্তু স্থিত-প্রজ্ঞৰ বর্ণনা এই সকলোবিলাকতকৈ বেছি বাহুল্য আৰু খোলা ভাৱে কৰা হৈছে। তাত সিদ্ধ লক্ষণৰ লগে লগে সাধক লক্ষণৰ বিষয়েও কোৱা হৈছে। হেজাৰ হেজাৰ সত্যাগ্ৰহী স্ত্র-পুৰুষে সন্ধ্যাৰ প্রার্থনাত এই শ্লোকবিলাক আবৃত্তি কৰে। যদি প্রত্যেক

গাঁও আৰু প্ৰত্যেক ঘৰতে সেইবিলাক বিলাব পৰা যায় তেন্তে কেনে আনন্দৰ কথা হব! কিন্তু প্ৰথমে যেতিয়া সেইবিলাক আমাৰ অন্তৰত প্ৰৱেশ কৰাব পৰা হব, তেতিয়া সিহঁত আপোনা-আপুনি বাহিৰ হৈ যাবই। নিত্য পঠনীয় বস্তু যদি যান্ত্ৰিক হৈ যায় তেন্তে সি চিত্তত অংকিত নহৈ শেষত লোপহে পাব। এইটো দোষ নিত্য পাঠৰ নহয়, মনন নকৰাৰ হে। নিত্য পাঠৰ লগে লগে নিত্য মনন আৰু নিত্য আত্ম-নিৰীক্ষণৰো প্ৰয়োজন।

স্থিত-প্ৰজ্ঞ মানে স্থিৰ বুদ্ধিৰ লোক। ইয়াৰ নামেই তাৰ পৰিচয় দিছে। কিন্তু সংযম নহ'লে বুদ্ধি স্থিৰ হব কেনেকৈ? এই নিমিত্তেই স্থিত-প্ৰজ্ঞক সংযমৰ প্ৰতিমূৰ্ত্তি বুলি কোৱা হৈছে। সংযমৰ অৰ্থ হৈছে বুদ্ধি আত্ম-নিষ্ঠহোৱা আৰু অন্তৰ-বাহ্য ইন্দ্ৰিয়সমূহক বুদ্ধিৰ অধীন কৰা। স্থিত-প্ৰজ্ঞই সমস্ত ইন্দ্ৰিয়কে লাগাম ধৰি কৰ্ম্মযোগত লগায়। ইন্দ্ৰিয়ৰূপী বলধৰ দ্বাৰাই তেওঁ নিষ্কাম স্ব-ধৰ্ম্মাচৰণ খেতি সুন্দৰ ৰূপে কৰাই লয়। নিজৰ প্ৰত্যেকটো শ্বাস-প্ৰশ্বাসকে তেওঁ পৰমাৰ্থত হে ব্যয় কৰে।

এই ইন্দ্ৰিয় সংযম সহজ নহয়। ইন্দ্ৰিয়ৰ দ্বাৰাই একেবাৰেই কাম নোলোৱাটো এবাৰ সহজ হব পাৰে। মৌন অনাহাৰ আদি কথাও সিমান টান নহয়। ইয়াৰ বিপৰীতে ইন্দ্ৰিয়সমূহক মুক্ত কৰি এৰি দিয়াটোও সকলোৰে কাৰণে সম্ভৱপৰ কথাই। কিন্তু কাছই যেনেকৈ বিপদৰ সময়ত নিজৰ সকলো অংগ-প্ৰত্যংগ সংকোচ কৰি ৰাখে, আৰু নিৰাপদ ঠাই পালে আকৌ-তাৰেই কাম লয়, সেইদৰেই বিষয় ভোগৰ পৰাও ইন্দ্ৰিয়সমূহক সঙ্কোচ কৰি লোৱা আৰু পৰমাৰ্থৰ কামত তাৰ উচিত ব্যৱহাৰ কৰা এই সংযম টান। ইয়াৰ কাৰণে অশেষ যত্ন আৰু জ্ঞানৰো প্ৰয়োজন। ইমানখিনি হোৱা সত্বেও সি যে সদায় ভাল ভাবেই কাম দি থাকিব এনে নহয়। তেনেহলে আমি জানো নিৰাশ হ'ম? নহয়, সাধক কেতিয়াও নিৰাশ হব নেলাগে। সেই সাধকে নিজৰ সকলোবিলাক কৌশল কামত খটাব, তথাপিত যদি কিবা ত্ৰুটী ৰয় তেন্তে তাৰ লগত ভক্তিকো সংযোগ কৰি দিব।

ভগৱানে স্থিত-প্ৰজ্ঞৰ লক্ষণত এইটো বৰ মূল্যৱান উপদেশ দিছে। অৱশ্যে সি জেনিবা কেইটামান জোখৰ শব্দতেই হে আৱদ্ধ আছে। কিন্তু এলানী ব্যাখ্যানত কৈ ই বেছি মূল্যৱান, কিয়নো য'ত ভক্তিৰ স্বাভাৱিক আৱশ্যকতা দেখা গৈছে তাতেই আৰু উপস্থিত কৰোৱা হৈছে। স্থিত-প্ৰজ্ঞৰ লক্ষণ-

সমূহৰ বিস্তৃত বিবৰণ আজি আমি ইয়াত নিদিওঁ। কিন্তু আমাৰ এই গোটেই সাধনাত যে ভক্তিৰ নিজস্ব স্থান আছে তাৰ কথা যেন আমি কেতিয়াও পাহৰি নেযাওঁ। এই বিষয়ে আপোনালোকৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল। এই জগতত সম্পূৰ্ণ স্থিত-প্ৰজ্ঞ কোন হব পাৰিছে তাক একমাত্ৰ ভগৱানেহে জানে। কিন্তু সেৱাপৰায়ণ স্থিত প্ৰজ্ঞৰ উদাহৰণ স্বৰূপে পুণ্ডলীকৰ মূৰ্ত্তি সদায় মোৰ চকুৰ আগত ভাঁহি থাকে। তাকে মই আপোনালোকৰ আগত দাঙি ধৰিছোঁ।

এতিয়া স্থিত-প্ৰজ্ঞৰ লক্ষণ পূৰা হৈছে আৰু দ্বিতীয় অধ্যায়ো শেষ হৈছে।

(নিগুৰ্ণ) সাংখ্য-বুদ্ধি+(সগুণ) যোগ-বুদ্ধি+সাকাৰ (স্থিত-প্ৰজ্ঞ)



মিলাই

সম্পূৰ্ণ জীৱন-শাস্ত্ৰ

ইয়াৰ পৰা ব্ৰহ্ম-নিৰ্ব্বাণ অৰ্থাৎ মোক্ষৰ বাহিৰে আৰু কি ফলিত হব পাৰে?

দেওবাৰ, ২৮-২-'৩২

# তৃতীয় অধ্যায়

## (১১) ফলত্যাগীয়ে অনন্ত ফল পায়

বন্ধু সকল! দ্বিতীয় অধ্যায়ত আমি গোটেই জীৱন-শাস্ত্ৰৰ ওপৰতেই দৃষ্টি নিক্ষেপ কৰিছোঁ। এতিয়া এই তৃতীয় অধ্যায়তো জীৱন-শাস্ত্ৰৰেই স্পষ্টীকৰণ কৰা হব। প্ৰথমে আমি তত্ত্ববিলাকৰ বিষয়ে আলোচনা কৰিলো। এতিয়া তাকে আকৌ বিষদ ভাৱে আলোচনা কৰা হব। আগৰ অধ্যায়ত কৰ্ম্ম-যোগ সম্বন্ধেও চৰ্চ্চা কৰা হৈছিল। কৰ্ম্মযোগত মহত্ত্বপূৰ্ণ বস্তু হৈছে ফল-ত্যাগ। কৰ্ম্মযোগত ফল ত্যাগতো আছেই, কিন্তু ফল লাভ হয় নে নহয় এই লৈয়েই হৈছে প্ৰশ্ন! এই কাৰণে তৃতীয় অধ্যায়ত কৈছে যে কৰ্ম্মযোগীয়ে কৰ্ম্ম-ফল ত্যাগ কৰিলে অনন্তগুণ ফল পায়।

এই খিনিতে, মোৰ লক্ষ্মীৰ কথা মনত পৰিছে। তেওঁৰ স্বয়ম্বৰ হৈছিল। দেৱ-দানৱ সকলোৱেই বৰ আশাৰে সেই ঠাই পাইছিলহি। লক্ষ্মীয়ে নিজৰ পণ আগতে প্ৰকাশ কৰা নাছিল। সভামণ্ডপলৈ আঁহি তেওঁ কলে "যি মোক নিবিচাৰে তেওঁক হে মই বৰমাল্য প্ৰদান কৰিম।" তেওঁলোকতো সকলোৱেই আশাধাৰী প্ৰাণী আছিল। তথাপি লক্ষ্মীয়ে, তেওঁ কোৱামতে নিস্পৃহ বৰ বিচাৰিবলৈ ধৰিলে। ইতিমধ্যে অনন্ত শয্যাত নিৰ্ভাৱনাৰে শুই থকা ভগৱান বিষ্ণুৰ মূৰ্ত্তি তেওঁ দেখা পালে। তেওঁৰ ডিঙিতেই বৰ-মাল্য প্ৰদান কৰি লক্ষ্মীয়ে আজিলৈকে বিষ্ণুৰ চৰণ সেৱা কৰি আছে। "যি নিবিচাৰে তেওঁৰেই হয় ৰমা দাসী।" ইয়াৰ বিশেষত্বও এই খিনিতে।

সাধাৰণ মানুহে নিজৰ ফলৰ চাৰিও ফালে কাঁইটৰ বেৰা দিয়ে; পিচে ইয়াৰ দ্বাৰাই তেওঁ অনন্তৰূপে পাব লগা ফলো হেৰুৱাই হে। সংসাৰী মানুহে অপাৰ কৰ্ম্ম কৰি অলপ ফল লাভ কৰে, কিন্তু কৰ্ম্মযোগীয়ে অলপ কৰ্ম্ম কৰিয়েই অনন্ত গুণ ফল লাভ কৰে। এই খিনি পাৰ্থক্য কেৱল এটা ভাৱনাৰ কাৰণেই হয়। টলষ্টয়ে এঠাইত কৈছিল যীচুখৃষ্টৰ বলিদান দেখি বহুতো মানুহেই প্ৰশংসা কৰে। কিন্তু এই যে সংসাৰী জীৱই দিনে-ৰাতিয়ে হাড়ক মাটি, তেজক পানী, কৰি কঠোৰ পৰিশ্ৰম কৰিবই লাগিছে তাৰ হিচাপ কোনে ৰাখিছে? এহাল গাধৰ বোজা পিঠিত লৈ তিনি কৰ্ষাল খাই পৰা

এই সংসাৰী জীৱই যীচুখৃষ্টতকৈ বহুগুণে বেছি কষ্ট আৰু দুৰ্গতি ভোগ কৰিছে। এওঁলোকে যদি ইয়াৰ আধা কষ্টও ভগৱানৰ নিমিত্তে কৰিলেহেতেন তেন্তে সৰ্চাকৈয়ে যীচুখৃষ্টতকৈও তেওঁলোক বেছি আগবাঢ়িব পাৰিলেহেতেন"।

সংসাৰী মানুহৰ তপস্যা স'চাকৈয়ে বৰ ডাঙৰ, কিন্তু তাক কৰে ক্ষুদ্ৰ ফলৰ কাৰণহে। যাৰ যেনেকুৱা কামনা তাৰ তেনেকুৱা ফল। আমি নিজৰ বস্তুৰ যি মূল্য নিৰ্দ্ধাৰণ কৰো, তাতকৈ বেছি মূল্য পৃথিৱীত ক'তো নাই। সুদামাই চিৰা লৈ ভগৱানৰ ওচৰলৈ গ'ল। এমুঠি চিৰাৰ মূল্য নো কিমান হব পাৰে? তথাপি সুদামাই তাকে বহু মূল্যৱান বুলি ভাবি লৈ গৈছিল। কিয়নো তাত ভক্তিভাৱ নিহিত আছিল। চিৰা মুঠি মন্ত্ৰ-পূত কৰা আছিল। তাৰ একোটা ক্ষুদ্ৰ কণতে ভাবনা ভৰি আছিল। বস্তু অতি ক্ষুদ্ৰ হলেও মন্ত্ৰৰ জোৰত তাৰ মূল্য আৰু সামৰ্থ্য বাঢ়ি যায়। এখন নোটৰ নো ওজন কিমান থাকে? তাক জ্বলালে এটোপা পানীও গৰম হয়নে নহয় সন্দেহ। কিন্তু তাত যে মোহৰটো লগোৱা থাকে ইয়াৰ বাবেই তাৰ মূল্য আছে।

কৰ্ম্মযোগতো এই বিলাক বিশেষত্বই থাটে। কৰ্ম্মক এখন নোট বুলি ধৰা। ভাবনাৰূপী মোহৰৰ মূল্য আছে, কিন্তু কৰ্ম্মৰূপী কাগজটুকুৰাৰ মূল্য নাই। প্ৰকাৰান্তৰে মই মূৰ্ত্তি পূজাৰেই হে ৰহস্য বখানিব ধৰিছো। মূৰ্ত্তিপূজাৰ কল্পনাত অশেষ সৌন্দৰ্য্য নিহিত আছে। এই মূৰ্ত্তি ভাঙিবৰ সাধ্য কাৰ? মূৰ্ত্তিটো আৰম্ভণিতে এটা টুকুৰাহে আছিল। মই তাত প্ৰাণ প্ৰতিষ্ঠা কৰিলোঁ। নিজৰ ভাবনা ভৰাই দিলোঁ। এই ভাৱনা কোনোবাই টুকুৰা কৰিব পাৰে জানো? ভঙা-ছিঙা কাৰ্য্য শিলৰ হে হব পাৰে, ভাবনাৰ নহয়। যেতিয়া মই মোৰ ভাবনা মূৰ্ত্তিৰ পৰা উলিয়াই ল'ম তেতিয়া মাত্ৰ তাত শিল হে বাকী থাকিব আৰু তেতিয়া তাক ভাঙিবও পৰা হব।

কৰ্ম্মৰ অৰ্থ হৈছে শিল বা কাগজৰ টুকুৰা। মোৰ আয়ে এখন কাগজত ২।৪ শাৰী একা-বেঁকা আখৰ লিখি পঠাইছিল আৰু আনে পঞ্চাশ পৃষ্ঠাৰ আখৰ ভাল কৈ সজাই-পৰাই প্ৰৱন্ধৰ আকাৰত লিখি পঠাইছিল। ইয়াৰ ভিতৰত ওজন কাৰ বেছি হব? আইৰ সেই চাৰি শাৰী আখৰত যি ভাবনা নিহিত আছিল সি অতি মূল্যৱান আৰু পৱিত্ৰ। তাৰ সমতুল্য একোৱেই হব নোৱাৰে। কৰ্ম্মত আন্তৰিকতা আৰু ভাৱনা দুয়োটাই থাকিব লাগে। আমি মজুৰৰ কামৰ মূল্য নিৰূপণ কৰো আৰু মজুৰিও পচাই হিচাপে দিওঁ।

কিন্তু দক্ষিণাৰ বোলিকা হ'লে এনেকুৱা নহয়। দক্ষিণা তিয়াই দিয়া হয়! দক্ষিণা কিমান দিয়া হ'ল এইটো তাৰ প্ৰশ্ন নহয়। দক্ষিণা ভাবনা বসত তিতিছেনে নাই গুৰুত্ব এই খিনিতেই। মনুস্মৃতিত এটা বৰ ভাল কথা আছে। এজন শিষ্যই বাৰ বছৰ গুৰুৰ গৃহত থাকি পশুৰপৰা মানুহ হৈছিল; এতিয়া তেওঁ গুৰু দক্ষিণা কি দিব? প্ৰাচীন কালত শিক্ষাৰ মাছুল লোৱাৰ ব্যৱস্থা নাছিল। বাৰ বছৰ শিক্ষা লাভ কৰাৰ পিচত গুৰুক যি দিব লগা হয়, দিছিল। মনুৱে কৈছে—গুৰুদেৱৰ চৰণত কিছু পত্ৰ-পুষ্প; দুই এখন বিছনি, এজোৰ খৰম বা একলহ পানী অৰ্পণ কৰা।" এইটো ধেমালিৰ কথা বুলি উৰাই নিদিব; কিয়নো, যি দিব লাগে তাক শ্ৰদ্ধাৰ নিদৰ্শন স্বৰূপে দিব লাগে। এনেকৈ চালে সাধাৰণ ফুল কেইটিৰ নো কি গুৰুত্ব আছে? কিন্তু ফুল কেইটিৰ অৰ্পণত যদি ভক্তি ভাব নিহিত থাকে তেন্তে তাৰ ওজন গোটেই বিশ্বব্ৰহ্মাণ্ড খনব সমানো হব পাৰে।

"এটি মাত্ৰ তুলসীৰ পত্ৰ হাতে লৈ ;<br>ৰুক্মিণী জোখন্ত প্ৰভু গিৰিধৰক গৈ।"

গহনাৰ দ্বাৰাই সত্যভ্ৰমাৰ মন পতিয়ন নগৈছিল। কিন্তু ভাব-ভক্তিৰে পৰিপূৰ্ণ এটিমাত্ৰ তুলসীৰ পাত যেতিয়া পাল্লাত তুলি দিলে, তেতিয়াই সকলো কাম সমাধা হৈ পৰিল। কিয়নো সেই তুলসীৰ পাত মন্ত্ৰ-পূত কৰা আছিল। সেই সময়ত সেই পাতটো সাধাৰণ হৈ নাছিল। কৰ্ম্মযোগীৰ কামো ঠিক এনেকুৱাই।

ধৰি লওক, দুজন মানুহ জেনিবা গঙ্গাস্নান কৰিবলৈ গৈছিল। তাৰ ভিতৰৰে এজনে কলে "মানুহে গঙ্গা গঙ্গা যে বোলে ইয়াতনো আছে কি? দুভাগ উদজান (হাইড্ৰোজেন) আৰু এভাগ অম্লজান (অক্সিজেন), এই দুয়োটা গ্যেচৰ মিলনতেই জানো গঙ্গাৰ সৃষ্টি হোৱা নাই? ইয়াতকৈনো গঙ্গাত আৰু বেছি কি আছে?" আনজনে কলে—"ভগৱান বিষ্ণুৰ চৰণ কমলৰ পৰা গঙ্গাৰ উৎপত্তি হৈছে, শঙ্কৰ জটাত তেওঁৰ বসতি, হেজাৰ হেজাৰ ব্ৰহ্মৰ্ষি আৰু বেছি কি আছে?" আনজনে কলে—"ভগৱান বিষ্ণুৰ চৰণ কমলৰপৰা কৰ্ম্মৰ সম্পাদন কৰিছিল। এৱেঁই সেই মহান্ পৱিত্ৰ গঙ্গাআই।" এই ভাবনাৰদ্বাৰাই ভাবিত হৈ তেওঁ তাত স্নান কৰে। সেই উদজান আৰু অম্লজান বুলি মানোতা জনেও স্নান কৰে। ইয়াত দেহ-শুদ্ধি ৰূপী ফল

দনুয়োজনেই পায়। কিন্তু সেই ভক্তজনে দেহশুদ্ধিৰ লগতে চিত্তশুদ্ধি ৰূপী ফলো পায়। এনেকি যদি গৰুৱেও গঙগা স্নান কৰে তেন্তে তাৰো দেহশুদ্ধি হব। শৰীৰৰ মলি আদি নোহোৱা হব। কিন্তু মনৰ মলি গুচিব কেনেকৈ? এজনে দেহশুদ্ধিৰ তুচ্ছ ফল হে পালে। আনজনে আকৌ ইয়াৰ উপৰিও চিত্তশুদ্ধি ৰূপী অমূল্য বস্তু লাভ কৰিলে।

স্নান কৰি এতাই সূৰ্য্য-নমস্কাৰ কৰোতাই ব্যায়ামৰ ফল পাবই। স্বাস্থ্যৰ কাৰণে কিন্তু তেওঁ সেই নমস্কাৰ কৰা নাছিল, কৰিছিল উপাসনাৰ কাৰণেহে। ইয়াৰ দ্বাৰা তেওঁৰ স্বাস্থ্য লাভতো হবই আৰু বুদ্ধিৰো প্ৰতিভা বাঢ়িব। স্বাস্থ্যৰ লগতে তেওঁ সূৰ্য্য নাৰায়ণৰ পৰা স্ফূৰ্ত্তি আৰু প্ৰতিভাও লাভ কৰে। কৰ্ম্ম একেই, কেৱল মাত্ৰ ভাৱনা ভিন্ন হোৱাৰ বাবে পৃথক যেন দেখা গৈছে। পৰমাৰ্থী মানুহৰ কৰ্ম্ম আত্ম বিকাশক কিন্তু সংসাৰী মানুহৰ কৰ্ম্ম আত্ম প্ৰতিবন্ধক। কৰ্ম্মযোগী যদি কৃষক হয়, তেন্তে তেওঁ খেতি-খোলা কৰাটোকে নিজৰ স্ব-ধৰ্ম্ম বুলি ভাবিব। ইয়াৰ দ্বাৰাই তেওঁৰ উদৰপূৰণ অৱশ্যেই হব; কিন্তু উদৰ পূৰণৰ আশা পোষণ কৰি তেওঁ সেই কাম নকৰিব: বৰং আহাৰকো তেওঁ, শৰীৰক খেতি কৰিবৰ কাৰণে উপযুক্ত কৰাৰ এটা প্ৰধান উপকৰণ বুলিহে মানিব। স্ব-ধৰ্ম্ম তেওঁৰ লক্ষ্য আৰু আহাৰ তেওঁৰ উপায় হব। কিন্তু আন খেতিয়কৰ পক্ষে উদৰ পূৰণ লক্ষ্য আৰু খেতি ৰূপী স্ব-ধৰ্ম্ম উপায় হব। ই এনেকুৱাই ওলট-পালট কথা।

দ্বিতীয় অধ্যায়ত স্থিত-প্ৰজ্ঞৰ লক্ষণৰ বিষয়ে কওঁতে এই কথাটোকে ৰস-পূৰ্ণভাৱে সজাই পৰাই কোৱা হৈছে। য'ত আনবিলাক মানুহ জাগি থাকে, ত'ত কৰ্ম্মযোগী শুই থাকে আৰু যেতিয়া আনবিলাক মানুহ শুই থাকে, তেতিয়া কৰ্ম্মযোগী জাগি থাকে। আমি সাৰে থাকো উদৰ পূৰণৰ নিমিত্তে, কিন্তু কৰ্ম্মযোগী সাৰে থাকে এই কাৰণেই যাতে তেওঁৰ এক মুহূৰ্ত্তও সময় বিনা কামে নেযায়। তেওঁ বাধ্যত পৰিহে খায়। এই পেটৰূপী টেকেলিটোত কিবা নভৰালেই নহয় বাবে ভৰায়। সংসাৰী মানুহে আহাৰ খাই আনন্দ পায়, কিন্তু যোগীয়ে আহাৰ কৰি কষ্ট অনুভৱ কৰে। এই বাবে তেওঁ জিভাৰ তৃপ্তিৰ কাৰণে আহাৰ নকৰে। সংযমেৰে কাম চলায়। এজনৰ কাৰণে যিটো ৰাতি, আন জনৰ কাৰণে সেয়েই দিন হব। আকৌ

এজনৰ কাৰণে যিটো দিন হয় আনজনৰ কাৰণে সেয়েই ৰাতি হব। অৰ্থাৎ যি এজনৰ কাৰণে দুঃখজনক সেয়েই আনজনৰ নিমিত্ত আনন্দদায়ক হৈ পৰে। সংসাৰী আৰু কৰ্ম্ম-যোগী দুয়োৰে কৰ্ম্ম একেই, কিন্তু কৰ্ম্ম-যোগীৰ বিশেষত্ব এই খিনিতেই যে তেওঁ ফলাসক্তি ত্যাগ কৰি কৰ্ম্মতেই লিপ্ত থাকি আনন্দ অনুভৱ কৰে। সংসাৰীৰ দৰেই যোগীয়েও খোৱা পিয়া কৰে আৰু শোৱে। কিন্তু তেওঁৰ সেই সম্বন্ধীয় ভাবনা বেলেগ ধৰণৰ হব। এই কাৰণেই তো গীতাৰ যোল অধ্যায় বাকী থকা সত্বেও আৰম্ভতেই স্থিত-প্ৰজ্ঞৰ সংযম মূৰ্ত্তি উত্থাপন কৰা হৈছে।

সংসাৰীপুৰুষ আৰু কৰ্ম্মযোগী দুয়োৰে কৰ্ম্মৰ সাম্য আৰু বৈষম্য অতি সোনকালে ধৰা পৰে। ধৰি লওক কৰ্ম্ম-যোগীয়ে জেনিবা গো-পালনৰ কাম কৰিছে ; তেতিয়ানো বাৰু তেওঁ সেই কাম কোন দৃষ্টিৰে কৰিব? তেওঁৰ মনলৈ এই ভাবহে আহিব যে গো-সেৱা কৰিলে সমাজে অপৰ্য্যাপ্ত গাখীৰ খাবলৈ পাব আৰু গাঁইকে উপলক্ষ্য কৰি মানুহতকৈ হীন পশু জগতৰ লগত প্ৰেমসম্বন্ধ স্থাপন হব। এইটো নহয় যে মই পশু পালন কৰিলে দৰ্ম্মহা পাম। দৰ্ম্মহা কলৈকো নেযায়, কিন্তু আচল আনন্দ আৰু প্ৰকৃত সুখ এই দিব্য ভাৱনাতহে আছে।

কৰ্ম্মযোগীৰ কৰ্ম্মই, তেওঁক এই বিশ্বৰ লগত একে কৰি দিয়ে। কোনো কোনোৱে তুলসীৰ গুৰিত পানী নিদিয়া কৈ ভোজনকে নকৰে, এইদৰেই আমি উদ্ভিদ্ জগতৰ লগত প্ৰেম সম্বন্ধ স্থাপন কৰিছোঁ। তুলসীক অনাহাৰে ৰাখি মই আগতে কেনেকৈ খাম? এইদৰে গো-জাতিৰ লগত একৰূপতা, উদ্ভিদ্ জগতৰ লগত একৰূপতা কৰি কৰি গৈ গোটেই বিশ্বৰ লগতেই শেষত এক-ৰূপতা কৰি পেলাব লাগে। ভাৰতীয় যুদ্ধত গধূলি হোৱা মাত্ৰেই সকলোৱে সন্ধ্যা আদি উপাসনা কৰিবলৈ গুচি যায়। কিন্তু ভগৱান কৃষ্ণই ৰথৰ পৰা ঘোঁৰা মোকলাই দি সিহঁতক পানী খুৱায়, চৰায়, গা মালিশ কৰি দিয়ে, জীন আদি খুলি দিয়ে ; সেই সেৱাত ভগৱানে যে কিমান আনন্দ পাইছিল! কবিয়েও ইয়াক বৰ্ণনা কৰি অন্ত কৰিব নোৱাৰে। নিজৰ পীত-বস্ত্ৰত বান্ধি লৈ গৈ ঘোঁৰাক দানা-পানী আদি দিয়া সেই পাৰ্থ সাৰথিৰ চিত্ৰ নিজৰ চকুৰ আগত থিয় কৰক আৰু কৰ্ম্মযোগৰ আনন্দময় কল্পনা অনুভৱ কৰক। প্ৰত্যেক কৰ্ম্মকে আধ্যাত্মিক উচ্চতৰ পাৰমাৰ্থিক কৰ্ম্ম বুলি ভাবিব লাগে।

খাদীৰ কামলৈকে মন কৰক ; কান্ধত খাদীৰ থান লৈ ফেৰী কৰি অৰ্থাৎ বেচি ফুৰোঁতাসকলৰ জানো আমনি নেলাগে? নেলাগে, কিয়নো তেওঁলোকে এই চিন্তাত বিভোৰ হৈ থাকে যে আমি আমাৰ দেশত থকা, ভাত-কাপোৰৰ আকালত পৰা কোটি কোটি ভাই-ভনীক খুৱাব-পিন্ধাব লাগিব। তেওঁ এগজো খাদী বেচা মানে সমস্ত দৰিদ্ৰ নাৰায়ণক সমবেদনা জনোৱা।

## (১২) কৰ্ম্মযোগৰ ত্ৰিবিধ প্ৰয়োজন

নিষ্কাম কৰ্ম্মযোগৰ অদ্ভুত শক্তি আছে। এনেকুৱা কামৰ দ্বাৰাই ব্যক্তি আৰু সমাজ উভয়ৰে কল্যাণ হয়। স্ব-ধৰ্ম্ম পৰায়ণ কৰ্ম্মযোগীৰ দেহযাত্ৰাতো চলিয়েই থাকে ; কিন্তু তেওঁ সদায় কৰ্ম্ম ব্যস্ততাৰ মাজত থকাৰ কাৰণে শৰীৰ সুস্থ আৰু সবল হৈ উঠে। ফলত যি সমাজত তেওঁ বাস কৰে সেই সমাজৰ যোগ-ক্ষেম অৰ্থাৎ জীৱন নিৰ্ব্বাহ উত্তমৰূপে হবলৈ ধৰে। কৰ্ম্মযোগী খেতিয়কে বেছি টকা-পইচা পোৱাৰ আশাৰে, আফু, ভাং, ধপাত আদিৰ খেতি নকৰে, কিয়নো তেওঁৰ সকলো কামৰ সম্বন্ধ সমাজকল্যাণৰ লগত জড়িত থাকে। স্ব-ধৰ্ম্মৰূপী কৰ্ম্ম সমাজৰ কাৰণে হিতকাৰী হবই। যি বেপাৰীয়ে এইটো মানি লব যে মোৰ এই ব্যৱসায়ৰূপী কৰ্ম্ম সমাজৰ কল্যাণৰ কাৰণেহে, তেওঁ কেতিয়াও বিদেশী কাপোৰ নেবেচিব। তেওঁৰ বেপাৰ-বাণিজ্য সমাজোপকাৰক হব। নিজক পাহৰি ওচৰ-চুবুৰীয়াৰ লগত মিলি যাব পৰা কৰ্ম্মযোগীয়ে যি সমাজত জন্ম গ্ৰহণ কৰিব সেই সমাজত সু-ব্যৱস্থা, সমৃদ্ধি আৰু প্ৰসন্নতা আদিয়ে বিৰাজ কৰিব।

কৰ্ম্মযোগীৰ কৰ্ম্মৰ ফল স্বৰূপে তেওঁৰ জীৱন নিৰ্ব্বাহ হয়, দেহ আৰু বুদ্ধি সতেজ হয়। তাৰপৰা সমাজৰো কল্যাণ হয়। এই দুয়োটা ফলৰ বাহিৰেও চিত্ত-শুদ্ধিৰূপী মহান্ ফল তেওঁ লাভ কৰে। কথিত আছে যে 'কৰ্ম্মনা শুদ্ধিঃ'। কৰ্ম্ম চিত্ত-শুদ্ধিৰ উপকৰণ ; কিন্তু সৰ্ব্বসাধাৰণে যি কাম কৰে সি সাধাৰণ কাম নহয়। কৰ্ম্মযোগীয়ে যি মন্ত্ৰপুত কৰা কৰ্ম্ম কৰে, তাৰ দ্বাৰাইহে চিত্ত-শুদ্ধি হয়। মহাভাৰতত তুলাধাৰ বৈশ্যৰ এটা গল্প আছে। জাজলি নামে এজন ব্ৰাহ্মণ তুলাধাৰৰ ওচৰলৈ জ্ঞান লাভ কৰিবলৈ গৈছিল। তুলাধাৰে তেওঁক দেখা পাই কলে "ভাই! এই পাল্লাখনৰ দাণ্ডিডাল সকলো সময়তে পোন কৰি ধৰিব লাগে।" এই বাহ্যকৰ্ম্ম কৰোতে কৰোতে

তুলাধাৰৰ মনো সৰল হৈ পৰিল। দোকানলৈ সৰু ল'ৰা বা ডাঙৰ মানুহ যিয়েই নাহক, সকলোৰ কাৰণে পাল্লাৰ দাণ্ডি সমান আছিল। অকণো হেৰ্-ফেৰ্ নাছিল। কৰ্ম্মৰ প্ৰভাৱ মনৰ ওপৰত পৰে। কৰ্ম্মযোগীৰ কৰ্ম্ম এক প্ৰকাৰৰ জপ বুলিয়েই ধৰি লওক। তাৰ দ্বাৰাই তেওঁৰ চিত্ত-শুদ্ধি হয় আৰু নিৰ্ম্মল চিত্তত জ্ঞানৰ প্ৰতিবিম্ব পৰে। নিজৰ বিবিধ কৰ্ম্মৰ দ্বাৰাই কৰ্ম্ম-যোগীয়ে অন্তত জ্ঞান-লাভ কৰে। পাল্লাৰ দাণ্ডিৰ দ্বাৰাই তুলাধাৰে সমবৃত্তি লাভ কৰিছিল। এজন নাপিতে মূৰ খুৰাই আছিল। আনৰ মূৰৰ মলি গুচাওঁতে গুচাওঁতে তেওঁৰ জ্ঞান হ'ল—"চোঁৱা মই আনৰ মূৰৰ মলি গুচাইছোঁ, কিন্তু কেতিয়াবা মই মোৰ মূৰৰ বা বুদ্ধিৰ মলি গুচাবলৈ চেষ্টা কৰিছোঁনে?" এনেকুৱা আধ্যাত্মিক ভাষাৰ বিকাশ তেওঁৰ সেই কামৰ দ্বাৰায়েই হৈছিল। পথাৰৰ বন-জাবৰ গুচাওঁতে গুচাওঁতে কৰ্ম্মযোগীৰ মনত, নিজেই নিজৰ অন্তৰৰ কামনা আৰু বিকাৰৰূপী জাবৰ গুচুৱাৰ বুদ্ধি ওপজে। কেঁচামাটি খচি খচি সমাজক পকী চৰু-কলহ দিওঁতা গোৰা-কুমাৰে তাৰপৰা এই শিক্ষা পাইছে যে ময়ো মোৰ জীৱনৰূপী কলহটো পকা কৰি লোৱা উচিত। এইদৰেই তেওঁ কলহ পাগত উঠিছেনে নাই উঠা তাক টুকুৰিয়াই টুকুৰিয়াই পৰীক্ষা কৰি চাওঁতে চাওঁতে সাধু-সন্ত সকলবো পৰীক্ষক হৈ পৰে। ইয়াৰ দ্বাৰাই এইটোৱেই প্ৰমাণিত হৈছে যে কৰ্ম্ম-যোগীয়ে যি যি কৰ্ম্ম বা ব্যৱসায় কৰে, তাৰ ভাষাৰ পৰাই তেওঁ দিব্য জ্ঞান লাভ কৰে। সি আচলতে কৰ্ম্ম নহয়, তেওঁৰ আধ্যাত্ম-শালা হে! তেওঁৰ সেই কৰ্ম্ম উপাসনাময় আৰু সেৱাময় আছিল। সেইবিলাক দেখাত ব্যৱহাৰিক যেনেই লাগিছিল, কিন্তু বাস্তৱতে সি আধ্যাত্মিক হে আছিল।

কৰ্ম্মযোগীৰ কৰ্ম্মৰপৰা আৰু এটা উত্তম ফল পোৱা যায় আৰু সি হৈছে সমাজৰ কাৰণে পোৱা এটা সজ আদৰ্শ। এওঁৰ জন্ম আগেয়ে হৈছে, তেওঁৰ পিচত হৈছে এনেকুৱা কথা সমাজত আছেই। আগেয়ে জন্ম হোৱা জন, পিচত জন্মা জনৰ উদাহৰণ স্বৰূপ হব লাগে। ককায়েকে ভায়েকৰ, মাক-বাপেকে, ল'ৰা-ছোৱালীৰ, নেতাই অনুগামীৰ, গুৰুৱে শিষ্যৰ আগত আচৰণৰ দ্বাৰাই নিজৰ উদাহৰণ দাঙি ধৰাৰ দায়িত্ব আছে। এনেকুৱা উদা-হৰণ কৰ্ম্মযোগীৰ বাহিৰে আন কোনে উত্থাপিত কৰিব পাৰে?

কৰ্ম্মযোগী সদায় কৰ্ম্মতে ব্যস্ত থাকে, কিয়নো কাম কৰিয়েই হে তেওঁ

আনন্দ পায়। ইয়াৰ দ্বাৰা সমাজত দম্ভ আদি বাঢ়িব নোৱাৰে। যদিও কৰ্ম্ম-যোগী সদায় সন্তুষ্ট, তথাপি কাম নকৰা কৈ থাকিব নোৱাৰে। তুকাৰামে কৈছে—"ভজন কৰি কৰিয়েই ভগৱানক পালো, তেনেহলে মই জানো এতিয়া ভজন কৰিবলৈ এৰি দিম? ভজনতো এতিয়া আমাৰ কাৰণে সহজ ধৰ্ম্ম হৈ পৰিছে।"

পহলে জোড়া সন্ত সংগ। তুকা হুআ পাণ্ডুৰংগ!
ভজনকা তাঁত টুটে ক্যোঁ, মুল স্বভাব ছুটে ক্যোঁ?

কৰ্ম্মৰ জখলাবে উঠি মুধ পাইছে গৈ তথাপি কৰ্ম্মযোগীয়ে জখলা এৰি দিয়া নাই। তেওঁ তাক এৰিব নোৱৰেও। তেওঁৰ ইন্দ্ৰিয়সমূহ সেই কামত একেবাৰেই অভ্যস্ত হৈ পৰিছে। এইদৰেই তেওঁ স্ব-ধৰ্ম্ম কৰ্ম্মৰূপী সেৱা জখলাৰ গুৰুত্ব সমাজৰ হতুৱাই প্ৰতিপাদন কৰি থাকে। সমাজৰ পৰা ছল-কপটতাক আঁতৰ কৰিব পৰাটো এটা বৰ ডাঙৰ কাম। কপটাচাৰ আৰু বৰ্ব্বৰতাতেই সমাজ ডুব গৈ থাকে। জ্ঞানীয়ে যদি নিশ্চিন্ত হৈ বহি থাকে তেন্ত তেওঁলোককে দেখি আনেও হাত সাবাটি বহি থাকিব। জ্ঞানী নিত্য-তৃপ্ত হোৱাৰ কাৰণে আন্তৰিক সুখত নিমগ্ন হৈ শান্ত-শিষ্টভাৱে বহি থাকিব; কিন্তু আন মানুহে অন্তৰৰ পৰা কান্দিলেও কৰ্ম্ম শূন্য হে হ'ব। এজন অন্তৰ্তৃপ্ত হোৱা বাবে সুস্থ আৰু আনজনৰ মন কষ্টত থকা সত্বেও সুস্থ। এনেকুৱা অৱস্থা বৰ ভয়ানক। ইয়াৰ দ্বাৰাই দম্ভ আৰু পাষণ্ডামি বঢ়াৰ সম্ভাৱনা থাকে। এই নিমিত্তে সন্তসকলে উচ্চ শিখৰ পোৱা সত্বেও সাধনাৰ পাল্লা বৰ সতৰ্কতাৰে সৈতে ধৰি ৰাখে আৰু আমৰণ স্ব-কৰ্ম্মকেই কৰি থাকে। ল'ৰা-ছোৱালীয়ে দৰা-কন্যা খেলা দেখিলে আনন্দ পায়। এই-বিলাক যে কৃত্ৰিম খেলা-ধুলা তাক তেওঁ জানি শুনিও খেলাত যোগ দি সিহঁ-তৰ ৰুচি উৎপন্ন কৰে। মাকে যদি সিহঁতৰ খেলাত যোগ নিদিয়ে তেন্তে সিহঁতে সিমান আনন্দ নেপাব। কৰ্ম্মযোগীয়ে তৃপ্ত হৈ হে কৰ্ম্মত্যাগ কৰে। আনে আকৌ অতৃপ্ত হৈ থকা সত্বেও কৰ্ম্ম ত্যাগ কৰিব, কিন্তু তেওঁলোকৰ মন সদায় ভোকাতুৰ আৰু নিৰানন্দ হৈ থকা স্বাভাৱিক।

কৰ্ম্মযোগীয়ে সাধাৰণ মানুহৰ দৰেই কৰ্ম্ম কৰি থাকে। তেওঁ এইটো নেভাবে যে মই এজন বিশেষ মানুহ। আনত কৈ অনেক গুণে বেছি পৰিশ্ৰম তেওঁ কৰে। অমুক কামটো পাৰমাৰ্থিক বুলি তাত চাব-মোহৰ লগাবৰ কোনো

আৱশ্যক নকৰে। কাম কৰি তাক জাহিৰ কৰাটো নিষ্প্ৰয়োজন ; যদি তুমি উত্তম ব্ৰহ্মচাৰী হোৱা তেন্তে তোমাৰ কামত আনত কৈ এশ গুণ বেছি উৎসাহ দেখিবলৈ পাব লাগিব। খাবলৈ কম পালেও কাম তিনি গুণ বেছিকৈ হোৱাটো কৰিব লাগে। তোমাৰ দ্বাৰাই সমাজৰ সেৱা বেছি হোৱা উচিত। তোমাৰ দ্বাৰাই ব্ৰহ্মচৰ্য্য আচাৰ-ব্যৱহাৰৰ দ্বাৰাই ফুটাই তুলিবলৈ চেষ্টা কৰিবা চন্দনৰ সু-গন্ধ বাহিৰত বিয়পিবলৈ দিয়া।

সাৰাংশ হৈছে এই যে, কৰ্ম্মযোগীয়ে ফলৰ কামনা ত্যাগ কৰিলে অনন্ত গুণ ফল পায়, তেওঁৰ দেহ-যাত্ৰা চলিয়েই থাকিব, শৰীৰ আৰু বুদ্ধি সতেজ হৈ উঠিব। যি সমাজত তেওঁ থাকিব সেই সমাজ সুখী হব। তেওঁৰ চিত্ত শুদ্ধ হব আৰু নিৰ্ম্মল জ্ঞানো লাভ কৰিব আৰু সমাজৰ পৰা ঠগ-প্ৰৱঞ্চনা, ছল-চাতুৰি আদি নিৰ্ম্মূল হৈ সামাজিক জীৱন পৱিত্ৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হব। ই কৰ্ম্মযোগৰ অনুভৱ সিদ্ধ কথা।

## (৩) কৰ্ম্মযোগ-ব্ৰতৰ অন্তৰায়

কৰ্ম্মযোগীয়ে নিজৰ কাম আনতকৈ উৎকৃষ্ট উপায়েৰে কৰিব। কিয়নো তেওঁৰ কাৰণে কৰ্ম্মই উপাসনা আৰু কৰ্ম্মই পূজা-বিধি। মই ভগৱানৰ পূজা কৰিছিলো। পিচত পূজাৰ নৈবেদ্য প্ৰসাদ ৰূপে পাইছিলো। তেনেহলে কি এই নৈবেদ্য সেই পূজাৰেই ফল? যি নৈবেদ্যৰ কাৰণে পূজা কৰিব তেওঁ প্ৰসাদৰ ভাগ অচিৰে পাব। কিন্তু যি কৰ্ম্মযোগী তেওঁ নিজৰ পূজা-কৰ্ম্মৰ দ্বাৰাই পৰমেশ্বৰৰ দৰ্শন ৰূপীফল বাঞ্ছা কৰে। তেওঁ সেই কৰ্ম্মৰ মূল্য ইমান কম বুলি নেভাবে যে তাৰ মূল্য স্বৰূপে অকল প্ৰসাদকেই পাব। তেওঁ নিজৰ কামৰ মূল্য কম বুলি নেভাবে আৰু নিজৰ কৰ্ম্মক স্থূলে জোখেৰেও নোজোখে। যাৰ দৃষ্টি স্থূলে তেওঁ ফলো স্থূলকেই পায়। খেতি সম্পৰ্কে এটা প্ৰবাদ আছে "গহৰা বো পৰ গিলা বো।" অকল দ কৈ চহালেই কামত নাহিব তলৰ জেকা ভাগে ভেদিব লাগিব। গভীৰতা আৰু আৰ্দ্ৰতা দুয়োটাৰ সংযোগ হলে হে শস্যৰ গুটি বেছিকৈ লাগে। এতেকে কৰ্ম্মৰ গভীৰ অৰ্থাৎ উৎকৃষ্ট হব লাগে। তাত ঈশ্বৰ ভক্তি, ঈশ্বৰাৰ্পণতা ৰূপী সিক্ততা থাকিব লাগে। কৰ্ম্মযোগীয়ে, নিবিষ্ট কৰ্ম্ম কৰি ঈশ্বৰাৰ্পণ কৰে।

পৰমাৰ্থ সম্পৰ্কে কিছুমান অলীক কল্পনাই আমাৰ অন্তৰত ঠাই পাইছে।

মানুহে ভাবে যে পৰমাৰ্থী হৈ গ'লে আৰু হাত-ভৰি লৰাবৰ আৱশ্যক নকৰে, কোনো কাম-কাজ কৰিবৰো প্ৰয়োজন নাই। কোৱা শুনা যায় "যি খেতি কৰে, তাত বয়, তেওঁ আৰু পৰমাৰ্থী হব কেনেকৈ? কিন্তু এইটো হ'লে কোনেও নোসোধে যে 'যি আহাৰ কৰে তেওঁ পৰমাৰ্থী হব কেনেকৈ?' কৰ্ম্মযোগীসকলৰ পৰমেশ্বৰেতো কৌতিয়াবা ঘোঁৰাৰ আল-পৈচান ধৰে, ৰাজসূয় যজ্ঞৰ সময়ত খোৱা-পাত পেলায়, হাবিত গৰু চৰাবলৈ যায়। সেই শ্বাৰকানাথ যেতিয়া গোকুললৈ গৈছিল তেতিয়া বংশী বজাই বজাই গৰু চৰাইছিল। সন্তসকলে ঘোঁৰা প্ৰতিপালন কৰোঁতা, ৰথ চলাওঁতা, খোৱা-পাত পেলাওঁতা, ঠাই মচোঁতা, কৰ্ম্মযোগী পৰমেশ্বৰক থিয় কৰিছে আৰু তেওঁলোকে নিজেও কোনোৱে কুমাৰৰ কাম, কোনোৱে তাঁতীৰ কাম, কোনোৱে মালীৰ কাম, কোনোৱে ধান-বনা, আটাপিহা কাম, কোনোৱে বণিয়া, কোনোৱে নাপিত, কোনোৱে মুচিয়াৰ-চণ্ডালৰ কাম কৰিয়েই মুক্তি লাভ কৰিছে।

এনেকুৱা দিব্য কৰ্ম্মযোগী ব্ৰতৰ দ্বাৰা মানুহ দুটা কাৰণত বিচলিত হয়। এই অনুক্ৰমে ইন্দ্ৰিয়বিলাকৰ বিশিষ্ট স্বভাৱৰ প্ৰতি আমি বিশেষ ভাবে মনোযোগ দিয়া উচিত। আমাৰ ইন্দ্ৰিয়বিলাকে "আজি এইটো লাগে, কালিলৈ সেইটো লাগে" এনেকুৱা বাদ-বিবাদতে সদায় আৱদ্ধ হৈ থাকে। যিটো লাগে তাৰ প্ৰতি অনুৰাগ অৰ্থাৎ প্ৰীতি, আৰু যিটো নেলাগে তাৰ প্ৰতি মনত বিদ্বেষ ভাৱ উৎপন্ন হয়। এনেভাবেই এই ৰাগ-দ্বেষ, কাম-ক্ৰোধ আদিয়ে মানুহক খুলি খুলি খাইছে। এনেকৈ চালে কৰ্ম্মযোগ কিমান বঢ়িয়া, কিমান ৰমণীয়, কিমান অনন্ত ফল প্ৰসৱিনী। কিন্তু এই কাম-ক্ৰোধেই, "ইয়াক লোৱা, তাক এৰা" আদি বিবাদৰ সৃষ্টি কৰিছে আৰু সি দিনে-ৰাতিয়ে আমাৰ পাচ নেৰা হৈছে। এই কাৰণে এই অধ্যায়ৰ শেষ ভাগত ভগৱানে বিপদ সঙ্কেত ধ্বনি কৰিছে যে, ইয়াৰ সঙ্গ ত্যাগ কৰা, ইয়াৰপৰা আঁতৰি থকা। স্থিত-প্ৰজ্ঞ যেনে সংযমৰ প্ৰতিমূৰ্ত্তি কৰ্ম্মযোগীও ঠিক তেনেই হোৱা উচিত।

দেওবাৰ, ৬-৩-'৩২

# চতুৰ্থ অধ্যায়

## (১৪) কৰ্ম্মক বিকৰ্ম্মক লগ লাগে

বন্ধুসকল, আগৰ অধ্যায়ত আমি নিষ্কাম কৰ্ম্মযোগৰ বিষয়ে আলোচনা কৰি আহিছোঁ। স্ব-ধৰ্ম্মক এৰি যদি আমি অবান্তৰ ধৰ্ম্ম গ্ৰহণ কৰোঁ তেন্তে নিষ্কামতা ৰূপী ফল লাভ কৰাটো অসম্ভৱেই বুলি কব লাগিব। স্বদেশী মাল বেচাটো হৈছে বেপাৰীৰ স্ব-ধৰ্ম্ম। কিন্তু এই স্ব-ধৰ্ম্মক এৰি যেতিয়া তেওঁ সাত সাগৰ তেৰ নৈৰ সিপাৰৰ বিদেশী মাল বেচিবলৈ ধৰে, তেতিয়া তেওঁৰ আগত একমাত্ৰ লক্ষ্য এইটোৱেই থাকে যে তেওঁ তাত বেছিকৈ লাভ কেনেকৈ কৰিব? তেতিয়া সেই কামলৈ নিষ্কামতা ক'ৰপৰা আহিব? এতেকে কৰ্ম্মক নিষ্কাম কৰিবৰ কাৰণে স্ব-ধৰ্ম্ম পালন কৰাটো অতি প্ৰয়োজনীয়। কিন্তু এই স্ব-ধৰ্ম্মাচৰণো 'সকাম' হব পাৰে। অহিংসাৰ কথাকেই লোৱা যাওক বাৰু। যি অহিংসাৰ উপাসক, তেওঁলোকৰ কাৰণে হিংসা বৰ্জ্জনীয়। কিন্তু ওপৰে ওপৰে অহিংসক যেন দেখিলেও ভিতৰি হিংসুক হব পাৰে। কাৰণ হিংসা হৈছে মনৰ এটা ধৰ্ম্ম। দেখা-দেখি ভাৱে হিংসা কৰ্ম্ম নকৰিলেই যে মন অহিংসাময় হৈ পৰিব এনে নহয়। তৰোৱাল হাতত ললে হিংসা বৃত্তি অনায়াসে আহি পৰে, সেই বুলি তৰোৱাল ত্যাগ কৰিলেই মানুহ অহিংসা হব নোৱাৰে। ঠিক এনেকুৱা কথাই স্ব-ধৰ্ম্মাচৰণতো খাটে। নিষ্কামতাৰ কাৰণে পৰধৰ্ম্মৰ পৰা আঁতৰি থাকিবই লাগিব। কিন্তু সি নিষ্কামতাৰ আৰম্ভণিহে মাত্ৰ। ইয়াৰ দ্বাৰাই আমি লক্ষ্যৰ ওচৰ চাপিব নোৱাৰো।

নিষ্কামতা মনৰ ধৰ্ম্ম। ইয়াৰ উৎপত্তিৰ কাৰণে একমাত্ৰ স্ব-ধৰ্ম্মাচৰণ ৰূপী উপকৰণেই যথেষ্ট নহয়। আন আন আহিলাপাতিৰো সহায় লব লগা হয়। অকল তেল-শলাকানিৰেই চাকি নজ্বলে। তাৰ কাৰণে জ্যোতি অৰ্থাৎ পোহৰৰো আৱশ্যক। জ্যোতি হলেহে এন্ধাৰ দূৰ হব। এই জ্যোতি প্ৰজ্বলনৰ উপায় কি? ইয়াৰ কাৰণে মানসিক সংস্কাৰৰ আৱশ্যক। আত্ম-পৰীক্ষাৰ দ্বাৰাই চিত্তৰ মলিনতা, জাবৰ-জোঁথৰ ধুই পেলাব লাগে। তৃতীয় অধ্যায়ৰ অন্তত ভগৱানে এই গুৰুত্ব পূৰ্ণ কথাখিনি কৈছিল। তাৰপৰাই চতুৰ্থ অধ্যায়ৰ সূত্ৰপাত হয়।

গীতাত "কৰ্ম্ম" শব্দ "স্ব-ধৰ্ম্মৰ" অৰ্থত ব্যৱহৃত হৈছে। আমাৰ মতে খোৱা, পিয়া, শোৱা এই সকলোবিলাকেই কৰ্ম্ম, কিন্তু গীতাৰ "কৰ্ম্ম" শব্দই এইবিলাক ক্ৰিয়াক নুবুজায়। গীতাত "কৰ্ম্ম" মানে স্ব-ধৰ্ম্মাচৰণ। কিন্তু এই স্ব-ধৰ্ম্মাচৰণৰূপী কৰ্ম্ম কৰাৰ পিচতে নিষ্কামতা প্ৰাপ্তিৰ কাৰণে আৰু এটা গুৰুত্বপূৰ্ণ বস্তুৰ সহায়ৰ আৱশ্যক। সিয়েই হৈছে কাম আৰু ক্ৰোধক জয় কৰা। চিত্ত যেতিয়ালৈকে গংগা জলৰ দৰে নিৰ্ম্মল আৰু প্ৰশান্ত হৈ নপৰিব তেতিয়ালৈকে নিষ্কাম ভাবো আহিব নোৱাৰিব।

এইদৰে চিত্ত-শুদ্ধিৰ কাৰণে যি যি কৰ্ম্ম কৰা হয় তাক গীতাই বিকৰ্ম্ম বোলে। কৰ্ম্ম, বিকৰ্ম্ম আৰু অকৰ্ম্ম এই তিনিওটা শব্দ চতুৰ্থ অধ্যায়ত বৰ মহত্ত্ব পূৰ্ণ। কৰ্ম্মৰ অৰ্থ হৈছে স্ব-ধৰ্ম্মাচৰণৰ বাহ্য স্থূল ক্ৰিয়া। এই বাহ্য ক্ৰিয়াত চিত্তক সংযোগ কৰাটোৱেই হৈছে বিকৰ্ম্ম। বাহিৰত আমি কাৰোবাক নমস্কাৰ কৰো কিন্তু সেই বাহিৰত মূৰ দোঁওৱা ক্ৰিয়াৰ লগত যদি ভিতৰৰ মনো দোঁ-নেখায়, তেন্তে সেই বাহ্য ক্ৰিয়া নিৰৰ্থক। অন্তৰ্বাহ্য, ভিতৰ-বাহিৰ দুয়োটা একে হোৱা উচিত। বাহিৰত মই শিৱ-লিংগৰ ওপৰত জল-ধাৰা বৰিষণ কৰি অভিষেক কৰো। কিন্তু জল-ধাৰাৰ লগে লগেই যদি মানসিক চিন্তাৰ ধাৰাও অখণ্ডৰূপে চলি নেথাকে তেন্তে সেই অভিষেকৰেই বা মূল্য থাকিব কি? এনেকুৱা অৱস্থাত সেই শিৱ লিংগও শিল আৰুময়ো শিলেই। এটা শিলৰ ওচৰলৈ আন এটা শিল যোৱাৰ নিচিনাই হব ইয়াৰ অৰ্থ। নিষ্কাম কৰ্ম্ম-যোগ তেতিয়াহে সিদ্ধি হব পাৰিব, যেতিয়া আমাৰ বাহ্য কৰ্ম্মৰ লগত অন্তৰৰ পৰা চিত্ত-শুদ্ধি ৰূপী কৰ্ম্মৰো সংযোগ হব।

"নিষ্কাম কৰ্ম্ম" এই শব্দ প্ৰয়োগত 'কৰ্ম্ম' পদত কৈ নিষ্কাম পদৰ মহত্ত্ব বেছি। যেনেকৈ 'অহিংসাত্মক অসহযোগ'শব্দৰ প্ৰয়োগত অসহযোগত কৈ অহিংসাত্মক বিশেষণেই মহত্ত্ব পূৰ্ণ। অহিংসাক বাদ দি যদি অকল অসহ-যোগকেইহে অৱলম্বন কৰা যায়, তেন্তে সি এক ভয়ঙ্কৰ বস্তু হৈ পাৰিব। সেইদৰেই স্ব-ধৰ্ম্মাচৰণ ৰূপী কৰ্ম্ম কৰোঁতে যদি মনৰ বিকৰ্ম্মতা তাত যুক্ত নহয় তেন্তে তাক ভুৱা বুলিহে কব লাগিব।

আজি যিসকলে সাৰ্ব্বজনিক সেৱা কৰিছে তেওঁলোকে স্ব-ধৰ্ম্মকেই হে আচৰণ কৰা হৈছে। যেতিয়া মানুহ দৰিদ্ৰ কঙাল আৰু দুঃখী কিম্বা

বিপদাপন্ন হয় তেতিয়া তেওঁলোকক সেৱাৰ যোগেদি সুখী কৰিবলৈ বিচৰাটোৱেই হৈছে—প্ৰৱাহ প্ৰাপ্ত ধৰ্ম্ম। সেই বুলি এইটো ধৰি লব নেলাগে যে যিমানবিলাক মানুহে সাৰ্ব্বজনিক সেৱাৰ কাম কৰে, সেই আটাইবিলাকেই কৰ্ম্মযোগী। লোকসেৱা কৰিবলৈ গৈ তেওঁলোকৰ মনত যদি শুদ্ধ ভাবৰ উদয় নহয়, তেন্তে সেই লোক-সেৱা ভয়ানক হোৱাৰো সম্ভাৱনা আছে। নিজৰ পৰিয়ালৰ সেৱাত ব্যস্ত থাকোঁতে আমি যিমানবিলাক অহঙ্কাৰ দ্বেষ-মৎসৰ আৰু স্বাৰ্থ আদিৰ বিকাৰ উৎপন্ন কৰো ঠিক সিমান বিলাকেই লোকসেৱাতো আমি উৎপন্ন কৰোঁ আৰু আজি-কালিৰ লোক-সেৱাৰ-মণ্ডলবিলাকত আমি তাৰ প্ৰত্যক্ষ দৰ্শন কৰিবলৈ পাওঁ।

## (১৫) উভয় সংযোগৰ পৰা অকৰ্ম্মৰ স্ফোট

কৰ্ম্মৰ লগত মনৰো মিলন হব লাগে। মনৰ এই মিলনকে গীতাই "বিকৰ্ম্ম" বোলে। বাহিৰৰটো স্ব-ধৰ্ম্মৰূপী সাধাৰণ কৰ্ম্ম আৰু ই আন্তৰিক বিশেষ কৰ্ম্ম। এই বিশেষ কৰ্ম্ম নিজৰ নিজৰ মানসিক আৱশ্যকতা অনুসৰি বেলেগ বেলেগ ধৰণৰ হয়। উদাহৰণ স্বৰূপে বিকৰ্ম্মৰ এনেকুৱা অনেক প্ৰকাৰৰ কথা চতুৰ্থ অধ্যায়ত কৈ অহা হৈছে। তাকে বিস্তৃত ভাৱে ষষ্ঠ অধ্যায়ৰ পৰাই বৰ্ণনা কৰা হৈছে। এই বিশেষ কৰ্ম্মৰ—এই মানসিক সঙ্গতিৰ সংযোগ যেতিয়া আমি কৰিব পাৰিম, তেতিয়াহে তাত নিষ্কামতাৰ জ্যোতি ফুটি উঠিব। কৰ্ম্মৰ লগত যেতিয়া বিকৰ্ম্মৰ সংযোগ হয়, তেতিয়াই আমাৰ অন্তৰত নিষ্কামতাৰ জেউতি লাহে লাহে বিৰিঙি উঠিবলৈ ধৰে। যদি দেহ আৰু মন দুটা বেলেগ বস্তু হয়, তেন্তে উপকৰণো দুয়োটাৰ কাৰণে বেলেগেই হব লাগিব। এই দুয়োটাৰ ভিতৰত যেতিয়া সামঞ্জস্য স্থাপ হব তেতিয়া লক্ষ্য আমাৰ হাতৰ মুঠিলৈ আপোনা-আপুনি গুচি আহিব। মন আৰু দেহ দুয়োটা যাতে বিপৰীত দিশলৈ যাব নোৱাৰে, তাৰ কাৰণে শাস্ত্ৰকাৰ সকলে দুটা পথ দেখুৱাইছে। ভক্তি যোগত বাহিৰত তপ আৰু ভিতৰত জপৰ ব্যৱস্থা আছে। উপবাস আদি বাহিৰৰ তপ চলি থাকোতে যদি ভিতৰৰ মানসিক জপো লগে লগে চলি নেথাকে তেন্তে সেই সমস্ত তপ অথলে গ'ল বুলি ধৰিব লাগে। তপ সম্বন্ধে মোৰ ভাব অনবৰতে জ্বলি থাকিব লাগে আৰু তাৰ প্ৰকাশ চাৰিওফালে বিয়পি পৰিব লাগে।

'উপবাস' শব্দৰ অৰ্থই হৈছে, ভগৱানৰ ওচৰত বহা। এই কাৰণে আমাৰ চিত্ত পৰমাত্মাৰ সমীপত থাকিব লাগে আৰু বাহিৰা ভোগ-বিলাসৰ দুৱাৰ বন্ধ কৰি ৰাখিব লাগে। কিন্তু বাহিৰৰ পৰা বিষয়-বাসনা পৰিত্যাগ কৰি যদি মনেৰে ভগৱানৰ চিন্তা নকৰে তেন্তে সেই বাহিৰা উপবাসৰেই বা মূল্য থাকিব কি? ঈশ্বৰ চিন্তা নকৰি যদি সেই সময়ত খোৱা-পিয়া বস্তুৰ বিষয়েহে চিন্তা কৰে, তেন্তে সি বৰ ভয়ংকৰ ভোজন হৈ পৰিব। এই যি মানসিক ভোজন পোৱা হ'ল আৰু মনত যি বিষয়-বাসনা সম্বন্ধীয় চিন্তা চলি আছিল, তাত কৈ আৰু ভয়ংকৰ বস্তু আন একো নাই। তন্ত্ৰৰ লগত মন্ত্ৰও থাকিব লাগে। অকল বাহ্যিক তন্ত্ৰৰ কোনো মহত্ত্ব নাই আৰু অকল কৰ্ম্মহীন মন্ত্ৰৰো মূল্য নাই। হাতেৰে প্ৰত্যক্ষ সেৱা আৰু অন্তৰত সেৱাৰ ভাব থাকিলেহে আমাৰ হাতলৈ প্ৰকৃত সেৱা আহিব। যদি বাহ্যিক কৰ্ম্মত হৃদয়ৰ আৰ্দ্ৰতা নেথাকে, তেন্তে সেই স্ব-ধৰ্ম্মাচৰণ নীৰস হৈ পৰিব। তাত নিষ্কামতাৰূপী ফল-ফুল নেলাগিব। ধৰি লওক, আমি কোনো ৰোগীৰ সেৱা-শুশ্ৰূষাৰ কাম আৰম্ভ কৰিছোঁ, কিন্তু সেই সেৱা কাৰ্য্যৰ লগত যদি মনত কোমল দয়াৰ ভাব নেথাকে, তেন্তে সেই ৰোগী-সেৱাও নীৰস যেন লাগিব আৰু তাক কৰিবলৈকো মন নোযোৱা হব। টানি-মানি কৰিবলৈ ললেও মনলৈ বিৰক্তিৰ ভাব। আহিব আৰু তাক এটা বোজা যেনহে লাগিব। ৰোগীৰ মনতো, সেই সেৱা বোজা যেনেই লাগিব। তাত যদি মনৰ সহযোগ নেথাকে তেন্তে তাৰপৰা অহঙ্কাৰৰ হে সৃষ্টি হব। 'মই আজি তেওঁৰ কাম কৰিলো; তেওঁ সময় মতে মোক সহায় কৰা উচিত। তেওঁ মোৰ গুণ, গৌৰৱ আৰু যশস্যা আদিৰ কীৰ্ত্তন কৰিব লাগে—আদি আশা মনত উদয় হব। অথবা আমি অতীষ্ঠ হৈ ক'ম, মই এওঁৰ ইমান সেৱা শুশ্ৰূষা কৰিলো তথাপি এওঁ খেচ্‌খেচাই থাকে। ৰোগাক্ৰান্ত মানুহ এইদৰেই খিংখঙীয়া হয়। প্ৰকৃত সেৱা ভাব নথকা এনেকুৱা খিংখঙীয়া স্বভাৱৰ কাৰণে সেৱকৰ মন বিচলিত নহৈ নোৱাৰে।

কৰ্ম্মৰ লগত যেতিয়া আন্তৰিক ভাৱৰ মিলন হয় তেতিয়া সেই কৰ্ম্মই অন্যৰূপ লয়। তেল আৰু শলিতাৰ লগত যেতিয়া জ্যোতি বা জুইৰ সংযোগ হয়, তেতিয়াহে পোহৰ উৎপন্ন হয়। কৰ্ম্মৰ লগত বিকৰ্ম্মৰ মিলন হলেই নিষ্কাম ওপজে। বাৰুদত জুই লাগিলে বিস্ফোৰণ হয়। সেই বাৰুদত এটা শক্তি উৎপন্ন হয়। তাত বিকৰ্ম্মৰ শলিতা বা জুই লগালেই কাম হয়।

যেতিয়ালৈকে বিকৰ্ম্ম আহি লগ নেলাগে, তেতিয়ালৈকে কৰ্ম্ম জড়বৎ হৈ পৰি থাকে। তাত চৈতন্য নেথাকে। এবাৰ যদি তাত কেনেবাকৈ বিকৰ্ম্মৰ ফিৰিঙতি পৰিবলৈ পায় তেন্তে সেই কৰ্ম্মত এনেকুৱা এটা শক্তিৰ সৃষ্টি হব যি হয়তো বৰ্ণনাৰো অতীত। এক মুঠিয়া বাৰুদ জেপত নাইবা হাততে লৈ হলেও ধেমালি কৰি ফুৰা হয়, কিন্তু তাত যদি কেনেবাকৈ জুই লাগে তেন্তে গোটেই দেহাটোকে টুকুৰা-টুকুৰা কৰি পেলাব। স্ব-ধৰ্ম্মাচৰণৰ অনন্ত শক্তি এইদৰেই লুকাই থাকে। তাত বিকৰ্ম্মক সংযোগ কৰি চাওক তেতিয়া দেখিবলৈ পাব সৃজন আৰু বিনাশ কেনেকৈ হয়। সি কেনেবাকৈ ফুটি উঠিলে অহংকাৰ, কাম, ক্ৰোধ আদি ধ্বংস হব আৰু তাৰপৰা সেই পৰম জ্ঞানৰ উৎপত্তি হব। কৰ্ম্ম জ্ঞানৰ শলিতা। পৰি থকা এডাল প্ৰকাণ্ড শুকান কাঠত জুই লগাই দিলে, জুই লগাৰ পিচত সি দপ্-দপীয়া আঙঠাত পৰিণত হব। সেই কাঠ আৰু জুইৰ ব্যৱধান কিমান? আচলতে সিয়ো সেই কাঠৰেই হে জুই। কৰ্ম্মত বিকৰ্ম্ম ঢালি দিলে কৰ্ম্মক দিব্য যেন দেখা যায়! মাকে সন্তানৰ পিঠিত হাত বুলায়। আন এখন পিঠিত অন্য এখন হাত ঠিক সেইদৰেই বুলুৱা হৈছে। কিন্তু এই সাধাৰণ কামৰ দ্বাৰাই মাক—পুতেকৰ মনত যি ভাব উদয় হয়; তাৰ বৰ্ণনা কোনে কৰিব পাৰে? যদি কোনো লোকে এনেকুৱা এটা সিদ্ধান্ত উলিয়ায় যে "ইমান দীঘল-বহলৰ এখন পিঠিত, সমান ওজনৰ এখন কোমল হাত বুলালে একে আনন্দকে পোৱা যাব।" ই লম্বা-ধেমালিৰ নিচিনা হে হব। হাত বুলুৱা কথাটো অতি ক্ষুদ্ৰ, কিন্তু তাত মাকৰ অন্তৰ উবুৰিয়াই দিয়া হয়। বিকৰ্ম্মকো সেই দৰেই ঢালি দিয়া হয়। ইয়াৰ দ্বাৰাই তেওঁ অপূৰ্ব্ব আনন্দ পায়। তুলসীদাসৰ ৰামায়ণত এটা কথা আছে। বান্দৰবিলাকে ৰাক্ষসৰ লগত যুদ্ধ কৰি আহোঁতে তেওঁলোক বৰ আহত হৈছিল, গাৰ পৰা তেজ ওলাই আছিল। এনেতে প্ৰভু ৰামচন্দ্ৰ আহি পালে। এবাৰ মাত্ৰ তেওঁৰ প্ৰেমপূৰ্ণ দৃষ্টি পৰাত বান্দৰ হঁতৰ দুঃখ-যন্ত্ৰণা তৎক্ষণাৎ নাইকিয়া হৈ পৰিল। এতিয়া যদি আন মানুহে ৰামৰ সেই সময়ৰ চকুৰ চাৱনিৰ ছবি লৈ ঠিক সেই চাৱনিয়েই কাৰবাৰ ফালে চালেহেতেন, তেন্তে জানো তেওঁলোকৰ ওপৰত তেনে প্ৰভাৱ পৰিল হেতেন? এনেকুৱা কৰিবলৈ গ'লে হাঁহিয়াতৰহে পাত্ৰ হব লাগিব।

কৰ্ম্মৰ লগত যেতিয়া বিকৰ্ম্মৰ ঠিক ভাবে মিলন হয় তেতিয়া তাত শক্তিৰ

বিস্ফোৰণ হয় আৰু তাৰপৰাই অকৰ্ম্মৰ নিৰ্ম্মাণ হয়। খৰি পৰি ছাই হয়। ডাঙৰ ডাঙৰ কাঠৰ টুকুৰাবিলাকো জুইত দিয়াৰ পাচত এমুঠিমান মাত্র ছাই হৈ পৰে। আনন্দ মনেৰে তাক হাতত তুলি লৈ গোটেই গাত যিমান পাৰে ঘঁহি লওক। এইদৰেই কৰ্ম্মত বিকৰ্ম্মৰ জ্যোতি জ্বলাই দিলে শেষত অকৰ্ম্মই হৈ পৰে। ক'ত কাঠ আৰু ক'ত ছাই? কঃ কেন সম্বন্ধঃ! এতিয়া এই দুয়োটা বস্তুৰ গুণ-ধৰ্ম্মৰ সমতা একেবাৰেই লোপ পালে। অৱশ্যে এই-টোত কোনো সন্দেহ নাই যে এই ছায়ো সেই কাঠৰেই হে, অন্যৰ নহয়।

কৰ্ম্মত বিকৰ্ম্ম মিলাই দিলে অকৰ্ম্ম হয়, ইয়াৰ অৰ্থ কি? কৰ্ম্ম যে কোনোবাই কৰিছে তাক গম নোপোৱাটোৱেই হৈছে ইয়াৰ অৰ্থ। সেই কৰ্ম্মক বোজা যেন নেলাগে। কৰিও অকৰ্ত্তা হয়। গীতাই কৈছে—মৰিও তুমি নমৰা। মাকে ল'ৰা-ছোৱালীক মাৰে, এই কাৰণে তুমিও মাৰি চোৱাচোন বাৰু। তোমাৰ মাৰ সিহঁতে নসহিব। মাকে মাৰে, অথচ সিহঁতে মাকৰ আচলৰ আঁৰত হে মুখ লুকায় কান্দে; কিয়নো মাকৰ বাহ্যিক কৰ্ম্মত চিত্তশুদ্ধিৰ সামঞ্জস্য আছে। মাকে নিষ্কাম ভাবেৰে মাৰ-কিল কৰে। সেই কৰ্ম্মত তেওঁৰ স্বাৰ্থ নেথাকে। বিকৰ্ম্ম আৰু চিত্তশুদ্ধিৰ কাৰণে কৰ্ম্মৰ কৰ্ম্মত্ব উৰি যায়। ৰামৰ সেই চাৱনি, আন্তৰিক বিকৰ্ম্মৰ কাৰণে শুদ্ধ প্ৰেম-সুধা-সাগৰ স্বৰূপ হৈ পৰিছিল; কিন্তু সেই কাম কৰোতে ৰামৰ অকণো যত্নৰ আৱশ্যক হোৱা নাছিল। চিত্ত-শুদ্ধিৰ দ্বাৰাই কৰা কৰ্ম্ম নিৰ্লেপ হৈ পৰে। তাত পাপ-পুণ্যৰ একো বাকী নেথাকে। নহ'লে কৰ্ম্মৰ কিমান বোজা, কিমান জোৰ আমাৰ বুদ্ধি আৰু হৃদয়ত পৰিল হেতেন তাৰ কি সীমা আছে? আজি দুই বজাত যদি এই বাৰ্তাৰটো আহিল হেতেন যে সকলো ৰাজনৈতিক বন্দীয়ে কালিৰ ভিতৰতে মুক্তি পাব, তেতিয়া দেখিলেহেতেন, চাৰিওফালে কিমান যে ভিৰ হ'ল হেতেন। চাৰিওফালে কিমান যে হৈ চৈ আৰু নানা বিশৃঙ্খলা লাগি পৰিলহেতেন। কৰ্ম্মৰ ভাল বেয়াক লৈয়েই আমি ব্যগ্ৰ। আমাক কৰ্ম্মই চাৰিও-ফালে ঘেৰি ধৰি আছে। কৰ্ম্মই যেন আমাৰ ডিঙিত গছকা মাৰিহে ধৰি আছে। যেনেকৈ সমুদ্ৰৰ প্ৰৱাহ জোৰেৰে মাটিত ঘঁহনি খাই উপসাগৰ সৃষ্টি কৰে, সেইদৰেই কৰ্ম্মৰ এই জঞ্জালবিলাক চিত্তত প্ৰৱেশ কৰি ক্ষোভ নিৰ্ম্মাণ কৰে। সুখ-দুঃখৰ দ্বন্দ্ব সৃষ্টি হয়। সকলো শান্তি নষ্ট হৈ যায়। কৰ্ম্ম হ'ল আৰু হৈ গুচিও গ'ল; কিন্তু তাৰ ঢৌ থাকি যায়। কৰ্ম্ম চিত্তৰ ওপৰত প্ৰৱিষ্ট

হয় আৰু তাৰ টোপনি নোহোৱা হয়। কিন্তু এই কৰ্ম্মত যদি বিকৰ্ম্মক মিলাই দিয়া হয় তেন্তে কাম যিমানেই নকৰক তাত শ্ৰম কৰা বা বোজা বোৱা যেন নেলাগিব। মন ধ্ৰুবৰ দৰে শান্ত, স্থিৰ আৰু তেজোময় হৈ পৰিব। কৰ্ম্মত বিকৰ্ম্ম ঢালি দিলে সি অকৰ্ম্ম হৈ পৰে; জেনিবা কৰ্ম্ম কৰাৰ পিচত তাক মছিহে পেলোৱা হৈছে।

### (১৬) অকৰ্ম্মৰ কলা সন্তক সোধক

এই কৰ্ম্মৰ অকৰ্ম্ম কেনেকৈ হয়? এই কলা কাৰ ওচৰত পোৱা যাব? সাধু-সন্ত সকলৰ ওচৰত। এই অধ্যায়ৰ শেষত ভগৱানে কৈছে—যে "সাধু-সন্ত সকলৰ ওচৰত গৈ বহা আৰু তেওঁলোকৰপৰা শিক্ষা আহৰণ কৰা।" কৰ্ম্মনো অকৰ্ম্ম কেনেকৈ হৈছে ইয়াৰ বৰ্ণনা কৰিবলৈ যাওঁতে ভাষাবো অন্ত পৰে। তাৰ প্ৰকৃত ভাব আয়ত্ত কৰিবলৈ হলে সাধু-সন্ত সকলৰ ওচৰলৈ যোৱাটো উচিত হব। পৰমেশ্বৰৰ বৰ্ণনা এইদৰে আছে—

"শান্তাকাৰং ভুজগশয়নম্"

সহস্ৰ ফণাধাৰী শেষনাগৰ ওপৰত শুয়ো ভগৱানে শান্তিৰে আছে। এই-দৰে সাধু-সন্তসকলে হেজাৰ হেজাৰ বিধ কাম কৰিও নিজৰ মানস সৰোবৰত ক্ষোভ-তৰংগক লেশ মাত্ৰও উঠিবলৈ নিদিয়ে। ইয়াৰ মহত্ত্ব সন্ত-সাধু সকলৰ ওচৰলৈ নগলে উপলব্ধি কৰিব নোৱাৰি।

বৰ্ত্তমান কালত কিতাপ-পত্ৰ আদি বহুতো সস্তা হৈ পৰিছে। এক বা দুই অনাতেই গীতা 'মনাচে শ্লোক' আদি পোৱা যায়। গুৰুৰো অভাৱ নাই। শিক্ষা উদাৰ আৰু সুলভ। বিদ্যাপীঠ বিলাকে যেন জ্ঞানৰ পোহৰ হে মেলিছে। কিন্তু জ্ঞানামৃত পানৰ উগাৰ কাৰোৰেই নাহে দেখোন। এই পৰ্ব্বতাকাৰ কিতাপৰ দ'মবিলাক থকা সত্বেও সন্ত-সেৱাৰ আৱশ্যকতা দিনে দিনে বেছি হোৱা যেন হে দেখা গৈছে। কিতাপৰ জ্ঞান, ভাঠ কাপোৰেৰে বন্ধোৱা বেটুপাতৰ বাহিৰলৈ নাহে। এই প্ৰসংগত এফাঁকি, পদ মোৰ মনত পৰিছে।

"থিয় হৈয়া আছন্ত কাম-ক্ৰোধৰ পাহাৰ,
অনন্ত বসিয়া থাকে আঁৰত তাহাৰ।"

কাম-ক্ৰোধৰূপী পাহাৰৰ সিপাৰে নাৰায়ণ বহি আছে। সেই দৰেই এই কিতাপবিলাকৰ পিচত মনে মনে জ্ঞান ৰজা লুকাই থাকে। গাৰে'-ভূক্ৰে,

নগৰে-চহৰে পুথি ভ’ড়াল আৰু গ্ৰন্থালয় বিলাকেৰে ঢাকি ৰখা সত্বেও আজি সকলো ঠাইৰ প্ৰায় বিলাক মানুহকেই সংস্কাৰহীন আৰু জ্ঞানহীন বান্দৰৰ দৰে হে দেখা গৈছে। বৰোদাত এটা বৰ বৃহৎ লাইব্ৰেৰী আছে। এবাৰ এজন ভদ্ৰলোকে এখন বৰ ডাঙৰ কিতাপ লৈ গৈ আছিল। সেই কিতাপ খনত অনেক প্ৰকাৰৰ ছবি আছিল। ইংৰাজী ভাষা তেওঁ কিতাপ খন বুলি নিছিল। মই সুধিলো “সেই খননো কি কিতাপ ললে?” তেওঁ কিতাপখন আগবঢ়াই দিলে। কিতাপখন চাই মই কলো “এইখন দেখোন ফৰাচী ভাষাৰ কিতাপ।” তেতিয়া তেওঁ কলে “এ ফৰাচী ভাষাৰ কিতাপ হে আছিল নে কি? পৰম পৱিত্ৰ ৰোমান-লিপি, বিজ্ঞাপন ছবি, সুন্দৰ কৈ বন্ধোৱা, দেখাত কিতাপখন ভালেই আছিল, পিচে তাত জানো জ্ঞানৰ অভাৱ আছিল?

প্ৰতি বছৰ ইংৰাজী ভাষাত দহ হেজাৰ কৈ নতুন কিতাপ ওলায় হয়। এই দৰেই আন আন ভাষাতো বহুতো কিতাপ ছপা হব লাগিছে। জ্ঞানৰ ইমান প্ৰসাৰতা থকা সত্বেও মানুহৰ মগজুৰ এতিয়াও তলি উদং হৈ কেনেকৈ থাকিব পাৰে? কোনোৱে কয় স্মৰণ শক্তি কমি গৈছে। কোনোৱে কয় একাগ্ৰতাৰ অভাৱ। কোনোৱে আকৌ কব ধৰিছে, যিহকে পঢ়া যায় তাকে সঁচা যেন লাগে, আৰু কিছুমানে কৈছে যে চিন্তা কৰিব চাবৰেই বা সময় ক’ত? শ্ৰীকৃষ্ণই কৈছে “অৰ্জ্জুন! তুমি বহুত কথা শুনিবলৈ পালা কাৰণে তোমাৰ বুদ্ধিয়ে পাক-ঘূৰণি খাইছে। যেতিয়ালৈকে তোমাৰ বুদ্ধি স্থিৰ নহব, তেতিয়ালৈকে তোমাৰ যোগ-সাধনাও হব নোৱাৰিব।” এতিয়া পঢ়া-শুনা বন্ধ কৰি সাধু-সন্ত সকলৰ ওচৰত শৰণ লোৱা! তাৰপৰাই জীৱন গ্ৰন্থ পঢ়িবলৈ পাবা। তাৰ ব্যাখ্যান শুনি তুমি সংশয়-ছিন্ন হৈ পৰিবা। তালৈ গ’লেই তুমি জানিব পাৰিবা যে একাদিক্ৰমে সেৱা কাৰ্য্য কৰি থাকিও মন কেনেকৈ অত্যন্ত শান্তিত থাকিব পাৰে আৰু বাহিৰত কামৰ ভিৰ থকা সত্বেও হৃদয়ত কেনেকৈ সংগীতৰ সুৰত চেতাৰ বাজি থাকিব পাৰে।”

# পঞ্চম অধ্যায়

## (১৭) বাহ্য-কৰ্ম্ম মনৰ দাপোণ

বন্ধুসকল, সংসাৰ বৰ ভয়ানক বস্তু। সংসাৰ খনক সমুদ্ৰৰ লগত তুলনা কৰিব পাৰি। সমুদ্ৰৰ যি ফাললৈকে চোৱা যায় সেইফালেই কেৱল পানীকেইহে দেখা যাব। সংসাৰ খনৰ অৱস্থাও ঠিক তেনেকুৱাই। কোনো এঠাইত থিয় হৈ যি ফাললৈকে চায়, সেইফালেই দেখিব শস্য-শ্যামলা এই বহল পৃথিৱীখন। যি ঘৰ-বাৰী এৰি সাৰ্ব্বজনিক সেৱাত লাগি যাবলৈ মন কৰে, তেওঁৰ মনতো সংসাৰে বাহৰ কৰি বহি যোৱা যেন দেখা যায়। কোনোবাই যদি পৰ্ব্বতৰ গুহাতো বহি থাকিব খোজে তেন্তে তেওঁৰো সেই একমাত্ৰ এবেগেতীয়া কপিন খনতেই সংসাৰখন ওতঃপ্ৰোত ভাবে জড়িত থাকে। সেই কপিন খনেই তেওঁৰ মমতাৰ যথা সৰ্ব্বস্ব হৈ পৰে। যেনেকৈ সৰু এখন নোটতে হেজাৰ টকা থাকে, সেই দৰেই সেই সাধাৰণ কপিন খনতেই অপাৰ আসক্তি ভৰি থাকে। ঘৰ-সংসাৰ ত্যাগ কৰি জঞ্জাল কমালেই, সংসাৰ কম নহয়! যেনেকৈ পঁচিশ ভাগৰ দহ আৰু পাঁচ ভাগৰ দুই এই দুয়োটাৰ অৰ্থ একেই, তেনেকৈ ঘৰতেই থাকক বা বনতেই থাকক দুয়োৰে অৰ্থ একেই হয় ; কিয়নো কোনো ঠাইতে আসক্তিয়ে লগ এৰা নিদিয়ে। সংসাৰ লেশমাত্ৰও কম নহয়। দুজন যোগী একে লগে গৈ হিমালয়ৰ গহ্বৰত বহি থাকিলেও তেওঁলোকৰ ইজনৰ কীৰ্ত্তি সিজনৰ কাণত যদি কেনেবাকৈ পৰে, তেন্তে তেওঁলোকো দেই-পুৰি মৰিব। সাৰ্ব্বজনিক সেৱাৰ ক্ষেত্ৰতো ঠিক এনেকুৱা দৃশ্যই দেখিবলৈ পোৱা যায়।

এইদৰেই বিষয় সংসাৰ ত্যাগ কৰি, স্ব-ধৰ্ম্মাচৰণতে সীমাবদ্ধ হৈ থাকিলেও সংসাৰৰ পৰা নিষ্কৃতি পাব নোৱাৰি। সকলোবিলাক জঞ্জাল ত্যাগ কৰি যদি সংসাৰ নাম মাত্ৰহে ৰখা হয় তেতিয়া হলেও মায়া-মোহে লগ নেৰে। ৰাক্ষসে যেনেকৈ কেতিয়াবা বৰ বৃহৎ আৰু কেতিয়াবা অতি ক্ষুদ্ৰ আকাৰ ধাৰণ কৰিব পাৰে, সেইদৰেই সংসাৰেও পাৰে। গতিকে বিতোপন ৰাজ-অট্টালিকাতেই হওক বা পজা ঘৰতেই হওক সকলোতে একেই। স্ব-ধৰ্ম্মৰ বান্ধোনেৰে যদিও সংসাৰক সমতোল কৰি ৰাখিব পাৰি তথাপি তাত অনেক বাদ-বিবাদৰ সৃষ্টি হবই আৰু মনো বিচলিত নহৈ থাকিব নোৱাৰিব। তাত অনেক অনুষ্ঠান আৰু অনেক ব্যক্তিৰ লগত তোমাৰ মনৰ সম্বন্ধ হব আৰু তুমি অধৈৰ্য্য হৈ

পাৰিবা। তেতিয়া তুমি কবলৈ ধৰিবা যে কি বিপদ খনত পৰিলোহি। পিচে তোমাৰ মনৰ পৰীক্ষাও তেতিয়াহে হব। কেৱল স্ব-ধৰ্ম্মাচৰণ আহি পৰিলেই, নিৰ্লিপ্ততা আহি নপৰে। কৰ্ম্মৰ ব্যাপ্তি কম কৰিলেও নিৰ্লিপ্ত হব নোৱাৰি।

তেনেহলে নিৰ্লিপ্ত নো কেনেকৈ হব পৰা যাব? তাৰ কাৰণে মনোমত চেষ্টা চলিব লাগিব। মনৰ সহযোগ যেতিয়ালৈকে নহয়, তেতিয়ালৈকে কোনো কথাই সিদ্ধ হব নোৱাৰে। মাক বাপেকে নিজৰ ল'ৰাক কোনো অনুষ্ঠানলৈ পঠিয়াই দিয়ে। ল'ৰাই পুৱাতে উঠে আৰু সূৰ্য্য নমস্কাৰ কৰে। তাত ল'ৰাই চাহ-কফি নেখায় কিন্তু ঘৰলৈ আহিলেই দুই চাৰি দিনৰ ভিতৰতে সি সকলো বিলাক এৰি পেলায়। এনেকুৱা অভিজ্ঞতা আমাৰ অনেক আছে। মানুহ মাটিৰ পুতলা নহয়। আমি ল'ৰাৰ মন যেনে ভাৱে গঢ় দিব খোজো, সি অন্ততঃ তাৰ মনত খাপ খাব লাগিব। তাত যদি তাৰ মন নবহে, তেন্তে তাৰ এই সমস্ত শিক্ষা ব্যৰ্থ হব। এই কাৰণে সাধনাত মানসিক সহযোগৰ আৱশ্যকতা বহুত বেছি।

সাধনাৰ ৰূপত বাহিৰৰপৰা স্ব-ধৰ্ম্মাচৰণ আৰু ভিতৰৰ পৰা বিকৰ্ম্ম এই দুয়োটা কথাই থাকিব লাগে। বাহ্যিক কৰ্ম্মৰতো আৱশ্যকতা আছেই। কৰ্ম নকৰিলে মনৰ পৰীক্ষা নহয়। প্ৰাতঃকালৰ প্ৰশান্ত সময়ত আমাৰ মনো অত্যন্ত প্ৰশান্ত যেন লাগে। কিন্তু যদি ল'ৰা-ছোৱালীয়ে অলপো নেকান্দে, তেতিয়া আমাৰ মনে, মনঃশান্তিৰ প্ৰকৃত মূল্য অনুভৱ কৰিব পাৰিব। এতেকে কৰ্ম্মলৈ পিঠি দিলে কাম নচলে। বাহ্যিক কৰ্ম্মৰ দ্বাৰাই আমাৰ মনৰ স্বৰূপ প্ৰকাশ পায়। পানী দেখাত পৰিষ্কাৰ যেনেই লাগে। কিন্তু তাত যদি এটা শিলগুটি পেলাই দিয়া যায় তেন্তে তাৰ গেদবোৰ ওপৰলৈ উঠি আহিব। আমাৰ মনৰ অৱস্থাও ঠিক তেনেকুৱাই। আমাৰ অন্তঃ সৰোবৰৰ তলিত একাঠু মান মলি গোট খাই থাকে। বহিৰৰ বস্তুৰ স্পৰ্শ হলেই তাক দেখিবলৈ পোৱা যায়। আমি কওঁ যে তেওঁৰ খং উঠিছে। তেন্তে এই খং জানো কৰবাৰ বাহিৰৰপৰা আহিছে? সি দেখোন ভিতৰেই থকা বস্তু, মনত যদি সি নেথাকিলহেতেন, তেন্তে সি বাহিৰতো দেখা নিদিলেহেতেঁন।

মানুহে কয় "বগা খাদী নেলাগে, কাৰণ সি সোনকালে লেতেৰা হয়।

ৰঙ্গীন মোৰ মলিয়ন নহয়। লেতেৰা সিয়ো হয় মাত্র তাত মলি দেখা নেযায়। বগা খাদীত মলি দেখা যায় সেই কাৰণে বগা খাদীয়ে কয় যে "মই লেতেৰা হৈছোঁ, মোক ধুই পেলোৱাঁ। ই মুখফালি কৈ দিয়ে কাৰণে ইয়াক মানুহে ভাল নেপায়। এইদৰেই আমাৰ কৰ্ম্ময়ো কয় যে আপুনি ক্রোধী, স্বাৰ্থী আৰু লোভী। কৰ্ম্ম হৈছে এখন আঁচ্চী, সি আমাৰ স্বৰূপটো আমাক দেখুৱাই দিয়ে। গতিকে আমি কৰ্ম্মৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰিব লাগে। আইনাত আমাৰ মুখ-খন চাই কুন্ধচ বা লেতেৰা দেখিলে আইনাখন জানো আমি ভাঙি পেলাওঁ? নহয়, তাৰ সলনি আমি আইনৰ প্ৰতি কৃতজ্ঞহে হ'ম। মুখ-খন ধুই-মেলি আহি আকৌ চাম। এই দৰেই কৰ্ম্মৰ যোগেদি যদি আমাৰ মনৰ পাপআদি দোষবোৰ বাহিৰত প্ৰকাশ পায় তেন্তে আমি জানো কৰ্ম্মৰপৰা বিৰত হৈ থাকিবলৈ চেষ্টা কৰিম? কৰ্ম্মৰপৰা যদি আমি আঁতৰিয়েই থাকোঁ, তেন্তে জানো তাৰদ্বাৰা আমাৰ মন নিৰ্ম্মল হৈ পাৰিব? এতেকে আমি কৰ্ম্মও কৰি থাকিব লাগে আৰু নিৰ্ম্মল হবলৈকে নেৰা-নেপেৰা চেষ্টা চলায়েই থাকিব লাগে। কোনো মানুহ পৰ্ব্বতৰ গুহাতে গৈ বহি থাকিলে তাত তেওঁৰ কাৰো লগত সম্পৰ্ক নেথাকে। তেওঁ ভাৱে যে মই একেবাৰেই শান্ত হৈ পাৰিলো; কিন্তু তেওঁক গুহা এৰি কাৰোবাৰ ঘৰলৈ ভিক্ষা বিচাৰি যাবলৈ দিয়ক। সেই ঘৰতে হয়তো কোনোবা দুষ্ট ল'ৰা এটাই দুৱাৰৰ শিকলি ডালত ধৰি ঘট-মটাই আছে। সেই ল'ৰাজন শব্দ-ব্ৰহ্মত নিমগ্ন হৈ গৈছে। সেই নজনা ল'ৰাটোৱে শিকলি ধৰি ঘট-মটোৱাটো যোগী জনৰ কিন্তু সহ্য নহয়। তেওঁ কব যে, "ল'ৰাটোৱেনো কিয় ঘট-মটাই থাকে!" গুহাত থাকি তেওঁ তেওঁ মনটো ইমান দুৰ্ব্বল কৰি পেলাইছে যে, তেওঁ অলপো খুটুং-খাটাঙকে সহ্য কৰিব নোৱাৰে। অলপ খট্-খট্ শব্দ হলেই তেওঁৰ শান্তি ভঙ্গ হৈ যায়। মনৰ এনেকুৱা দুৰ্ব্বল অৱস্থা ঠিক নহয়।

সাৰাংশ হৈছে এই যে নিজৰ মনৰ স্বৰূপ বুজিবৰ কাৰণে কৰ্মৰেই প্ৰয়োজন বেছি। কৰ্ম্মৰদ্বাৰা কোনো দোষ ধৰা পৰিলে তাক গুচাব পৰা যায়। যদি ইয়াৰে কোনো দোষেই ধৰা নপৰে তেন্তে প্ৰগতি আৰু বিকাশ দুয়োটাতে বাধাজন্মে। কাম কৰিলেহে দোষ ধৰা পৰে, তাক দূৰ কৰিবৰ কাৰণে বিকৰ্ম্মৰ সহায় লাগে। মনৰ ভিতৰত দিনে-ৰাতিয়ে, যেতিয়া বিকৰ্ম্মৰ প্ৰচেষ্টা চলি থাকিবলৈ ধৰে, তেতিয়া স্ব-ধৰ্ম্মাচৰণ কৰি থকা সত্বেও আলিপ্ত কাম-

ক্ৰোধাতীত, লোভ-মোহাতীত হৈ কিদৰে থাকিব পাৰি এই কথা এদিন নিশ্চয় বুজি উঠিব। কৰ্ম্মক নিৰ্ম্মল কৰাৰ চেষ্টা যদি আমি অবিৰাম গতিত কৰিয়েই থাকো তেন্তে শেষত গৈ আপোনা-আপুনি কৰ্ম্ম নিৰ্ম্মল হব। নিৰ্ব্বিকাৰ কৰ্ম্ম, ক্ৰমে যেতিয়া এটাৰ পিচত এটা হেলাৰাঙেগ হৈ থাকিবলৈ ধৰিব, তেতিয়া কবই নোৱাৰিব যে কৰ্ম্মনো কেতিয়া হৈ উঠিল। কৰ্ম্ম এনেকুৱা সহজ হৈ পৰা মানে কৰ্ম্ম. অকৰ্ম্ম হোৱা। সহজ কৰ্ম্মকেই যে অকৰ্ম্ম বোলা হয় তাক আমি চতুৰ্থ অধ্যায়ত পাই আহিছোঁ। কৰ্ম্ম নো অকৰ্ম্ম কেনেকৈ হয় তাক আমি সন্ত-সাধুৰ ওচৰত থাকিলেহে বুজিব পাৰিম ইয়াকো ভগৱানে চতুৰ্থ অধ্যায়ৰ শেষত কৈছে। এই 'অকৰ্ম্ম' অৱস্থা বৰ্ণনা কৰিবৰ কাৰণে কেৱল বাণীয়েই যথেষ্ট নহয়।

## (১৮) অকৰ্ম্ম অৱস্থাৰ স্বৰূপ

কৰ্ম্মৰ সহজ সাধ্যতাক বুজিবৰ কাৰণে আমি জনা এটা উদাহৰণ কৈ লওঁ। সৰু ল'ৰা-ছোৱালীয়ে প্ৰথমে খোজ কাঢ়িবলৈ শিকে। সেই সময়ত সিহঁতে কিমান কষ্ট পায়. কিন্তু সিহঁতৰ লীলা-খেলা দেখি আমি মুগ্ধ হওঁ। আমি কওঁ চোঁৱাচোন! যেন পুতুলাটোহে গৈছে। পিচত গৈ খোজ কঢ়াটো সিহঁতৰ কাৰণে সহজ সাধ্য হৈ পৰে। এফালে মুখেৰে কথা পাতে, আনফালেদি ভৰিৰে খোজ কাঢ়ে ; খোজ কঢ়াৰ প্ৰতি অকণো মনোযোগ দিব লগা নহয়। এই কথাই খোৱা বিষয়তো খাটে। আমি সৰু ল'ৰা-ছোৱালীক অন্ন-প্ৰাশন কৰাওঁ। খোৱাটো এটা বৰ ডাঙৰ কাম বুলি ভাৱোঁ। পিচত গৈ সেই খোৱা কাৰ্য্যও সহজ হৈ পৰে। মানুহে যেতিয়া সাঁতুৰিবলৈ শিকে, তেতিয়া কিমান কষ্ট হয়। প্ৰথমতেতো ভাগৰিয়েই পৰে। পিচত গৈ তাৰ ওলোটাটোহে হয়। অন্য কাম কৰি ভাগৰি পৰিলে কব যে ব'লা অলপ সাঁতুৰিয়ে আহোঁ, তেতিয়া ভাগৰ পলাব। এতিয়া আৰু সাঁতোৰাটো কষ্টকৰ যেন নেলাগে। গাটো পানীৰ ওপৰত হেলাবাঙেগ ওপঙি যোৱা যেন লাগে। ভাগৰ লগাটো মনৰ ধৰ্ম্ম। মন যেতিয়া কামত ব্যস্ত থাকে, তেতিয়া অৱসাদ অনুভৱ হয়, কিন্তু কৰ্ম্ম যেতিয়া সহজ হৈ উঠে তেতিয়া ইয়াক আৰু বোজা যেন নেলাগে, কৰ্ম্ম যেন অকৰ্ম্ম হৈ পৰে, কৰ্ম্ম আনন্দময় হয়।

কৰ্ম্মক অকৰ্ম্ম কৰি তোলাটোৱেই হৈছে আমাৰ লক্ষ্য ; এই লক্ষ্যত উপনীত হবৰ কাৰণে স্ব-ধৰ্ম্মাচৰণ ৰূপী কৰ্ম্ম কৰিব লাগে। তাক কৰোঁতে কৰোঁতে

দোষ দৃষ্টি গোচৰলৈ হ'ব। সেই দোষ দূৰ কৰিবৰ কাৰণে বিকৰ্ম্মৰ সহায় লব লাগে। এনে ধৰণৰ অভ্যাস কৰোঁতে কৰোঁতে মনৰ অৱস্থা এনেকুৱা হয় যে, কৰ্ম্ম যিমানেই নকৰক তথাপি তেওঁৰ মনত দুঃখ-কষ্ট সমূলি অনুভৱ নহয়। হেজাৰে বিজাৰে কৰ্ম্ম হাতৰ দ্বাৰাই হৈ থাকিলেও মন পবিত্ৰ আৰু শান্তিতেই থাকে। আপুনি আকাশক সোধকছোন "হে আকাশ! তুমি ৰ'দত দেই-পুৰি নোযোৱা নে? আৰু বৰষুণত নিতিতানে? শীত কালত তোমাৰ কঁপনিয়ে নধৰে নে?" তেতিয়া আকাশে কি উত্তৰ দিব? আকাশে উত্তৰ দিব যে, "মোৰ কিবা হৈছেনে নাই তাক তোমালোকেই ঠিক ক'ৰা। মই একোকে নেজানো।"

"পাগল নাঙঠ, কিম্বা অছে আভৰণ
ইহাক দেখিয়া মাত্ৰ জানে সৰ্ব্বজন।"

পাগল নাঙঠেই নে নাই সি কিবা পিন্ধিছে তাক দেখোঁতাইহে কব পাৰিব। পাগলে এই বিষয়ে একো নেজানে।

ইয়াৰ ভাৱাৰ্থ হৈছে এই যে স্ব-ধৰ্ম্মাচৰণ সম্বন্ধীয় কৰ্ম্ম, বিকৰ্ম্মৰ সহায়তাৰ দ্বাৰা নিৰ্ব্বিকাৰ হোৱাৰ অভ্যাস কৰোঁতে কৰোঁতে-ই স্বাভাৱিক হৈ পৰে। সন্মুখলৈ একোটা ডাঙৰ সংকটপূৰ্ণ সমস্যা আহিলেও তাক সমাধান কৰিবলৈ সহজ যেনেই লাগিব। কৰ্ম্ম-যোগৰ ই এপাট চাবি-কাঠি। চাবি নহ'লে তলা ভাঙিবৰ চেষ্টা কৰোতে কৰোতে হাতৰ ঢো উঠি যায়, কিন্তু চাবি-কাঠি হাতত পৰিলেই তলা মুহূৰ্ত্তৰ ভিতৰত মুকলি কৰিব পাৰি। কৰ্ম্মযোগৰ এই চাবি থকাৰ কাৰণেই সকলো কাম নিৰুপদ্ৰৱী যেন লাগে। এই চাবি মনক জয় কৰাৰ পৰা পোৱা যায়। গতিকে মনক জয় কৰাৰ চেষ্টাই অনবৰত চলি থাকিব লাগে।

কৰ্ম্ম কৰোঁতে মনত যি মলৰ উৎপত্তি হয়, তাকে ধুই পেলাবলৈ যত্ন কৰিব লাগে। তেতিয়া আৰু বাহ্য কৰ্ম্মক জঞ্জাল যেন নেলাগিব, কামৰ অহঙ্কাৰ লোপ পাব। কাম-ক্ৰোধৰ বেগ নষ্ট হব। ক্লেশৰ অনুভৱ পৰ্য্যন্ত নোহোৱা হব। কৰ্ম্ম লেশ মাত্ৰও বাকী নেথাকিব।

এবাৰ এজন মানুহে মোলৈ এখন চিঠি লিখিছিল। "অমুক বাৰ ৰাম-নাম জপ কৰিব লাগে। তুমিও ইয়াত যোগদান দিয়া আৰু কোঁৱা, তুমিনো কিমান বাৰ জপ কৰিবা?" এই মানুহজনে নিজৰ বুদ্ধি অনুসৰি নিজৰ ব্যৱস্থা কৰি আছিল। তেওঁক দোষাৰোপ কৰিবৰ মনেৰে মই এই কথা কোৱা

নাই। পিচে ৰাম-নাম জোখ বা গণনাৰ বস্তু নহয়। মাকে সন্তানৰ সেৱা-শুশ্ৰূষা কৰে। সেইবাবে জানো তেওঁ তাৰ প্ৰতিবেদন ছপাবলৈ যায়? যদি প্ৰতিবেদন ছপাবলৈ ধৰে তেন্তে "ধন্যবাদ" বুলি কৈ তেওঁলোকৰ ঋণৰ পৰা মুক্ত হব পাৰিব; কিন্তু মাকে প্ৰতিবেদন নিলিখে। তেওঁ কব "মইনো কি কৰিছোঁ, মইতো একো কৰা নাই, ইতো মোৰ নিমিত্তে একো কামেই নহয়।" বিকৰ্ম্মৰ দৃষ্টিৰে, অন্তৰ ঢালি যেতিয়া মানুহে কাম কৰে তেতিয়া সেই কৰ্ম্ম আৰু কৰ্ম্ম হৈ নেথাকে; সি অকৰ্ম্ম হৈ পৰে। তাত ক্লেশ, কষ্ট আৰু কঠিনতা একো নেথাকে।

এই অৱস্থাৰ বৰ্ণনা কৰিব নোৱাৰি। মাত্ৰ এটা অস্পষ্ট কল্পনা হে কৰিব পাৰি। সূৰ্য্য উদয় হয়, কিন্তু সূৰ্য্যৰ মনলৈ এনেকুৱা ভাৱ আহে নে যে "মই আন্ধাৰ দূৰ কৰিম, চৰাইবিলাকক উৰিবলৈ প্ৰেৰণা যোগাম, মানুহক কৰ্ম্মৰ কাৰণে প্ৰবৃত্ত কৰাম?" সূৰ্য য'তে উদয় হয় তাতেই থিয় হৈ থাকে। তেওঁৰ অস্তিত্বই গোটেই বিশ্বকে গতি দিয়ে, কিন্তু সূৰ্য্যই হ'লে তাক নেজানে। আপুনি যদি সূৰ্য্যক কয়ো, "সূৰ্য্য দেৱ। আপুনি অনন্ত উপকাৰ কৰিছে, আৰু আপুনি কিমান যে অন্ধকাৰ দূৰ কৰিছে?" তেতিয়া তেওঁ আচৰিত হব আৰু কব অকণমান আন্ধাৰ আনি দেখুৱাঁছোন বাৰু।! যদি তাক দূৰ কৰিব পাৰোঁ তেন্তে মই কম যে এইটো মোৰ কৰ্ত্তব্যই। আন্ধাৰক জানো সূৰ্য্যৰ ওচৰলৈ নিব পাৰি? সূৰ্য্যৰ অস্তিত্বৰ কাৰণেই অন্ধকাৰ দূৰ হয়। তেওঁৰ পোহৰত কোনবাই সংগ্ৰন্থ পঢ়ে কোনোৱে অসৎ গ্ৰন্থ পঢ়ে, আকৌ কোনোৱে হয়তো এই অসৎ গ্ৰন্থত জুই লগায়েই দিব কোনোৱে কাৰোবাৰ উপকাৰকে কৰিব।

কিন্তু এই পাপ-পুণ্যৰ বাবে জগৰীয়া সূৰ্য্য নহয়। সূৰ্য্যই কয় "পোহৰ দিয়াটো মোৰ সহজ ধৰ্ম্ম। মোৰ হাতত যদি পোহৰেই নেথাকে আৰুনো থাকিব কি? মই যে পোহৰ দিছোঁ, তাক মই নিজেই নেজানো। পোহৰ দিয়া ক্ৰিয়াত মোৰ একো কষ্ট নহয়। মোৰ যে পোহৰ আছে, মই যে কিবা কৰিছোঁ তাক মই নেভাবোঁৱেই।"

সূৰ্য্যৰ পোহৰ বিলোৱাটো যেনে স্বাভাৱিক, সাধু-সন্ত সকলেও জীয়াই থকা দিন কেইটাত জ্ঞানৰ পোহৰ বিলোৱাটোও তেনে স্বাভাৱিকেই। আপুনি যদি কোনো জ্ঞানী পুৰুষক কয় যে, 'আপুনি মহাত্মা, সত্যবাদী' তেতিয়া

হয়তো তেওঁ কব, মই যদি সত্য পথেই নেযাওঁ তেন্তে আৰুনো কৰিম কি? মইতো বিশেষ কাম একো কৰা নাই? জ্ঞানী পুৰুষৰ গাত অসত্যৰ চেকা থাকিবই নোৱাৰে।

অকৰ্ম্মৰ ভূমিকাও ঠিক এনেকুৱাই। উপকৰণ ইমান স্বাভাৱিক হৈ পৰে যে তাৰ অহা-যোৱাৰ গমকে ধৰিব নোৱাৰি। ইন্দ্ৰিয়বিলাক অভ্যস্ত হৈ পৰে। সহজতে কোৱা হিতোপদেশ দিয়াৰ অৱস্থাত পৰিণত হয়। যেতিয়াই এনেকুৱা অৱস্থা প্ৰাপ্ত হয়, তেতিয়াই কৰ্ম্ম অকৰ্ম্ম হৈ পৰে। জ্ঞানী পুৰুষৰ কাৰণে সৎকৰ্ম্ম সহজ হৈ পৰে। চিঁ-চিঁওৱাই থকাটো চৰাইৰ সহজ ধৰ্ম্ম। মাকলৈ মনত পৰাটো সন্তানৰ সহজ-ধৰ্ম্ম। এইদৰেই ঈশ্বৰক স্মৰণ কৰাটো সাধু-সন্ত সকলৰ সহজ ধৰ্ম্ম। ৰাতিপুৱাৰ লগে লগে কুকুৰাই ডাক দিয়াটো সিহঁতৰ সহজ ধৰ্ম্ম। সুৰৰ জ্ঞান দিওঁতে ভগৱান পাৰ্ণিনিয়ে কুকুৰাৰ ধ্বনিৰ উদাহৰণ দিছিল। পাৰ্ণিনিৰ দিনৰ পৰা আজিলৈকে কুকুৰাই ৰাতিপুৱা ডাক দি আহিছে। ইয়াৰ বাবে কোনোবাই জানো কুকুৰাক অভিনন্দন-পত্ৰ দিছে? কুকুৰাৰ সেইটো সহজ ধৰ্ম্ম। সেইদৰেই সচাঁ কথা কোৱা, ভূত মাত্ৰকে দয়া কৰা, নিজৰ দোষ-ত্ৰুটী দেখা, সকলোৰে সেৱা-শুশ্ৰুষা কৰা আদি সৎ-পুৰুষৰ কৰ্ম্ম সহজ ৰূপত চলি থাকে। তাক নকৰাকৈ তেওঁলোক জীয়াই থাকিব নোৱাৰে। ভোজন কৰা বাবে জানো আমি কাৰোবাক, ক'ৰবাত প্ৰশংসা কৰোঁ। খোৱা-পীয়া আৰু শোৱাটো যেনেকৈ সাংসাৰিকৰ সহজ কৰ্ম্ম সেইদৰেই সেৱাকৰ্ম্মও জ্ঞানীসকলৰ সহজ কৰ্ম্ম। পৰোপকাৰ কৰাটো তেওঁলোকৰ স্বভাৱ হৈ পৰে। তেওঁলোকে যদি কয় যে আমি কাৰোৰে উপকাৰ নকৰো তেন্তে ইয়ো হয়তো আচৰিত কথাই হব। এনেকুৱা জ্ঞানী পুৰুষ, সেই কৰ্ম্ম-অকৰ্ম্মৰ অৱস্থা প্ৰাপ্ত হ'লগৈ বুলি ধৰিব লাগিব। এই অৱস্থাক 'সন্ন্যাস' নামৰ অতি পৱিত্ৰ পদবীৰে অভিহিত কৰা হৈছে। এই পৰম ধন্য অকৰ্ম্ম অৱস্থাই সন্ন্যাস। এই অৱস্থাক 'কৰ্ম্ম-যোগা' বোলা উচিত হব। কৰ্ম্ম অখণ্ড গতিৰে কৰিয়েই থাকে, এতেকে সি 'যোগ'। কিন্তু কৰ্ম্ম কৰিলেও কৰা যেন নেলাগে, দেখি সি 'সন্ন্যাস'। সি এনেকুৱা পদ্ধতিৰে কাম কৰে যে তাত তাৰ চেকাকে লাগিবলৈ নেপায়। এই কাৰণে সি 'যোগ'; আৰু কৰিও একো নকৰা, হয় দেখি সি 'সন্ন্যাস'।

## (১৯) 'অকৰ্ম্ম'ৰ এটা পক্ষযোগ

সন্ন্যাসৰ শেষ কল্পনা কি ? কিছুমান কৰ্ম্ম এৰিব লাগে আৰু কিছুমান কৰিব লাগে, এইটোৱেই জানো ? নহয়, এনেকুৱা কথা তাত নাই। সন্ন্যাসৰ ব্যাখ্যাই হৈছে "সকলো কৰ্ম্ম ত্যাগ কৰা।" সকলো কৰ্ম্মৰপৰা মুক্ত হোৱা আৰু অলপো কৰ্ম্ম নকৰাই হৈছে 'সন্ন্যাস'। কিন্তু কৰ্ম্ম নকৰা মানেনো কি? কৰ্ম্ম বৰ বিচিত্ৰ বস্তু। সৰ্ব্বকৰ্ম্ম সন্ন্যাস কেনেকৈ হয়? কামতো সকলো পিনে ব্যাপ্ত হৈ আছে। বহি থকাটোও এটা কৰ্ম্মই? 'বহা' ই ক্ৰিয়া পদ। ই কেৱল ব্যাকৰণৰ দৃষ্টিৰেই যে ক্ৰিয়া হৈছে এনে নহয়, সৃষ্টি—শাস্ত্ৰতো—'বহা'টো ক্ৰিয়াই। একেৰাহে বহি থাকিলে ভাৰি বিষাবলৈ ধৰে। বহি থকাটোও এটা শ্ৰমেই। য'ত নকৰাটোকেই কৰ্ম্ম বুলি ধৰিব লোৱা হৈছে তাত আৰু কৰ্ম্ম সন্ন্যাস হব কেনেকৈ? ভগৱানে অৰ্জ্জুনক বিশ্বৰূপ দেখুৱালে। সেই সৰ্ব্ব ব্যাপক বিশ্বৰূপ দেখি অৰ্জ্জুনে ভয় খাই চকু মুদিলে। কিন্তু চকু মুদিলত নিজৰ অন্তৰতো সেই সকলোবোৰ দেখা পালে। চকু মুদিলতো যেতিয়া দেখিবলৈ ধৰিলে তাৰপৰা আৰু ৰক্ষা পায় কেনেকৈ। নকৰিলেও যিটো কৰা হয় তাৰপৰা আৰু জীয়াই থাকে কেনেকৈ?

এজন মানুহ আছিল। তেওঁৰ হাতত বহুতো মূল্যবান অলংকাৰ আছিল। তেওঁ সেই অলংকাৰ খিনি এটা ডাঙৰ পেৰাত ভৰাই থব খুজিছিল। চাকৰটোৱে এটা ডাঙৰ লোহাৰ বাকচ সজাই আনিলে। তাক দেখি সেই মানুহ জনে কলে— হেৰ! তই কেনে জধা-মূৰ্খ? অকৰা তই "সুন্দৰতা" বোলা শব্দটোৰ অৰ্থ বুজ নে নুবুজ? এনেহেন মূল্যবান অলংকাৰ জানো এনেকুৱা আপচু লোহাৰ বাকচত থয়? তৎক্ষণাৎ যা, এটা সোণৰ বাকচ কৰাই আন গৈ। চাকৰটোৱে এটা সোণৰ বাকচ তৈয়াৰ কৰাই আনিলে। তলাটোও সোণেকেই গঢ়ায় আন গৈ যা। সোণৰ বাকচত সোণৰ তলাহে শুৱাব। মানুহজন গৈছিল অলংকাৰখিনি ভালকৈ ঢাকি লুকাই থবলৈ, পিচে তাক লুকাই থোৱা হ'ল নে, দেখুৱাই থোৱা হ'ল? চোৰে অলংকাৰ বিচাৰিবৰেই আৱশ্যক বোধ নকৰিলে। বাকচে-চাকচে দাঙি লৈ গুচি গ'ল আৰু সিহঁতৰ কামো সিজিল। ইয়াৰ মানে হৈছে কৰ্ম্ম নকৰিলেও কৰ্ম্ম কৰাৰ নিচিনাই হৈ পৰে। কৰ্ম্ম যে ইমান ব্যাপক তাকনো সন্ন্যাস কেনেকৈ বোলা যাব?

যি উপায় উদ্ভাৱনাৰ দ্বাৰাই পৃথিবীত কৰ্ম্ম কৰিলেও তাক নিচিছু কৰি

দিব পাৰি, তেনে উপায় অৱলম্বন কৰাই হৈছে এনেকুৱা কৰ্ম্মক সন্ন্যাস কৰাৰ নিয়ম। যেতিয়া এনেকুৱা হ'বগৈ তেতিয়াহে কব পাৰিব যে, "সন্ন্যাস প্ৰাপ্ত" হৈছে। কৰ্ম্ম কৰিও সেই সকলো বিলাক "নিচিহ্ন কৰি পেলোৱা"টো কেনেকৈ সম্ভৱ হব পাৰে? হব পাৰে, সূৰ্য্যৰ দৰে! সূৰ্য্যই যেনেকৈ ৰাতিয়ে-দিনে কাম কৰিব লাগিছে। ৰাতিও, পৃথিৱীৰ অন্য গোলাৰ্দ্ধত কাম কৰিয়েই থাকে, কিন্তু ইমান কাম কৰি থকা সত্ত্বেও কোৱা হয় যে, তেওঁ একো নকৰে। এই কাৰণে চতুৰ্থ অধ্যায়ত ভগৱানে কৈছে যে মই এই যোগ প্ৰথমে সূৰ্য্যক শিকাইছিলো; পিচত চিন্তা কৰোতা, মনন কৰোতা মানুহে সূৰ্য্যৰ পৰা ইয়াক শিকিলে।" চৌব্বিশ ঘণ্টা কাম কৰি থকা সত্ত্বেও সূৰ্য্যই লেশ মাত্ৰও কাম নকৰা হল। ই সঁচাকৈয়ে এটা অদ্ভুত অৱস্থা, তাত কোনো সন্দেহ নাই।

## (২০) অকৰ্ম্মৰ দ্বিতীয় পক্ষঃসন্ন্যাস

ই সন্ন্যাসৰ এটা প্ৰকাৰ মাত্ৰ। তেওঁ কৰ্ম্ম কৰিও নকৰাটো, সেই অৱস্থাৰেই এটা পৃষ্ঠভূমি। তেওঁ একো নকৰে অথচ গোটেই পৃথিৱীকেই কৰ্ম্মৰ কাৰণে প্ৰবৃত্ত কৰায়, এইটো তাৰ দ্বিতীয় পৃষ্ঠভূমি। তাত অসীম প্ৰেৰণাদায়ক শক্তি নিহিত আছে। অকৰ্ম্মৰ মহত্ত্বও এইয়ে। অকৰ্ম্মত অনন্ত কামৰ কাৰণে আৱশ্যকীয় শক্তি ভৰি থাকে। ভাপৰ বেলিকাও এনেকুৱাই নহয় জানো? ভাপক যদি বন্ধ কৰি ৰখা হয় তেন্তে কিমান ডাঙৰ কাম কৰিব! সেই বন্ধ কৰি থোৱা ভাপৰ অপাৰ শক্তি। সেই শক্তিয়ে প্ৰকাণ্ড ৰেল-জাহাজ টানি লৈ যায়। সূৰ্য্যৰ বেলিকাও সেই একে কথাই খাটে। এফালেদি তেওঁ লেশ মাত্ৰও কাম নকৰে; আনফালেদি চৌবিশ ঘণ্টা একেৰাহে কাম কৰিয়েই থাকে। তেওঁক যদি সোধা হয় তেন্তে কব, "মই একো নক'ৰো"। ৰাতিয়ে-দিনে কাম কৰিও নকৰাটো যেনেকৈ সূৰ্যৰ এটা পৃষ্ঠভূমি, সেইদৰেই একো নকৰি ৰাতিয়ে-দিনে অনন্ত কাম কৰি থকাটোও তাৰ দ্বিতীয় পৃষ্ঠভূমি। সন্ন্যাস এই দুয়ো প্ৰকাৰেৰেই বিভূষিত।"

দুয়োটাই অসাধাৰণ। এক প্ৰকাৰে কৰ্ম্ম প্ৰকাশ্য আৰু অকৰ্ম্মাৱস্থা গুপ্ত। দ্বিতীয় প্ৰকাৰত অকৰ্ম্মাৱস্থাক প্ৰকাশ্য দেখা যায়। কিন্তু তাৰ বিনিময়ে অনন্ত কৰ্ম্ম হৈয়েই থাকে। এই অৱস্থাৰ অকৰ্ম্মত কৰ্ম্ম সম্পূৰ্ণ ভাৱে ভৰি থাকে। এই কাৰণে তাৰ দ্বাৰা মহৎ কাৰ্য্য সম্পাদন হয়। এই অৱস্থা প্ৰাপ্ত

হোৱা মানুহ আৰু এনেহুৱা মানুহৰ ভিতৰত বহুত পাৰ্থক্য আছে। এনেহুৱা মানুহ বিচলিত হয় আৰু কাগাৰ পৰে, কিন্তু এই অকৰ্ম্মী সন্ন্যাসীয়ে কৰ্ম্ম শক্তিক অৱৰোধ কৰি ৰাখে। লেশমাত্ৰও কাম নকৰে। তেওঁ হাত, ভৰি, নাইবা আন কোনো ইন্দ্ৰিয়ৰ দ্বাৰা কাম নকৰে। একো নকৰা সত্বেও তেওঁ অনন্ত কৰ্ম্ম কৰে।

কোনো মানুহৰ খং উঠে। যদি আমাৰ কিবা ভুলৰ বাবে খং উঠে তেন্তে আমি তেওঁৰ ওচৰলৈ যাওঁ। তেওঁ মনে মনে থাকে, নেমাতে। এতিয়া তেওঁৰ মৌনতা আৰু সেই কৰ্ম্মত্যাগৰ কিমান যে প্ৰচণ্ড পৰিণাম হয়! আনজনে কিবা-কিবি বলকিয়েই থাকে। দুয়োজন আছে খঙতেই, এজন মৌন হৈ আছে, আনজনে কিবাবোৰ বলকি আছে। একো নোকোৱাকৈ থকাটোও ক্ৰোধৰেই এটা ৰূপ। তাৰ দ্বাৰায়ো কাম চলে। মাক বা বাপেকে যদি ল'ৰা-ছোৱালীক কথা কবলৈ বন্ধ কৰি দিয়ে তেন্তে তাৰ পৰিণাম কিমান ভীষণ হয়। সেই কথা কোৱা কৰ্ম্ম বন্ধ কৰিলে আৰু সেই কৰ্ম্ম নকৰিলে ইমান প্ৰচণ্ড হৈ উঠে যে প্ৰত্যক্ষ কৰ্ম্ম কৰিলেও তাৰ সিমান প্ৰভাৱ পৰিব নোৱাৰে। সেই মৌনতাৰ যিমান প্ৰভাৱ, কথা পাতোতাৰ সিমান প্ৰভাৱ হব নোৱাৰে। জ্ঞানী পুৰুষৰ কথাও এনেকুৱাই। তেওঁৰ অকৰ্ম্মই আৰু এইদৰে বহি থকাটোকেই এক প্ৰচণ্ড কৰ্ম্ম আৰু ই এক অসীম সামৰ্থ্যৰ উৎপন্ন কৰে। অকৰ্ম্মী হৈয়ো ইমান কৰ্ম্ম কৰে যে, সেই সকলোবিলাক ক্ৰিয়াৰ দ্বাৰাই প্ৰকাশেই হব নোৱাৰে। এই দৰে ই সন্ন্যাসৰ দ্বিতীয় প্ৰকাৰ।

এনেকুৱা সন্ন্যাসীৰ গোটেই উদ্যোগ আহি একেখন আসনৰ ওপৰতেই সমাৱিষ্ট হৈ পৰেহি।

"উদ্যোগকী দৌড় বৈঠী হোয় সুস্থিৰ।
প্ৰভু-পংথমে' পড়া গঠৰী জৈসা॥
চিন্তা গয়ী সাৰী, হুৱা হোয় ভৰোসা।
অব গৰ্ভবাস ছুটা মেৰা॥
অপনী সত্তাসে হু নহী জীতা।
য়োঁ অভিমান ছীনা প্ৰভুনে॥
তুকা কহে জীতা একৰী সত্তাসে
হু মৈ খোখলা খোখা জৈসে॥

তুকাৰামে কৈছে—"মই এতিয়া শূন্য হৈ পৰিছোঁ। ফোপোলা হৈ পৰি আছোঁ। সকলোবিলাক শেষ হৈ গ'ল।" তুকাৰাম খালি হৈ পৰিছে। কিন্তু সেই খালি থৈলাতো প্ৰচণ্ড প্ৰেৰণাদায়ক শক্তি ভৰি আছে। সূৰ্য্যই সাধাৰণতে কোনো শব্দ নকৰে কিন্তু তেওঁক দেখা মাত্ৰে পক্ষীবিলাক উৰিবলৈ ধৰে, ছাগলীৰ পোৱালীবোৰে জঁপিয়াই জঁপিয়াই নাচিবলৈ ধৰে, গৰুৰ জাক হাবিত চৰিবলৈ যায়, বণিয়া মহাজনসকলে দোকান খোলে, কৃষকে হাল-কোৰ লৈ পথাৰলৈ যায়, পৃথিৱীত নানা কাম আৰম্ভ হবলৈ ধৰে। সূৰ্য্যই যে এই-বিলাক কৰিবলৈ ধৰিছে এয়ে যথেষ্ট। তেতিয়াৰ পৰাই অনন্ত কৰ্ম্ম আৰম্ভ হৈ যায়। এই অকৰ্ম্মাৱস্থাত অনন্ত কামৰ প্ৰেৰণা আৰু সামৰ্থ্য ভৰি থাকে। এনেকুৱা হোৱাটো এই সন্ন্যাসৰ দ্বিতীয় অদ্ভুত প্ৰকাৰ।

### (২১) দুয়োটাৰ তুলনা কথাৰে নহয়

পঞ্চম অধ্যায়ত সন্ন্যাসৰ দুটা প্ৰকাৰৰ তুলনা কৰা হৈছে। এটা চৌবিশ ঘন্টা কাম কৰিও একো নকৰা আৰু আনটো নকৰাকৈয়ে সকলো কৰা। এটা কৈয়ো নোকোৱা. আনটো নকৈয়ো কোৱা। এট দুয়োটা প্ৰকাৰকে ইয়াত তুলনা কৰা হৈছে। এই দিব্য প্ৰকাৰ কেইটাক অৱলোকন কৰক, চিন্তা কৰক, মনন কৰক, ইয়াতেই অপূৰ্ব্ব আনন্দ পাব।

এই বিষয়টোৱেই অপূৰ্ব্ব আৰু উদাত্ত। সঁচাকৈয়ে সন্ন্যাসৰ এই কল্পনা অতি পৱিত্ৰ আৰু ভব্য। যি সকলে তত্ত্বটো আৰু কল্পনা পোন প্ৰথমে অনুসন্ধান কৰি উলিয়াইছিল তেওঁলোক যে কিমান ধন্যবাদৰ পাত্ৰ! সচাঁকৈয়ে নৱ উজ্জ্বল কল্পনা। মানৱীয় বুদ্ধি আৰু মানৱীয় চিন্তা ধাৰাই এতিয়ালৈকে যিমান ওপৰলৈ উধাব পাৰিছিল,—সেই সকলোৱেই সন্ন্যাস পৰ্য্যন্তহে পাই-ছিলগৈ। ইয়াতকৈ ওপৰলৈ আৰু কোনেও উধাব পৰা নাছিল কিন্তু ওপৰলৈ উধোৱাৰ চেষ্টা হলে চলিয়েই আছে। বিচাৰ আৰু অনুভৱৰ দ্বাৰা ইমান ওপৰলৈ কোনোবাই উধাব পাৰিছে বুলি মই নেজানো। এই দুয়ো প্ৰকাৰে যুক্ত হোৱা সন্ন্যাসৰ যদি অকল কল্পনাও চকুৰ আগলৈ আহে তেন্তে অপূৰ্ব্ব আনন্দ পোৱা যায়। কিন্তু ভাষা আৰু ব্যৱহাৰৰ এই জগতলৈ যেতিয়া আহে তেতিয়া সেই আনন্দ কম হৈ যায়। সি ক্ৰমাত তললৈ নামিছে বুলিহে জানিব পৰা গৈছে। মই মোৰ বন্ধু-বৰ্গক এই বিষয়ে সদায় কৈয়েই আহিছোঁ। আজি বহুত বছৰৰপৰাই মই এই দিব্য বিচাৰ মনন কৰি আহিছো। ইয়াক

ভাষাই ঢুকি নেপায়। শব্দৰ শ্ৰেণীতো ই নপৰে।

কৰি থাকিও সকলোবিলাক এৰি পেলোৱা আৰু সকলোবিলাক কৰিও লেশ মাত্ৰ নকৰাটো কিমান উদাত্ত, ৰসময় আৰু কাব্যময় কল্পনা ! এতিয়া কাব্যৰ নো আৰু কি বাকী থাকিল। কাব্যৰ নামত যিবিলাক কাব্য প্ৰসিদ্ধ হৈছে সেই সকলোবিলাক, আমাৰ এই কাব্যৰ আগত অসাৰ। এই কল্পনাত যি আনন্দ, উৎসাহ, স্ফূৰ্ত্তি আৰু অলৌকিকতা আছে, সি আৰু কোনো কাব্যতে নাই। এইদৰেই এই পঞ্চম অধ্যায়ক অতি উচ্চ ভূমিকাত প্ৰতিষ্ঠিত কৰা হৈছে। চতুৰ্থ অধ্যায়লৈকে কৰ্ম্মক বিকৰ্ম্মক আখ্যা দি যথেষ্ট ওপৰলৈ তুলি নিয়া হৈছিল। ইয়াত অকৰ্ম্ম অৱস্থাক দুটা প্ৰকাৰৰ লগত প্ৰত্যক্ষ ভাৱে তুলনা কৰা হৈছে। অৱশ্যে ভাষাৰ বেৰৰবাং নিশ্চয় হৈছে। কৰ্ম্মযোগী শ্ৰেষ্ঠ নে কৰ্ম্মসন্ন্যাসী শ্ৰেষ্ঠ ?—কৰ্ম্ম কোনে বেছি কৰে, এইটো কোৱা সম্ভৱ নহয়। সকলো কৰিও একো নকৰা আৰু একো নকৰাকৈয়ে সকলো কৰা, এই দুয়োটাই —যোগ ; কিন্তু তুলনাৰ কাৰণে এটাক 'যোগ' আন এটাক 'সন্ন্যাস' বোলা হৈছে।

### (২২) জ্যামিতি আৰু মীমাংসকৰ দৃষ্টান্ত

তেনেহলে এতিয়া ইয়াৰ তুলনা কেনেকৈ কৰা যাব ? ইয়াৰ কাৰণে উদাহৰণৰেই সহায় লব লাগিব। যেতিয়া উদাহৰণ দিবলৈ যোৱা যায় তেতিয়া ই কিছু তললৈ নামিছে বুলি অনুমান হয়। অৱশ্যে তললৈ নামিব লাগিবই। প্ৰকৃতপক্ষে কবলৈ গ'লে—এই পূৰ্ণকৰ্ম্মসন্ন্যাস আৰু পূৰ্ণকৰ্ম্মযোগ এই দুয়োটা কল্পনাই এই শৰীৰত প্ৰৱেশ কৰিব নোৱাৰে। সিহঁতে এই দেহটোক ভাঙি পেলাব। কিন্তু যি মহাপুৰুষে এই কল্পনাৰ ওচৰ সীমা পাৰগৈ পাৰিছে, তেওঁৰ উদাহৰণেৰে আমি কাম চলাব লাগিব। উদাহৰণ সদায় অসম্পূৰ্ণ হৈয়েই থাকে; পিচে কিছু সময়ৰ বাবে সিহঁতক পূৰ্ণ বুলিয়েই ধৰি লব লাগে।

জ্যামিতিত যেনেকৈ কোৱা হয় যে, 'ধৰি লওক'—'ক' 'খ' 'গ' এটা ত্ৰিভুজ। বাৰু 'ধৰি লব' লাগে কিয় ? ধৰি লব এই কাৰণেই লাগে যে এই ত্ৰিভুজৰ ৰেখা কেইটা আচলেতে ৰেখা নহয়। ৰেখা ব্যাখ্যাই হৈছে যাৰ দীৰ্ঘ আছে, কিন্তু প্ৰস্থ নাই। প্ৰস্থত্ব নেথাকিলে বোৰ্ডৰ ওপৰত দীৰ্ঘত্ব কেনেকৈ দেখা যাব ? আঁক দীঘলীয়াকৈ মাৰিলে প্ৰস্থত্ব থাকিবই। আমি যেনেকুৱা ৰেখাকেই নেটানো লাগে তাত অলপ নহয় অলপ প্ৰস্থত্ব থাকিবই।

এই কাৰণে জ্যামিতি শাস্ত্ৰৰ ৰেখা 'মানে' বিনা কামৰ নহয়। ভক্তি শাস্ত্ৰতো জানো এনেকুৱা কথাই নাই? তাতো ভক্তই কৈছে—এই ক্ষুদ্ৰ শালগ্ৰামৰ টুকুৰা-টোতেই অখিল ব্ৰহ্মাণ্ডখনেই আছে বুলি 'ধৰক'। যদি কোনো লোকে কয় যে "ই কেনে ধৰণৰ পাগলামি"। তেনেহলে তেওঁক কৈ দিয়া যে তোমাৰ এই জ্যামিতিও পাগলামিয়েই। কিয়নো ৰেখাডাল ডাঙৰ বাবেই স্পষ্টৰূপে দেখা যায়। অথচ কোৱা হৈছে যে ইয়াৰ প্ৰস্থত্ব নাই বুলি ধৰি লোৱা ই নো কেনে পাগলামি! অনুবীক্ষণ যন্ত্ৰত চালে সেই ৰেখাডাল আধা ইঞ্চিমান বহল যেন দেখা যাব। যেনেকৈ জ্যামিতিত মানি লোৱা হৈছে, সেইদৰেই ভক্তি-শাস্ত্ৰয়ো কয় যে "এই শালগ্ৰামত পৰমেশ্বৰ আছে বুলিয়েই ধৰি লোৱা।" আকৌ যদি কোনোবাই এইদৰে কয় যে-- "পৰমেশ্বৰ নেভাগে আৰু নিছিগেও। তোমাৰ এই শালগ্ৰামো ভাগি যাব, মাৰি চামনে?" ই কিন্তু জ্ঞানী লোকৰ কথা নহব। কিয়নো জ্যামিতিৰ ক্ষেত্ৰত যে ধৰি লোৱাটো চলে, ভক্তি-শাস্ত্ৰৰ ক্ষেত্ৰত নো কিয় চলিব নোৱাৰে? বিন্দু আঁকিবৰ সময়তো কোৱা হয় যে 'ধৰি লোৱা' আৰু বোৰ্ডত বিন্দু অংকা হয়। বিন্দু জানো এটা সুন্দৰ গোলাকাৰ বাটলু গুটিয়েই? বিন্দুৰ ব্যাখ্যা দেখোন ব্ৰহ্মাণ্ডৰেই ব্যাখ্যা। বিন্দুত দীঘল, বহল আৰু স্থূলত্বৰ প্ৰশ্ন নাই। অথচ ব্যাখ্যাও কৰে আৰু বোৰ্ডত আঁকিও দেখুবায়। বাস্তৱতে বিন্দুৰ অস্তিত্ব মাত্ৰহে থাকে। ই ত্ৰি-পৰিমাণ ৰহিত। গতিকে দেখা যায় প্ৰকৃত ত্ৰিভুজ, আৰু প্ৰকৃত বিন্দু ব্যাখ্যাতহে থাকে। আমি তাকে মানিয়েই চলিব লগাত পৰে। ভক্তি শাস্ত্ৰৰ মতেও শালগ্ৰামত অজৰ-অমৰ আৰু সৰ্ব্বব্যাপী ভগৱান বিৰাজমান হৈ আছে বুলি মানি লব লগাত পৰে। আমিও এনেকুৱা কাল্পনিক দৃষ্টান্তকে লৈ ইয়াক তুলনা কৰিম।

মীমাংসক সকলে এটা বৰ কৌতুক পূৰ্ণ ৰহস্য উদ্ঘাটন কৰিছে। পৰ মেশ্বৰে কৈছে—ইয়াৰ মীমাংসা কৰোতে কৰোতে তেওঁলোকে এটা বৰ সুন্দৰ বৰ্ণনা দিছে। বেদত ইন্দ্ৰ, বৰুণ, অগ্নি, আদি দেৱতা সকল আছে। এই দেৱতাসকলৰ বিচাৰ মীমাংসা কৰোতে এটা নতুন প্ৰশ্নৰ উদয় হৈছে। প্ৰশ্নটো হৈছে এই যে ইন্দ্ৰ কেনেকুৱা? এওঁৰ ৰূপ কেনে এওঁ ক'ত থাকে?" মীমাংসকে উত্তৰ দিছে যে—'ইন্দ্ৰ' শব্দটোৱেই ইন্দ্ৰৰ ৰূপ। 'ইন্দ্ৰ' শব্দতেই তেওঁ থাকে। 'ই' আৰু ন-দ-ৰ 'ন্দ্ৰ' এয়েই তেওঁৰ স্বৰূপ। সেয়েই তেওঁৰ

মূৰ্ত্তি, সেয়েই তেওঁৰ পৰিমাণ। বৰুণ দেৱতা কেনেকৈ হ'ল? ঠিক সেই-দৰেই। প্ৰথমে 'ব' তাৰ পিচত 'ৰু' তাৰ পিচত 'ণ'। ব-ৰু-ণ—এয়েই বৰুণৰ ৰূপ। এই দৰেই অগ্নি আদি দেৱতা সকলকো ধৰি লব পাৰি। এই সকলো দেৱতাই অক্ষৰ-ৰূপধাৰী। সকলো দেৱতাই অক্ষৰ মূৰ্ত্তি, এই কল্পনা আৰু এই চিন্তা-ধাৰাত বৰ মধুৰতা আছে। দেৱতাৰ কল্পনা, দৈব বস্তুৰ কোনো আকাৰ নোহোৱাৰ নিচিনাই। সেই কল্পনাক প্ৰদৰ্শিত কৰিবৰ নিমিত্তে অক্ষৰ চিহ্নই যথেষ্ট হব। ঈশ্বৰ কেনেকুৱা? প্ৰথমে 'ঈ' তাৰ পিচত 'শ্ব' তাৰ পিচত 'ৰ'। শেষত 'ওঁ' টোৱেই অদ্ভুত কাম কৰি পেলালে। 'ওঁ' অক্ষৰটোৱেই ঈশ্বৰ হৈ পৰিল। ঈশ্বৰৰ কাৰণে সি এটা সংজ্ঞাই হৈ পৰিল। এনেকুৱা সংজ্ঞা তৈয়াৰ কৰি লব লগাত পৰে। কিয়নো মূৰ্ত্তিত—আকাৰত এই বিশাল কল্পনা প্ৰৱেশ কৰিব নোৱাৰে। কিন্তু মানুহৰ ইচ্ছা বৰ বলৱান। সি এই কল্পনাবিলাকক মূৰ্ত্তিত প্ৰৱিষ্ট কৰাবলৈ চেষ্টা কৰে।

### (২৩) সন্ন্যাসী আৰু যোগী একেই

সন্ন্যাস আৰু যোগ এই দুয়োটাই হৈছে অতি উচ্চ থাপৰ। পূৰ্ণ সন্ন্যাস আৰু পূৰ্ণ যোগৰ কল্পনাই এই দেহত প্ৰৱেশ কৰিব নোৱাৰে। দেহত এই ধ্যেয় সোমাব নোৱাৰিলেও চিন্তাধাৰাত নিশ্চয় সোমায়। পূৰ্ণ যোগী আৰু পূৰ্ণ সন্ন্যাসীও ব্যাখ্যাতেই হৈ থাকে। সিহঁত ধ্যেয়ভূত আৰু অপ্ৰাপ্য হৈয়েই থাকিব কিন্তু উদাহৰণ স্বৰূপে এনেকুৱা ব্যক্তিক লব লাগিব যি এই কল্পনাৰ চৰম সীমা পাবগৈ পাৰিছে। তাৰ পিচত জ্যামিতিৰ দৰে কব লাগিব যে, এওঁক পূৰ্ণযোগী বা পূৰ্ণ সন্ন্যাসী বুলি ধৰি লওঁক। সন্ন্যাসৰ উদাহৰণ দিবলৈ যাওঁতে শুক, যাজ্ঞবল্ক্য আদিৰ নাম লোৱা হয়। ইফালেদি কৰ্ম্ম যোগীৰ ৰূপত 'জনক, আৰু শ্ৰীকৃষ্ণৰ নাম ভগৱদ্‌গীতাই নিজেই লৈছে, লোকমান্যই 'গীতাৰহস্য'ত এখন নামাৱলীকে দি দিছে। "জনক, শ্ৰীকৃষ্ণ আদি ইটো পথেদি গৈছিল আৰু শুক, যাজ্ঞবল্ক্য আদি সিটো পথেদি গৈছিল।" কিন্তু এই বিষয়ে অলপ চিন্তা কৰি চালেই এই তালিকাখন তিতা হাতেৰে যেনেকৈ মছি পেলাব পাৰি সেইদৰেই মছ খাই যাব। যাজ্ঞবল্ক্য সন্ন্যাসী আছিল আৰু জনক কৰ্ম্মযোগী আছিল। অৰ্থাৎ সন্ন্যাসী যাজ্ঞবল্ক্যৰ কৰ্ম্মযোগী জনক শিষ্য আছিল, কিন্তু সেই জনকৰেই শিষ্য শুকদেৱ সন্ন্যাসী

হ'ল। যাজ্ঞবল্ক্যৰ শিষ্য 'জনক' আৰু জনকৰ শিষ্য হ'ল 'শুক'। আগতে সন্ন্যাসী, পিচত কৰ্ম্মযোগী তাৰ পিচত আকৌ সন্ন্যাসী—এইদৰেই এই মালা-ধাৰ হৈছে। এইদৰেই যোগ আৰু সন্ন্যাস একটো পৰম্পৰাতে আহি পৰে।

ব্যাসদেৱে শুকক কৈছিল—"বোপা শুক, তুমি বৰ জ্ঞানী হৈছা, কিন্তু তোমাৰ গাত গুৰুৰ ছাপ এতিয়াও পৰা নাই। এই কাৰণে তুমি জনকৰ ওচৰলৈ যোৱা।" শুকদেব গ'ল। জনক ৰজা নিজৰ-কাৰেঙৰ তিন তলাৰ ওপৰত বহি আছিল। শুকদেৱ আছিল বনবাসী! নগৰৰ দৃশ্য চাই চাই যাবলৈ ধৰিলে। জনকে শুকদেৱক সুধিলে—"কিয় আহিল?" শুকে ক'লে "জ্ঞান লাভৰ কাৰণে।" "কোনে পঠিয়াইছে?" "ব্যাসদেৱে।" "ক'ৰপৰা আহিল? "আশ্ৰমৰপৰা।" "ইয়ালৈ আহোঁতে বজাৰত কি কি দেখিলে?" "চাৰিওপিনে একেবিধ চেনিৰে তৈয়াৰ কৰা মিঠাই সজাই থোৱা দেখিলোঁ।" "আৰু কি দেখিলে?" "খোজকঢ়া আৰু কথাকোৱা চেনিৰ পুতলা দেখিলোঁ।" "তাৰ পিচত আৰু কি দেখিলে?" "ইয়ালৈ আহি থাকোঁতে চেনিৰ টান খট্-খটি এটা পালোঁ।" "তাৰ পিচত কি পালে?" "চেনিৰ ছবিবিলাক, ইয়াতো যেনিয়েই পাই তেনিয়েই দেখা পাইছোঁ?" "এতিয়া কি দেখা পাইছে?" "চেনিৰ এটা পুতলাই আনটো পুতলাৰ লগত কথা পাতি আছে।" অৱশেষত জনকে কলে, "এতিয়া যাওক, আপুনি সকলো জ্ঞান পাই এতাইছে।" শুক-দেৱে জনকৰপৰা যি চহী থকা প্ৰমাণ-পত্ৰ বিচাৰিছিল, তাক পালে। তাৎপৰ্য্য হৈছে এই যে, কৰ্ম্মযোগী জনকে সন্ন্যাসী শুকদেৱক শিষ্য হিচাপে পাছ কৰি দিলে। শুকদেৱতো সন্ন্যাসী আছিলেই। পিচে ঘটনাটো কেনে ৰোমাঞ্চকৰ!

পৰীক্ষিতে অভিশাপ পালে যে "সাত দিনৰ ভিতৰত তুমি মৰিবা।" পৰীক্ষিত মৰিবলৈ সাজু হব লগা হৈছিল। তেওঁক এনেকুৱা গুৰুৰ প্ৰয়োজন হৈছিল যি কেনেকৈ মৰে তাক শিকাই দিব পাৰে। তেতিয়া তেওঁ শুক্ৰচাৰ্য্যক মতাই আনিলে। শুক্ৰচাৰ্য্য আহিলে আৰু লেপেটাকাঢ়ি বহি ২৪×৭=১৬৮ ঘন্টা ব্যাপি ভাগৱত শুনাবলৈ ধৰিলে। তেওঁ যি বহিল বহিলেই, এবাৰো নুঠিল। অনৰ্গল কথা কৈয়েই থাকিল। ইনো কি ডাঙৰ কথা? ডাঙৰ কথা আছিল এইটোৱেই যে একে লেথাৰিয়ে সাত দিন তেওঁ যথেষ্ট শ্ৰম কৰিব লগা হৈছিল। তথাপি যে, তেওঁ গাত একো গমকে

নেপালে। অহৰহঃ কাম কৰি থকা সত্ত্বেও তেওঁ যেন একো কামেই কৰা নাছিল। সাৰাংশ হৈছে এই যে সন্ন্যাস আৰু কৰ্ম্মযোগ দুয়োটাই অভিন্ন। এই নিমিত্তে ভগৱানে কৈছে "একং সাংখ্যং চ যোগং চ যঃ পশ্যতি স পশ্যতি।" যি সন্ন্যাস আৰু যোগক একে যেন দেখিছে, তেৱেঁই ইয়াৰ প্ৰকৃত ৰহস্য বুজিছে বুলি কব লাগিব। এজনে নকৰিও কৰে আৰু আনজনে কৰিও নকৰে। যি সৰ্চাকৈয়ে শ্ৰেষ্ঠ সন্ন্যাসী, যি সদায় সমাধিষ্ঠ হৈ থাকে, যি একেবাৰে নিৰ্বিকাৰ, এনেকুৱা সন্ন্যাসী পুৰুষক যদি দহ দিনৰ কাৰণে হলেও আমাৰ মাজত থাকিবলৈ দিয়া হয়, তেন্তে কিমান জ্ঞান, কিমান উদগনি তেওঁৰপৰা পোৱা যাব! অনেক বছৰৰ চেষ্টাৰ ফলত যিবিলাক কাম হৈ উঠা নাই, তেনে কামো তেওঁৰ দৰ্শন আৰু উপস্থিতিৰপৰা হৈ উঠিব। ছবি দেখি যদি মনত পৱিত্ৰতাৰ উদয় হয়, মৃত ব্যক্তিৰ ছবিৰ পৰা যদি ভক্তি, প্ৰেম, পৱিত্ৰতা আদি অন্তৰত জাগৃত হয়, তেন্তে জীৱিত সন্ন্যাসীক দেখাৰপৰা যে কিমান প্ৰেৰণা পাব পৰা যাব! সন্ন্যাসী আৰু যোগী দুয়ো লোক-সংগ্ৰহ কৰে। এঠাইত যদি বাহিৰৰপৰা কৰ্ম্মত্যাগ যেন দেখা যায়, তথাপি সেই কৰ্ম্মত্যাগত কৰ্ম্ম ভৰপূৰ হৈ থাকেই। তাত অনন্ত স্ফূৰ্ত্তি ভৰি থাকে। জ্ঞানী সন্ন্যাসী আৰু জ্ঞানী কৰ্ম্মযোগী দুয়ো একে পৰ্য্যায়ৰে। নাম বেলেগ বেলেগ হ'লেও অৰ্থ একেই। একেটা তত্ত্বৰে এই দুটা ফাল বা প্ৰকাৰ। কোনো যন্ত্ৰ যেতিয়া অতি খৰকৈ ঘূৰিবলৈ ধৰে, তেতিয়া তাক একে ঠাইতে ৰৈ থকা যেন লাগে, সি যেন অকণো লৰচৰ কৰাই নাই। সন্ন্যাসীৰ বেলিকাও এনেকুৱাই হয়, তেওঁৰ শান্তি আৰু স্থিৰতাৰ পৰা অনন্ত শক্তি, অপাৰ প্ৰেৰণা ওলায়। মহাবীৰ, বুদ্ধ, আৰু নিবৃত্তিনাথেলে এনেকুৱা বিভূতিয়েই আছিল। সন্ন্যাসীৰ সমস্ত চেষ্টা আহি যদি একে ঠাইতে লগলাগেহি তথাপি সি প্ৰচণ্ড কৰ্ম্ম কৰেই। সাৰাংশ হৈছে এই যে যোগীয়েই সন্ন্যাসী আৰু সন্ন্যাসীয়েই যোগী। দুয়োটাৰ ভিতৰত কোনো প্ৰভেদ নাই। শব্দ বেলেগ কিন্তু অৰ্থ একেটাই। যেনেকৈ শিল মানে পাষাণ আৰু পাষাণ মানে শিল; সেইদৰেই কৰ্ম্মযোগী মানে সন্ন্যাসী আৰু সন্ন্যাসী মানেও কৰ্ম্মযোগীয়েই।

### (২৪) তথাপি সন্ন্যাসতকৈ কৰ্ম্মযোগ শ্ৰেষ্ঠ

কথাটো যদিও এনেকুৱাই তথাপি ভগৱানে মনত এটা আশঙ্কা জন্মাই

দিছে। ভগৱানে কৈছে "সন্ন্যাসতকৈ কৰ্ম্মযোগ শ্ৰেষ্ঠ।" যদি দুয়োটা একেই হয় তেন্তে ভগৱানে এইদৰে কিয় কৈছে? তেনেহলে এইবোৰ কিহৰ লীলা-খেলা? যেতিয়া ভগৱানে কয় যে কৰ্ম্মযোগী শ্ৰেষ্ঠ, তেতিয়া তেওঁ সাধকৰ দৃষ্টিৰে কয়। সমূলি কাম নকৰাকৈ সকলো কাম কৰাৰ বিধি এজন সিদ্ধ পুৰুষৰ কাৰণে সম্ভৱ হব পাৰে, কিন্তু সাধকৰ কাৰণে নহয়। তথাপি সকলো কৰ্ম্ম কৰিও একো নকৰাৰ পদ্ধতিটো কিছু অনুকৰণ কৰিব পাৰি। এনেকুৱা এটা নিয়ম আছে, যিটো সাধকৰ কাৰণে সম্ভৱ নহয়; কেৱল সিদ্ধ পুৰুষৰ কাৰণেহে সম্ভৱ। দ্বিতীয়টো সাধকৰ কাৰণে কিছুপৰিমাণে সম্ভৱ হব। একেবাৰেই কৰ্ম্ম নকৰাকৈ কৰ্ম্ম কেনেকৈ কৰিব লাগে, ই সাধকৰ কাৰণে এটা সমস্যাই হৈ উঠিব। ইয়াক তেওঁ সহজে বুজিব নোৱাৰিব। কৰ্ম্মযোগ সাধকৰ কাৰণে এটা পথ, জিৰণিৰ ঠাই আৰু বাহৰো, কিন্তু সন্ন্যাস শেষ মন্দিৰত হে আছে, বাটাত নাই। এই কাৰণেই সাধকৰ দৃষ্টি ত, সন্ন্যাসীত কৈ কৰ্ম্মযোগী শ্ৰেষ্ঠ।

এই কাৰণে ভগৱানে পিচৰ দ্বাদশ অধ্যায়ত নিগুৰ্ণত কৈ সগুণক বিশেষ স্থান দিছে। সগুণত সকলো ইন্দ্ৰিয়ৰ কাৰণে কাম আছে নিগুৰ্ণত নাই। নিগুৰ্ণত হাত, ভৰি, চকু আদি সকলো ইন্দ্ৰিয়ই কৰ্ম্মশূন্য হৈ পৰে। সাধকৰ দ্বাৰাই হব নোৱাৰে। কিন্তু সগুণত হলে এনেকুৱা কথা নাই। চকুৰে ৰূপ দেখিব পাৰে, কাণেৰে হৰি কীৰ্ত্তন শুনিব পাৰে, হাতৰ দ্বাৰাই পূজা-পাতল কৰিব পাৰে, মানুহৰ সেৱা কৰিব পাৰে, ভৰিৰে তীৰ্থ-যাত্ৰা কৰে—এইদৰে সকলো ইন্দ্ৰিয়কে কাম দি সিহঁতৰ হতুৱাই কাম কৰাইলে লাহে লাহে সিহঁতক হৰিময় কৰি তুলিব পৰা শক্তি সগুণৰ আছে। কিন্তু নিগুৰ্ণত জিভা, কাণ, হাত, ভৰি আদি সকলো বন্ধ হৈ থাকে। এই সকলোবোৰ বন্ধ হৈ থকা দেখি, বেছেৰা সাধক বিমোৰত পৰে। তেনে অৱস্থাত তেওঁৰ মনত নিগুৰ্ণে স্থান পায় কেনেকৈ? যদি তেওঁ থামোনপুতি বহিও থাকে তেতিয়াহলেও তেওঁৰ মনলৈ না-না তৰহৰ ভাৱনা-চিন্তা আহিবলৈ ধৰিব। ইন্দ্ৰিয়বিলাকক একো কৰিবলৈ নকলেও কিবা কৰাটো সিহঁতৰ স্বভাৱ। বিজ্ঞাপনতো জানো এনেকুৱাই নহয়? ওপৰত লিখা থাকে যে "নপঢ়িব" তেতিয়া পাঠকে মনতে ভাবে যে এইটো দেখোন পঢ়িবলৈ বাৰণ কৰিছে, ইয়াত নো কি আছে চাওঁচোন বাৰু! নপঢ়িব বুলি লিখাৰ উদ্দেশ্যাই হৈছে পাঠকে ইয়াক জৰুৰে

পঢ়ক। মানুহেও তাক মনোযোগেৰে পঢ়ে। নিৰ্গুণ মন চঞ্চল হৈ থাকিব। কিন্তু সগুণ ভক্তিৰ এনেকুৱা নহয়। তাত পূজা, আৰতি সেৱা আৰু ভূতদয়া আদি সকলো আছে; ইন্দ্ৰিয়ৰ কাৰণে তাত কামো আছে। এই ইন্দ্ৰিয়-বিলাকক নিয়ম কামত লগাই পিচত মনক কব লাগে, 'এতিয়া য'লৈ ইচ্ছা যা। কিন্তু তেতিয়া আৰু মন নেযায়। তাতেই লাগি থাকিব। নজনা নুশুনাকৈয়ে মন একাগ্ৰ হৈ পাৰিব। কিন্তু যদি তাক জানি বুজি লৈ কোনো এটা কামত লাগিবলৈ কোৱা হয়, তেন্তে সি লৰি পলাবই। ভিন ভিন ইন্দ্ৰিয়ক উত্তম আৰু সুন্দৰ কামত লগাই দিয়া, তাৰ পিচত মনক ইচ্ছামত বিচৰণ কৰিবলৈ কোৱা। সি আৰু কেতিয়াও বিচৰণ নকৰে। তাক যাবলৈ একেবাৰেই ছুটী দি দিয়া, তেতিয়া সি কব যে, "মই যি বহিলো, বহিলোৱেই।" তাক যদি হুকুম দিয়া হয় যে "মনে মনে বহা" তেতিয়া কব যে "তেনেহলে উঠিলোৱেই"।

সুলভতাৰ দৃষ্টিৰে দেহধাৰী মানুহৰ কাৰণে নিৰ্গুণতকৈ সগুণ শ্ৰেষ্ঠ। কৰ্ম্ম কৰি কৰ্ম্ম উৰাই দিয়াৰ কৌশল কৰ্ম্ম নকৰি কৰ্ম্ম কৰাৰ কৌশলতকৈ শ্ৰেষ্ঠ; কিয়নো সি সহজতে হয়। কৰ্ম্মযোগত প্ৰযত্ন আৰু অভ্যাসৰ কাৰণে স্থান আছে। সকলো ইন্দ্ৰিয়ক নিজৰ অধীন কৰি লাহে লাহে সকলো কামৰ-পৰা মনক আত'ৰাই নিয়াৰ অভ্যাস কৰ্ম্মযোগত কৰিব পাৰি। এই নিয়ম আজি চলা নাই যদিও চলাৰ দৰেই হৈছে। কৰ্ম্মযোগ অনুকৰণ-সুলভ। সন্ন্যাসত কৈ ই এই কাৰণেই শ্ৰেষ্ঠ। কিন্তু পূৰ্ণাৱস্থাত কৰ্ম্মযোগ আৰু সন্ন্যাস একেই। নাম দেখাত পৃথক হলেও দুয়োটা একে ইয়াত কোনো পাৰ্থক্য নাই। কিন্তু সাধকৰ কাৰণে কৰ্ম্মযোগ সুলভ। পূৰ্ণাৱস্থাত হলে দুয়োটাই একে।

সাঙ্গদেৱে জ্ঞানদেৱলৈ এখন চিঠি লেখিছিল। সেইখন কেৱল এখন সুদা কাগজ হে আছিল। সাঙ্গদেৱত কৈ জ্ঞানদেৱ বয়সত সৰু আছিল। "চিৰঞ্জীৱ" লিখিবলৈকো জ্ঞানদেৱ জ্ঞানত শ্ৰেষ্ঠ আছিল। পূজনীয় লিখিবলৈকো বয়সত জ্ঞানদেৱ সৰু আছিল। এতিয়া সম্বোধন কৰে কি, বুলি? একো নিৰ্ণয় কৰিব নোৱাৰি শেষত জ্ঞানদেৱে সুদা কাগজকে পঠাই দিলে। চিঠিখন প্ৰথমে নিবৃত্তিনাথৰ হাতত পৰিল। তেওঁ পঢ়ি জ্ঞানদেৱক দি দিলে। জ্ঞানদেৱে পঢ়ি মুক্তাবাইক দিলে। মুক্তাবায়ে পঢ়ি চাই কলে— সাঙ্গদেৱ, ইমান ডাঙৰ হ'ল, তথাপি তেওঁ সুদা যি সুদাই থাকিল। নিবৃত্তি-

নাথে কলে, "সাঙ্গদেৱ সৰল, শুদ্ধ, নিৰ্ম্মল আৰু উপদেশ দিবৰ উপযুক্ত"। পিচে সেই চিঠিৰ উত্তৰ দিবলৈ জ্ঞানদেৱক কলে। জ্ঞানদেৱে ৬৫ (ওৱিয়ো) টা ছন্দত লিখি চিঠি দিলে। তাকে 'সাঙ্গদেৱ-পাসষ্টী' বোলে। এই চিঠি খনত এনেকুৱা মনোৰঞ্জক কথা আছিল। লিখা চিঠি পঢ়িবলৈ সহজ, কিন্তু নিলিখা চিঠি পঢ়াটো বৰ টান। তাক পঢ় শেষ কৰিব নোৱাৰি। এইদৰে সন্ন্যাসীক যদিও খালী বা শূন্য যেন দেখা যায় তথাপি তাত অপৰিসীম কৰ্ম্ম ভৰি থাকে।

পূৰ্ণসন্ন্যাস আৰু পূৰ্ণকৰ্ম্মযোগ—দুয়োটাৰ মূল্যই সমান। কিন্তু কৰ্ম্ম যোগৰ ব্যৱহাৰিক মূল্য আৰু বেছি। কোনো এখন নোটৰ মূল্য পাঁচ টকা। সোণৰ মোহৰো পাঁচ টকাৰেই। যেতিয়ালৈকে চৰকাৰ সলনি নহয় তেতিয়া-লৈকে দুয়োটাৰে মূল্য সমানেই থাকে; কিন্তু যদি চৰকাৰৰ সাল-সলনি ঘটে তেন্তে ব্যৱহাৰত সেই নোটবিলাকৰ মূল্য হয়তো এক পায়ো নহব। কিন্তু সোণৰ মোহৰবিলাকৰ মূল্য কিছু নহয় কিছু নিশ্চয় পোৱা যাবই। যিহেতু সি হৈছে সোণ। পূৰ্ণাৱস্থাত কৰ্ম্মত্যাগ আৰু কৰ্ম্মযোগ দুয়োটাৰ মূল্য একেই; কিয়নো, জ্ঞান দুয়োটাৰেই সমান। জ্ঞানৰ মূল্য অনন্ত। অনন্তত যিহকে নিমিলাওক লাগে—মূল্য অনন্তই থাকিব। গণিত শাস্ত্ৰৰ মূল সিদ্ধান্ত হৈছে এইটোৱেই। কৰ্ম্মত্যাগ আৰু কৰ্ম্মযোগ যেতিয়া পৰিপূৰ্ণ জ্ঞানত মিলি যাব তেতিয়াই দুয়োটাৰে মূল্য সমান হৈ পৰে, কিন্তু জ্ঞানক যদি দুয়োঠাইৰ পৰা আঁতৰাই নিয়া হয়, তেন্তে কৰ্ম্মত্যাগত কৈ কৰ্ম্মযোগেই সাধকৰ কাৰণে শ্ৰেষ্ঠ বুলি প্ৰমাণিত হব। পৰিপূৰ্ণ শুদ্ধজ্ঞান দুয়োপিনে যোগ দিলে মূল্য একেই হৈ পৰে। নিৰ্দ্দিষ্ট ঠাইত উপনীত হোৱাৰ পিচত জ্ঞান+কৰ্ম্ম=জ্ঞান+কৰ্ম্মাভাৱ। কিন্তু জ্ঞানক দুয়োঠাইৰ পৰা আঁতৰ কৰি দিলে, কৰ্ম্মৰ অভাৱত কৈ কৰ্ম্মইহে সাধকৰ কাৰণে শ্ৰেষ্ঠ বুলি প্ৰতিপাদিত হব। নকৰিও কৰা হোৱাটো সাধকে বুজিবই নোৱাৰে। কৰি নকৰাটো হলে সহজে বুজিব পাৰে। কৰ্ম্মযোগ বাটতো আছে বাহৰতো আছে সন্ন্যাস হলে কেৱল বাহৰতেই হে থাকে, বাটত নেথাকে। এই কথাটোকেই যদি শাস্ত্ৰীয় ভাষাত কোৱা হয়, তেন্তে কৰ্ম্মযোগ উপকৰণ আৰু নিষ্ঠাও; কিন্তু সন্ন্যাস হলে কেৱল নিষ্ঠাহে। নিষ্ঠাৰ অৰ্থ হৈছে অন্তিম অৱস্থা।

দেওবাৰ ২০-৩-'৩৩

# ষষ্ঠ অধ্যায়

## (২৫) আত্মোদ্ধাৰৰ আকাঙ্ক্ষা

পঞ্চম অধ্যায়ত আমি কল্পনা আৰু চিন্তাধাৰাৰ দ্বাৰা বুজিব পাৰিছো যে মানুহে কিমান বেঁচি ওপৰলৈকে উধাব পাৰে। কৰ্ম্ম, বিকৰ্ম্ম, অকৰ্ম্ম মিলি গোটেই সাধনা পূৰ্ণ হয়। কৰ্ম্ম হৈছে স্থূল বস্তু। আমি যি স্ব-ধৰ্ম্মীয় কৰ্ম্ম কৰো, তাত আমাৰ মনৰ সহযোগ থকা উচিত। মানসিক শিক্ষাৰ কাৰণে যি কৰ্ম্ম কৰা হয় সি বিকৰ্ম্ম, বিশেষ কৰ্ম্ম অথবা সূক্ষ্ম কৰ্ম্ম। কৰ্ম্ম আৰু বিকৰ্ম্ম দুয়োটাৰেই আৱশ্যক। এই দুয়োটাৰ প্ৰয়োগ কৰোতে কৰোতে অকৰ্ম্মৰ ভূমিকা তৈয়াৰ হৈ উঠে। আগৰ অধ্যায়ত আমি কৈ আহিছো যে ভূমিকাত কৰ্ম্ম আৰু সন্ন্যাস দুয়োটাই একৰূপ হৈ যায়। এতিয়া ষষ্ঠ অধ্যায়ৰ আৰম্ভতেও কোৱা হৈছে যে কৰ্ম্মযোগৰ ভূমিকা সন্ন্যাসৰ ভূমিকাত কৈ পৃথক যেন দেখা গলেও আচলতে ৰূপ একেটাই। কেৱল দেখাত হে অন্তৰ। পঞ্চম অধ্যায়ত যি অৱস্থাৰ বৰ্ণনা কৰা হৈছে, তাৰ উপকৰণ বিচৰাটোৱেই হৈছে পিচৰ অধ্যায়ৰ বিষয় বস্তু।

কিছুমান মানুহৰ অন্তৰত এই ভ্ৰমপূৰ্ণ কল্পনাটোৱে ঠাই পাইছে যে পৰমাৰ্থ, গীতা আদি গ্ৰন্থসমূহ সাধু সকলৰ কাৰণেহে। এজন সংসাৰীয়ে কৈছিল "মই কোনো সাধু নহওঁ।" ইয়াৰ অৰ্থ হৈছে এইটোৱেই যে সাধু নামৰ কোনো প্ৰাণী আছে য'ত তেওঁ নাই। যেনেকৈ, ঘোঁৰা, সিংহ, ভালুক আৰু গৰু আদি প্ৰাণী আছে সেইদৰেই সাধু নামৰো কিছুমান প্ৰাণী আছে আৰু পৰমাৰ্থৰ কল্পনা কেৱল তেওঁলোকৰ কাৰণেহে। বাকী যি সকল ব্যৱহাৰিক জগতত থাকে, তেওঁলোক যেন অন্য কোনো জাতিৰ হে। তেওঁ-লোকৰ চিন্তা-ধাৰা পৃথক আৰু আচাৰো পৃথক। এই কল্পনাটোৱেই সাধু-সন্ত আৰু ব্যৱহাৰিক মানুহৰ মাজত দুটা পৃথক জাতিৰ সৃষ্টি কৰিলে। 'গীতা-ৰহস্য'ত লোকমান্য তিলকে এই কথাটোৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰিছে। 'গীতা-গ্ৰন্থ হৈছে সৰ্ব্বসাধাৰণ ব্যৱহাৰিক লোকৰ কাৰণে, তেখেতৰ এই কথাষাৰ মই সৰ্ব্বান্তঃকৰণেৰে সমৰ্থন কৰো। ভগৱদ্‌গীতা গোটেই পৃথিৱীৰ নিমিত্তেই। পৰমাৰ্থ-বিষয়ক সমস্ত উপকৰণ প্ৰত্যেক ব্যৱহাৰিক মানুহৰ কাৰণেই। নিজৰ ব্যৱহাৰ শুদ্ধ আৰু নিৰ্ম্মল কৰি ৰাখি

মনৰ সমাধান আৰু শান্তি কেনেকৈ লাভ কৰিব পাৰি, ইয়াকেই পৰমাৰ্থই শিকায়। নিজৰ ব্যৱহাৰ কেনেকৈ শুদ্ধ কৰিব পাৰি ইয়াৰ উপায় দিয়ে গীতাই। য'তে ব্যৱহাৰক কামত লগোৱা হয় তলৈকে গীতা লৰি আহে' কিন্তু গীতাই আপোনালোক যেনে অৱস্থাত আছিল তেনে অৱস্থাত থাকিবলৈ নিদিয়ে। গীতাই আপোনাৰ হাতত ধৰি শেষ স্তৰলৈকে লৈ যাব। এটা বিখ্যাত জনশ্ৰুতি আছে। সি হৈছে এই—'পৰ্ব্বত যদি মহম্মদকে পাস ন আয়ে, তো মহম্মদ পৰ্ব্বতকে পাস জায়গা।' মহম্মদে চিন্তা কৰিছিল যে মোৰ বাণী জড় পৰ্ব্বত পৰ্য্যন্ত কেনেকৈ যাব? পৰ্ব্বত জড়, সেই কাৰণে মহম্মদে তালৈ প্ৰতীক্ষা কৰি নেথাকিব। এই কথাটোৰেই গীতা-গ্ৰন্থতো আছে। মানুহ যিমানেই হীন-দুৰ্ব্বল বা মূৰ্খ হওক, তেওঁৰ ওচৰলৈ গীতা যাবই। গীতা য'ৰে মানুহ ত'তে ৰাখিবৰ কাৰণে নহয় বৰং তেওঁক হাতত ধৰি গন্তব্য পথলৈ লৈ যাবলৈ আৰু ওপৰ লৈ তুলিবলৈহে। মানুহে নিজৰ ব্যৱহাৰ শুদ্ধ কৰি পৰমোচ্চ অৱস্থা লাভ কৰাটো গীতাই কামনা কৰে। ইয়াৰ কাৰণে গীতাৰ জন্ম।

"গতিছে মই জড় পদাৰ্থ, ব্যৱহাৰী সাংসাৰিক জীৱ"—এই বুলি কৈ হাত সাৰিবলৈ নেচাবা আৰু এইদৰেও কোৱাটো ঠিক নহয় যে "মোৰ দ্বাৰাই নো কি হব পাৰে? এই সাত বেগেতীয়া দেহটোৰেই মোৰ যথা সৰ্ব্বস্ব।" এনেকুৱা বন্ধনৰূপী বেৰ নিজৰ চৌপাশে দি লৈ পশুৰ নিচিনা ব্যৱহাৰ নকৰিবা। আগবাঢ়িবলৈ আৰু ওপৰলৈ উধাবলৈ বুকুত সাহ বান্ধি ওলোৱা।

"উদ্ধৰেদাত্মনাত্মানং নাত্মানমৱসাদয়েত্।"

এনেকুৱা সাহস কৰি ওলাব লাগে যে মই নিজক যিমান পাৰো ওপৰলৈ তুলি নিবলৈ চেষ্টা কৰিমেই। মই ক্ষুদ্ৰাদপিক্ষুদ্ৰ সাংসাৰিক জীৱ, মোৰ দ্বাৰাই নো আৰু কি হব, এনেবিলাক কথা ভাবি মনৰ শক্তিক মষিমূৰ কৰি নেপেলাবা। কল্পনাৰ পাখী কাটি নেপেলাবা। নিজৰ কল্পনাক বিশাল কৰি তোলা। বতা চৰাইৰ উদাহৰণ সম্মুখত ৰাখা। দোক-মোকালিতে সূৰ্য্যক দেখি বতা চৰায়ে কয়, মই সূৰ্য্যৰ ওচৰলৈকে উৰা মাৰিম। আমিও এনেকুৱাই হব লাগে। নিজৰ অকণমানি ডেউকা দুটিৰে, বেছেৰা বতাই যিমানেই ওপৰলৈ নুৰক; তথাপি সিনো সূৰ্য্যৰ ওচৰ কেনেকৈ পাব পাৰিব? কিন্তু নিজৰ কল্পনা শক্তিৰ দ্বাৰাই সি নিশ্চই সূৰ্য্যৰ ওচৰ পায় গৈ। আমাৰ আচৰণ তাৰ বিপৰীতটোহে

হয়। আমি যিমান ওপৰলৈ যাব পাৰিলোহেতেন সিমান ওপৰলৈ নগৈ, নিজৰ কল্পনা আৰু ভাৱনাৰ পথত হেঙাৰ মাৰি নিজক আৰু তললৈ নমাই পেলাওঁ। যি শক্তি পোৱা হয় তাকো নিজৰ হীন ভাৱনাৰ দ্বাৰাই নষ্ট কৰো।। য'ত কল্পনাৰেই ঠেং ভাগি পৰে, তাত তললৈ নমাৰ বাহিৰে আৰু কি উপায় আছে? এতেকে কল্পনাৰ দৃষ্টিভংগী সদায় ওপৰ মুৱা হোৱা উচিত' কল্পনাৰ সহায়তেই মানুহে জীৱনত উন্নতি কৰে। গতিকে কল্পনাক কেতিয়াও বাধা দিব নেলাগে।

"স্থূলমাৰ্গকো তজো নহীঁ।

পড়ে জগতমে ৰহো, ন ইত উত ভট্‌কো ভৈয়া ব্যৰ্থ ক'হী" এনেকৈ নেকান্দিবা। আত্মাক অপমান নকৰিবা।

সাধকৰ অন্তৰত যদি বিশাল কল্পনা আৰু আত্ম-বিশ্বাস থাকে তেতিয়াহে তেওঁ টিকিব পাৰিব। ইয়াৰ দ্বাৰাই উদ্ধাৰ হব। কিন্তু ধৰ্ম্ম হৈছে সাধু-সন্তসকলৰ কাৰণেহে, সাধু-সন্তসকলৰ ওচৰলৈ গ'লে আৰু "তুমি যি অৱস্থাত আছাঁ সেই অৱস্থাত এনে ব্যৱহাৰেই ঠিক হব" বোলা প্ৰশস্তি পত্ৰ-খন লিখিব লগা হলেও এনে ধৰণৰ মনোভাৱ ত্যাগ কৰিব লাগিব। এনেকুৱা ভেদাত্মক কল্পনা কৰি নিজক বন্ধনত নেপেলাঁবা। যদি উচ্চ আকাঙ্ক্ষা নেৰাখাঁ তেন্তে এখোজো আগবাঢ়িব নোৱাৰিবা।

এনেকুৱা দৃষ্টি, এনেকুৱা আকাঙ্ক্ষা, এনেকুৱা মহান্ ভাৱনা যদি থাকে তেন্তে ইয়াৰ কাৰণে উপযুক্ত উপকৰণৰ আৱশ্যক হব। নহ'লে সকলোবিলাক লোপ পাব। বাহ্য কৰ্ম্মৰ সহায়তাৰ কাৰণে মানসিক উপকৰণৰূপী বিকৰ্ম্মক স্থান দিয়া হৈছে। কৰ্ম্মৰ সহায়তাৰ কাৰণে বিকৰ্ম্মক সদা সৰ্ব্বদায়েই লাগে। এই দুয়োটাৰ সহায়ত অকৰ্ম্ম নামৰ যি দিব্যস্থিতি লাভ হৈছে সেইটো আৰু তাৰ প্ৰকাৰ পঞ্চম অধ্যায়ত চালেই পাবাঁ। এই ষষ্ঠ অধ্যায়ৰ পৰাই বিকৰ্ম্মৰ ভাগ কেইটাৰ বিষয়ে কোৱা হৈছে। মানসিক উপকৰণৰ কথাও কোৱা হৈছে। এই মানসিক উপকৰণৰ কথা কোৱাৰ আগতেই গীতাই কৈছে—"ভাই জীৱ, তুমি দেৱতা হব পাৰা, তুমি এই দিব্য আকাঙ্ক্ষা মনত ৰাখাঁ। মনক মুক্ত কৰি তাৰ পাখি দুখন সুদৃঢ় কৰি তোলা।" সাধনা আৰু বিকৰ্ম্মৰ বেলেগ বেলেগ ভাগ আছে। ভক্তিযোগ, ধ্যানযোগ, জ্ঞান-বিজ্ঞান, গুণ-বিকাশ, আত্মানাত্ম

বিবেক, আদি না না প্ৰকাৰৰ আছে। ষষ্ঠ অধ্যায়ত ধ্যান-যোগ নামৰ প্ৰধান ভাগটোৰ বিষয়ে কোৱা হৈছে।

### (২৬) চিত্তৰ একাগ্ৰতা

ধ্যানত-যোগত প্ৰধানকৈ তিনিটা কথা আছে (১) চিত্তৰ একাগ্ৰতা (২) চিত্তৰ একাগ্ৰতাৰ কাৰণে উপযুক্ত জীৱনৰ পৰিমিততা আৰু (৩) সাম্য অৱস্থা বা সমদৃষ্টি। এই তিনিটা নেথাকিলে প্ৰকৃত সাধনা হব নোৱাৰে। চিত্ত একাগ্ৰতাৰ অৰ্থ হৈছে, চিত্তৰ চঞ্চলতাৰ ওপৰত শাসন। জীৱন পৰিমিততাৰ অৰ্থ হৈছে সকলো কৰ্ম্ম জুখি-মাখি কৰা। সমদৃষ্টিৰ অৰ্থ হৈছে বিশ্ব-ব্ৰহ্মাণ্ডৰ ফালে চোৱা উদাৰ দৃষ্টি। এই তিনিওটা কথাকে লৈয়েই ধ্যান যোগৰ সৃষ্টি হৈছে। এই তিনিওটা উপকৰণৰ ভিতৰতো আৰু উপকৰণ আছে। সিহঁত হৈছে অভ্যাস আৰু বৈৰাগ্য। এই পাচোঁটা কথাৰ বিষয়েই অলপ আলোচনা আমি ইয়াত কৰিম।

প্ৰথমে চিত্তৰ একাগ্ৰতা বিষয়েই লোৱা যাওক। প্ৰত্যেকটো কামতেই চিত্তৰ একাগ্ৰতা প্ৰয়োজন। ব্যৱহাৰিক কথাতো মনৰ একাগ্ৰতা লাগে। ব্যৱহাৰত আৰু পৰমাৰ্থত যে বেলেগ বেলেগ গুণৰ আৱশ্যক এনে নহয়। ব্যৱহাৰক শুদ্ধকৰাৰ অৰ্থই হৈছে পৰমাৰ্থ। ব্যৱহাৰ যেনেকুৱাই নহওক লাগিলে, তাৰ যশ-অপযশ, সফলতা-বিফলতা সকলো নিজৰ একাগ্ৰতাৰ ওপৰত অৱলম্বিত। বেপাৰ, ব্যৱহাৰ, শাস্ত্ৰ-শোধন, ৰাজনীতি কূটনীতি আদি যিহতেই সুখ্যাতি লাভ নকৰক লাগে, তাক সেই মানুহজনৰ মনৰ একাগ্ৰতা অনুসৰিহে পাব। নেপোলিয়নৰ বিষয়ে কোৱা শুনা যায় যে, তেওঁ যুদ্ধৰ সকলো ব্যৱস্থা ঠিক্-ঠাক্ কৰি দি, নিজে সমৰ-ভূমিতে গণিতৰ সিদ্ধান্ত সমাধান কৰাত লাগি যায়। ইফালে শিবিৰত গুলী বৰষিবলৈ ধৰিছে। সৈন্য-সামন্ত মৰিব লাগিছে, সিফালে নেপোলিয়নৰ মন নিজৰ গণিততেই হে নিমগ্ন আছে। মই এইটো নকওঁ যে নেপোলিয়নৰ একাগ্ৰতা বহুত বাঢ়িছিল। একাগ্ৰতাৰ তাতকৈও ওখ খাপৰ উদাহৰণ দিব পৰা হব; কিন্তু তেওঁৰ একাগ্ৰতা বিশেষ মন কৰিব লগীয়া। 'ওমৰখলীফা'ৰ বিষয়েও ঠিক্ এনেকুৱা কথাই শুনা যায়। যুদ্ধ চলি থকা অৱস্থাতে যেতিয়া নামাজ পঢ়িবৰ সময় হয়, তেতিয়া তেওঁ যুদ্ধ ক্ষেত্ৰতেই মন একাগ্ৰ কৰি, আঠুকাঢ়ি নামাজ পঢ়াত লাগি যায় আৰু তেওঁৰ মন ইমান একাগ্ৰ হৈ পৰে যে কাৰ

মানুহ ক'ত মৰিছে তাৰ একো গমকে নেপায়। আগৰ মছলমানসকলৰ এনেকুৱা পৰমেশ্বৰ নিষ্ঠা আৰু একাগ্ৰতাৰ কাৰণেই ইচলাম্‌ ধৰ্ম্ম ইমান বিস্তৃত হবলৈ পালে।

সিদিনা মই এটা ঘটনাৰ কথা শুনিছিলো। এজন ফকীৰ আছিল। তেওঁৰ গাত এপাট কাঁড় সোমাইছিল। ইয়াৰ দ্বাৰাই তেওঁৰ গোটেই শৰীৰ জৰ্জ্জৰিত হ'ল। কাঁড় উলিয়াবলৈ চেষ্টা কৰি হাত দিলেও বৰ বেছি কৈহে বিষায়। এই নিমিত্তে কাঁড়পাত উলিয়াব পৰা নাছিল। ক্লোৰোফৰ্ম্মৰ দৰে অজ্ঞান কৰি পেলাব পৰা ঔষধ সেই সময়ত নাছিল। বৰ ডাঙৰ সমস্যাৰ উদ্ভৱ হ'ল। কিছুমান মানুহে ফকীৰজনক চিনি পায়। তেওঁ-লোকে আগবাঢ়ি গৈ ক'লে, কাঁড় এতিয়া উলিয়াব নেলাগে। এওঁ যেতিয়া নামাজ পঢ়িবলৈ বহিব তেতিয়া উলিয়াই পেলোৱা হব।" গধুলি নামাজৰ সময় আহিল। ফকীৰজন নামাজ পঢ়িবলৈ ধৰিলে। চকুৰ পচাৰতে তেওঁৰ মন ইমান একাগ্ৰ হৈ পৰিল যে তেওঁ, তেওঁৰ গাৰ পৰা কাঁড় উলিৱা গমকে নেপালে। এই একাগ্ৰতা সচাঁকৈ কেনে প্ৰশংসনীয়!

সাৰ কথা হৈছে এয়ে যে ব্যৱহাৰেই হওক বা পৰমাৰ্থই হওক, চিত্তৰ একাগ্ৰতা নহ'লে তাত সফলতা অৰ্জ্জন কৰা টান। যদি চিত্ত একাগ্ৰ হয়, তেন্তে সামৰ্থ্যৰ অভাৱ কেতিয়া নহয়। ষাঠি বছৰীয়া বুঢ়া হোৱা সত্বেও নব যুৱকৰ দৰে তোমাৰ গাতো উৎসাহ আৰু সামৰ্থ্যৰ আভা বিৰিঙি উঠিব। মানুহ যিমানেই বুঢ়া হৈ যায়, তেওঁৰ মনো সিমানেই ডাঠ হৈ যোৱা উচিত। গছৰ গুটিলৈকে নেচায় কিয়? প্ৰথমেই সি কেঁচাহৈ থাকে, তাৰ পিচত পকে, তাৰ পিচত জহি-খহি যায় আৰু শেষত গৈ নাইকিয়া হৈ পৰে, কিন্তু তাৰ ভিতৰৰ গুটিবিলাক হলে ক্ৰমে টান হৈ যায়। বাহিৰৰ এই মঙহবিলাক জহি-খহি নাইকিয়া হয়। সেইবাবেই বাহিৰৰ মঙহবিলাক গুটিৰ সাৰ সৰ্ব্বস্ব নহয়। তাৰ সাৰ সৰ্ব্বস্ব অৰ্থাৎ আত্মা হৈছে বীজটোহে। এই কথা-টোৱেই মানুহৰ শৰীৰতো খাটে। শৰীৰ যদিও ক্ৰমে বুঢ়া হৈ গৈ থাকে, তথাপি স্মৰণ-শক্তি বাঢ়িয়েই থাকিব লাগে, আৰু বুদ্ধিও চোকা হব লাগে। পিচে এনেকুৱা নহয়। মানুহে কয় যে "মোৰ স্মৰণ-শক্তি কমি গৈছে?" "কিয়?" "এতিয়া বুঢ়া হলো সেইকাৰণে।" তোমাৰ যি জ্ঞান, বিদ্যা বা স্মৃতি আছে সেয়েই তোমাৰ বীজ। শৰীৰ যিমানেই বুঢ়া হৈ যায়, সিমানেই শিথিল

হৈয়ো যায়, কিন্তু আত্মা হলে যিমানেই বলৱান হৈ হে যোৱা উচিত। ইয়ো একাগ্ৰতা নহ'লে হব নোৱাৰে।

## (২৭) একাগ্ৰতা কেনেকৈ হব

একাগ্ৰতা হব লাগে, কিন্তু এতিয়া হয় কেনেকৈ? তাৰ কাৰণে কি কৰা উচিত? ভগৱানে কৈছে,—আত্মাত মন স্থিৰ কৰা "ন কিঞ্চিদপি চিন্তয়েত্" আন কোনো চিন্তা নকৰিবা। কিন্তু ই হব কেনেকৈ? মনক একেবাৰেই নিশ্চিন্ত কৰাটো বৰ ডাঙৰ কথা। চিন্তা চক্ৰ জোৰেৰে বন্ধ কৰিব নোৱাৰিলে একাগ্ৰতা কেনেকৈ হব? বাহিৰৰ চক্ৰ যি কোনো উপায়েৰে বন্ধ কৰিব পাৰিলেও ভিতৰৰ চক্ৰ ঘূৰিয়েই থাকে। মনৰ একাগ্ৰতাৰ কাৰণে এই বাহি ৰা উপকৰণবিলাক যিমানেই কামত লগাই যোৱা হব, সিমানেই ভিতৰৰ চক্ৰও বেছি বেগেৰে ঘূৰিবলৈ ধৰিব। আপুনি আসন পাতি পোনভাৱে বহি থাওক আৰু চকু থিৰ কৰি লওক। অকল এইখিনি কৰিলেই মন একাগ্ৰ হব নোৱাৰে। মূল কথা হৈছে এইটোৱেই যে মানসিক চক্ৰৰ গতি ৰোধ কৰিব পাৰিব লাগে।

বাহিৰৰ এই অপাৰ সংসাৰ যে আমাৰ মনত ভৰপূৰ হৈ থাকে, তাক ৰোধ কৰিব নোৱাৰিলে একাগ্ৰতা অসম্ভৱ! আমাৰ আত্মাৰ অসীম জ্ঞান-শক্তি আমি বাহিৰা ক্ষুদ্ৰ বস্তুত খৰচ কৰি পেলাওঁ, কিন্তু এনে হোৱাটো উচিত নহয়। যেনেকৈ আনক অন্যায় নকৰাকৈ নিজৰ চেষ্টাৰ ফলত হোৱা ধনী পুৰুষে অনাৱশ্যকীয় কামত খৰচ নকৰে, সেই দৰেই আমিও আমাৰ আত্মাৰ জ্ঞান-শক্তি ক্ষুদ্ৰ ক্ষুদ্ৰ কথা চিন্তা কৰি খৰচ কৰিব নেলাগে। এই জ্ঞান-শক্তি আমাৰ অমূল্য সম্পত্তি, অথচ আমি তাক স্ফুল বস্তুতেই খৰচ কৰো। এই আঞ্জাখন ভাল নহ'ল, লোণ কম হ'ল। হে'ৰ' লোণ নো কিমান কম হ'ল? সামান্য অকণমান মাত্ৰ লোণ কম হোৱা, এই কথাটোতেই আমাৰ জ্ঞান খৰচ হৈ যায়! ল'ৰা-ছোৱালীক চাৰিবেৰৰ ভিতৰত হে পঢ়ায়, কিয়নো মানুহে কয় যে গছৰ তলত পঢ়ালে কাউৰী, কুলি আদি অন্যান্য চৰাইবোৰ দেখি থাকিব, তেতিয়া সিহ'তৰ মন একাগ্ৰ নহব। চৰাই আদি নেদেখিলেই ল'ৰা-ছোৱালীৰ মন একাগ্ৰ হৈ গ'ল বুলি ভবা হয়। আমি হৈছো ঘোঁৰাৰ দৰে, আমাৰ শিং গজিছে। যদি আমাক কোনোবাই সাতখন বেৰৰ ভিতৰতো সুমাই থয়, তথাপি আমাৰ মনৰ একাগ্ৰতা হব নোৱাৰে; কিয়নো পৃথিৱীৰ

অতি সৰু সৰু কথাও আমি আলোচনা কৰিব লগাত পৰিছো। যি জ্ঞানে পৰমেশ্বৰক লাভ কৰাব পাৰে, তেনে জ্ঞান আমি আগ্লা-পাচলি আদি মুখৰ জুতিৰ চৰ্চা কৰিয়েই খৰচ কৰো আৰু তাতেই নিজক কৃতকৃত্য মানো!

দিনে-ৰাতিয়ে এই ভয়াৱহ সংসাৰখনে আমাব বাহিৰে, ভিতৰে চাৰিও-ফালে ধু ধু শব্দ কৰিব লাগিছে। প্ৰাৰ্থনা আৰু ভজন-কীৰ্ত্তন কৰাৰ হেতুও আমাৰ অন্য হে থাকে। পৰমেশ্বৰত তন্ময় হৈ এক মুহূৰ্ত্তৰ কাৰণেও সংসাৰ ফালে পিঠি দিয়াৰ ভাব নোপজে। প্ৰাৰ্থনাও দেখুৱাবলৈ হে কৰা হয়। যুক্ত মনৰ অৱস্থা এনেকুৱা তাত আসন পাতি বহা আৰু চকুমুদা সকলো ব্যৰ্থ। মন সদায় বাহিৰৰ ফালে ধাবিত হৈ থাকিলে মানুহৰ সকলো শক্তি নষ্ট হৈ যায়। মানুহৰ গাত কোনো প্ৰকাৰৰ ব্যৱস্থা বা নিয়ন্ত্ৰণ শক্তি নকথা হয়। এনেকুৱা অভিজ্ঞতা আজি আমাৰ দেশত পদে পদে হব লাগিছে। বাস্তৱতে ভাৰতবৰ্ষ হৈছে পৰমাৰ্থ-ভূমি। ইয়াৰ মানুহ প্ৰথমতে মলয়া বতাহৰ লগত উৰা বুলি জনাজাত। কিন্তু তেনেকুৱা দেশৰেই মানুহ হৈ আজি আপোনাৰ আমাৰ দশা এনে কিয়? সৰু সৰু কথাকো ইমান ভাবুকতাৰে সৈতে আলোচনা কৰে আৰু কোৱাকে কৈ থাকে যে, তাক দেখি বেথাই লাগে। ক্ষুদ্ৰ ক্ষুদ্ৰ বিষয়তে আমাৰ মন ডুবি থাকে।

কথা-পুৰাণ-শ্ৰৱন মেঁ মীঠী নীন্দ্ সদা আ জাতী হ্যায়।
পড়তে হী বিস্তৰ পৈ লেকিন চিন্তা মনকো খাতী হ্যায়।
কৰ্ম্মকী গতি ঐসী গহনা, উসে ৰোনেসে ক্যা পানা।

কথা-পুৰাণ শুনিবলৈ গ'লে টোপনিয়ে আহি হেঁছা মাৰি ধৰেহি আৰু শুবলৈ গ'লেও চিন্তা আৰু বিচাৰচক্ৰই সিহঁতৰ কাম আৰম্ভ কৰি দিয়ে। এফালে শূন্যাগ্ৰতা আন ফালে অনৈকাগ্ৰতা। একাগ্ৰতাৰ নাম গোন্ধেই নাই। এনেকুৱা মানুহেই ইন্দ্ৰিয়ৰ দাস হয়। এবাৰ কোনোবা এজনে মোক সুধিছিল "চকু আধামুদাকৈ থাকিবলৈ কিয় কোৱা হৈছে?" তাৰ উত্তৰত মই কলো যে, "চকু যদি পুৰাভাৱে মুদি লোৱা যায় তেন্তে টোপনি আহে। আৰু মেলি থলেও চাৰিওফালে দৃষ্টি গৈ একাগ্ৰতা নোহোৱা কৰে। চকু মুদিলে টোপনি অহাটো তমোগুণ আৰু মেলি থাকিলে চাৰিওপিনে দৃষ্টি যোৱাটো ৰজোগুণ। এই কাৰণে মধ্যমীয়া অৱস্থাত থাকিবলৈ কৈছিলো।

ইয়াৰ তাৎপৰ্য্য হৈছে এই যে মনৰ অৱস্থা পৰিবৰ্ত্তন নহয়ে মানে

একাগ্রতা হব নোৱাৰে। মনৰ অৱস্থা শুদ্ধ হব লাগে। কেৱল আসন পাতি বহি গ'লেই তাক পাব নোৱাৰি। এই নিমিত্তে আমাৰ সকলো ব্যৱহাৰ শুদ্ধ হোৱা উচিত। ব্যৱহাৰ শুদ্ধ কৰিবৰ কাৰণে তাৰ উদ্দেশ্যও পৰিবৰ্ত্তন হব লাগে। ব্যৱহাৰ ব্যক্তিগত লাভ, বাসনা তৃপ্তি অথবা বাহিৰা কথাৰ কাৰণে কৰিব নেলাগে।

ব্যৱহাৰতো আমি গোটেই দিন কৰিয়েই থাকো। তাৰ বিষয়ে আকো সদায় ভবা-চিন্তা কৰিবৰ আৱশ্যক কি? "ইসী হেতু মে'ৰা সাৰা পৰিশ্ৰম। অন্তকী য়ে ঘড়ী হোৱে মীঠী।" সমস্ত ভাৱ-চিন্তা, সমস্ত পৰিশ্ৰম এই কাৰণেই কৰা নাইনে যে আমাৰ শেষ দিন মধুময় হওক। জীৱনজাৰি তিতা বিহ জীণ নিয়াবলৈ কিয় চোৱা হয়, মৰণৰ সেই অন্তিম ক্ষণক পৱিত্ৰ কৰিবলৈনে? দিনৰ পিচত ৰাতি আহে। আজিৰ দিনৰ গোটেই কাম যদি পৱিত্ৰ ভাৱেৰে কৰা হয়, তেন্তে ৰাতিৰ প্ৰাৰ্থনা মধুময় হব। দিনৰ শেষ মুহূৰ্ত্তটো যদি মধুময় হয়, তেন্তে দিনৰ সমস্ত কৰ্ম্মই সফল হব বুলি ধৰি লব লাগে। তেতিয়াহে মোৰ মন একাগ্ৰ হব।

একাগ্ৰতাৰ কাৰণে এনেকুৱা জীৱন শুদ্ধিৰ আৱশ্যক। বাহ্যিক বস্তুৰ কাৰণে চিন্তা থাকিব নেলাগে মানুহৰ আয়ুস বেছি নহয়, কিন্তু এই অলপীয়া আয়ুসতে ঐশ্বৰিক সুখৰ সোৱাদ লবলৈ সমৰ্থ হব পাৰে। একে চেহেৰা আৰু একে প্ৰকৃতি-বিশিষ্ট দুজন মানুহৰ, যাৰ দুটাকৈ চকু আছে আৰু এটাকৈ নাক আছে, প্ৰত্যেক নাকৰ দুটা কৈ বিন্ধাও আছে। ইমানখিনি সাদৃশ্য থকা সত্বেও এজন মানুহ দেৱতুল্য হোৱা আৰু আনজন পশুতুল্য হোৱা দেখা যায়। এনেকুৱা নো হয় কিয়? একেজন পৰমেশ্বৰৰেই সতি-সন্ততি নহয় জানো? সকলো একেই হোৱা সত্বেও পাৰ্থক্য হয় কিয়? এই দুয়োজন মানুহকেই একে জাতিৰ যেন নেলাগে। এজন নৰ-নাৰায়ণ আৰু আনজন নৰ-বানৰ।

মানুহ কিমান ওপৰলৈকে উধাব পাৰে, ইয়াৰ আহি দেখুৱা মানুহ আগতো আছিল আৰু এতিয়াও আছে। এইটো অভিজ্ঞতাৰ কথা। এই নশ্বৰ দেহত কিমান শক্তি আছে, তাক দেখুৱাওঁতা সন্ত-সাধু লোক আগতো আছিল আৰু এতিয়াও আছে। এই দেহৰ ভাৰ বহন কৰিও যদি মানুহে এনেকুৱা অদ্ভুত কাম কৰিব পাৰে, তেন্তে মইনো কিয় নোৱাৰিম? মই

নিজৰ কল্পনাক চাৰিসীমাৰ ভিতৰত কিয় বন্ধী কৰি ৰাখোঁ? যি নৰ-দেহত থাকিয়েই মানুহ নৰ-বীৰ হব পাৰিছে, সেই নৰদেহকেই ময়ো পাইছোঁ। পিচে, মোৰ এনেকুৱা অৱস্থা কিয়? ক'ৰবাত নহয়, ক'ৰবাত মোৰ নিশ্চয় ভুল হৈছে। মোৰ মন সদায় বাহিৰলৈ গৈয়েই থাকে। আনৰ দোষ-গুণ দেখাত সি বৰ পাকৈত হৈ পৰিছে। কিন্তু মই আনৰ দোষ-গুণ খুচৰিবৰ কি প্ৰয়োজন? মোৰ গাত জানো দোষ কম আছে? যদি মই আনৰ সৰু-সুৰা দোষবিলাক দেখাতেই ব্যস্ত থাকোঁ, তেনেহলে মোৰ মনৰ একাগ্ৰতাই বা হব কেনেকৈ? এনেকুৱা ক্ষেত্ৰত মোৰ অৱস্থা দুই প্ৰকাৰৰ হব পাৰে। এটা হৈছে শূন্য অৱস্থা অৰ্থাৎ টোপনি, আৰু আনটো হৈছে অনৈকাগ্ৰতা। তমোগুণ আৰু ৰজোগুণতেই হে মই লিপ্ত হৈ থাকিব লাগিব।

ভগৱানেও এইটো কৈছে যে মনৰ একাগ্ৰতাৰ কাৰণে এইদৰে বহা, এনেভাৱে চোৱা, এনেকুৱা আসনৰ অভ্যাস কৰা ইত্যাদি। কিন্তু এই সকলোবিলাকৰ পৰা লাভ তেতিয়াহে হব, যেতিয়া আমি আমাৰ মনলৈ একাগ্ৰতা আনিব পাৰিম। মানুহৰ মনত কথাটো বদ্ধমূল হব লাগে যে চিত্তৰ একাগ্ৰতা অতি প্ৰয়োজনীয়, তাৰ পিচত তেওঁ নিজেই সাধনাৰ পথ বিচাৰি লব।

### (২৮) জীৱনৰ পৰিমিততা

চিত্ত একাগ্ৰতাৰ দ্বিতীয় সহায়ক বস্তুটো হৈছে জীৱনৰ পৰিমিততা। আমি সকলো কাম জুখি-মাখিহে কৰিব লাগে। অংক শাস্ত্ৰৰ এই সকলো ৰহস্য আমাৰ সকলো ক্ৰিয়াতে প্ৰয়োগ হোৱা উচিত। ঔষধ যেনেকৈ জুখি-মাখি খোৱা হয় সেইদৰেই আহাৰ-নিদ্ৰাও জুখি-মাখিহে কৰিব লাগে। জীৱনৰ সকলো ক্ষেত্ৰতে জোখ-মাখ চলিব লাগে। প্ৰত্যেকটো ইন্দ্ৰিয়ৰ কাৰণেই পহৰা ৰাখিব লাগে। মই যাতে বেছিকৈ নেখাওঁ, বেছি নোশোওঁ আৰু আৱশ্যকতাতকৈ বেছি নেচাওঁ এনেবিলাক ক্ষুদ্ৰ ক্ষুদ্ৰ কথাৰ প্ৰতিও আমি সদায় মনোযোগ দিয়া উচিত।

এজন ভদ্ৰলোকে আন এজন মানুহৰ বিষয়ে কৈছিল যে, তেওঁ কোঠাটোত সোমোৱাৰ লগে লগেই এক মিনিটৰ ভিতৰত ক'ত কি বস্তু আছে সকলো কব পৰা হয়। মই মনতে ভাবিলো "হে ভগৱান, এনেকুৱা মহিমা যেন মোৰ নহওঁক।" ইমান বিলাক বস্তুৰ তালিকা মনত ৰাখিবলৈ মই জানো তেওঁৰ সচিব হ'ম। নাইবা চুৰ কৰিবলৈকে আহিম?

চাবোন জেনিবা ইয়াত আছে, ঘড়ি তাত আছে। পিচে তাৰ পৰানো লাভ হব কি? তেনে জ্ঞানৰেই বা মোৰ কি আৱশ্যক? চকুৰ এই নিৰৰ্থক চাউনি ত্যাগ কৰা উচিত। সেইদৰেই কাণতো পহৰা ৰাখিব লাগে। কিছুমানে ভাবে যে আমাৰ কাণবিলাক কুকুৰৰ নিচিনা হোৱা হলে কিমান ভাল হ'লহেতেন। যি ফাললৈকে মন যায় সেই ফালেই ঘূৰাব পৰা হ'লহেতেন। পৰমাত্মাই মানুহৰ কাণত এইখিনি দোষ ৰাখিছে। আচলেতে কাণত এই অনৰ্থক শক্তিৰ কোনো আৱশ্যক নাই। এনেকৈতো আমাৰ মনো বৰ সতৰ্ক। কোনোবা এফালে খিৰিক কৰিলেই সেইফালে মন গুচি যায়। এতেকে জীৱনত, সংযম, পৰিমিতত‌া আনা। বেয়া বস্তু নেচাবা, বেয়া কিতাপ নপঢ়িবা, নিন্দা-প্ৰশংসা নুশুনিবা। দূষিত বস্তুক দূৰতে বিদূৰ কৰিবা। নিৰ্দ্দোষ বস্তুও আৱশ্যকতাতকৈ বেছি নলবা। কোনো প্ৰকাৰৰেই লোভ থাকিব নেলাগিব। মদ, ৰসগোল্লা আদিতো থাকিবই নেলাগে কিন্তু সুমথিৰা, কল মৌচম্বী আদিও বেছি থাকিব নেলাগে। এনেকৈ চালে ফলাহাৰ এক শুদ্ধ আহাৰ; কিন্তু সিয়ো আধানাৰ্জ্জি হব নেলাগে। জিভাৰ স্বেচ্ছাচাৰ ভিতৰৰ গৰাকীয়ে সহ্য কৰিব পাৰিব নেলাগে। আৰু ইন্দ্ৰিয়বিলাকৰো অন্ততঃ এইখিনি ভয় থাকিব লাগে যে যদি আমি ইফাল সিফাল কৰোঁ তেন্তে ভিতৰৰ গৰাকীয়ে আমাক নিশ্চয় শাস্তি দিব। নিয়মিত আচৰণকে জীৱনৰ পৰিমিতত‌া বোলে।

## (২৯) মঙ্গল-দৃষ্টি

তৃতীয়টো কথা হৈছে সমদৃষ্টি হোৱা। সম-দৃষ্টিৰ অৰ্থ হৈছে শুভ-দৃষ্টি। শুভ-দৃষ্টি লাভ নকৰিলে মনৰ একাগ্ৰতা হব নোৱাৰে। সিংহ বনৰ অধিপতি, কিন্তু চাৰি খোজ গৈয়েই পিচলৈ উলটি চায়। হিংসুক সিংহই একাগ্ৰতা কেনেকৈ লাভ কৰিব? বাঘ, কাউৰী, মেকুৰী আদিৰ চকু এনিতেনি গৈয়েই থাকে। সিংহতৰ দৃষ্টি চঞ্চল আৰু ভয়জনক। হিংস্ৰ প্ৰাণীৰ স্বভাৱেই এনেকুৱা। সাম্যদৃষ্টি হোৱা উচিত। এই গোটেই সৃষ্টি মঙ্গলময় যেন অনুভৱ কৰিব লাগে। যেনেকৈ মোৰ নিজৰ ওপৰত বিশ্বাস আছে, সেইদৰেই গোটেই সৃষ্টিৰ ওপৰতেই মোৰ বিশ্বাস থাকিব লাগে। ইয়াত ভয় কৰিবৰ কাৰণ কি আছে? সকলোৱেই শুদ্ধ আৰু পৱিত্ৰ।

"বিশ্বং তদ্ ভদ্ৰং যদৱন্তি দেৱাঃ।"

এই বিশ্ব মঙ্গলময়, কিয়নো পৰমেশ্বৰে তাৰ তত্ত্বাৱধান লৈছে। ইংৰাজ কবি ব্ৰাউনিঙেও এইদৰেই কৈছে—"ঈশ্বৰ আকাশত বিৰাজ কৰিছে আৰু সংসাৰৰ সকলোৱেই ঠিকমতে চলিব লাগিছে।"

সংসাৰত একো ক্ষতি হোৱা নাই। যদি কিবা ক্ষতি হৈছেও, তেন্তে সি মোৰ দৃষ্টিতহে। মোৰ দৃষ্টি যেনে এই সৃষ্টিও তেনেই। যদি মই ৰঙাবিতচকু পিন্ধো তেন্তে এই গোটেই সৃষ্টিকেই ৰঙা-বাঙলি যেন দেখিম, নাইবা জুই-জ্বলা যেন দেখিম।

ৰামদাসে ৰামায়ণ লিখিছিল আৰু শিষ্যক পঢ়ি বুজাই গৈছিল। হনুমানেও ছদ্মবেশে আহি ৰামায়ণ শুনিছিল। সমৰ্থ ৰামদাসে লিখিছিল "হনুমান অশোক বনলৈ গ'ল। তাত তেওঁ বগা ফুল দেখিলে।" এই কথা শুনা মাত্ৰেই হনুমানে তৎক্ষণাৎ নিজৰূপ ধাৰণ কৰি ক'লে—"মই বগাফুল দেখা নাছিলো, ৰঙা ফুল হে দেখিছিলোঁ। তোমাৰ লিখা ভুল হৈছে, শুধৰাই লোৱাঁ।" ৰামদাসে কলে—"মই ঠিকেই লিখিছো, ভুল লিখা নাই। তুমি বগা ফুলকেহে দেখিছিলা।" হনুমানে কলে, "মই নিজেই তালৈ গৈছোঁ, তথাপি ময়েইহে মিছা কলো নে?" শেষত কাজিয়া ৰামচন্দ্ৰৰ ওচৰ পালেগৈ। ৰামেও কলে—"ফুলটো বগাই আছিল; সেই সময়ত হনুমানৰ চকু খঙত ৰঙা হৈ উঠিছিল, সেইবাবে বগা ফুলকো ৰঙা যেন দেখিছিল।" এই সুমধুৰ কথাখিনি কোৱাৰ তাৎপৰ্য্য এই যে, সংসাৰৰ ফালে আমি যেনে ভাবে চাম তেনেভাৱেই আমি সংসাৰকো দেখা পাম।

যদি আমাৰ মনে এইটো নিৰ্ণয় কৰিব নোৱাৰে যে এই সৃষ্টি শুভ, তেন্তে চিত্তৰ একাগ্ৰতাও হব নোৱাৰে। যেতিয়ালৈকে মই সৃষ্টি নষ্ট হব লাগিছে বুলি ভাবি থাকিম তেতিয়ালৈকে মই চাৰিও ফালে আশংকাৰ দৃষ্টিৰেহে চাবলৈ ধৰিম। কবিয়ে চৰাইবিলাকৰ স্বাধীনতাৰ গীত গায়। তেওঁক কব লাগে যে অলপ চৰাই হৈ চোৱাচোন বাৰু। তেতিয়া সিহঁতৰ স্বাধীনতাৰ প্ৰকৃত মূল্য বুজিব পাৰিবা। চৰাইবিলাকৰ ডিঙিৰ হাড়ডাল অগা-পিচা কৰি সমানে নাচি থাকে। সিহঁতৰ সদায় আনলৈ ভয় থাকেই। চৰাই এটা ধৰি আনি এখন আসনত বহুৱাই দিয়াঁ। সি কি একাগ্ৰ হৈ যাব? মই অলপ ওচৰলৈ যোৱা দেখিলেই ভুৰুং কৰি উড়ি গুচি যাব। তাক মাৰিবলৈ

আহিছে বুলি সি ভয় খাব। যাৰ মগজুত এনেকুৱা ভয়জনক কল্পনাই ঠাই পাইছে যে গোটেই পৃথিৱীয়েই ভক্ষক সংহাৰক তেন্তে তেওঁৰ আৰু শান্তি ক'ত? যেতিয়ালৈকে এই ভাৱনা তেওঁৰ মগজৰপৰা বাহিৰ নহব যে মোৰ ৰক্ষক মই অকলৈ, বাকী আটাইবিলাক ভক্ষক, তেতিয়ালৈকে একাগ্ৰতা হব নোৱাৰে। সমদৃষ্টিৰ ভাৱনা থকাটোৱেই তেওঁৰ নিমিত্তে উত্তম পথ। আপুনি সকলো ক্ষেত্ৰতে মঙ্গলময় যেন দেখিবলৈ শিকক, তেতিয়া আপোনাৰ চিত্ত আপোনা আপুনি শান্ত হৈ পৰিব।

কোনো দুঃখী মানুহক কুলু কুলু কৰি বৈ থকা নিজৰাৰ কাষলৈ লৈ যাওক। তাৰ স্বচ্ছ, শান্ত প্ৰৱাহ দেখি তেওঁৰ মনৰ অশান্তি লাঘৱ হব। তেওঁ নিজৰ দুঃখ পাহৰি যাব। সেই নিজৰাৰ প্ৰৱাহত ইমান শক্তি আহিল ক'ৰ পৰা? পৰমেশ্বৰৰ শুভ-শক্তি তাৰ দ্বাৰাই প্ৰকাশ পাইছে। বেদত নিজৰাৰ বৰ সুন্দৰ বৰ্ণনা দিয়া আছে—

অতিষ্ঠন্তীনাম অনিবেশনানাম্ !

এনেকুৱা এই নিজৰাবিলাক। নিজৰা অখণ্ডৰূপে বৈয়েই থাকে। তাৰ নিজৰ কোনো ঘৰবাৰী নাই, সি সন্ন্যাসী। এনেকুৱা পৱিত্ৰ নিজৰাই এক মুহূৰ্ত্তৰ ভিতৰতে মোৰ মন প্ৰকাগ্ৰ কৰি দিয়ে। এনেকুৱা সুন্দৰ নিজৰা দেখি প্ৰেম আৰু জ্ঞানৰ সোঁত মোৰ অন্তৰত কিয় নবয়?

বাহিৰৰ জড় পানীয়ে যদি মোৰ মনত ইমান শান্তি দিব পাৰে তেন্তে মোৰ মানস উপত্যকাত যদি ভক্তি আৰু জ্ঞানৰ চিন্ময় নিজৰা বৰলৈ ধৰে, তেনেহলে মোৰ মনত যে কিমান শান্তি পাম! মোৰ এজন বন্ধুৱে প্ৰথমে হিমালয় আৰু কাশ্মীৰত ফুৰি ফুৰিছিল। তাৰ পৱিত্ৰ গিৰিমালাৰ আৰু তাৰ-পৰা ওলোৱা জলপ্ৰৱাহৰ বৰ্ণনা লিখি লিখি মোলৈ পঠাইছিল। মই তেওঁলৈ এইবুলি লিখিছিলো যে যি জলস্ৰোতে, যি গিৰিমালাই, যি শুভ সমীৰে তোমাক অনুপম আনন্দ দিছে সেই সকলোবিলাকৰ অনুভৱ মোৰ নিজৰ অন্তৰতে হব পাৰে। মোৰ অন্তঃসৃষ্টিত মই নিতৌ সেই সকলোবিলাক ৰমণীয় দৃশ্য দেখিবলৈ পাইছো। গতিকে তুমি যিমানেই মাতি নেথাকিলেও মই নিজৰ অন্তৰৰ এই ভব্য-দিব্য হিমালয়ক এৰি থৈ নেযাওঁ।

স্থাৱৰাণাং হিমালয়ঃ।

মনৰ স্থিৰতা আনিবৰ কাৰণে স্থিৰতাৰ মূৰ্ত্তি স্বৰূপ যি হিমালয়ৰ

উপাসনা কৰিব লাগে, তাৰ বৰ্ণনা শুনি যদি মই নিজৰ কৰ্ত্তব্য এৰি দিওঁ তেন্তে তাৰপৰা কি লাভ হব?

সাৰ কথা হৈছে এই যে চিত্তক কিছু শান্ত কৰক। চিত্তক মঙ্গল দৃষ্টিৰে চাওক; তাৰ পিচত আপোনাৰ অন্তৰতো অনন্ত নিজৰা বৱলৈ ধৰিব। কল্পনাৰ দিব্য তৰাই হৃদয়াকাশত তিৰবিৰাবলৈ ধৰিব। শিল আৰু মাটিৰ শুভ বস্তু দেখি যদি চিত্ত শান্ত হৈ যায়, তেনেহলে অন্তঃসৃষ্টিৰ দৃশ্য দেখি কিয় শান্ত নহব? এবাৰ মই ত্ৰিবাংকুৰলৈ গৈছিলো। এদিন সাগৰৰ পাৰত বহিছিলোঁ। অপাৰ সমুদ্ৰ। তাৰ হো-হোৱানি শব্দ চলি আছিল। তাৰ পাৰত মই গধূলিৰ সময়ত স্তব্ধ, নিশ্চেষ্ট হৈ বহি আছিলোঁ। মোৰ এজন বন্ধুৱে সমুদ্ৰৰ পাৰলৈকে ফল আদি খোৱা বস্তু মোৰ কাৰণে লৈ গৈছিল। সেই সময়ত তেনে সাত্ত্বিক আহাৰো মোৰ কাৰণে বিহ'ৰ তুল্য হৈছিল। সাগৰৰ সেই ওঁ-ওঁ-গৰজনিয়ে মোক "মামনুস্মৰ যুদ্ধ্য চ" বোলা গীতাৰ সেই বচন ফাঁকি সোঁৱৰাই দিছিল। সমুদ্ৰই নিতৌ স্মৰণো কৰি আছিল আৰু কৰ্ম্মও কৰি আছিল। ঢৌবিলাকে অহা-যোৱা কৰি আছিল। সিহ'তৰ এক মুহূৰ্ত্তৰ কাৰণেও জিৰণি নাছিল। এই দৃশ্য দেখি মোৰ ভোক-পিয়াহ হৰি গৈছিল। সমুদ্ৰত নো আছিল কি? সেই লুণীয়া পানীৰ ঢৌ-বোৰে থৌকি-বাথৌ কৰি থকা দেখি যদি মোৰ অন্তৰেও থৌকি-বাথৌ কৰিবলৈ ধৰে, তেন্তে জ্ঞান আৰু প্ৰেমৰ আথাই সাগৰৰ বুকুত তৰঙ্গ উঠিলে মই যে কিমান নাচি উঠিম তাৰ কি সীমা আছে? বৈদিক ঋষিৰ অন্তৰতো এনেকুৱাই সমুদ্ৰৰ ঢৌ উঠিছিল—

> অন্তঃসমুদ্ৰে হৃদি অন্তৰায়ুষি
> ঘৃতস্য ধাৰা অভিচাকশীমি
> সমুদ্ৰাদুৰ্মিৰ্মধুমানুদাৰত্

এই দিব্য ভাষাৰ ওপৰত ভাষ্য লিখিবলৈ যাওঁতে বেছাৰা ভাষ্যকাৰৰ যে কি দুৰ্দশা হৈছিল চাগৈ! ধৃতিৰ ধাৰা কেনে আছিল? সেই ধাৰা কিমান মধুৰ আছিল? মোৰ অন্তঃ সমুদ্ৰতো থাবুৰা ঢৌ উঠিবনে বাৰু? নুঠে, নুঠে। মোৰ অন্তৰত গাখীৰ, মৌ, ঘি'উ আদিৰ ঢৌৱে থৌকি বাথৌ কৰিবক লাগিছে।

## (৩০) বালক গুৰু

অন্তৰৰ এই সমুদ্ৰ-তৰঙ্গ ধ্যানপূৰ্ব্বক চাবলৈ শিকা। বাহিৰৰ মেঘ-মুক্ত নীল আকাশলৈ চাই চিত্তক নিৰ্লেপ আৰু নিৰ্ম্মল কৰি তোলা; আচলতে কবলৈ গ'লে চিত্তৰ একাগ্ৰতা খেলাৰ দৰেই এটা সাধাৰণ কথা।

চিত্তৰ ব্যগ্ৰতা অস্বাভাৱিক আৰু অনৈসৰ্গিক। সৰু ল'ৰা-ছোৱালীৰ চকুলৈ একেথিৰে চাই থাকিলে, সিহঁতেও একেথিৰে চায়েই থাকিব। তুমি হয়তো দহ বাৰো চকু পচাৰিব লাগিব। ল'ৰা-ছোৱালীৰ মন অতি সোন-কালেই একাগ্ৰ হয়। চাৰি-পাঁচ মহীয়া শিশুক বাহিৰৰ শস্য শ্যামলা পৃথিৱীখন দেখুৱা। সি একেৰাহে চায়েই থাকিব। তিৰোতাসকলৰ এটা ধাৰণা আছে যে, কেচুৱাই বাহিৰৰ সেউজীয়া ঘাঁহ-বন দেখি থাকিলে তাৰ বিষ্ঠাও সেউজীয়া ৰঙৰেই হয়। সিহঁতে যেন সকলো ইন্দ্ৰিয়কে চকু সাজি হে চাই লয়। সৰু ল'ৰা-ছোৱালীৰ মনত যি কোনো ঘটনাৰেই নহওঁক যথেষ্ট প্ৰভাৱ পৰে। শিক্ষাবিদ সকলে কয় যে শিশুৱে প্ৰথম দুই চাৰি বছৰৰ ভিতৰত যি শিক্ষা পায়, সিয়েই হে বাস্তৱিক শিক্ষা। আপুনি যিমানেই পঢ়াশালি বিদ্যাপীঠ, সংঘ আদি প্ৰতিষ্ঠা নকৰক শিশুৱে আৰম্ভতে যি শিক্ষা পায়, সেই শিক্ষা আৰু কেতিয়াও পাব নোৱাৰে। শিক্ষা বিষয়টোৰ লগত মোৰ সম্বন্ধ আছে। দিনে দিনে বাহিৰৰ এই শিক্ষাৰ পৰিণাম যে শূন্যবৎ এই কথাটোত মোৰ বিশ্বাস দিনক দিনে দৃঢ় হৈ যাব ধৰিছে। আৰম্ভিক সংস্কাৰেই ব্ৰজলেপ হৈ পৰে। পিচৰ শিক্ষা বাহিৰৰ প্ৰলেপ বা ৰং মাত্ৰ হয়। ইয়াক ওপৰৰ আবৰণ বুলিহে ধৰিব লাগে। কাপোৰ বা গাৰ মলি চাবোন লগালে উঠি যায় কিন্তু চালৰ কলা ৰং কেনেকৈ যাব? সেই-দৰেই আৰম্ভতে যি সংস্কাৰ হয় তাক গুচোৱা টান। তেন্তে এই আৰম্ভৰ সংস্কাৰটো বলৱান কেনেকৈ হয়। পিচৰ সংস্কাৰ দুৰ্ব্বল কিয়? তাৰ কাৰণ হৈছে এয়ে যে শৈশৱ কালত চিত্তৰ একাগ্ৰতা নৈসৰ্গিক হৈ থাকে। একাগ্ৰতা হবৰ কাৰণে যি সংস্কাৰ পৰে, সি পুনৰ নাইকিয়া নহয়। চিত্তৰ একাগ্ৰতাৰ ইমান খিনি মহিমা আছে। যি এই একাগ্ৰতা লাভ কৰিছে, তেওঁৰ কাৰণে অসম্ভৱ আৰু কি আছে?

আজি আমাৰ গোটেই জীৱন কৃত্ৰিম হৈ পৰিছে। আমাৰ সৰুকালৰ বৃত্তিবিলাক মৰহি গৈছে, নষ্ট হৈ গৈছে। জীৱনত বাস্তৱিক সৰসতা নাই।

সি শুকাই গৈছে। আমাৰ যাৰ যেনে ইচ্ছা সেই মতেই চলিব ধৰিছোঁ। মানুহৰ পূৰ্ব্ব পুৰুষ যে বান্দৰ আছিল এই কথাটো ডাৰ্বিন চেহাবহে নেলাগে আমি আমাৰ কৃত-কৰ্ম্মৰ দ্বাৰায়েই প্ৰমাণ কৰিবলৈ গৈছোঁ।

শিশু অতি বিশ্বাস পৰায়ণ! মাকে যি কয় সিয়েই সিহঁতৰ কাৰণে প্ৰমাণ স্বৰূপ। সিহঁতক যেনেকুৱা সাধু কথাকে নকওক তাক সিহঁতে মিছা বুলি নেভাবে। কাউৰীয়ে কথা কোৱা, অন্যচৰায়ে গান গোৱাকো সিহঁতে সচাঁ বুলিয়েই ভাবে। ল'ৰা-ছোৱালীৰ এই মঙ্গল-বৃত্তিৰ কাৰণেই সিহঁতৰ মন অতি সোনকালে একাগ্ৰ হৈ পৰে।

## (৩১) অভ্যাস, বৈৰাগ্য আৰু শ্ৰদ্ধা

তাৎপৰ্য্য হৈছে এই যে ধ্যানযোগৰ কাৰণে চিত্তৰ একাগ্ৰতা জীৱনৰ পৰিমিততা আৰু শুভ সাম্যদৃষ্টিৰ আৱশ্যক। ইয়াৰ বাহিৰেও আৰু দুটা উপকৰণ কথা কোৱা হৈছে। সিহঁত হৈছে বৈৰাগ্য আৰু অভ্যাস। এটা হৈছে ধ্বংসাত্মক আৰু আনটো হৈছে শ্ৰজনাত্মক। পথাৰৰপৰা ঘাঁহ বন উঘালি পেলাই দিয়াটো হৈছে ধ্বংসাত্মক কাম। ইয়াকেই বৈৰাগ্য বোলে। তাত গুটি সিচাঁটো হ'ল স্ৰজনাত্মক কাম। মনত সদ বিচাৰসমূহৰ পুনঃ পুনঃ চিন্তন কৰাকে অভ্যাস বোলে। বৈৰাগ্য ধ্বংসাত্মক ক্ৰিয়া আৰু অভ্যাস স্ৰজনাত্মক ক্ৰিয়া। এতিয়া বৈৰাগ্য আহে কেনেকৈ? আমি কওঁ—আম সোৱাদ, কিন্তু এই সোৱাদ অকল আমতেই আছেনে? নহয়, অকল আমতেই নাই। আমি আমাৰ আত্মাৰ সোৱাদহে বস্তুত এৰি দিওঁ আৰু সেই বাবেই সেই বস্তু সোৱাদ লাগে। এতেকে ভিতৰৰ সোৱাদ চাকিবলৈ হে শিকিব লাগে। অকল বাহিৰা বস্তুতেই মধুৰতা নেথাকে। বৰং সি "ৰসানাং ৰসতমঃ" মাধুৰ্য্য-সাগৰ আত্মা মোৰ ওচৰত আছে, সেই বাবেই সোৱাদ বস্তুবিলাকত সোৱাদ পোৱা যায়। এনেকুৱা কথা ভাৱি থাকিলে মনত বৈৰাগ্যৰ সঞ্চাৰ হয়। সীতা মাতৃয়ে হনুমানক মুকুতাৰ মালা পুৰস্কাৰ স্বৰূপে দিছিল। হনুমানে মুকুতাবিলাক চোবাই চাই পেলাই দিছিল। তাত তেওঁ ক'তো ৰামক দেখা নেপাইছিল। ৰাম আছিল তেওঁৰ অন্তৰত হে। সেই মুকুতাবিলাকৰ কাৰণে মানুহে লাখ লাখ টকা ঢালে।

ধ্যান-যোগৰ বৰ্ণনা কৰোঁতে ভগৱান কৃষ্ণই এই বিশেষ মহত্ত্বপূৰ্ণ কথাটো

আৰম্ভণিতে কৈ দিছে। সি হৈছে এই যে মানুহ এনেকুৱা দৃঢ় সংকল্প হব লাগে যে, 'মই নিজকে নিজে উদ্ধাৰ কৰিব লাগিব। মই আগবাঢ়ি যাম। মই উপৰলৈ উঠাম। এই নৰদেহ লৈ মই একে ঠাইতে পৰি নেথাকো। মই পৰমেশ্বৰৰ ওচৰলৈ যাবলৈ সাহ কৰি ওলাম। আৰু ইয়াৰ কাৰণে শক্তি অনুসৰি যত্নও কৰিম।'

এইবিলাক কথা শুনি অৰ্জ্জুনৰ মনত শংকাৰ উদয় হ'ল আৰু ভগৱানক কলে 'ভগৱান', এতিয়াতো আমাৰ সময় উকলিয়েই গৈছে।

কিছু দিনৰ পাচত আমি মৰি থাকিম যেতিয়া, এই সাধনা নো আৰু কি কামত আহিব? ভগৱানে কলে—"মৃত্যুৰ অৰ্থ হৈছে দীৰ্ঘ নিদ্ৰা। নিতৌ কাম কৰি আমি সাত-আঠ ঘণ্টাকৈ শোওঁ। এই টোপনিলৈ কোনোবাই ভয় কৰে জানো? টোপনি নাহিলে কিবা কিবি থন হে লাগে। টোপনি আমাৰ যেনে আৱশ্যকীয় মৃত্যুও তেনে আৱশ্যকীয়ই। যেনেকৈ টোপনিৰ পৰা উঠি আমি নিজৰ নিজৰ কাম আৰম্ভ কৰি দিওঁ, ঠিক তেনেকৈয়ে মৰণৰ পিচতো প্ৰথমৰ এই সকলো সাধনা আমাৰ কামত আহিব। জ্ঞানদেৱে এই প্ৰসংগকে লৈ জ্ঞানেশ্বৰীত লিখা ওবিও (মাৰাঠী ভাষাৰ এক প্ৰচলিত ছন্দ) বিলাকত যেন নিজৰ আত্ম-চৰিত হে লিখি থৈছে—

"শৈশৱমে' হী সৰ্ব্বজ্ঞতা, বৰতী হোয় উহে'।
সকল শাস্ত্ৰ স্বয়ং হী। মুখ সে নিকলে'॥"

এনেকুৱা পদত ইয়াকেই দেখা যায়। পূৰ্ব্ব জন্মৰ অভ্যাসে তোমাক টানি নিয়ে। কোনো কোনোৰ মন বিষয়ৰ ফালে যাবই নোৱাৰে। মোহ নো কাক বোলে তেওঁ কবই নোৱাৰে; যি হেতু পূৰ্ব্ব জন্মত তেওঁ তাৰ সাধনা কৰিছিল।

ন হি কল্যাণকৃৎ ক্বচিদ্
দুৰ্গতিং তাত গচ্ছতি।

যি মানুহ কল্যাণকৰ পথেদি চলে, তেওঁৰ পৰিশ্ৰম অকণো অথলে নেযায়। শেষত এনে ধৰণৰ শ্ৰদ্ধাৰ বিষয়ে কোৱা হৈছে। যি অপূৰ্ণ হৈ আছে শেষত সি পূৰা হবই। ভগৱানৰ এই সাধুৱা উপদেশ গ্ৰহণ কৰা আৰু নিজৰ জীৱন সাৰ্থক কৰি তোলা।

দেওবাৰ, ২৭-৩-'৩২

# সপ্তম অধ্যায়

## (৩২) ভক্তিৰ ভব্য দৰ্শন

বন্ধু সকল! অৰ্জ্জুনৰ আগত যেতিয়া স্ব-ধৰ্ম্ম পালনৰ প্ৰশ্ন উত্থাপন কৰা হ'ল, তেতিয়া তেওঁৰ মনত স্বকীয় আৰু পৰকীয়ৰ মোহ উৎপন্ন হ'ল আৰু তেওঁ স্বধৰ্ম্মাচৰণৰ পৰা ফালৰি কাটি যাবলৈ চেষ্টা কৰিলে। তেওঁৰ এই বৃথা মোহৰ বিষয়ে প্ৰথম অধ্যায়ত বৰ্ণনা কৰা হৈছে। এই মোহ দূৰ কৰিবৰ কাৰণেই দ্বিতীয় অধ্যায়ৰ সূচনা হৈছে। তাত তিনিটা সিদ্ধান্তৰ কথা কোৱা হৈছে। (১) আত্মা অমৰ আৰু সি সকলোতে ব্যাপ্ত (২) দেহ নশ্বৰ আৰু (৩) স্বধৰ্ম্ম কেতিয়াও ত্যাগ কৰিব নেলাগে। সেই সিদ্ধান্ত সমূহ কাৰ্য্যকৰী কৰিবৰ কাৰণে লগতে কৰ্ম্মফল ত্যাগৰূপী সেই উপায় বিলাকৰ বিষয়েও ইয়াত কোৱা হৈছে। কৰ্ম্মযোগৰ বিষয়ে দিয়া ব্যাখ্যাৰ পৰাই কৰ্ম্ম, বিকৰ্ম্ম আৰু অকৰ্ম্ম এই তিনিওটা বস্তুৰ উৎপত্তি হৈছে। কৰ্ম্ম আৰু বিকৰ্ম্মৰ সংযোগত উৎপন্ন হোৱা দুই প্ৰকাৰৰ অকৰ্ম্ম পঞ্চম অধ্যায়ত আমি দেখিবলৈ পাইছো। ষষ্ঠ অধ্যায়ৰ পৰা বেলেগ বেলেগ বিকৰ্ম্মৰ বিষয়ে কবলৈ আৰম্ভ কৰা হৈছে। ষষ্ঠ অধ্যায়ত সাধনাৰ কাৰণে আৱশ্যকীয় একাগ্ৰতাৰ মহত্ত্বৰ বিষয় কোৱা হৈছে।

আজি সপ্তম অধ্যায়ৰ পাল পৰিছে। এই অধ্যায়ত বিকৰ্ম্মক এটা নতুন ভব্য ভৱন খুলি দিয়া হৈছে। সৃষ্টি-দেৱীৰ মন্দিৰত, কোনো বিশাল বনত আমি যেনেকৈ নানা প্ৰকাৰৰ মনোমোহা দৃশ্য দেখিবলৈ পাওঁ, ঠিক তেনেকুৱাই অনুভৱ গীতা গ্ৰন্থতো আমাৰ হয়। ষষ্ঠ অধ্যায়ত একাগ্ৰতাৰ ভৱন দেখিবলৈ পোৱা হ'ল। এতিয়া আমি অন্য এটা ভৱনত প্ৰৱেশ কৰিম।

সেই ভৱনৰ দুৱাৰ মুকলি কৰাৰ আগতে ভগৱানে এই মোহিনী জগৎখনৰ ৰচনাৰ ৰহস্য উদ্ঘাটন কৰি দিছে। একে ৰকমৰ কাগজত চিত্ৰকাৰে একে-ডাল তুলিকাৰে নানাবিধ চিত্ৰ আঁকে। চেতাৰ বজাওঁতাই সাতোটা সুৰৰ পৰাই অনেক ৰাগ-ৰাগিণী উলিয়ায়। কথা কওঁতে বাৱন্নটা আখৰৰ সহায়ত আমি নানা প্ৰকাৰৰ বিচাৰ আৰু ভাব প্ৰকাশ কৰোঁ। এই সৃষ্টিখনকো ঠিক তেনেকুৱা বুলিয়েই ধৰিব লোৱাঁ। সৃষ্টিত অন্তৰ বস্তু আৰু অনন্ত বৃত্তি দেখা যায়। কিন্তু এই

গোটেই অন্তর্বাহ্য সৃষ্টি একে অখণ্ড আত্মা আৰু একে অষ্টধা প্রকৃতি, এই দ্বিগুণী উপাদানৰ দ্বাৰাই নির্ম্মিত ক্রোধী মানুহৰ ক্রোধ, প্রেমিকৰ প্রেম, দুঃখিতৰ ক্রন্দন, আনন্দ কৰোঁতাৰ হর্ষ, এলেহুৱাৰ টোপনি প্রিয়তা আৰু উদ্যোগীৰ কর্ম্ম-স্ফুৰণ এই সকলোবিলাকেই চৈত্যন্য শক্তিৰ খেল। এই পৰস্পৰ বিৰুদ্ধ ভাৱবিলাকৰ মূলতে একেজন চৈতন্যই ইমুৰৰ পৰা সিমুৰলৈকে বিয়াপস্ত হৈ আছে। ভিতৰৰ চৈত্যন্য একে জনাই। সেইদৰেই বাহ্য আবৰণবো স্বৰূপ একেই। চৈত্যন্যময় আত্মা আৰু জড় প্রকৃতি এই দ্বিগুণী উপাদানৰ দ্বাৰাই গোটেই সৃষ্টিৰ নিম্মাণ হৈছে, এইটো ভগৱানে আৰম্ভতেই কৈছে।

আত্মা আৰু দেহ, পৰা আৰু অপৰা প্রকৃতি সকলোতে একেই, তেনেস্থলত মানুহনো মোহান্ধ কিয় হয় আৰু ভেদা ভেদেই বা থাকে কিয়? প্রেমী মানুহৰ চেহেৰা মধুৰ যেন লাগে, কিন্তু কিছুমানক দেখিলে আকৌ মন পিচ হোহঁকাহে মাৰে। এজনক দেখিলে লগ পাবলৈ আৰু আন জনক দেখিলে লগ এৰা দিবলৈ কিয় মন যায়? পেন্সিল একেডালেই, কাগজ একেখনেই আৰু চিত্রকাৰো একেজনেই; পিচে নানা চিত্রৰ দ্বাৰাই নানা ভাৱ প্রকাশ পায়। চিত্র কাৰৰ নৈপুণ্যও এইখিনিয়েই। চিত্রকৰৰ আৰ চেতাৰ বাদ্যকৰৰ আঙুলিত এনেকুৱা কর্ম্ম কুশলতা আছে যি আমাক বগৰাই বগৰাই হুঁহুৱাব পাৰে। এই সমস্ত বৈশিষ্ট তেওঁলোকৰ আঙুলিতেই আছে।

এইটো ওচৰত থাওক, সেইটো দূৰত থাওক; এইটো মোৰ, সেইটো পৰৰ; এনেকুৱা যি ভাৱনা মনলৈ আহে আৰু যাৰ নিমিত্তে সময়ত কর্ত্তব্যৰ পৰাও বিচলিত হব লগা হয়, এই আটাইৰে মূলত আছে মোহ। এনেকুৱা মোহৰ পৰা ৰক্ষা পাবলৈ হলে, সেই সৃষ্টি-নিৰ্ম্মাতাৰ আঙুলিৰ কেৰামতালিৰ ৰহস্য বুজি লোৱা উচিত হব। বৃহদাৰণ্যক উপনিষদত নাগেৰাৰ দৃষ্টান্ত দিয়া হৈছে। এটা নাগেৰাৰ পৰাই বেলেগ বেলেগ মাত ওলায়। কিছুমান মাত শুনিলে মোৰ ভয় লাগি যায়। কিছুমানৰ কোনো মাত শুনিলে আকৌ আনন্দত নাচি উঠোঁ। এই সকলোবোৰ ভাবক যদি জয় কৰি লবলৈ চোৱা হয় তেন্তে নাগেৰা বজাওঁতাক ধৰিব লাগে। তেওঁক ধৰি লব পাৰিলেই সেই শব্দৰ ধ্বনিও ধৰা পৰি যাব। ভগৱানে একে আষাৰ কথাতেই কৈছে "যি মায়াৰ পৰা মুক্ত হব খুজিছে তেওঁ মোত শৰণ লওক।"

য়হাঁ ৰহী লীলাসে তৰে, জো আয়ে শৰণ মেৰে,
উন্হে সুখ গয়া ইসী কিনাৰে, মায়া-জলে॥

তেন্তে এই মায়া মানে কি? পৰমেশ্বৰৰ শক্তি, আৰু তেওঁৰ কলা-কৌশলকে মায়া বোলে। আত্মা আৰু প্ৰকৃতি অথবা জৈন পৰিভাষাত কবলৈ হ'লে জীৱ আৰু অজীৱ—ৰূপী এই উপাদানৰ যি এই অনন্ত ৰঙৰ সৃষ্টি ৰচনা কৰিছে তেওঁৰ শক্তি অথবা কলাই হৈছে মায়া। জেলখানাত যেনেকৈ একেবিধ শস্যৰ ৰুটি আৰু সৰ্ব্বৰসী ডাইল থাকে, সেইদৰেই এক অখণ্ড আত্মা আৰু এক অষ্টধা শৰীৰ বুলি ধৰি লোৱা। ইয়াৰ দ্বাৰাই পৰমেশ্বৰে বিধে বিধে বস্তু তৈয়াৰ কৰে। এই বস্তুবিলাক দেখি অনেক বিৰোধী আৰু ভাল-বেয়া ভাব আমাৰ মনলৈ আহে। ইয়াৰ পিচত যদি আমি প্ৰকৃত শান্তি পাব খোজো তেন্তে এই বস্তুবিলাকৰ নিৰ্ম্মাতাক ধৰি লোৱা উচিত। তেওঁৰ লগত পৰিচিতো হব লাগে। পৰিচিত হৈ লব পাৰিলেহে ভেদজনক আৰু আসক্তিজনক মোহৰ পৰা ৰক্ষা পাব পৰা হব।

সেই পৰমেশ্বৰক বুজিবৰ নিমিত্তে এক মহান উপকৰণ—এক মহান্ বিকৰ্ম্মৰ—কথা কবলৈ সপ্তম অধ্যায়ত ভক্তিৰ ভব্য ভৱন খুলি দিয়া হৈছে। চিত্ত-শুদ্ধিৰ কাৰণে যজ্ঞ-দান তপ-জপ ধ্যান-ধাৰণা ইত্যাদি অনেক বিকৰ্ম্মৰ কথা কোৱা হৈছে; কিন্তু এই উপকৰণ বিলাকক মই চৌদা, চাবোন, ৰীঠা বা মনিছালৰ উপমা দিম। কিন্তু ভক্তিক হলে পানী বুলি ধৰিম! চৌদা, চাবোন আৰু আদি পৰিষ্কাৰ পৰিচ্ছন্ন কৰাৰ কামত আহে, কিন্তু পানী নহ'লে তাৰ কাম চলিব নোৱাৰে। পানীয়েই যদি নেথাকে তেন্তে বাকীবিলাক বস্তু কি কামত আহিব? চৌদা, চাবোন আদি নেথাকি যদি অকল পানীও থাকে তেনেহলেও নিৰ্ম্মল কৰিব পাৰি। সেই পানীৰ লগত যদি এই বস্তুবোৰো থাকে তেন্তে 'অধিকস্য অধিকং ফলম্' হৈ যাব, গাখীৰত চেনি মিলোৱা বুলিহে কব। যাগ, যজ্ঞ, ধ্যান্ তপ এই সকলোতে যদি আন্তৰিকতা নেথাকে তেন্তে চিত্ত-শুদ্ধিনো হব কেনেকৈ? আন্তৰিকতাৰ অৰ্থই হৈছে ভক্তি। সকলো প্ৰকাৰৰ উপকৰণতে ভক্তিৰ আৱশ্যক। ভক্তি হৈছে এটা সাৰ্ব্বভৌম উপায়। শুশ্ৰূষা আৰু চিকিৎসা বিজ্ঞানৰ শিক্ষালৈ কোনো লোক যদি ৰোগীৰ সেৱা কৰিবলৈ যায়, কিন্তু যদি তেওঁৰ মনত সেৱাৰ ভাৱ নেথাকে তেন্তে কওকচোন বাৰু, তেওঁৰ দ্বাৰাইনো প্ৰকৃত

সেৱা কেনেকৈ হব পাৰে? বলধ যিমানেই শকত-আৱত নহওক, যদি তাৰ গাড়ী টানিবলৈ ইচ্ছা নেথাকে তেন্তে সি কান্ধ পেলাই শুইহে পৰিব, নাইবা গাড়ী খালত পেলাই দিবগৈ। যি কামত আন্তৰিকতা নেথাকে সেই কামত তুষ্টি পুষ্টি একোকে পোৱা নেযাব।

## (৩৬) ভক্তিৰ দ্বাৰাই বিশুদ্ধ আনন্দলাভ

এনেকুৱা ভক্তি যদি হয় তেন্তে আমি সেই মহান চিত্ৰকৰৰ কলা দেখিবলৈ পাম। তেওঁৰ হাতত থকা সেই কলমটো দেখিম। এবাৰ যেতিয়া সেই সুন্দৰ নিজৰা আৰু তাৰ অপূৰ্ব্ব সুমধুৰ ধ্বনিৰূপী ৰসৰ সোৱাদ পোৱা হ'ব, তেতিয়া বাকী সকলো ৰস তুচ্ছ আৰু নীৰস যেন লাগিব। যি বাস্তৱিক কল খাই পাইছে তেওঁ কাঠৰ বহন সনা কল হাতত লব; আৰু 'বৰ সুন্দৰ হৈছে' বুলি কৈ এদতীয়াকৈ থৈ দিব। আচল কলৰ সোৱাদ পোৱা বাবে কৃত্ৰিম কলৰ প্ৰতি তেওঁৰ কোনো আগ্ৰহ নেথাকে। এইদৰেই যি প্ৰকৃত নিজৰাৰ সোৱাদ পাইছে, তেওঁৰ বাহিৰৰ গোলাপী চৰবতৰ প্ৰতি আকৃষ্ট কেতিয়াও নহব!

এজন তত্ত্বজ্ঞানী কিছুমান মানুহে কৈছিল "মহাশয়, ব'লক নগৰত আজি বিপুল আয়োজন চলিব ধৰিছে।" তত্ত্বজ্ঞানীয়ে শুধিলে ভাই, তাতনো কি হব, এটা চাকি, ইয়াৰ পিচত দ্বিতীয়টো, তাৰ পিচত তৃতীয়টো এইদৰেই লাখ, দহ লাখ, কোটি আদি যিমান পাৰা বুজি লোৱা গণিতত ১+২+৩, এইদৰেই অনন্তলৈকে সংখ্যা আছে। সংখ্যাত যিমান অন্তৰ ৰাখিব লাগে, তাক যদি জনা যায় তেন্তে গোটেইবিলাক সংখ্যা লিখৰ কোনো প্ৰয়োজন নাই। সেইদৰেই চাকিবিলাকো এটাৰ পিচত এটাকৈ লগাব। ইয়াতনো ইমান আনন্দত মতলীয়া হবৰ কি কাৰণ আছে? কিন্তু মানুহ এনেকেয়ে আনন্দপ্ৰিয় হয়। তেওঁ নেমু আনিব, চেনি আনিব তাৰ লগতে পানী মিহলাই গুলিব আৰু তাকে খাই তৃপ্তি লাভ কৰি কব 'বাঃ, খাবলৈ দেখোন বৰ ভাল হৈছে।' সোৱাদ লোৱাৰ বাহিৰে জানো জিভাৰ আন কিবা কাম আছে? ইয়াক ইয়াৰ লগত মিলোৱা, তাক তাৰ লগত মিলোৱা। এনেকুৱা কন্তু চেলেকি চালেহে তেওঁ গোটেই আনন্দ পায়। সৰু কালতে মই এবাৰ চিনেমা চাবলৈ গৈছিলো। টোপনি আহিলে শুই

থাকিম বুলি ভাবি লগতে এখন চ'টি কাপোৰো নিছিলোঁ। আৰু কাপোৰত চকুত চমক্ লগোৱা জুই সদৃশ দৃশ্যবিলাক দেখিবলৈ ধৰিলোঁ। তাকে দেখি দুই চাৰি মিনিটৰ ভিতৰতে মোৰ চকু ভাগৰি পৰিল। মই মোৰ চ'টি কাপোৰখন পাৰিলৈ শুই পৰিলো আৰু কলো চিনেমা শেষ হ'লে মোক জগাই লৈ যাবাঁ। ৰাতি বাহিৰত নিৰ্ম্মল আকাশৰ চন্দ্ৰ আৰু অগণন তৰাবিলাকক চাবলৈ এৰি, শান্ত সৃষ্টিৰ সেই পৱিত্ৰ আনন্দ উপভোগ কৰিবলৈ এৰি, সেই থিয়েটাৰত জুইৰ পুতলাবিলাকক নচা দেখিয়েই হাত চাপৰিয়াবলৈ ধৰে! মই দেখোন ইয়াক বুজিবই নোৱাৰোঁ।

মানুহ ইমান নিৰানন্দ কিয়? সেই নিৰ্জীৱ পুতলাবিলাক দেখিয়েই বেচাৰাহ'তে অলপ আনন্দ উপভোগ কৰি লয়। জীৱনত যেতিয়া আনন্দ উপভোগ কৰিবলৈ নোপোৱা হয় তেতিয়াই এনেকুৱা কৃত্ৰিম আনন্দ বিচাৰি লয়। এদিন আমাৰ ওচৰতে বাজনা বাজি উঠিল। মই সুধিলো "কিয় বাজিছে"? কোনোবা এজনে কলে—"ল'ৰা হৈছে"! পৃথিৱীত নো অকল তোমাৰেই ল'ৰা হৈছেনে? তাৰ বাবেই নো বাজনা বজাই জগতবাসীক জনাব লাগেনে যে তোমাৰ ল'ৰা হৈছে? ল'ৰা হোৱাৰ কাৰণেই নাচ গান খেল আদিও হয়নে কি? এই বিলাক ল'ৰা ধেমালি নহয়নো আৰু কি? জেনিবা আনন্দৰ আকাল হে পৰিছে। আকালৰ দিনত যেনেকৈ ক'ৰবাত এমুঠিমান শস্য দেখিলেই তাতে সকলোৱে হেঁচা মাৰি ধৰে গৈ, সেই দৰেই য'ত ল'ৰা হয় তালৈকে চাৰ্কাচ আহে চিনেমা আহে আৰু ইফালেদি কৃত্ৰিম আনন্দৰ ক্ষুধাতুৰ তথা তৃষ্ণাতুৰ সকলে কাকতি ফৰিঙৰ দৰে জাক পাতি আহি হেঁচা মাৰি ধৰেহি।

এয়ে প্ৰকৃত আনন্দ নে? গানৰ ঢৌ কাণত প্ৰৱেশ কৰে আৰু তেওঁৰ মগজুত লাগে। চকুৰেদি ও ৰূপ সোমাই মগজুত আঘাত কৰে। এই আঘাততেই বেচাৰাহ'তৰ আনন্দও সোমাই আছে। কিছুমানে ধপাত গুড়ি কৰি নাকে দি উজায় আৰু কিছুমানে তাৰে বিড়ি কৰি হোঁপে। সেই নস্য বা ধোঁৱাৰ গোন্ধ পালে জেনিবা তেওঁলোকৰ আনন্দৰ থুন্‌পাকটোহে মেল খায়। মুখত বিড়ি ডাল লাগিলেই তেওঁলোকৰ আনন্দৰ সীমা নাইকিয়া হয়। টলষ্টয়ে লিখিছে চিগাৰেটৰ ৰাগীয়ে মানুহক হত্যাও কৰিব পাৰে। তাকো এক প্ৰকাৰৰ ৰাগী বুলিয়েই ধৰা।

এনেকুৱা আনন্দত মানুহ মতলীয়া হয়! কিয়নো তেওঁলোকে বাস্তৱিক আনন্দ কাক বোলে নেজানে। মানুহ প্ৰতিচ্ছায়াতে বিভোল হৈ পৰিছে। আজি তেওঁ পাঁচ জ্ঞানেন্দ্ৰিয়ৰ আনন্দহে উপভোগ কৰিছে। যদি দৰ্শনেন্দ্ৰিয় নেথাকিল হেতেন তেন্তে তেওঁ ভাবিলেহেতেন যে পৃথিৱীত ইন্দ্ৰিয় সমূহৰ চাৰিটাহে আনন্দ আছে। কালিলৈ যদি মঙ্গলগ্ৰহৰ পৰা ছয় ইন্দ্ৰিয়থকা মানুহ নামি আহে তেন্তে এই পাঁচ ইন্দ্ৰিয়থকা সকল অসন্তুষ্ট হব আৰু কান্দি কান্দি কব যে এওঁলোকৰ তুলনাত আমি কিমান দীন-হীন!"

সৃষ্টিৰ গোটেই অৰ্থ এই পাঁচোটা ইন্দ্ৰিয়ই কেনেকৈ জানিব? এই পাচোঁটা বিষয়ৰো পুনৰ বাছনি হয় আৰু তাতেই তেওঁ মত্ত হৈ থাকে। গাধৰ মাত শুনিলে তেওঁ কব যে এই অমঙ্গলীয়া মাতটো নো ক'ৰ পৰা আহিল অ'? তেন্তে সেই গাধটোৱে তোমাক দেখিলেও জানো তাৰ অশুভ নহব? তাৰ দ্বাৰাই যে তোমাৰ ক্ষতি হয়, তোমাৰ দ্বাৰায়ো জানো আনৰ ক্ষতি নহব? মানি ললো গাধৰ মাতটো অশুভ সূচক। এসময়ত মই বৰোদা কলেজত থাকোঁতে কেইজনমান ইউৰোপীয়ান গায়ক আহিছিল। তেওঁলোক বৰ ভাল গায়ক আছিল। সকলোকে মুগ্ধ কৰি পেলাইছিল। কিন্তু মই তেতিয়াও ভাবি আছিলোঁ—ইয়াৰপৰা কেনেকৈ সাৰো; কিয়নো তেনেকুৱা গান শুনাৰ অভ্যাস মোৰ নাছিল। মই তেওঁলোকক পৰাস্ত কৰি দিলো। আমাৰ ফালৰ গায়ক যদি সেইফালে কেতিয়াবা যায় তেন্তে তেওঁলোককো তাত পৰাস্ত বুলি ধৰিব। এইদৰে সঙ্গীতে এজনক আনন্দ দিয়ে, আনজনক নিদিয়ে। প্ৰকৃত পক্ষে ই আচল আনন্দ নহয়, মায়াবী আনন্দহে। যেতিয়ালৈকে বাস্তৱিক আনন্দৰ লগত দৰ্শন নহব তেতিয়ালৈকে এই মিছা আৰু প্ৰৱঞ্চক আনন্দতেই হেন্দুলি থাকিব লাগিব। যেতিয়ালৈকে খাঁটি গাখীৰ নেপাইছিল তেতিয়ালৈকে আটা গুলি কৰা গাখীৰকেই অশ্বথমাই গাখীৰ বুলি খাইছিল। এইদৰেই যেতিয়া আপুনি প্ৰকৃত স্বৰূপটো বুজি লব আৰু তাৰ আনন্দৰ সোৱাদ লব পাৰিব, তেতিয়া আন সকলো বস্তু অসাৰ যেন লাগিব।

এই আনন্দ উপলব্ধি কৰাৰ উৎকৃষ্ট পথ হৈছে ভক্তি। এই পথেদি যাওঁতে যাওঁতে পৰমেশ্বৰৰ কৌশলৰ বিষয়ে জানিব পাৰিব। সেই দিব্য কল্পনা মনলৈ আহিলেই অন্যান্য কল্পনা আপোনা আপুনি নোহোৱা হৈ যাব।

তাৰ পিচত আৰু ক্ষুদ্ৰ আকৰ্ষণ নেথাকিব। সংসাৰত পুনৰ সেই একেবিধ আনন্দই ভৰপূৰ হৈ থকা দেখা যাব। মিঠাইৰ দোকান যদিও শ শ খন থাকে তথাপি মিঠাইৰ প্ৰকাৰ সকলোতে একেই। যেতিয়ালৈকে সেই আচল বস্তুত হাত নপাৰিব তেতিয়ালৈকে আমি চঞ্চল মতি চৰাইৰ দৰে এটা বস্তু ইয়াৰ, এটা তাৰ এনেকৈয়ে খাই লৈ থাকিম। ৰাতিপুৱা মই তুলসী ৰামায়ণ পঢ়ি আছিলোঁ। চাকিটোৰ ওচৰত বহুত পোক পৰুৱা গোট খাইছিল। এনেতে এটা জেঠী আহিল। তাৰনো ৰামায়ণৰ লগত কি সম্বন্ধ আছিল? পোক-পৰুৱাবিলাক দেখি তাৰ আনন্দত পাৰ নাইকিয়া হ'ল! সি পোক-পৰুৱা-বিলাকলৈ চোচা মাৰিব খুজিছিল, এনেতে মই হাতটো অলপ লৰাই দিয়া দেখি সি পলাই গুচি গ'ল। কিন্তু সি একেথিৰে চাই আছিল, সেই পোক-পৰুৱাবিলাকলৈ হে। মই মনতে ভাবিলো—"তই এই পোক-পৰুৱাবিলাক খায়েই পেলাবি নে কি? তাৰ চাগে জিভাৰ পানী বৰ লাগিছে নহয় নে? মোৰ জিভাৰ পানী হলে ওলোৱা নাই। মই যি আনন্দ-ৰস পান কৰিছিলোঁ বেচাৰা জেঠীয়ে কি গম ধৰিব? সি ৰামায়ণৰ ৰস পান কৰিব নোৱাৰিছিল। আমাৰ দশাখনো জেঠীৰ দৰেই। আমি নানা ৰসত মতলীয়াহৈ আছো। কিন্তু যদি প্ৰকৃত ৰস পোৱা যায় তেনেহেলে আমাৰ যে কি মজা হব? আমি যাতে সেই আচল ৰস পান কৰিব পাৰোঁ, তাৰ বাবে ভগৱানে আমাক ভক্তিৰূপী উপকৰণ দেখুৱাই দিছে।

### (৩৪) সকাম ভক্তিৰো মূল্য আছে

ভগৱানে তিনিবিধ ভক্তৰ কথা কৈছে—(১) সকাম ভক্তি কৰোঁতা (২) নিষ্কাম কিন্তু একাঙ্গী ভক্তি কৰোঁতা আৰু (৩) জ্ঞানী অৰ্থাৎ সম্পূৰ্ণ ভক্তি কৰোঁতা। নিষ্কাম কিন্তু একাঙ্গী ভক্তি কৰোঁতাও তিনি প্ৰকাৰৰ—(১) আৰ্ত্ত (২) অনুসন্ধিৎসু (৩) অৰ্থাৰ্থী। এই বিলাক ভক্তি-বৃক্ষৰ শাখা-প্ৰশাখা।

তেনেহলে সকাম ভক্তিৰ অৰ্থ কি? মনত কিছু কামনা ৰাখি ভগৱানৰ ওচৰলৈ যোৱা। এইবিধ ভক্তি নিকৃষ্ট বুলি কৈ মই তেওঁক নিন্দা নকৰোঁ। বহুতো মানুহ সাৰ্ব্বজনিক সেৱাক্ষেত্ৰলৈ আহে মান-সন্মানৰ আশাতেই। আহিলেই জেনিবা ইয়াত নো ক্ষতি কি? আপুনি তেওঁলোকক যথেষ্ট মান সন্মান কৰক মান-সন্মান কৰাৰ পৰা একো হানি নহয়! এনেকুৱা সন্মান পাই থাকিলে ভৱিষ্যতলৈ তেওঁলোক সাৰ্ব্বজনিক সেৱা ক্ষেত্ৰত সুস্থিৰ হৈ

পাৰিব। তাৰ পিচত তেওঁলোকে সেই কামতে আনন্দ পাবলৈ ধৰিব। মান-সন্মান পাবৰ কাৰণে যি ইচ্ছা হয়, তাৰেই বা অৰ্থ কি? তাৰ অৰ্থ হৈছে এইটোৱেই যে আমি যিমান সন্মান পাইছোঁ তাৰ দ্বাৰাই আমাৰ এই বিশ্বাসটো দৃঢ় হৈ উঠে যে আমি যি কাম কৰিছোঁ সি উত্তম। মোৰ সেৱা ভাল নে বেয়া তাক বুজিবৰ কাৰণে যাৰ কোনো আন্তৰিক উপকৰণ নাই তেৱেঁই এনেকুৱা বাহ্যিক উপকৰণৰ সহায় লব লগাত পৰে। মাকে যেতিয়া পুতেকৰ পিঠিত চপৰিয়াই চাবাইছ বুলি কব, তেতিয়া পুতেকৰ মনত এনেকুৱা লাগে যেন মাৰ কাম আৰু কৰিম। সকামী ভক্তৰ গাতো এইটো কথাই খাটে। সকামী ভক্তই পোনেপোনেই পৰমেশ্বৰৰ ওচৰলৈ গৈ কব "দিয়া"। সকলো বস্তু পৰমেশ্বৰপৰা খুজি লোৱাৰ স্বভাৱ নিৰ্ম্মাণ হোৱাটোও কোনো সাধাৰণ কথা নহয়। ই এটা অসাধাৰণ কথাই। জ্ঞানদেৱে নামদেৱক সুধিছিল "তীৰ্থলৈ যাবা নহয়"? নাম দেৱে কলে, "কি কাৰণে"? জ্ঞানদেৱে কলে "তাত সাধু-সন্ত সকলৰ সমাগম হ'ব"? তাৰ পিচত নামদেৱে কলে তেনেহলে ভগৱানক সুধি আহো বাৰু'। নামদেৱ মন্দিৰলৈ গৈ ভগৱানৰ ওচৰত থিয় হ'ল। তেওঁৰ চকুৰ পৰা চকুলো বৰলৈ ধৰিলে। তেওঁ ভগৱানৰ সেই অৰুণ-চৰণৰ ফালে একেথিৰে চাই ৰ'ল। শেষত কান্দি কান্দি তেওঁ সুধিলে প্ৰভু, মই যাব পাৰোনে? জ্ঞানদেৱ ওচৰতে আছিল। এই নামদেৱক জানো আপোনালোকে পাগল বুলিব? তিৰোতা ঘৰত নেথাকিলে কন্দা মানুহ বহুত আছে। কিন্তু পৰমেশ্বৰৰ ওচৰলৈ গৈ কন্দা ভক্ত সকামী হলেও অসাধাৰণ। তাত কোনো সন্দেহ নাই। যিটো বস্তু প্ৰকৃততে বিচাৰি-বলগীয়া, তাক নিবিচৰাটো সঁচাকৈয়ে অজ্ঞানতা বুলিয়েই কব লাগিব; কিন্তু অকল ইয়াৰ কাৰণেই সকাম ভক্তি ত্যাজ্য বুলি ধৰিব লব নোৱাৰি।

তিৰোতা সকলে ৰাতিপুৱা উঠি নানা প্ৰকাৰৰ ব্ৰতাদি কৰে, আৰতি কৰে, চাকি জ্বলায়, আৰু তুলসী প্ৰদক্ষিণ কৰে। কি কাৰণে কৰে, বাৰু? বোধকৰো মৃত্যুৰ পিচত পৰমেশ্বৰৰ অনুগ্ৰহ পাবলৈকে কৰে। তেওঁৰ অন্তৰত এনেধৰণৰ সৰল ভাৱনা থাকিব পাৰে। তাৰ কাৰণেই তেওঁলোকে ব্ৰত, জপ, উপবাস আদি কৰে। এনেকুৱা ব্ৰত-শীল পৰিয়ালৰ ঘৰতে মহা-পুৰুষৰ জন্ম হয়। তুলসীদাসৰ কুলত ৰামতীৰ্থৰ জন্ম হ'ল। ৰামতীৰ্থ আছিল ফৰাচী ভাষাৰ পণ্ডিত। কোনো কোনোৱে কৈছিলেই—"তুলসীদাসৰ

কুলত জন্ম গ্ৰহণ কৰিছা, ইফালে সংস্কৃত নেজানা?" ৰামতীৰ্থৰ মনত এই কথাটো লাগি গৈছিল। এই কুল স্মৃতিৰ কিমান সামৰ্থ্য আছিল! ইয়াৰ দ্বাৰাই অনুপ্ৰেৰিত হৈ তেওঁ সংস্কৃত অধ্যায়নত মনপুতি লাগি গ'ল। তিৰোতা সকলৰ যি ভক্তি ভাৱনা থাকে তাকে ইতিকিং কৰি উৰাই দিব নেলাগে। য'ত ভক্তিৰ এনেকুৱা অণু-পৰমাণুবিলাক সঞ্চিত হ'বলৈ ধৰে, তাতেই তেজস্বী সন্তানৰো উৎপত্তি হয়। এই কাৰণেই ভগৱানে কৈছে—"মোৰ ভক্ত সকামী হলেও মই তেওঁৰ ভক্তি দৃঢ় কৰিম। তেওঁৰ মনত খেলি-মেলি হ'বলৈ নিদিম। যদি তেওঁ মোক শুদ্ধ অন্তঃকৰণেৰে সৈতে প্ৰাৰ্থনা কৰে যে মোৰ ৰোগ দূৰ কৰক, তেনেহলে মই তেওঁৰ আৰোগ্যৰ ভাৱনাক পুষ্ট কৰি তেওঁৰ ৰোগ দূৰ কৰি দিম। যি কোনো কাৰণ লৈয়েই নহওক যদি তেওঁ মোৰ ওচৰলৈ আহে তেন্তে মই তেওঁৰ পিঠিত হাত ফুৰাই তেওঁক সন্মান কৰিম।" ধ্ৰুবলৈকে মন কৰক। বাপেকৰ কোলাত বহিবলৈ নেপালত তেওঁৰ মাকে ক'লে "ঈশ্বৰত ঠাই বিচাৰা।" তেওঁ উপাসনাত ব্যস্ত হৈ পৰিল। ভগৱানে তেওঁক আচল স্থান দিলে। মন নিষ্কামী নহ'লেও একো নহয়। আচল কথা হৈছে এইটোৱেই যে, মানুহ যায় কাৰ ওচৰলৈ আৰু খোজে কাৰ পৰা? সংসাৰৰ আগত হাত নেপাতি ঈশ্বৰৰ ওচৰত কামৰ মহত্ত্ব কম বুলি ধৰিলোৱা উচিত নহয়।"

নিমিত্ত যিয়েই নেথাকক লাগে তুমি ভক্তি মন্দিৰলৈ যোৱাঁছোন বাৰু। প্ৰথমে যদি কামনা কৰেও আগ বাঢ়ি যোৱা; তেন্তে পিচত গৈ নিষ্কামী হৈ পাৰিবা। প্ৰদৰ্শনী পতা হয়, তাৰ সঞ্চালকে কয়—হেৰি, আহি চাওকাহিচোন। কেনেকুৱা সুন্দৰ মিহি ৰঙিন খাদী তৈয়াৰ হব ধৰিছে! অন্ততঃ নতুন নতুন নমুনাবোৰকে চাওকচোন।" মানুহ আহে আৰু প্ৰভাৱিত হৈ পৰে। ভক্তিৰ ক্ষেত্ৰতো এনেকুৱাই হব লাগে। ভক্তি মন্দিৰত এবাৰ প্ৰৱেশ কৰ তাৰ পিচত তাৰ সৌন্দৰ্য আৰু সামৰ্থ্যৰ অভিজ্ঞতা আপোনাআপুনি হবলৈ ধৰিব। স্বৰ্গলৈ যাওঁতে ধৰ্ম্মৰাজৰ লগত শেষলৈকে এটা কুকুৰহে মাত্ৰ আছিল। ভীম, অৰ্জ্জুন আদি সকলোৱেই বাটতে ৰৈ গৈছিল। স্বৰ্গৰ দুৱাৰৰ ওচৰত ধৰ্ম্ম-ৰাজক কোৱা হ'ল—"তুমি আহিব পৰা, কিন্তু কুকুৰটোক হলে আনিব নোৱাৰা।"। ধৰ্ম্ম-ৰাজে কলে যদি মোৰ কুকুৰটোৱেই যাব নোৱাৰে, তেন্তে ময়ো নেযাও।" একান্ত ভাৱে সেৱা কৰোঁতা যদিও সি কুকুৰ তথাপি 'মো'

মো'' কৰোঁতা সকলতকৈ সি শ্ৰেষ্ঠ। সেই কুকুৰটো ভীম-অৰ্জ্জুনতকৈও শ্ৰেষ্ঠ বুলি প্ৰমাণিত হ'ল। পৰমেশ্বৰৰ ওচৰলৈ যোৱা যদি কীট-পতঙ্গও হয়, তেন্তে সিহঁত পমেশ্বৰৰ ওচৰলৈ নোযোৱা ডাঙৰ ডাঙৰ মানুহতকৈও শ্ৰেষ্ঠ আৰু নিশ্চয় মহান হব। মন্দিৰত কাছ আৰু নন্দী (বৃষভ)ৰ মূৰ্ত্তি থাকে, কিন্তু সেই নন্দী অৰ্থাৎ বলধ গৰুক সকলোৱেই প্ৰণাম কৰে; কিয়নো সি সাধাৰণ বলধ গৰু নহয়। সি ভগৱানৰ কাষত থাকে। বলধ গৰু হ'লেও সি যে পৰমেশ্বৰৰ তাক কোনেও পাহৰিব নোৱাৰে। ডাঙৰ ডাঙৰ বুদ্ধিমানতকৈ সি শ্ৰেষ্ঠ। ভগৱানক স্মৰণ কৰোঁতা পাগল জীৱও বিশ্ব-বন্দনীয় হৈ পৰে।

এবাৰ মই ৰেলত গৈ আছিলো। গাড়ী আহি যমুনাৰ দলং পালেহি। ওচৰতে বহি থকা এজন মানুহে অতি আনন্দ মনেৰে যমুনাৰ পানীলৈ এটা পইচা দলি মাৰিছিল। মোৰ কাষতে এজন সমালোচক ভদ্ৰলোক বহি আছিল। তেওঁ কবলৈ ধৰিলে 'এনেয়ে আমাৰ দেশ আগৰ পৰাই কঙাল তাতে আকৌ এই মানুহবিলাকে মিছাতেই পইচা বিলাক দলিয়াই পেলাইছে।" মই কলো—আপুনি তেওঁৰ উদ্দেশ্য বুজি পোৱা নাই। যিটো ভাৱনাৰে তেওঁ পইচাটো দলি মাৰিছে তাৰ মূল্য দুই চাৰি পইচাও হবনে নহয় সন্দেহ! যদি আন কোনো সৎকামৰ কাৰণে এই পইচা দিলেহেতেন তেন্তে এই দান আৰু ভাল হ'লহেতেন। পিচে এইটো কথাৰ বিষয়ে আলোচনা পিচত কৰিম। কিন্তু সেই ভাৱনাশীল মানুহজনে এই ভাৱনাৰ দ্বাৰাই অনুপ্ৰেৰিত হৈ হে ত্যাগ কৰিছিল যে সি নদী নহয়, ঈশ্বৰ কৰুণাহে কুলু কুলু সুৰে ব'ব লাগিছে। এই ভাৱনাৰ কাৰণে আপোনাৰ অৰ্থ-শাস্ত্ৰত কিবা স্থান আছে নে? দেশৰ এখন নদী দেখি তেওঁৰ অন্তঃকৰণ গলি গৈছিল। যদি আপুনি এই ভাৱনাক সম্মান কৰে তেন্তে আপোনাৰ দেশভক্তিৰ পৰীক্ষা হৈ যাব। দেশভক্তিৰ অৰ্থ জানো বুলিছে? দেশৰ মহান্ নদীক দেখি যদি এই ভাৱনা মনত জাগি উঠে যে মোৰ গোটেই সম্পত্তি ইয়াত ডুবাই দিওঁ। মোৰ যথা সৰ্ব্বস্ব এওঁৰ চৰণত সমৰ্পণ কৰোঁ, তেনেহলে ই কিমান ডাঙৰ দেশ-ভক্তি! সেই গোটেই ধন-দৌলত, গোটেই সেউজীয়া আৰু হালধীয়া শিল, পোকৰ বিষ্ঠাৰে তৈয়াৰ হোৱা মুকুতা, কয়লাৰপৰা হোৱা হীৰা আদি সকলো বিলাকৰ মূল্য পানীত ডুবাই দিবৰ কাৰণে উপযুক্ত। পৰমেশ্বৰৰ চৰণৰ আগত সেইবিলাক ধূলিৰ দৰে তুচ্ছ বুলি

ভাবা। আপুনি কব পাৰে যে নদী আৰু পৰমেশ্বৰৰ চৰণৰ লগত 'ক সম্বন্ধ আছে? সৃষ্টিৰ লগত পৰমেশ্বৰৰ কিছু নহয় কিছু সম্বন্ধ আছেই। নদী হৈছে অক্সিজেন আৰু হাইড্ৰোজেন, সূৰ্য্য হৈছে গ্যেচ-বাতিৰ এটাৰ ডাঙৰ নমুনা। তাকনো আকৌ নমস্কাৰ কিয় কৰিব লাগে? নমস্কাৰ কৰিব লাগে আপনাৰ বুটিকহে। আকৌ যদি চোৱা যায় সেই বুটিয়েই বা কি? সিয়ো তো এবিধ বগা মাটিহে। তাৰ কাৰণে নো ইমান জিভাৰ পানী কিয় ঊলিয়াব লাগে? ইমান ডাঙৰ সূৰ্য্য উদয় হৈছে; ইমান সুন্দৰ নদী বৈ লাগিছে, ইয়াত যদি পৰমেশ্বৰৰ অনুভৱ নহয়, তেন্তে আৰু নো হব ক'ত? ইংৰাজ কবি ৱৰ্ডচ্‌ৱৰ্থএ বৰ দুঃখেৰে সৈতে কৈছে—প্ৰথম মই যেতিয়া ৰামধেনু দেখিছিলোঁ, তেতিয়া নাচি উঠিছিলোঁ। অন্তৰত আনন্দৰ ঢৌ উথলি পৰিছিল। কিন্তু আজি মই কিয় নাচি উঠা নাই? প্ৰথমৰ জীৱন মাধুৰী হেৰুৱাই মই শিলৰ নিচিনা হৈ পৰা নাইতো?"

সাৰাংশ হৈছে এই যে সকাম ভক্তি অথবা মূৰ্খ মানুহৰ ভাৱনাৰো যথেষ্ট মহত্ত্ব আছে। শেষত ইয়াৰদ্বাৰাই মহান সামৰ্থ্যৰ সৃষ্টি হয়। জীৱধাৰী যিয়েই নহওক আৰু যেনেকুৱাই নহওক লাগিলে এবাৰ যদি সি পৰমেশ্বৰৰ দৰবাৰলৈ আহিবলৈ পায়, তেন্তে সি তেওঁৰ অনুগ্ৰহ পাবই। জুইত যেনেকুৱা থৰিকেই নিদিয়ক সি জ্বলি উঠিবই, পৰমেশ্বৰৰ ভক্তি এক অপূৰ্ব্ব সাধনা। পৰমেশ্বৰে সকাম ভক্তিকো আদৰ কৰে। এই ভক্তিয়েই পিচত গৈ নিষ্কামতা আৰু পূৰ্ণতা লাভ কৰিব।

## (৩৫) নিষ্কাম ভক্তিৰ প্ৰকাশ আৰু পূৰ্ণতা

সকাম ভক্তিৰ বিষয়ে আলোচনা কৰি অহা হৈছে এতিয়া নিষ্কাম ভক্তিৰ বিষয়ে কোৱা হব। নিষ্কাম ভক্তিও দুই প্ৰকাৰৰ একাঙ্গী আৰু পূৰ্ণ। একাঙ্গী আকৌ তিনি ভাগে বিভক্ত হৈছে। ইয়াৰ প্ৰথম ভাগটো আৰ্ত্ত ভক্ত। আৰ্ত্ত মানে হৈছে দয়া প্ৰাৰ্থী অৰ্থাৎ যি ভগৱানৰ কাৰণে কান্দি-কাটি ব্যাকুল হয় · যেনে নামদেৱ। তেওঁ এই কথাটোকে লৈয়েই সদায় উৎসুক, ব্যাকুল, অধীৰ, আতুৰ হৈ থাকে যে কেতিয়া ভগৱানৰ প্ৰেম-ৰস পান কৰিবলৈ পাম; কেতিয়া তেওঁক আঁকোৱালি ধৰি জীৱন কৃতাৰ্থ কৰিম; আৰু কেতিয়া তেওঁৰ চৰণ-কমলত দণ্ডৱতে পৰি নিজক ধন্য কৰিব পাৰিম! প্ৰত্যেক কামতে তেওঁ এইটোকেই চাব যে ইয়াত সত্যতা, আন্তৰিকতা, ব্যাকুলতা আৰু

প্রেম আছে নে পাই? দ্বিতীয় প্ৰকাৰ হৈছে জিজ্ঞাসু সকল। বৰ্ত্ত-মান আমাৰ দেশত এই শ্ৰেণীৰ ভক্ত বেছি নাই। এই শ্ৰেণীৰ ভক্ত সকলৰ ভিতৰত কোনো কোনোৱে গৌৰীশংকৰৰ ওপৰত বাৰে বাৰে উঠিব আৰু মৰিব, কোনোৱে আকৌ উত্তৰ মেৰু বিচাৰিয়েই ওলাব আৰু নিজৰ অনুসন্ধানৰ ফলাফল কাগজত লিখি তাক বটলত বন্ধ কৰি থৈ পানীত পেলাই দিব আৰু নিজেও তাৰ লগতেই মৰিব। কোনোৱে হয়তো আগ্নেয়গিৰিৰ গৰ্ভতেই বিলীন হব। আজি কালি ভাৰতবাসীৰ কাৰণে মৃত্যু বৰ ভয়ৰ কাৰণ হৈ পৰিছে। পৰিয়ালৰ ভৰণ-পোষণৰ বাহিৰে কোনো পুৰুষাৰ্থই নোহোৱা হৈ পৰিছে। জিজ্ঞাসু ভক্তৰ উৎসাহ অদম্য! তেওঁ প্ৰত্যেক বস্তুৰেই গুণ-ধৰ্ম্মৰ অনুসন্ধান কৰে। মানুহে যেনেকৈ নদীৰ গতি অনুসৰণ কৰি সাগৰ পায় গৈ, সেইদৰেই এই জিজ্ঞাসু সকলেও অন্তত পৰমেশ্বৰক পায়। তৃতীয়টো শ্ৰেণী হৈছে অৰ্থাৰ্থী। অৰ্থাৰ্থী মানে প্ৰত্যেক কথাতেই অৰ্থ দেখা। ইয়াত অৰ্থ মানে টকা পইচা নহয়, হিত-কল্যাণ হে। যি কোনো কথাকেই পৰীক্ষা কৰিবৰ বৌলিকা তেওঁ এই কষটি-শিলতহে ঘঁহি চাব যে ইয়াৰ দ্বাৰা সমাজৰ কল্যাণ হবনে নহয়? তেওঁ ভাবি চাব যে মই যি কৈছোঁ, লিখিছোঁ আৰু কৰিছোঁ অনুপযোগী; তাৰ দ্বাৰাই জগতৰ কল্যাণ হবনে নহয়? অহিতকৰ ক্ৰিয়াক তেওঁ কেতিয়াও মঞ্জুৰ নকৰিব। পৃথিৱীৰ কল্যাণৰ কাৰণে চিন্তা কৰোঁতা জন কিমান মহান্, জগতৰ কল্যাণেই তেওঁৰ আনন্দ। যি সকলো কামকে প্ৰেমৰ দৃষ্টিৰে দেখে তেওঁ আৰ্ত্ত, যি জ্ঞানৰ দৃষ্টিৰে চায় তেওঁ জিজ্ঞাসু আৰু যি সকলোৰে কল্যাণৰ দৃষ্টিৰে চায় তেওঁ অৰ্থাৰ্থী

এই তিনিও বিধ ভক্তই, নিষ্কামী, কিন্তু একাংগী। এজনে কৰ্ম্মৰ দ্বাৰাই, আনজনে অন্তঃকৰণৰ দ্বাৰাই আৰু তৃতীয় জনে বুদ্ধিৰ দ্বাৰাই ঈশ্বৰৰ সমীপলৈ যায়। এতিয়া বাকী থাকিল পূৰ্ণ ভক্তৰ বিষয়ে আলোচনা কৰিবলৈ। এওঁক জ্ঞানী ভক্তও বুলিব পাৰি। এই ভক্ত জনে যি দেখে সকলো পৰমেশ্বৰৰেইহে ৰূপ। কুৰূপ-সুৰূপ, ধনী-দুখীয়া, স্ত্ৰী-পুৰুষ, পশু-পক্ষী সকলোতে পৰমাত্মাৰেই পৱিত্ৰ দৰ্শন লাভ হয়।

নৰ নাৰী বচ্ছে সব হী নাৰায়ণ।
ঐসা মে'ৰা মন বনাও প্ৰভু॥

সন্ত তুকাৰামৰ প্ৰাৰ্থনা এনেকুৱাই। হিন্দু-ধৰ্ম্মত নাগ পূজা হাতীৰ

শূৰ থকা দেৱতাৰ পূজা আৰু বৃক্ষ-পূজাৰ নিচিনা যিমান বিলাক পূজা আছে, সেই সকলোবিলাকেই পাগ্‌লামিৰ নিদৰ্শন। তাতোকৈয়ো বেছি পাগ্‌লামি জ্ঞানী ভক্তসকলৰ মাজত হোৱা দেখা যায়। তেওঁলোকে যাকেই লগ নেপাওক কীট-পতঙ্গৰ পৰা আৰম্ভ কৰি চন্দ্ৰ-সূৰ্য্যলৈকে সকলোতে পৰমাত্মাকেইহে দেখা পায় আৰু তেওঁলোকৰ অন্তৰ আনন্দত নাচি উঠে।

"ফিৰ ৰহ সুখ অনন্ত অপাৰ।
আনন্দসে সাগৰ হিলোৰতা॥

এনেকুৱা যি দিব্য আৰু ভব্য দৰ্শন আছে তাক যদি আপুনি ভ্ৰম বুলিও কব খোজ কব পাৰে। কিন্তু এই ভ্ৰম সুখৰ ৰাশি আৰু আনন্দৰ নিধি। তেওঁ গভীৰ সাগৰত পৰমেশ্বৰৰ বিলাস, গোমাতৃত ঈশ্বৰৰ বাৎসল্য ভাৱ, পৃথিৱীত তেওঁৰ ক্ষমতা, নিৰ্ম্মল আকাশত তেওঁৰ নিৰ্ম্মলতা, সূৰ্য্য, চন্দ্ৰ, তৰাত তেওঁৰ জ্যোতি, ফুলত তেওঁৰ মৃদুতা, দুৰ্জ্জনত তেওঁ নিজক পৰীক্ষা কৰোঁতা পৰমেশ্বৰক দেখা পায়। এইদৰেই "একেজন পৰমাত্মাই সকলোতে বিৰাজমান হৈ থাকে।" ইয়াক দেখাৰ অভ্যাস জ্ঞানী ভক্তই কৰে। এনেকৈ কৰোঁতে কৰোঁতে সেই জ্ঞানী ভক্তজন এদিন ঈশ্বৰত লীন হৈ যায়।

দেওবাৰ, ৩-৪-'৩২

# অষ্টম অধ্যায়

## (৩৬) শুভ সংস্কাৰৰ সঞ্চয়

মানুহৰ জীৱন অনেক সংস্কাৰেৰে পৰিপূৰ্ণ। আমাৰ দ্বাৰাই অসংখ্য কৰ্ম্ম হব লাগিছে। যদি আমি তাৰ হিচাপ কৰিবলৈ যাওঁ, তেন্তে তাৰ ওৰেই নপাবিব। মোটা-মুটি হিচাপে যদি আমি চৌবিশ ঘণ্টাৰ ভিতৰত হোৱা ক্ৰিয়াবোৰলৈকে লক্ষ্য কৰোঁ, তেনেহলেও সংখ্যা বহুত বাঢ়ি যাব। খোৱা পিয়া, বহা, শোৱা, ফুৰা, চকা কামকৰা, লিখা-পঢ়া, কথা কোৱা ইয়াৰ বাহিৰেও নানা প্ৰকাৰৰ স্বপ্ন, ৰাগদ্বেষ মানঅপমান, সুখ-দুঃখ আদি অনেক বিধৰ ক্ৰিয়া দেখা যাব। এই সকলোবিলাকৰে সংস্কাৰ আমাৰ মনত নপৰাকৈ নেথাকে। এতিয়া যদি মোক কোনো লোকে সোধে যে জীৱন কাক বোলে, তেন্তে মই তাৰ ব্যাখ্যা দিম সংস্কাৰ-সঞ্চয়।

সংস্কাৰ ভালো থাকে, বেয়াও থাকে। দুয়োটাৰ প্ৰভাৱ মানুহৰ জীৱনত পৰে। বাল্যকালৰ কথাবিলাক আমাৰ মনত নেথাকে। কোনো কথা ফলিত লিখি মোহাৰি পেলোৱাৰ দৰেই আমাৰ বাল্য-জীৱনৰ কথাবোৰো লুপ্ত হৈ যায়। পূৰ্ব্ব-জন্মৰ সংস্কাৰবিলাক ভালকৈ মোহাৰি পেলোৱাৰ দৰে হৈ পৰে, আনকি পূৰ্ব্ব জন্ম আছিলনে নাই তাৰো সন্দেহ উপস্থিত নোহোৱাকৈ নেথাকে। এই জন্মৰ বাল্যকালৰ কথাই যেতিয়া মনত নেথাকে, পূৰ্ব্ব জন্মৰ কথানো আৰু কি মনত থাকিব? পূৰ্ব্ব জন্মৰ কথা বাৰু বাদেই দিয়ক আমি এতিয়া এই জন্মৰ কথাৰ বিষয়েই আলোচনা কৰোহঁক। যিমানবিলাক কামৰ কথা আমাৰ মনত থাকে অকল সিমানবিলাকেই যে হৈছিল এনে নহয়। কামো অনেক আৰু জ্ঞানো অনেক থাকে। পিচত এই কৰ্ম্ম আৰু জ্ঞান দুয়োটাই লুপ্ত হয়, কিছু সংস্কাৰ হে থাকি যায়। ৰাতি শুবৰ সময়ত যদি দিনত কৰা সকলো কাম মনত পেলাবলৈ চেষ্টা কৰা যায়, তথাপি মনত নপৰে। মনত কোনবিলাক কথা থাকে? যিবিলাক ক্ৰিয়া আমাৰ চকুৰ আগত ভাঁহি থাকে, যিবিলাক অতি স্পষ্ট আৰু প্ৰভাৱশালী। কাৰোবাৰ লগত যদি আমাৰ বেছিকৈ দন্দ্ হাই লাগে তেন্তে সেইবিলাক কথা মনত থাকে; কিয়নো সি সেই দিনাৰ প্ৰধান অৰ্জ্জন। মুখ্য আৰু স্পষ্ট ক্ৰিয়াৰ সংস্কাৰ মনত বৰ দৃঢ়কৈ

বহি যায়। মুখ্য ক্ৰিয়া প্ৰথমে মনত থাকে কিন্তু পিচত সিয়ো মিছা হৈ পৰে। যদি আমি দৈনিক ডায়েৰী লিখিবলৈ লওঁ, তেতিয়া দুই বা চাৰিটামানহে মহত্ত্বপূৰ্ণ কথা লিখোঁ। যদি প্ৰত্যেক দিনাৰ এনেকুৱা সংস্কাৰ বোৰলৈ এ সপ্তাহৰ গোটাই লৈ হিচাপ কৰিবলৈ লোৱা যায়, তেন্তে ইয়াৰ আৰু অনেক কথা হয়তো বাদেই পৰিব আৰু সপ্তাহটোৰ মুখ্য ঘটনা বিলাকহে ৰৈ যাব। যোৱা মাহবিলাকৰ হিচাপ যদি কৰিবলৈ বহা হয় তেন্তে সেই মাহবিলাকত হোৱা প্ৰধান প্ৰধান কামবোৰ হে হয়তো আমাৰ মনত পৰিব। এইদৰেই যদি ছমহীয়া, বছৰেকীয়া, পাঁচ বছৰীয়া হিচাপ কৰা হয়, তেন্তে অতি থোঁৰ মহত্ত্ব পূৰ্ণ কথা বোৰহে হয়তো মনলৈ আহিব আৰু তাৰ দ্বাৰাই সংস্কাৰ গঢ়ি উঠিব। অসংখ্য কৰ্ম্ম কৰা আৰু অনন্ত জ্ঞান লাভ কৰা সত্ত্বেও মনত বহুত কম হে ৰৈ যায়। সেই বিভিন্ন কৰ্ম্ম তথা জ্ঞান আহিল আৰু নিজৰ কাম কৰি শেষ হৈ গ'ল। সেই সমস্ত কৰ্ম্মৰ ভিতৰত পাঁচ কি দহোটা মান হে দৃঢ় সংস্কাৰ ৰৈ যায়। এই সংস্কাৰ বোৰেই হৈছে আমাৰ মূলধন। আমি জীৱন-ৰূপী বেপাৰ কৰি কেৱল মাত্ৰ সংস্কাৰৰূপী সম্পত্তিহে অৰ্জ্জন কৰোঁ। যেনেকৈ বেপাৰীয়ে দৈনিক, মাসিক আৰু বাৰ্ষিক জমা-খৰচ কৰি শেষত লাভ বা লোকচানৰ এটা হে হিচাপ উলিয়ায়, সেইদৰেই আমাৰ জীৱন ৰূপী বেপাৰৰো হয়। অনেক সংস্কাৰৰ জমা-খৰচ হওঁতে হওঁতে শেষত এটা অত্যন্ত সুদৃঢ় সীমাবদ্ধ আৰু সাৰভুত বস্তু ৰৈ যায়। যেতিয়া জীৱনৰ অন্তিম সময় ওচৰ চাপি আহে, তেতিয়া জীৱনৰ শেষ ৰোকড় বা নগদজমাক আত্মাই মনত পেলাবলৈ ধৰে। জীৱন ব্যাপী কি কি কৰিলোঁ, ইয়াক যদি মনত পেলোৱা হয়, তেন্তে গোটেই উপাৰ্জ্জনৰ ফল স্বৰূপে দুই চাৰিটাহে হয়তো কথা দৃষ্টি গোচৰলৈ আহিব। ইয়াৰ মানে এইটো নহয় যে সেই সকলো কৰ্ম্ম আৰু জ্ঞান অথলে গল। তাৰ কাম পূৰা হৈ গৈছে। হেজাৰ হেজাৰ টকাৰ যোগ-বিয়োগৰ পিচত শেষত পাঁচ বা দহ হেজাৰৰহে লাভ-লোকচান বেপাৰীৰ হাতত ৰয় গৈ। লোকচান হলে অন্তৰ ভাগি যায়, লাভ হলে আনন্দত নাচি উঠে।

আমাৰ জীৱনটোও ঠিক এনেকুৱাই। মৰিবৰ সময়ত যদি কিবা বস্তু খাবৰ মন যায়, তেন্তে গোটেই জীৱন খোৱা বস্তুৰ জুতি লওঁতেই গ'ল বুলিহে বুজুহে কবলৈ ধৰিব। আহাৰ বা সোৱাদৰ প্ৰতি ইচ্ছা থকাটোৱেই হৈছে গোটেই

জীৱনৰ উপাৰ্জ্জনৰ ফল। কোনোৰ মাক মৰিবৰ সময়ত যদি পুতেকলৈ মনত পৰে তেন্তে তেওঁৰ পুত্র সম্বন্ধীয় সংস্কাৰেইছে বৌছ বলৱান বুলি ধৰি লব লাগিব। বাকী যিবিলাক অসংখ্য কৰ্ম্ম কৰিলে, সেই সকলো বিলাকেই গৌণ হৈ পৰিল। পাটীগণিতৰ অপূৰ্ণাঙ্কিত প্ৰশ্ন থাকে। কিমান যে ডাঙৰ ডাঙৰ সংখ্যা থাকে, কিন্তু তাক সংক্ষেপ কৰোঁতে কৰোঁতে শেষত এক অথবা শূন্যহে উত্তৰ হয়। এই দৰেই জীৱনত সংস্কাৰৰ অনেক সংখ্যা লুপ্ত হৈ অন্তত গৈ এক বলৱান সংস্কাৰ সাৰ ৰূপে থাকি যায়। জীৱন-ৰূপী প্ৰশ্নৰ উত্তৰ সেইটোৱেই। অন্তিম কালৰ স্মৰণেই গোটেই জীৱনত ফলিয়ায়।

জীৱনৰ এই অন্তিম সাৰ যেন মধুৰ হয়, অন্তিম ক্ষণো যেন মধুময় হয় এনে দৃষ্টিকোণ সন্মুখত ৰাখিহে দৈনন্দিন জীৱনৰ কৰ্ত্তব্য নিৰ্ধাৰণ কৰিব লাগে। যাৰ অন্তিম মধুৰ, তেওঁৰ সকলো মধুৰ। সেই অন্তিম উত্তৰৰ প্ৰতি লক্ষ্য ৰাখি জীৱনৰ প্ৰশ্ন সমাধান কৰি যাব লাগে। এতেকে এই লক্ষ্যকে সন্মুখত ৰাখি জীৱনৰ আঁচনি তৈয়াৰ কৰা। গণিতত যিটো মূল প্ৰশ্ন সোধা হব, তাক চাইহে উত্তৰ উলিৱা হয়। ঠিক তেনে পদ্ধতিৰেই জীৱনৰ কামো কৰি যোৱা উচিত। গতিকে মৰিবৰ সময়ত যেনেকুৱা সংস্কাৰ দৃঢ় কৰি ৰাখিবৰ মন যায় তেনেকুৱা সংস্কাৰৰ ফালে হে জীৱন প্ৰৱাহ ঢাল খুৱাই নিব লাগে। দিনে ৰাতিয়ে তেনে ধৰণৰ কামৰ প্ৰতিহে চিন্তা থাকিব লাগে।

## (৩৭) মৰণৰ স্মৰণ থাকিব লাগে

অষ্টম অধ্যায়ত এই সিদ্ধান্তটো বুজাই দিয়া হৈছে যে, যিটো বিচাৰ বা ভাৱনা মৰিবৰ সময়ত প্ৰৱল হৈ থাকে, সিয়েই পিচৰ জনমত বলৱান বুলি পৰিগণিত হয়। এই সম্বলকে লৈ জীৱই ভৱিষ্যৎ জীৱন-যাত্ৰাৰ কাৰণে অগ্ৰসৰ হয়। আজিৰ দিনটোৰ উপাৰ্জ্জন খিনি লৈয়েই টোপনিৰ পিচত আমি কালিৰ দিনটো আৰম্ভ কৰোঁ। সেইদৰেই এই জনমত গোট খাই থকা মূলধন খিনি লৈ মৰণৰূপী মহা নিদ্ৰাৰ পিচত আমাৰ জীৱন যাত্ৰা পুনৰ আৰম্ভ হয়। ইহ জনমৰ অন্তই পৰ জনমৰ আৰম্ভণি। এতেকে সদায় মৰণক স্মৰণ কৰি চলিব লাগে। মৃত্যুৰ ভীষণতাক লাঘৱ কৰিবৰ কাৰণে আৰু তাৰ পথ বিচাৰ উলিয়াবৰ নিমিত্তেও মৰণক স্মৰণ ৰখা অতি প্ৰয়োজন। একনাথ মহাশয়ৰ এটা গল্প আছে। এজন ভদ্ৰলোকে তেওঁক সুধিলে "মহাশয়,

আপোনাৰ জীৱন যে ইমান সৰল আৰু ইমান নিষ্পাপী হব পাৰে আমাৰ জীৱননো তেনেকুৱা কিয় নহয়? আপোনাৰতো কেতিয়াও কাৰো ওপৰত খং নুঠে, কাৰোৰে লগত বাদ-বিবাদ, দন্দ-খৰিয়াল আদি নেলাগে। আপোনাৰ স্বভাৱ কিমান শান্ত, কিমান মৰমিয়াল আৰু কিমান পৱিত্ৰ!" একনাথে কলে—"মোৰ কথা বাৰু বাদ দিয়া। তোমাৰ বিষয়ে মই এটা কথা জানিব পাৰিছোঁ। আজিৰ পৰা সাত দিনৰ ভিতৰত তোমাৰ মৃত্যু হব।" একনাথৰ মুখৰ পৰা ওলোৱা বাক্যনো কোনে মিছা বুলিব? সাতদিনৰ ভিতৰত মৃত্যু! মাত্ৰ ১৬৮ ঘণ্টা বাকী আছে। হে ভগৱান! ই কি অনৰ্থ ঘটিল! সেই মানুহজন লৰি-ঢাপৰি গৈ ঘৰ পালেগৈ। কি কৰিব কি নকৰিব তেওঁৰ উপায়-বুদ্ধি হেৰাল। অন্তিম সময়ৰ কাৰণে সকলোবোৰ সামৰি লবৰ কথা চলি আছিল। ইতিমধ্যে তেওঁৰ বেমাৰ হ'ল। চাৰিপাটীত শুই পৰিল। এই অনুক্ৰমেই ছয় দিন পাৰ হৈ গ'ল। সাত দিনৰ দিনা একনাথে তেওঁক দেখা কৰিবলৈ আহিল। তেওঁ একনাক প্ৰণাম জনালে। একনাথে সুধিলে—"গা কেনেকুৱা পাইছা?" তেওঁ কলে—"সকলো হৈ গৈছে, এতিয়া যাবলৈ হে সাজু হৈ আছোঁ।" একনাথে আকৌ সুধিলে "এই ছয় দিনৰ ভিতৰত কিমান পাপ কৰিলা? পাপ-পুণ্যৰ বিচাৰ কিমান মনলৈ আহিছিল?" সেই মৃত্যুৰ দুৱাৰ-দলিত ৰৈ থকা মানুহজনে কলে, নাথ জী! পাপৰ বিষয়ে ভাবিবলৈ অকণো সময়কে নেপালো। কেৱল মাত্ৰ মৃত্যুকেহে ধিয়াই আছিলো।" তেতিয়া নাথজীয়ে কলে—"আমাৰ জীৱন ইমান নিষ্পাপ কেনেকৈ হ'ল তাৰ উত্তৰ এতিয়া পালা নহয়?" মৰণ-ৰূপী বাঘ যদি সদায় চকুৰ আগত থিয় হৈয়েই থাকে, তেন্তে পাপমূলক চিন্তা মনলৈ আহিব কেনেকৈ? পাপ কৰিবৰ কাৰণেও নিশ্চিন্ততা লাগে। মৰণক সদায় মনত পেলাই থকাটো পাপৰ পৰা মুক্ত হোৱাৰ উপায়। যদি মৃত্যুক সদায় চকুৰ আগত দেখিয়েই থাকে, তেন্তে মানুহে কিহৰ বলত পাপ কৰিব?

কিন্তু মানুহে মৰণৰ কথা পাহৰি যায়। পাস্কল নামৰ এজন ফৰাচী দাৰ্শনিক আছিল। তেওঁৰ "পান্সে" নামৰ এখন কিতাপ আছে। "পান্সে"ৰ অৰ্থ হৈছে "বিচাৰ" বা চিন্তাধাৰা। তেওঁ সেই কিতাপখনত ভিন্ন ভিন্ন প্ৰকাৰৰ স্পষ্ট মত দাঙি ধৰিছে। তেওঁ এঠাইত লিখিছে—"মৃত্যু সদায় পিচত থিয় হৈয়েই আছে; কিন্তু মানুহে তাক কেনেকৈ পাহৰিব পাৰে তাৰ কাৰণে

আপ্ৰাণ চেষ্টা চলাব লাগিছে। মৃত্যুক সুমঁৰি কেনেকৈ চলিব লাগে তাক কোনেও অকণো নেভাবে। মানুহে 'মৰণ' শব্দটো সহ্যকে কৰিব নোৱাৰে। খোৱাৰ সময়ত যদি কোনোবাই মৃত্যুৰ কথা উলিয়ায় তেন্তে কয় "কিনো অমঙ্গলীয়া কথাবোৰ উলিয়াই থাকে দেও!" ইফালে আমি যে এথোজ দুখোজ কৰি ক্ৰমে মৃত্যুৰ ফালে আগুৱাই যাবই লাগিছোঁ তাক নেভাবে। বোম্বাইলৈ টিকট কটাই যেতিয়া আপুনি ৰেলত উঠি বহিব তেতিয়া আপুনি তাতে বহি থাকিলেও ৰেলে নি আপোনাক বোম্বাইত এৰি দিবই। যি দিনাই আমি জন্ম লৈছোঁ, সেই দিনাই মৃত্যুৰ টিকট কটায়েই থৈছোঁ। এতিয়া আপুনি বহিয়েই থাকক বা দৌৰিয়েই ফুৰক, তাত কোনো কথা নাই। বহি থাকিলেও মৃত্যু আহিব আৰু দৌৰি ফুৰিলেও মৃত্যু আহিব। আপুনি মৃত্যুৰ বিষয়ে ভাবকেই বা নেভাবকেই সি নহাকৈ কেতিয়াও নেথাকে। আনবিলাক কথা অনিশ্চিত হলেও মৰণ যে নিশ্চিত তাত কোনো সন্দেহ নাই। সূৰ্য্য অস্তাচললৈ যোৱা মানেই আমাৰ আয়ুসৰ এক অংশ যোৱা জীৱনৰ ভাগ এনেদৰেই কৰ্ত্তন হৈ যাব লাগিছে। জীৱন টুটিব লাগিছে। একো একো টোপাল কৰি কমি গৈয়েই আছে। তথাপি মানুহে তাৰ বিষয়ে অকণো নেভাবে। জ্ঞানেশ্বৰে কয় "আচৰিত দেখিছোঁ"। মানুহেনো কেনেকৈ ইমান নিশ্চিন্ততা অনুভৱ কৰে। ইয়াকে দেখিয়েই তেখেত আচৰিত হৈছে মানুহে মৰণলৈ ইমান ভয় কৰে যে তেওঁ মৰণৰ বিষয়ে ভবাটোৱেই সহ্য কৰিব নোৱাৰে। তেওঁ সদায় সেই চিন্তাৰপৰা আঁতৰি থাকে। চকুত পৰ্দা দি বহি থাকে। যুদ্ধলৈ যোৱা সৈন্যবোৰে মৰণৰ ভাৱ মনলৈ আহিব নোৱৰাকৈ নানা তৰহৰ খেল ধেমালি কৰে, নাচে, গান গায়, আৰু সিগাৰেট আদিও খায়। পাস্কলে লিখিছে যে "মৰণক সকলোৱে প্ৰত্যক্ষ দেখা সত্বেও এই টমী আৰু চিপাহী বিলাকে তাক পাহৰিবৰ কাৰণেই খোৱা, পিয়া আৰু গান বাজনাত মচগুল হৈ থাকে।"

আমি সকলোৱেই এই টমীৰ দৰেই শৰীৰক নিপোটল আৰু মনক প্ৰফুল্লিত ৰাখিবৰ কাৰণে চেষ্টা কৰা, শুকান হলে তেল, পাওদাৰ লগোৱা, চুলি পকিলে ক'লা কৰিবৰ কাৰণে ঔষধ ব্যৱহাৰ কৰা আদি চেষ্টা মানুহে কৰিয়েই থাকে। বুকুত মৃত্যুৱেযে আহি তাণ্ডৱ নৃত্য কৰিব লাগিছে তথাচ আমি টমীৰ দৰে তাক পাহৰিবৰ কাৰণে অশেষ চেষ্টা কৰো। আন যি

কথাকেই নকওক লাগিলে কিন্তু মৃত্যুৰ কথা হলে কেতিয়াও নুলিয়াব বুলি কব। মেট্ৰিক পাছ ল'বাক যদি সোধা হয় যে "ভৱিষ্যতে কি কৰিবা" তেতিয়া তেওঁ কব "এতিয়া একো নুসুধিব, বৰ্ত্তমান মই প্ৰথম বাৰ্ষিকত পঢ়ি আছোঁ। প্ৰথমে ইণ্টাৰটো যাবলৈ দিয়কছোন, তাৰ পাচত দেখা যাব. কি কৰিব পৰা যায়। পিচতো এই ক্ৰমেই চলি থাকিব। ভৱিষ্যতলৈ কি কৰা হব বা কি কৰা নহব এই বিষয়ে জানো আগতে ভাবিব নেলাগে? পিচৰ খোজটো দঙাৰ আগতে ভালকৈ ভাবি চিন্তি চাই লব লাগে, নহলে ভবি পিছলি খালতো পৰি যাব পাৰে। কিন্তু ছাত্ৰই এইবিলাকলৈ লক্ষ্য নকৰে। বেচাৰাহঁতৰ শিক্ষা ইমান অন্ধকাৰময় যে তাৰ দ্বাৰা তেওঁলোকে সিপাৰৰ ভৱিষ্যৎ দেখা নেপায়। এই কাৰণেই ভৱিষ্যৎ কি কৰিব এই প্ৰশ্নটোকে তেওঁলোকৰ আগলৈ আহিব নিদিয়ে, কিয়নো তাৰ চাৰিওপিনে অন্ধকাৰ হে দেখিবলৈ পোৱা যায়। কিন্তু ভৱিষ্যতক অৱহেলা কৰিলে কাম নচলিব। সি আহি মস্তিষ্কত ঠাই লবহিয়েই।

কলেজত অধ্যাপকে তৰ্ক-শাস্ত্ৰ পঢ়ায়—"মানুহে মৰণশীল। চক্ৰেটিছ মানুহ, গতিকে চক্ৰেটিছো মৰিব।" এই অনুমান তেওঁ শিকায়। তেওঁ চক্ৰেটিছৰ যে উদাহৰণ দিয়ে, নিজৰ উদাহৰণ কিয় নিদিয়ে? অধ্যাপকতো মৰণশীলেই। তেওঁ এইবুলি নপঢ়ায় যে সকলো মানুহেই মৰণশীল; গতিকে মই অধ্যাপক আৰু তুমি শিষ্যও মৰণশীলেই। তেওঁ সেই মৰণক চক্ৰেটিছৰ ওপৰতেই জাপি দিছে, কিয়নো চক্ৰেটিছ মৰি গৈছে। দন্দ কৰিবলৈ তেওঁ জীৱিত অৱস্থাত নাই। শিষ্য আৰু গুৰু উভয়েই চক্ৰেটিছৰ ওপৰতে মৰণটো জাপি দি নিজে নিজগৰী হৈ পৰিছে। তেওঁলোকে চাগৈ ভাবিছে যে আমি অজৰ-অমৰ।

এইদৰেই মৃত্যুক পাহৰিবৰ কাৰণে জানি-বুজিও সৰ্ব্বত্ৰ চেষ্টা চলিবই লাগিছে। পিচে মৃত্যু আৰু যায় কলৈ? কালিলৈ যদি আই মৰি যায় তেন্তে মৃত্যুও আৰু ওচৰ চাপি আহে। নিৰ্ভীক ভাবে মৃত্যুৰ বিষয়ে চিন্তা কৰি তাৰপৰা মুক্তি পোৱাৰ পথ বিচাৰিবলৈ মানুহে সাহ নকৰে। হৰিণৰ পিচে পিচে এটা বাঘে খেদি গৈছে। হৰিণে প্ৰাণ টাকি দৌৰিছে কিন্তু তাৰ শক্তি ক্ৰমে কমি যাব ধৰিছে শেষত গৈ সি ভাগৰি পৰিব। কিন্তু সেই যমদূতৰূপী বাঘে তাৰ পিচ এৰা নাই। সেই সময়ত সেই হৰিণটোৰ কি অৱস্থা হয়?

সি বাঘটোৰ ফালে উলটি চাবই নোৱাৰে। নিৰুপায় হৈ সি মাটিতে শিং আৰু মুখ খন গোজা মাৰি লৈ থিয় হৈ থাকিব। সি নিৰাশ্ৰয় হৈ কবলৈ ধৰে "এতিয়া আৰু মোক খাই পেলা।" আমি মৃত্যুৰ সম্মুখীন হব নোৱাৰোঁ। তাৰপৰা হাত সাৰিবৰ কাৰণে আমি যিমানেই চেষ্টা নকৰো লাগে তথাপি অন্তত সি আমাৰ ঘাৰ মুচাৰি পেলাবহিয়েই।

যেতিয়া মৃত্যু আহি দুৱাৰ দলি পাইহি তেতিয়াহে মানুহে নিজৰ জীৱনৰ জমা-খৰচৰ বহী মেলি হাতত জমা বা বাকী কি আছে চায়। পৰীক্ষা দিবলৈ বহা এলেহুৱা আৰু ভোটা বুদ্ধিৰ ছাত্ৰই দোৱাতত কলম জুবুৰিয়ায় আৰু উলিয়ায়, কিন্তু বগা কাগজক ক'লা কৰিবলৈ সাহস নজন্মে। হেৰা, কিবা লিখিবাঁনে নিলিখা? সৰস্বতীয়ে আহি উত্তৰ লিখি থৈ নেযায়হি। তিনি ঘন্টা শেষ হৈ যায়, সি সুদা কাগজকে দি দিয়ে বা কিবা-কিবি আঁকি-বাঁকি দি থৈ গুচি যায়। প্ৰশ্নৰ যে উত্তৰ লিখিব লাগে, এইটো তাৰ মনত নেখেলায়েই! এবাৰ ইফালে চাব এবাৰ সিফালে চাব। আমাৰ অৱস্থাও এনেকুৱাই হয়। এতেকে আমাৰ জীৱন যে ক্ৰমে মৃত্যুৰ ফালে আগুৱাই যাব লাগিছে এই কথাটো মনত ৰাখি আমাৰ অন্তিম ক্ষণ যেন পুণ্যময়, অত্যন্ত পৱিত্ৰ আৰু মধুময় হয় তাৰ কাৰণে আমি আমাৰ গোটেই জীৱনতেই চেষ্টা কৰা উচিত। আমাৰ মনত অতি উচ্চ আৰু অতি সুন্দৰ সংস্কাৰবোৰে কেনেকৈ সাচ বহুৱাব পাৰে তাৰ কাৰণেও আমি আজিৰ পৰাই চিন্তা কৰা প্ৰয়োজন। কিন্তু ভাল সংস্কাৰৰ অভ্যাসনো হব কেনেকৈ? তাৰ বিপৰীতে বেয়া কথাবোৰৰ অভ্যাসহে দেখোন দিনে ৰাতিয়ে হব লাগিছে। জিভা চকু আৰু কাণক আমি লুভীয়া কৰি তুলিছো। মনৰ হতুৱাই ইয়াতকৈ বেলেগ অভ্যাস কৰাব লাগে। ভাল কথাৰ ফালেহে মনক লৈ যোৱা উচিত। তাৰ দ্বাৰাই সি ৰঞ্জিত হব লাগে। যি মুহূৰ্ত্তত নিজৰ ভুল ধৰা পৰে তাক সেই মুহূৰ্ত্ততেই শুধৰাই পেলাবলৈ যত্ন কৰিব লাগে। ভুল ধৰা পৰাৰ পিচতো জানো তাকেই কৰি থাকিব? যি মুহূৰ্ত্তেই আমি আমাৰ ভুল ধৰা পেলাব পৰা হ'ম, সেই মুহূৰ্ত্ততেই আমাৰ পুনৰ্জন্ম হ'ল বুলি ধৰিব লাগিব। তাক নিজৰ নতুন লৰালি-কাল, নিজৰ জীৱনৰ নতুন প্ৰভাত বুলি ভবাটো উচিত হব। এতিয়া আপুনি সঁচাসচিকৈ সাৰ পাই আছে। এতিয়া দিনে-ৰাতিয়ে জীৱনৰ পৰীক্ষা চলাই থাকা আৰু সাৱধান হোৱা। ইয়াকে

যদি নকৰা তেন্তে পিছলৈ পৰিবা। আকৌ সেই আগৰ বেয়া কথা বিলাকৰেই অভ্যাস আৰম্ভ হ'ব।

বহু বছৰৰ আগতে মই মোৰ বুঢ়ী আইক দেখা কৰিবলৈ গৈছিলোঁ। তেওঁ বৰ বুঢ়ী হৈছিল। এদিন তেওঁ মোক কৈছিল—"বিন্যা, মোৰ দেখোন একোৱেই মনত নোবোৱা হ'ল। মই গৈছিলোঁ গাখীৰৰ ক'ৰীয়াটো আনিবলৈ, পিচে ক'ৰীয়া নানি সুদা হাতেৰেই গুচি আহিলো।" কিন্তু তেওঁ ৫০ বছৰৰ আগৰ অলংকাৰ সম্পৰ্কীয় এটা গল্প মোক প্ৰায়েই কৈ থাকে। পাঁচ মিনিটৰ আগৰ কথা হলে মনত নেথাকে, কিন্তু ৫০ বছৰৰ আগৰ বলৱান সংস্কাৰবোৰ শেষলৈকে সতেজ হৈ থাকে। ইয়াৰ কাৰণ কি? সেই অলংকাৰ সম্পৰ্কীয় গল্পটো কিজানি যাৰে পায় তাৰে আগতে কৈছিল। সেই কথাটো সদায় উচ্চাৰিত হৈ আছিল। এই কাৰণে সি জীৱনৰ লগত কৰাল্ খাই লাগি ধৰিলে। জীৱনৰ লগত একে হৈ পৰিছিল। মই মনতে ভাবিলোঁ বুঢ়ী আই মৰিবৰ সময়ত যেন ভগৱানে অলংকাৰৰ কথাটো মনত পেলাই নিদিয়ে।

### (৩৮) তাতে সদায় ৰঞ্জিত হৈ থাওক

যিটো কথা আমি দিনে-ৰাতিয়ে অভ্যাস কৰি থাকোঁ সি আমাৰ গাত কিয় লাগি নেথাকিব? সেই অজামিলৰ উপাখ্যান পঢ়ি তাতে ভোল নেযাব। তেওঁ ওপৰে ওপৰে দেখাতহে পাপী আছিল; কিন্তু তেওঁৰ জীৱনৰ ভিতৰত পুণ্যৰ-ধাৰা প্ৰৱাহিত হৈ আছিল। সেই পুণ্য অন্তিম সময়ত জাগি উঠিল। সদা-সৰ্ব্বদায় পাপ কৰি থাকিলে অন্তত ৰাম নাম সহজে স্মৰণ হ'ব বুলি কেতিয়াও নেভাবিব। সৰু কালৰে পৰাই মন-পুতি অভ্যাস কৰক। সদায় যেন ভাল সংস্কাৰেই হয় তাৰ বাবে যত্নপৰ হ'ব। ইয়াৰ পৰা কি লাভ হ'ব বা সিনো কামত আহিব বুলি কেতিয়াও নকব, চাৰি বজাতেই বা উঠিব লাগে কিয়? সাত বজাত উঠিলেনো কি হানি হ'ব? এইদৰে কলে কাম নচলিব। মনক সদায় এইদৰে স্বাধীনতা দি থাকিলে মুৰকত গৈ কেতিয়াবা বিপদত পৰিব। পিচত ভাল সংস্কাৰৰ সাঁচ আৰু বহি ৰবলৈ নেপাব। একো একোটা কণিকা আত'ৰাই লক্ষ্মী বা সম্পত্তি গোটাব লগাত পৰে। এক মুহূৰ্ত্তও সময় অবাবত যাবলৈ নিদি বিদ্যা উপাৰ্জ্জন কৰিব লাগে। প্ৰতি মুহূৰ্ত্ততে যি সংস্কাৰ হয়, সি যাতে ভাললৈ হয় তাৰ প্ৰতি লক্ষ্য ৰাখিব।

বেয়া কথা কলেই কু-সংস্কাৰ আহি পৰে। আমাৰ প্ৰত্যেক কৰ্ম্মই ছেনা হৈ জীবন ৰূপী শিলক আকাৰ বা গঢ় দিয়ে। দিনটো ভালে ভালে গ'লেও ৰাতি সপোনত বেয়া ভাববোব আহি পৰে। অকল দহ বা পাঁচদিনৰ কথাই যে সপোনত দেখা যায় এনে নহয়। বহুতো কু-সংস্কাৰ নিজৰ অসাবধানতাৰ ফলত আহি পৰে। সিহ'ত কৌতিয়া জাগি উঠে তাক কোৱা টান। এই কাৰণে অতি ক্ষুদ্ৰ ক্ষুদ্ৰ কথাতো সজাগ হৈ থাকিব লাগে। পানীত মানুহক এডোখৰ পচা কাঠেও সহায় কৰে। আমি সংসাৰ সাগৰত ডুব যাব ধৰিছোঁ। যদি আমি অলপ মানো ভাল কাম কৰোঁ তেন্তে সিয়েই আমাৰ কাৰণে আধাৰ হৈ পৰিব। সত্ কৰ্ম্ম কৰিলে অথলে নেযায়। বৰং সি তোমাক তাৰিবহে। কুসংস্কাৰ লেশমাত্ৰও হব নেলাগে। সদায় এনেকুৱা কামত লিপ্ত থাকিব লাগে যাৰ দ্বাৰাই চকুৰে পৱিত্ৰ বস্তু দেখে, কাণে নিন্দা নুশুনে, আৰু মুখে ভাল কথা কয়! যদি এনে ভাবে সাৱধান হৈ থকা যায় তেন্তে অন্তিম সময়ত যি বিচাৰা তাকে পাবা। আমি জীবন মৰণৰ গৰাকী হব পাৰিম।

পৱিত্ৰ সংস্কাৰ জন্মাবলৈ হ'লে উদাৰ মনত সদায় ভাবনাৰ প্ৰবাহ বোৱাই থাকিব লাগে। হাতকো পৱিত্ৰ কৰ্ম্মত লগাই ৰাখিব লাগে। অন্তৰত ঈশ্বৰৰ নাম স্মৰণ আৰু বাহিৰত স্ব-ধৰ্ম্মাচৰণ; হাতেৰে সেবাৰূপী কৰ্ম্ম, মনত বিকৰ্ম্ম এইদৰেই নিতৌ চলাই থাকিব লাগে। গান্ধীজীলৈ মন কৰাঁচোন, তেখেতে সদায় য'তৰত সূতা কাটে। তেখেতে সদায় কটাত জোৰ দিয়ে। সদায় কিয় কাটিব লাগে বাৰু? কাপোৰৰ কাৰণে জানো কৌতিয়াবা কৌতিয়াবা কাটিলেই নহব? আচলতে সি হৈছে এটা ব্যৱহাৰিক দৃষ্টি। সদায় কটাত আধ্যাত্মিকতা আছে। দেশৰ কাৰণে যে মই কিছু নহয় কিছু কৰিব লাগে, এই কথাটো তাৰ দ্বাৰাই চিন্তা কৰা হয়। সেই সূতাই আমাক নিতৌ দৰিদ্ৰ নাৰায়ণৰ লগত সংযোগ স্থাপন কৰে। লাহে লাহে সেই সংস্কাৰেই দৃঢ় হৈ পৰে।

ডাক্তাৰে যদি আমাক সদায় ঔষধ খাবলৈ কয়, কিন্তু আমি যদি তাক একেবাৰতে খাই পেলাওঁ তেতিয়া হ'লে অন্যায় কৰা হব। ঔষধৰ উদ্দেশ্য তাৰ দ্বাৰাই সফল নহব। ঔষধৰ দৈনিক সংস্কাৰৰ দ্বাৰাই প্ৰকৃতিৰ বিকৃতি দূৰ কৰি থাকিব লাগে। জীৱনৰ বেলিকাও এইটো কথাই খাটে।

শিৱলিংগৰ ওপৰত লাহে লাহে হে অভিষেক কৰিব লাগে। এইটো মোৰ প্ৰিয়

দৃষ্টান্ত। সৰুতে মই এই ক্ৰিয়া নিতৌ দেখিছিলো। চৌবিশ ঘণ্টাৰ অভিষেককামী গোটালে বৰ বেছি হয় যদি দুই বাল্টীহে পানী হব। পিচে সেই দুয়ো বাল্টী পানী একেবাৰতে শিৱ লিংগৰ ওপৰত ঢালি নিদিয়ে কিয়? ইয়াৰ উত্তৰ মই সৰু কালতে পাইছিলো। পানী একেবাৰতে ঢালি দিলে সেই কৰ্ম্ম সফল হব নোৱাৰে। টোপ টোপ কৰি ধাৰাসাৰে বৈ থকা-টোৱেই হৈছে উপাসনা। সমান সংস্কাৰৰ ধাৰা সততে বৈয়েই থাকিব লাগে। যিটো সংস্কাৰ ৰাতিপুৱা হয়, সিয়েই দুপৰীয়া গধূলি, দিনে-ৰাতিয়ে আজি আৰু কালিলৈ ও হব লাগে। এই বছৰত যিটো হয় পিচৰ বছৰতো সেই-টোৱেই হব লাগে। ইহ জনমত যিটো হয়, পৰ জনমতো সেইটোৱেই হব লাগে। জীৱনত যিটো হয় মৃত্যুৰ সময়তো সেইটোৱেই হব—এনেকুৱা একো-একোটা সংস্কাৰৰ দিব্য-ধাৰা গোটেই জীৱনতে অবিৰত তাৰে বৈয়েই থাকিব লাগে। এনেকুৱা প্ৰৱাহ অখণ্ড গতিত চলিয়েই থাকিব লাগে। তেতিয়াহে আমি অন্তত জয়ী হব পাৰিম। তেতিয়াহে আমি আমাৰ লক্ষ্য স্থানত উপনীত হৈ আমাৰ জয়ধ্বজা উৰাব পাৰিম। সংস্কাৰৰ প্ৰৱাহ একে ফালেই ব'ব লাগে, নহলে পৰ্ব্বতৰ ওপৰৰ পৰা বৈ অহা পানী যদি বাৰ ঠাইলৈ যাব লগা হয়, তেন্তে তাৰ দ্বাৰাই নদীৰ সৃষ্টি হব নোৱাৰে। ইয়াৰ বিপৰীতে যদি গোটেই পানী একেফাললৈকে বৈ আহে তেনেহলে প্ৰথমে নিজৰা, নিজৰাৰ পৰা সুঁতি, সুঁতিৰ পৰা প্ৰৱাহ, প্ৰৱাহৰ পৰা নদী, নদীৰ পৰা গংগাহৈ আথাই সাগৰত পৰিব গৈ। একে ফালে বৈ যোৱা পানী সাগৰত পৰিব আৰু চাৰিও ফালে বৈ যোৱা পানী এনেয়ে শুকাই যাব। এই কথাটো সংস্কাৰতো খাটে। সংস্কাৰ যদি আহে আৰু লোপো হৈ যায় তেন্তে তাৰপৰা কি লাভ হব? যদি জীৱনত সংস্কাৰৰ পৱিত্ৰ প্ৰৱাহ সততে বৈয়েই থাকে তেতিয়াহে অন্তত মৰণক মহা আনন্দৰ বিধান বুলি জানিব পাৰিব। যিসকল ভ্ৰমণ কাৰীয়ে বাটত বেছিকৈ নবৈ বাটৰ মোহ আৰু প্ৰলোভনৰ পৰা মুক্তহৈ, দুৰ্গম বাট অতিক্ৰম কৰি ইখোজৰ পিচত সিখোজ দি ক্ৰমে পৰ্ব্বতৰ উচ্চ শিখৰ পায়গৈ আৰু ওপৰত গৈ যেতিয়া গাৰ সকলো বোজা আৰু বন্ধনাদি খহাই মুকলি বতাহ সেৱন কৰিবলৈ ধৰে তেতিয়া তেওঁ আনন্দত পাৰ নোপোৱা হয়। কিন্তু যি জন বাটৰুৱাই বাটতে লাগি ধৰে তেওঁৰ কাৰণে জানো সূৰ্য্যই অপেক্ষা কৰে?

### (৩৯) দিনে নিশাই যুদ্ধৰ প্ৰসংগ

আচল কথা হৈছে এইটোৱেই বাহিৰৰপৰা সততে স্বধৰ্ম্মাচৰণ আৰু ভিতৰৰ পৰা হৰিস্মৰণ ৰূপী চিত্তশুদ্ধিৰ ক্ৰিয়া—এনেকৈয়ে যেতিয়া এই অন্তৰ্বাহ্য কৰ্ম্ম বিকৰ্ম্মৰ প্ৰৱাহত কাম কৰিবলৈ ধৰিব, তেতিয়া মৰণ আনন্দদায়ক যেন লাগিব। এই কাৰণে ভগৱানে কৈছে—“তস্মাৎ সৰ্ব্বেষু কালেষু মামনুস্মৰ যুদ্ধ্য চ।” “মোক অখণ্ড ৰূপে স্মৰণ কৰা আৰু মোৰ লগত যুজি থাকা—উসীমেং ৰঙ্গা বহু সদা” সদায় ঈশ্বৰত লীন হৈ থাকিবা। ঐশ্বৰিক প্ৰেমৰ দ্বাৰা যেতিয়া বাহিৰে-ভিতৰে ৰঞ্জিত হৈ পৰিবা আৰু যেতিয়া সেই ৰং গোটেই জীৱনত বিয়পি পৰিব, তেতিয়াহে পৱিত্ৰ কথাত সদায় আনন্দ অনুভৱ কৰিবলৈ ধৰিবা। তেতিয়া কু-প্ৰবৃত্তি-বিলাকে তোমাৰ আগত থিয় হবলৈ সাহসকে নকৰিব। সুন্দৰ, ধুনীয়া, মনোৰথৰ অংকুৰবিলাক মনত গজি উঠিব। সজকৰ্ম্ম আপোনা আপুনি হবলৈ ধৰিব।

এইটো ঠিক যে ঈশ্বৰ স্মৰণৰ দ্বাৰাই সৎকৰ্ম্ম স্বাভাৱিকতে হবলৈ ধৰিব; কিন্তু ভগৱানৰ এইটোও নিৰ্দ্দেশ আছে—যে “সততে যুজি থকাঁ।” তুকাৰামে কয়—

“দিন-ৰাত হমে যুদ্ধকী হী ধুন।
অন্তৰ্বাহ্য জগ ঔৰ মন।”

ভিতৰ আৰু বাহিৰত অনন্ত সৃষ্টি ব্যাপ্ত হৈ আছে। এই সৃষ্টিৰ লগত মনৰ খৰিয়াল সততে লাগিয়েই থাকে। এই খৰিয়াল প্ৰত্যেক বাৰেই যে জয়েই হব এনে নহয়। অন্তত যাৰ জয় হয় তেৱেঁই হে প্ৰকৃত বিজয়ী। অন্তত যি সিদ্ধান্ত হয় সেয়েই সত্য। কেইবাৰ মান যশস্যা অৰ্জ্জন কৰিব পাৰে যদিও আকৌ সেইদৰেই অপযশো অৰ্জ্জন কৰিব লগাত পৰে। অপযশ প্ৰাপ্ত হলেও নিৰাশ হবৰ কোনো কাৰণ নাই। ধৰি লোৱা শিলত ঊনৈশ মাৰ মৰা সত্বেও শিল ভগা নাই, কিন্তু বিশ মাৰৰ মূৰত ভাগিল, তেনেহলে জানো সেই ঊনৈশ মাঘ অথলে গ'ল? সেই বিংশতিতম মাৰক সফল কৰিবৰ কাৰণেই ঊনবিংশতি মাৰে প্ৰস্তুত কৰিছিল।

নিৰাশ হোৱা মানে, নাস্তিক হোৱা। পৰমেশ্বৰ যে আমাৰ ৰক্ষক এইটো বিশ্বাস কৰাঁ। ল'ৰা-ছোৱালীৰ সাহ বঢ়াবৰ কাৰণে মাকে ইফালে-

সিফালে যাবলৈ দিয়ে কিন্তু সিহঁতক পৰিবলৈ নিদিয়ে। পৰিবলৈ ধৰিলে তৎক্ষণাত আহি হাত পাতি ধৰেহি। ঈশ্বৰেও তোমাক দেখি আছে। তোমাৰ জীৱন ৰূপী পখিলাৰ ৰচিডাল তেওঁৰ হাতত আছে। কেতিয়াবা সেই ৰচিডাল কোঁচাই লয় আৰু কেতিয়াবা মেলি দিয়ে। ৰচিডাল যে তেওঁৰ হাততেই আছে এইটো তুমি বিশ্বাস কৰা। গংগাৰ ঘাটত সাঁতুৰিবলৈ শিকায়। ঘাটত থকা গছ জোপাত ৰচি বা শিকলি ডাল বান্ধি থোৱা থাকে। তাক ককালত বান্ধি দি মানুহটো পানীত পেলাই দিয়ে। কিন্তু শিকোৱা ওজাজন পানীতেই থাকে। নশিকাৰুৱে প্ৰথমে দুই-চাৰিবাৰ পানী খায় কিন্তু শেষত তেৰোঁ সাতোঁৰা কলা শিকি উঠে। এই নিচিনাকৈয়ে পৰমেশ্বৰেও আমাক জীৱনৰ কলা শিকাব লাগিছে।

### (৪০) শুক্ল-কৃষ্ণ গতি

গতিকে পৰমেশ্বৰৰ ওপৰত শ্ৰদ্ধা ৰাখি যদি "কৰ্ম্মণা-মনসা বাচা" অৰ্থাৎ শৰীৰ, মন আৰু বচনেৰে দিন-ৰাত যুজিয়েই থাকা তেন্তে অন্তিম ক্ষণ অতিশয় উত্তম হব। সেই সময়ত সকলো দেৱতাই অনুকূল হৈ পৰিব। এই কথাটোকেই এই অধ্যায়ৰ অন্তত এটা ৰূপকৰ দ্বাৰাই বুজুৱা হৈছে। এই ৰূপকটো আপোনালোকে বুজি লওক। যাৰ মৰণৰ সময়ত জুই জ্বলি থাকে, সূৰ্য্যৰ কিৰণ চিক্-মিকাই থাকে, শুক্ল-পক্ষৰ চন্দ্ৰ বাঢ়ি থাকে, উত্তৰায়ণত নিৰ্ম্মল আৰু সুন্দৰ আকাশে আবৰি থাকে, তেওঁ ব্ৰহ্মত বিলীন হয়, আৰু যাৰ মৃত্যুৰ সময়ত ধোৱাঁৰে ধুৱঁলি-কুঁৱলী হৈ থাকে, বাহিৰে-ভিতৰে অন্ধকাৰ হৈ থাকে, কৃষ্ণপক্ষৰ চন্দ্ৰ ক্ষীণ হৈ গৈ থাকে, দক্ষিণায়ণৰ আকাশ মলিন আৰু মেঘাচ্ছন্ন হৈ থাকে, তেওঁ পুনৰ সেই জনম মৰণ-ৰূপী পাক-চক্ৰত পৰিবই।

বহুত মানুহেই এই ৰূপকটো পঢ়ি বিমোৰত পৰে। যদি তুমি পুণ্য মৰণ বিচাৰাঁ তেন্তে অগ্নি, সূৰ্য্য, চন্দ্ৰ, আকাশ আদি দেৱতা সকলৰ সুকৃপা পাব লাগিব। অগ্নি কৰ্ম্মৰো চিহ্ন, যজ্ঞৰো চিহ্ন। অন্তিম সময়তো যজ্ঞৰ জুই থাকিব লাগে। ন্যায় মূৰ্ত্তি ৰাণাডেই কৈছিল "নিত্য কৰ্ত্তব্য পালন কৰি থাকোঁতে যদি মৃত্যু আহে, তেন্তে তেওঁৰ জীৱন ধন্য হব কিবা নহয় কিবা পঢ়ি থকোঁতে বা অন্য কোনো কাম কৰি থাকোঁতে যদি মই মৰো,

তেন্তে মোৰ জীৱন কৃতাৰ্থ হ'ল বুলি ভাবিম।" 'জুই জ্বলি থকাৰ' অৰ্থও এয়েই। মৰণৰ সময়তো কাম কৰি থকাটো হৈছে অগ্নিৰ কৃপা। সূৰ্য্যৰ কৃপাৰ অৰ্থ হৈছে বুদ্ধিৰ জ্যোতি। অন্তিম সময়লৈকে উজ্জ্বল হৈ থকা। মৃত্যুৰ সময়তো পৱিত্ৰ ভাৱনা সততে জাগি থকাটো হৈছে চন্দ্ৰৰ কৃপা। চন্দ্ৰ মনৰ ভাৱনাৰ দেৱতা। শুক্ল পক্ষৰ চন্দ্ৰৰ দৰে মনৰ ভক্তি, প্ৰেম, উৎসাহ, পৰোপকাৰ, দয়া আদি শুদ্ধ ভাৱনাৰ পূৰ্ণ বিকাশ হব লাগে। আকাশী কৃপাৰ অভিপ্ৰায় হৈছে হৃদয়াকাশত আসক্তি ৰূপী মেঘক একেবাৰেই থাকিবলৈ নিদিয়াটো। এবাৰ গান্ধীজীয়ে কৈছিল "মই দিনে-ৰাতিয়ে যন্তৰ-যন্তৰ বুলি চিঞৰিব লাগিছো। যন্তৰক অতি পৱিত্ৰ বস্তু বুলি ভাবো। কিন্তু অন্তিম সময়ত তাৰ প্ৰতিও আসক্তি থাকিব নেলাগে। যি জনে মোক যন্তৰৰ প্ৰেৰণা দিছিল, তেওঁ নিজেও যন্তৰৰ বিষয়ে চিন্তা কৰিবলৈ সম্পূৰ্ণ সমৰ্থ। যন্তৰ এতিয়া ভাল ভাল মানুহৰ হাততো পৰিছে গৈ। এতিয়া যন্তৰৰ চিন্তা বাদ দি পৰমাত্মাৰ লগত মিলি যাবলৈ হে প্ৰস্তুত হব লগা হৈছে।" সাৰ কথা হৈছে এই যে উত্তৰায়ণ মানে হৃদয়ত আসক্তি ৰূপী মেঘ নথকা।

শেষ নিশ্বাস পৰ্য্যন্ত হাতেৰে যিকোনো এটা নহয় এটা সেৱাকাৰ্য্য কৰি আছে, ভাবনাৰ পূৰ্ণিমাই জল্-মলাব লাগিছে। হৃদয়াকাশত লেশ মাত্ৰও আসক্তি নোহোৱা হৈছে, বুদ্ধি সতেজ হৈ আছে—এনে অৱস্থাত যাৰ মৃত্যু হব তেওঁ পৰমাত্মাৰ লগত মিলি গৈছে বুলি ধৰি লোৱা। এনেকুৱা পৰম মঙ্গলময় অন্তকাল আনিবৰ কাৰণে দিনে-ৰাতিয়ে সাৱধান আৰু সুদক্ষভাৱে যুদ্ধ চলাই থাকিব লাগে। ক্ষন্তেকৰ কাৰণেও মনত অশুভ সংস্কাৰক ঠাই দিব নেলাগে। এই যুদ্ধ চলাই থাকিবলৈ যাতে আৱশ্যকীয় বল পাই থকা যায়, তাৰ কাৰণে পৰমাত্মাক সদায় প্ৰাৰ্থনা কৰি থাকিব লাগে। নাম-স্মৰণ আৰু তত্ত্ব-স্মৰণ পুনঃ পুনঃ কৰিয়েই থাকিব লাগে।

দেওবাৰ, ১০-৪-'৩২

## নৱম অধ্যায়

### (৪১) প্ৰত্যক্ষ অনুভৱৰ বিদ্যা

আজি মোৰ ডিঙিটো কিষাইছে। মোৰ মাতটো আপোনলোকে শুনিবনে নুশুনে মোৰ সন্দেহ হৈছে। এই সময়ত সাধু পুৰুষ মাধৱৰাও পেশোৱাৰ অন্তিম সময়ৰ কথা মোৰ মনত পৰিছে। সেই মহাপুৰুষ জন মৃত্যু শয্যাত পৰি আছিল। কফ্ বেছি হৈছিল। কফক অতিসাৰলৈ ৰূপান্তৰ কৰিব পাৰি। এই কাৰণে মাধৱ ৰাৱে বৈদ্যক কলে—"এনেকুৱা এটা ব্যৱস্থা কৰক যাৰ দ্বাৰাই মোৰ কফ্ অতিসাৰলৈ ৰূপান্তৰিত হব পাৰে। এনে কৰিলে মই অন্ততঃ ৰামনাম লব পাৰিম।" ময়ো আজি পৰমেশ্বৰক খাটি আছিলোঁ। পিচে ভগৱানে কলে—"তোমাৰ মাত যেনে আছে, তেনে কৈমে কৈ থকা।" মই যে ইয়াত গীতাৰ কথা কৈছো, তাক কাকো উপদেশ দিবৰ উদ্দেশ্য কৰি কোৱা নাই। অৱশ্যে যি ইয়াৰ পৰা লাভবান হব খোজে তেওঁৰ লাভ হবই; কিন্তু মই হলে গীতাক ৰাম-নাম ভাবিহে শুনাইছোঁ। গীতাৰ ব্যাখ্যান দিওঁতে মোৰ ভাৱনা 'হৰি-নাম'ত মজি থাকে।

মই কোৱা কথাখিনি আজিৰ অধ্যায়ৰ লগত সম্বন্ধ আছে। এই অধ্যায়ত "হৰি-নাম"ৰ অপূৰ্ব্ব মহিমাৰ কথা বৰ্ণনা কৰা হৈছে। এই অধ্যায়টো গীতাৰ মাজ ভাগতে আছে। গোটেই মহাভাৰতৰ মধ্য হৈছে গীতা, আৰু গীতাৰ মধ্য হৈছে এই নৱম অধ্যায়। অনেক কাৰণত এই অধ্যায়টোৱে পৱিত্ৰতা লাভ কৰিছে। কথিত আছে যে, জ্ঞানদেৱে যেতিয়া অন্তিম সমাধি লবৰ সময় হৈছিল তেতিয়া তেখেতে এই অধ্যায়টোকে জপ কৰি থকা অৱস্থাতেই প্ৰাণ ত্যাগ কৰিছিল। এই অধ্যায়টো মনত পৰাৰ লগে লগেই মোৰ চকু চলচলীয়া হৈ পৰিল আৰু শোকে খুন্দা মাৰি ধৰিলে। ব্যাসদেৱে যে কিমান ডাঙৰ উপকাৰ কৰি থৈ গৈছে। অকল ভাৰতবৰ্ষতেই নহয় গোটেই মানৱ জাতিয়েই ইয়াৰ দ্বাৰাই উপকৃত হৈছে। ভগৱানে অৰ্জ্জুনক যি অপূৰ্ব্ব কথা কৈছিল, তাক বাক্যৰ দ্বাৰাই প্ৰকাশ কৰাটো সম্ভৱপৰ নাছিল। কিন্তু ইয়াৰ দ্বাৰাই অনুপ্ৰাণিত হৈ ব্যাসদেৱে ইয়াক সংস্কৃত ভাষাত প্ৰকাশ কৰিছে। গুপ্ত বস্তুক বাণীৰ ৰূপ দিলে। এই অধ্যায়ৰ আৰম্ভণিতে ভগৱানে কৈছে—

ৰাজ-বিদ্যা ৰাজগুহ্যং পৱিত্ৰমিদমুত্তমম্।

এই ৰাজ-বিদ্যা বৰ অপূৰ্ব্ব বস্তু, ইয়াৰ প্ৰত্যক্ষ অনুভৱ লব লাগে। ভগৱানে তাক 'প্ৰত্যক্ষাৱগম' বুলি কৈছে। বাক্যৰে প্ৰকাশ কৰিব নোৱাৰা কিন্তু প্ৰত্যক্ষ অভিজ্ঞতাৰ দ্বাৰাই পৰীক্ষা কৰা এই কথাটো এই অধ্যায়ত বহুলাই বুজাই দিয়া হৈছে। এই কাৰণে ই অতি মধুৰ হৈ পৰিছে। তুলসী দাসে কৈছে—

কো জানে কো জৈহৈ জম-পুৰ, কো সুৰ-পুৰ পৰ-ধামকো।
তুলসিহি বহুত ভলো লাগত জগ-জীৱন ৰামগুলামকো॥

মৰাৰ পিচত পোৱা স্বৰ্গ আৰু তাৰ কথাৰ দ্বাৰাই ইয়াত কি কাম চলিব? স্বৰ্গলৈ কোন যায় আৰু যমপুৰিলৈ কোন যায় তাক কোনে কব পাৰে? সংসাৰত যদি চাৰি দিন থাকিবই লগা হ'ল, তেন্তে ৰামৰ দাস হৈ থাকিবলৈ পালেহে মই আনন্দ পাম। এইবুলি তুলসী দাসে কৈছে। ৰামৰ দাস হৈ থকাৰ আনন্দ এই অধ্যায়তহে পোৱা যাব। প্ৰত্যক্ষ ভাবে দেহাত আৰু এই চকুৰ দ্বাৰাই হোৱা অনুভূতিৰ ফল আৰু জীৱিত অৱস্থাত হোৱা অভিজ্ঞতাৰ কথা এই অধ্যায়ত কোৱা হৈছে। গুড় খালেহে তাৰ সোৱাদৰ প্ৰত্যক্ষ অভিজ্ঞতা হয়। সেইদৰেই ৰামৰ দাস হৈ থাকিলেও আনন্দ পোৱা যায়। এই মৃত্যুলোকৰ জীৱনৰ আনন্দ প্ৰত্যক্ষ ভাৱে দেখুৱাওঁতা, এই ৰাজ-বিদ্যাৰ কথা এই অধ্যায়তে কোৱা হৈছে। দেখাত সি অৱশ্যে গূঢ়, কিন্তু ভগৱানে তাক সকলোৰে কাৰণে সুলভ আৰু মুক্ত কৰি ৰাখিছে।

## (৪) সৰল মাৰ্গ

গীতা বৈদিক ধৰ্ম্মৰ সাৰ। বৈদিক ধৰ্ম্মৰ অৰ্থ হৈছে বেদৰ পৰা ওলোৱা ধৰ্ম্ম। এই ধৰাধামত যিমানবিলাক অতি প্ৰাচীন গ্ৰন্থ আছে তাৰ ভিতৰত বেদক সৰ্ব্ব প্ৰথম গ্ৰন্থ বুলি ধৰি লোৱা হয়। এইকাৰণেই চিন্তা-শীল সকলে তাক অনাদি বোলে। এই নিমিত্তেই বেদ পূজনীয় হব পাৰিছে। যদি ইতিহাসৰ দৃষ্টিৰে চোৱা যায়, তেনেহলেও সি আমাৰ সমাজৰ প্ৰাচীন ভাৱনাৰ প্ৰাচীনতম চিহ্ন। তামৰ-ফলি, শিলালিপি, মুদ্ৰা, বাচন-বৰ্ত্তন, প্ৰাণীৰ অৱশিষ্ট আদিতকৈ এই লিখিত উপকৰণ বেছি মহত্বপূৰ্ণ। পৃথিৱীত প্ৰথম ঐতি-হাসিক প্ৰমাণ যদি কিবা আছে, তেন্তে সি বেদেই হব। এই বেদ কেইখনত যি ধৰ্ম্ম বীজৰূপে আছিল, সি ক্ৰমে বৃক্ষত পৰিণত হৈ অন্তত গৈ তাত

গীতাৰূপী দিব্য মধুৰ ফল লাগিল। ফল এৰি জানো আমি গছ জোপা খাওঁ? যেতিয়া গছত ফল লাগে তেতিয়া আমি খোৱা বস্তু তাৰপৰাই পাব পাৰোঁ। বৈদিক ধৰ্ম্মৰ সাৰৰো সাৰ হৈছে এই গীতাই।

প্ৰাচীন কালৰেপৰা চলি অহা এই বৈদিক ধৰ্ম্মত নানা যাগ-যজ্ঞ, ক্ৰিয়া-কলাপ, বিবিধ তপশ্চৰ্য্যা আৰু অনেক সাধনাৰ কথা কোৱা হৈছে। যদিও এই গোটেই কৰ্ম্ম-কাণ্ড অনুপযোগী নহয়, তথাপি তাৰ কাৰণে অধিকাৰৰ আৱশ্যক। কৰ্ম্ম-কাণ্ড সকলোৰে কাৰণে সুলভ নাছিল। ওখ নাৰিকলৰ গছত উঠি ফল কোনে ছিঙিব, কোনে বাকলি গুচাব আৰু কোনে ভাঙিব? মোৰ যিমানেই ভোক নেলাগক মই ওখ গছৰ নাৰিকল কেনেকৈ পাৰিম? মই তলৰপৰা সিহঁতক চাওঁ আৰু নাৰিকলেও মোক ওপৰৰ পৰা চায়। পিছে এনে কৰিলে পেটৰ খজুৱতি কেনেকৈ মৰিব? যেতিয়ালৈকে সেই নাৰিকল মোৰ হাতত নপৰেহি তেতিয়ালৈকে সকলোবিলাক ব্যৰ্থ। বেদৰ এনেকুৱা বিভিন্ন ক্ৰিয়াতো অতি সূক্ষ্ম বিচাৰ নিহিত থাকে। জনসাধাৰণে তাৰ জ্ঞান কেনেকৈ পাব? বেদ মাৰ্গৰ অবিহনে মোক্ষ লাভ নহয়, কিন্তু বেদতো অধিকাৰ নাই। তেনেহলে আনবিলাক কাম কেনেকৈ চলিব? এই-কাৰণে কৃপাৰসাগৰ সাধু-সন্তসকলে আগবাঢ়ি গৈ কয়—"আহাঁ, আমি এই বেদৰ ৰস বাহিৰ কৰোঁ। বেদৰ সাৰ অংশ বাহিৰ কৰি পৃথিৱীক দিওঁ।" এই কাৰণে তুকাৰামে কৈছে :—

বেদ কহা হৈ অনন্ত—পৰ অৰ্থ ইতনা হী হৈ চিন্ত্য! তাৰ অৰ্থ কি? তাৰ অৰ্থ হৈছে হৰি নাম। হৰি-নাম বেদৰ সাৰ। ৰাম-নামৰ দ্বাৰাই মোক্ষ নিশ্চিত হৈ পৰিল তিৰোতা, ল'ৰা, ছোৱালী, শূদ্ৰ বৈশ্য মূৰ্খ, দীন, দুৰ্ব্বল, ৰোগী, পঙ্গু আদি সকলোৰে কাৰণেই মোক্ষ সুলভ হ'ল। বেদৰ আলমাৰিত বন্ধ হৈ থকা মোক্ষক ভগৱানে তিনি-মুনি বাটত থৈ দিলেহি। মোক্ষৰ এইটো কেনে লাগতিয়াল সৰল বাট! যাৰ যেনেকুৱা সৰল জীৱন, স্বধৰ্ম্মীয় কৰ্ম্ম আৰু সেৱা কৰ্ম্ম আছে, তাকেই যজ্ঞৰূপ কিয় কৰি দিয়া নাই? আন-যাগ যজ্ঞৰনো আৰু কি আৱশ্যক? তোমাৰ সহজ যি নিত্য সেৱা কৰ্ম্ম আছে তাকেই যজ্ঞৰূপ ভাবি কৰি যোৱা। এয়েই ৰাজমাৰ্গ।

যানাস্থায় নৰো ৰাজন ন প্ৰমাদ্যেত কৰ্হিচিত্।
ধাৱন্নিমীল্য ৱা নেত্ৰে ন স্খলেন্ন পতেদিহ॥

এই পথেদি যদি চকু মুদিও দৌৰি যোৱা হয় তেন্তে পৰি যোৱা বা কিহবাত ঠেকা-ঠুকলি খোৱাৰ ভয় নাই। দ্বিতীয় পথ হৈছে—“ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া”, তৰোৱালৰ ধাৰো কিজানি অলপ ভোতাহে হব। এই বৈদিক পথটো ইমান ভয়াবহ। ইয়াতকৈ ৰামৰ দাস হৈ থকাৰ পথটো বেছি সহজ। ইঞ্জিনীয়াৰে আলিৰ ওখটো ক্ৰমান্বয়ে বঢ়াই ওপৰলৈ লৈ গৈ থাকে আৰু আমাক একেবাৰেই উচ্চ শিখৰত নি বহুৱায়। আমি যে ইমান ওপৰলৈ গৈছোঁ তাৰ গমকে ধৰিব নোৱাৰোঁ। ইঞ্জিনীয়াৰৰ এই বিশেষত্বৰ দৰেই ৰাজ-মাৰ্গৰো বিশেষত্ব আছে। মানুহে য'ত যি কাম কৰি থাকে তেওঁ সেই সাধাৰণ কামৰ দ্বাৰায়ো পৰমাত্মাক লাভ কৰিব পাৰে। এই পথটো এনেকুৱাই।

পৰমেশ্বৰ জানো ক'ৰবাত মনে মনে বহি আছে? কোনো গুহা-গহ্বৰৰ, সুৰুকীয়াবাট, নদী বা স্বৰ্গত তেওঁ লুকাই বহি আছেনে? ৰঙা-নীলা ধন-সোণ পৃথিৱীৰ গৰ্ভত লুকাই থাকে। পোৱাল মুকুতা আদি ৰত্ন সাগৰৰ তলত পৰি থাকে। সেইদৰেই পৰমেশ্বৰ ৰূপী “লাল ৰতন” জানো ক'ৰবাত লুকাই আছে? মাটি খানি ভগৱানক ক'ৰবাৰ পৰা বাহিৰ কৰিব লাগিব জানো? তেওঁতো সদায় আমাৰ সকলোৰে আগত আৰু সকলোতে বিৰাজ-মান হৈ আছে। এই সকলোবিলাক মানুহ পৰমাত্মাৰেই মূৰ্ত্তি। ভগৱানে কৈছে—“এই মানৱৰূপত ব্যক্ত হোৱা হৰি মূৰ্ত্তিক কোনেও অপমান নকৰিবা।” ঈশ্বৰেই সকলো চৰাচৰৰ ৰূপত ব্যক্ত হব লাগিছে। তেওঁক বিচাৰিবৰ কাৰণে জানো কৃত্ৰিম উপায়ৰ আৱশ্যক হব? উপায় অতি সৰল। তুমি যি কোনো সেৱা-কাৰ্য্যকে নকৰা লাগে, সেই সকলোবোৰৰে সম্বন্ধ ভগৱানৰ লগত কৰিব পাৰিলেই সকলো কাম হব। তুমি ৰামৰ দাস হোৱা। সেই জটিল বেদ-মাৰ্গ, যজ্ঞ, স্বাহা, স্বধা, শ্ৰাদ্ধ আৰু সেই তৰ্পণ—এই সকলোৱেই আমাক মোক্ষৰ ফালে লৈ যাব। কিন্তু ইয়াত অধিকাৰ আৰু অনধিকাৰক লৈ অযথা বিবাদৰ সৃষ্টি হয়। সেইবাবে তাৰ কোনো আৱশ্যক নকৰে। মাত্ৰ তুমি যি কৰা, তাক ভগৱানক সমৰ্পণ কৰি দিয়া। নিজৰ প্ৰত্যেকটো কামৰ সম্বন্ধ ঈশ্বৰৰ লগত কৰা। এই নৱম অধ্যায়ৰ শিক্ষাও হৈছে এয়েই। এই কাৰণে এই অধ্যায়টো ভক্তসকলৰ অতি প্ৰিয়।

### (৪৩) অধিকাৰ-ভেদৰ জঞ্জাল নাই

কৃষ্ণৰ গোটেই জীৱনৰ ভিতৰত ল'ৰা কালটো বৰ মধুৰ। বালক কৃষ্ণকেই

হে বিশেষ কৈ উপাসনা কৰা হয়। তেওঁ গোপ-বালকৰ লগত গৰু চৰাবলৈ যায়, তেওঁলোকৰ লগত খোৱা-পিয়া কৰে আৰু হাঁহি-মাতি নানা তৰহৰ খেল-ধেমালি কৰি থাকে। ইন্দ্ৰক পূজা কৰিবৰ কাৰণে যেতিয়া গোপ-বালকসকল ওলাল, তেতিয়া তেওঁলোকক কৃষ্ণই কৈছিল—"ইন্দ্ৰক কোনে দেখিছে? তেওঁৰ পৰা কি উপকাৰ হৈছে? কিন্তু এই গোৱৰ্দ্ধন পৰ্ব্বতক আমি প্ৰত্যক্ষ ভাৱে দেখিবলৈ পাইছোঁ। তাত গৰু চৰে। ইয়াৰ পৰা বহুতো নিজৰা ওলাইছে। গতিকে তোমালোকে এই পৰ্ব্বতটোকে পূজা কৰা।" এনেকুৱা কথা তেওঁ গোপ-বালক সকলক শিকাইছিল। যি সকল গোৱালৰ লগত তেওঁ খেলিছিল, যি সকল গোপীৰ লগত তেওঁ হাঁহি-মাতি ধেমালি কৰিছিল, যিবিলাক গৰুৱে তেওঁক ভাল পাই চেলেকা-চেলেকি কৰিছিল সেই সকলোৰে কাৰণে মোক্ষৰ দুৱাৰ তেওঁ মুকলি কৰি দিলে। কৃষ্ণৰূপী পৰমাত্মাই নিজৰ অভিজ্ঞতাৰ দ্বাৰাই এই সৰল পথ দেখুৱাই দিছে। ল'ৰা কালত তেওঁৰ কাম আছিল গাই আৰু দামুৰিৰ লগত। ডাঙৰ হ'লত ঘোঁৰাৰ লগত। বংশীৰ মাত শুনি গাইবিলাক আনন্দত মতলীয়া হয় আৰু ঘোঁৰাবিলাকৰ পিঠিত কৃষ্ণই হাত বুলালে সিহঁতৰ গা-মন শাঁত পৰি যায়। সেই গাই-দামুৰি আৰু সেই ৰথৰ ঘোঁৰা সকলো কৃষ্ণময় হৈ পৰিছিল। পাপ-যোনিত জন্ম হোৱা বুলি ভৰা সেই পশু-বিলাকেও মোক্ষ লাভ কৰিছিল। মোক্ষ প্ৰাপ্তিত অকল মানুহৰেই নহয়, পশু-পক্ষীৰো অধিকাৰ আছে—এই কথাষাৰি কৃষ্ণই পাৰিষ্কাৰ কৰি থৈ গৈছে। নিজৰ জীৱনত তেওঁ এই কথাখিনি উপলব্ধি কৰিছিল।

ভগৱানৰ যি অভিজ্ঞতা হৈছিল, ব্যাসদেৱৰো সেই অভিজ্ঞতাই হৈছিল। কৃষ্ণ আৰু ব্যাস, দুয়োৰে ৰূপ একে। দুয়োৰে জীৱনৰ সাৰো একেই। মোক্ষ কোনো বিদ্বত্তা বা কাৰ্য্যকলাপৰ ওপৰত অৱলম্বিত নহয়। তাৰ কাৰণে সহজ সৰল ভক্তিয়েই যথেষ্ট। 'মই'-'মই' কৰি থকা জ্ঞানী পিচ পৰি থাকিল, আজলী ভাবুক তিৰোতা আগবাঢ়ি গ'ল। যদি মন পৱিত্ৰ আৰু সহজ-সৰল স্বভাৱৰ হয়, তেন্তে মোক্ষ লাভ কৰাটো একো টান নহয়। মহাভাৰতত 'জনক-সুলভা সম্বাদ' নামৰ এটা অধ্যায় আছে। তাত ব্যাসে এনেকুৱা এটা প্ৰসঙ্গৰ অৱতাৰণা কৰিলে য'ত জনক ৰজাই জ্ঞান লাভ কৰিবৰ কাৰণে এগৰাকী তিৰোতাৰ ওচৰলৈ যাব লগা হৈছিল। বেদত তিৰো-

তাৰ অধিকাৰ আছে নে নাই এই লৈ আপোনালোকে বাদানুবাদ যিমানেই কৰিব নেথাকক স্থূলভাই কিন্তু ইয়াত জনক ৰজাক প্ৰত্যক্ষ ভাবে ব্ৰহ্ম-বিদ্যা শিক্ষা দি আছিল। তেওঁ হৈছে এগৰাকী সাধাৰণ তিৰোতা আন ফালেদি জনক কিমান ডাঙৰ সম্ৰাট! তেওঁ কিমান বিদ্যাবিশাৰদ আছিল? তথাপি সেই মহাজ্ঞানী জনকৰ হাতৰ মুঠিত মোক্ষ নাছিল। এই কাৰণে ব্যাসদেৱে তেওঁক স্থূলভাব চৰণত শৰণ লবলৈ পঠাইছিল। তুলাধাৰ বৈশ্যৰ কথাটোও ঠিক এনেকুৱাই আছিল। জাজলি নামৰ এজন ব্ৰাহ্মণ তেওঁৰ ওচৰত জ্ঞান লাভ কৰিবৰ কাৰণে গৈছিল। তুলাধাৰে কয় "তুলাচনীৰ মাৰি ডাল পোনকৈ ধৰাতেই মোৰ গোটেই জ্ঞান সোমাই আছে!" ব্যাধৰ ক্ষেত্ৰতো ঠিক একে কথাই। ব্যাধ আছিল কচাই। পশু বধ কৰি তেওঁ সমাজৰ সেৱা কৰিছিল। এজন অহংকাৰী তপস্বী ব্ৰাহ্মণক তেওঁৰ গুৰুৱে সেই ব্যাধৰ ওচৰলৈ যাবলৈ কলে। এই কচাই জনে নো মোক কি জ্ঞান দিব এই বুলি ভাবি ব্ৰাহ্মণ আচৰিত হৈছিল। ব্ৰাহ্মণ ব্যাধৰ ওচৰলৈ গ'ল। সেই সময়ত ব্যাধে বাৰু কি কৰি আছিল চাগৈ! মাংস কুটি-বাচি ধুই-পখালি তাক পৰিষ্কাৰ পৰিচ্ছন্ন কৰি বেচিবৰ কাৰণে সুন্দৰকৈ সজাইছিল। তেওঁ ব্ৰাহ্মণক ক'লে "চোৱাঁ, মোৰ এই কাম যিমান ধৰ্ম্মময় কৰিব পাৰো, কৰিবলৈ চেষ্টা কৰিছোঁ। মই এই কামত যিমান পাৰোঁ মন-প্ৰাণ ঢালি দি কাম কৰিবলৈ চেষ্টা কৰিছোঁ আৰু আই-দেউতাৰো সেৱা-শুশ্ৰূষা কৰিছোঁ।" ব্যাসদেৱে এই দৰেই এই ব্যাধৰ ৰূপত আদৰ্শৰ মূৰ্ত্তি স্থাপন কৰিছে।

মোক্ষৰ দুৱাৰ যে সকলোৰে কাৰণে মুকলি আছে এই কথাটোকে পৰিষ্কাৰ কৈ দেখুৱাবৰ উদ্দেশ্যেই মহাভাৰতত তিৰোতা, বৈশ্য, শূদ্ৰ আদিৰ কথা উল্লেখ কৰা হৈছে। সেই কাহিনীবোৰৰ সাৰ মৰ্ম্ম এই নৱম অধ্যায়তে কোৱা হৈছে। এই গল্পবোৰৰ ওপৰত এই অধ্যায়ৰ মোহৰ মৰা হৈছে! ৰামৰ দাস হৈ থাকিলে যি আনন্দ পোৱা যায় সেই আনন্দ ব্যাধৰ জীৱনতো পাইছিল। সন্ত তুকাৰাম অহিংসক আছিল, তথাপি তেখেতে বৰ আনন্দ মনেৰে এই কথাষাৰ কৈছিল যে "কচাই সাধুৱে, কচাইৰ কাম কৰি মোক্ষ লাভ কৰিলে। তুকাৰামে এঠাইত সুধিছিল,—"হে ভগৱান, পশু বধ কৰোঁতা সকলৰ কি গতি হব চাগৈ?" কিন্তু 'সজ্জন কচাইকে সাধ বেচতা হৈ মাংস' এই পদফাঁকি লিখি তেখেতে কৈছে যে ভগৱানে সজ্জন

কচাইকো সহায় কৰে। নৰছী মেহতাৰ হুণ্ডী ঘুৰাই দিওঁতা, একনাথৰ পানীৰ ভাৰ কঢ়িয়াওঁতা, দামাজীৰ কাৰণে মহাৰ* হওঁতা, মহাৰাষ্ট্ৰৰ জনপ্ৰিয় জনাবাঈক বনা-খুন্দাত সহায় কৰোঁতা ভগৱানে সজ্জন কচাইকো ঠিক সিমান মৰমেৰেই সহায় কৰিছিল বুলি তুকাৰামে কৈছিল। ইয়াৰ সাৰাংশ হৈছে এই যে, নিজৰ সকলো কৃত্য কৰ্ম্মৰ সম্বন্ধ পৰমেশ্বৰৰ লগত হে কৰিব লাগে। কৰ্ম্ম যদি শুদ্ধ ভাৱনাৰে পূৰ্ণ আৰু সেৱা-ময় হয় তেন্তে সি যজ্ঞৰূপ হবই।

### (৪৪) কৰ্ম্মফল ভগৱানক অৰ্পণ

নৱম অধ্যায়ৰ এইখিনিতেই বিশেষ কথা কোৱা হৈছে। ইয়াতে কৰ্ম্ম-যোগ আৰু ভক্তি-যোগৰ মধুৰ মিলন হৈছে। কৰ্ম্ম যোগৰ অৰ্থ হৈছে কৰ্ম্ম কৰা, কিন্তু ফলো ত্যাগ কৰি দিয়া। কৰ্ম্ম এনে হিচাপে কৰা যাতে ফলৰ বাসনাই চিত্তক স্পৰ্শ কৰিবলৈ নেপায়। এইটো আখৰুটৰ পুলি ৰোৱাৰ নিচিনা কথা। আখৰুটৰ গছত বোলে ২৫ বছৰৰ মূৰত হে ফল লাগে। পুলি ৰোওঁতাই কিজানি নিজৰ জীৱনত দৈবাৎ হে তাৰ ফল খাবলৈ পায়। তথাপি পুলি ৰুবই লাগে আৰু তাক অতি মৰমেৰে পানী-দুনিও দিব লাগে। কৰ্ম্ম-যোগৰ অৰ্থ হৈছে পুলি লগোৱা কিন্তু ফললৈ কামনা নকৰা। আৰু ভক্তি-যোগ কাক বোলে? ভাৱ-পূৰ্ব্বক ঈশ্বৰৰ লগত সংযুক্ত হোৱা বা মিলি যোৱাৰ মানেই হৈছে ভক্তি-যোগ। ৰাজ-যোগত কৰ্ম্ম-যোগ আৰু ভক্তি-যোগ দুয়োটাই একে লগ হৈ পৰে। ৰাজ-যোগক কেইবাজনেও কেইবা প্ৰকাৰেৰে ব্যাখ্যা কৰিছে। কিন্তু মই হলে ৰাজ-যোগক কৰ্ম্ম-যোগ আৰু ভক্তি-যোগৰ মধুৰ মিশ্ৰণ বুলিহে কব খোঁজো।

কৰ্ম্মতো কৰিবই লাগে কিন্তু ফল দলিয়াই পেলাব নেলাগে, প্ৰভুক অৰ্পণ কৰি দিব লাগে। ফল দলিয়াই পেলোৱাৰ অৰ্থ হৈছে ফলৰ নিষেধ। কিন্তু অৰ্পণ তেনেকুৱা নহয়। এইটো কেনে সুন্দৰ ব্যৱস্থা! ইয়াত বহুত মাধুৰ্য্য আছে। ফল-ত্যাগ কৰা মানে এইটো নহয় যে ফল কোনেও নলবই। কোনোৱে নহয় কোনোৱে ফল লবই। এজনে নহয় এজনে তাক পাবই। পিচত এনেকুৱা তৰ্কও লাগিব পাৰে যে যি এই ফল পাব তেওঁ ইয়াৰ অধিকাৰী

---

*মহাৰাষ্ট্ৰৰ এটা হৰিজন জাতি।

হব নে নহয়? কোনো ভিখাৰী যদি আমাৰ ঘৰলৈ আহে তেন্তে আমি তৎক্ষণাৎ কৈ দিওঁ "তই দেখোন বৰ শকত-আৱত। তোৰ নিচিনা মানুহে ভিক্ষা খোজাতো শোভা নেপায়। যা গুচি যা।" সি ভিক্ষা খোজাটো উচিত হৈছে নে নাই এই বিষয়ে আমি ভাবো। ভিখাৰী বেচাৰাই লাজতে তলমুৰ কৰি গুচি যায়। আমাৰ অন্তৰত সহানুভূতিৰ সম্পূৰ্ণ অভাব। পিচে ভিখাৰীৰ যোগ্যতানো আমি কেনেকৈ নিৰ্ণয় কৰিম? সৰু কালতে মই এবাৰ আইৰ ওচৰত ভিখাৰী সম্পৰ্কে এটা শংকা দাঙি ধৰিছিলোঁ। তেওঁ যি উত্তৰ দিলে সি এতিয়াও মোৰ কাণত বাজিয়েই আছে। মই তেওঁক সুধিছিলো "এই ভিখাৰীটো দেখোন যথেষ্ট শকত-আৱত যেন দেখা যায়। ইয়াক ভিক্ষা দিলে ইয়াৰ ৰাগী আৰু এলাহ হে বাঢ়িব।" গীতাৰ "দেশে কালে চ পাত্ৰে চ" এই শ্লোকটোও মই তেওঁক পঢ়ি শুনালো। তেওঁ উত্তৰ দিলে "যি জন ভিখাৰী আহিছিল তেওঁ পৰমেশ্বৰ হৈয়ে আহিছিল। এতিয়া পাত্ৰা-পাত্ৰ বিষয়ে চিন্তা কৰা। ভগৱানক জানো অপাত্ৰ বুলি কবা? পাত্ৰা-পাত্ৰৰ বিচাৰ কৰিবলৈ তোমাৰ আৰু মোৰ কি অধিকাৰ আছে? বেছি চিন্তা কৰিবৰ কোনো আৱশ্যক বুলিয়েই নেভাবো। মোৰ কাৰণে হলে তেওঁ ভগৱানেই।" আইৰ এই উত্তৰটোৰ উপযুক্ত প্ৰত্যুত্তৰ মই এতিয়ালৈকে বিচাৰি পোৱা নাই।

আনক খুৱাবৰ সময়ত মই তেওঁৰ পাত্ৰা পাত্ৰৰ বিচাৰ কৰোঁ; কিন্তু নিজে খাবৰ সময়ত হলে মোৰ মনলৈ এই ভাবটো সমুলি নাহে যে মোৰ খাবৰ অধিকাৰ আছে নে নাই? তেনেহলে আমাৰ চোতালৰ মুৰলৈ অহা ভিখাৰীকনো অভদ্ৰ বুলি কিয় ভবা হয়? যাক আমি দিওঁ তেওঁকেই ভগৱান বুলি কিয় নেভাবোঁ? ৰাজ-যোগে কয় "তোমাৰ কৰ্ম্মৰ ফল কোনোবাই নহয় কোনোবাইতো পাবই? তেন্তে সেই ফল ভগৱানকেই দিয়া। তেওঁকেই অৰ্পণ কৰি দিয়া।" ৰাজ-যোগে তোমাক উচিত স্থান দেখুৱাই দিছে। ইয়াত ফল ত্যাগ ৰূপী নিষেধাত্মক কৰ্ম্ম নাই। যিহেতু সৰ্ব্বস্ব ভগৱানকেই অৰ্পণ কৰিব লাগে; এই কাৰণে পাত্ৰা পাত্ৰৰ সমস্যাও সমাধান হৈ পৰিছে। ভগৱানক যি দান দিয়া হৈছে, সি সদা-সৰ্ব্বদায়েই শুদ্ধ। তোমাৰ কৰ্ম্মত যদি কিবা দোষো থাকি যায় তেন্তে সি তেওঁৰ হাতত পৰা মাত্ৰেই পৱিত্ৰ হৈ পৰিব। আমি দোষ দূৰ কৰিবলৈ যিমানেই চেষ্টা নকৰো লাগে তথাপি

তাত কিছু নহয় কিছু দোষ থাকি যায়েই। তথাচ আমি যিমান শুদ্ধ হৈ পৰোঁ সিমান কৰিব লাগে। বুদ্ধি ঈশ্বৰৰ অৱদান। তাক যিমান শুদ্ধ কৈ পাৰি কামত খটুৱাই লোৱাটো আমাৰ কৰ্ত্তব্য। এনেকুৱা নকৰিলে অপৰাধ হব। এতেকে পাত্ৰাপাত্ৰৰ বিষয়েও চিন্তা কৰিবই লাগিব। কিন্তু ভগৱৎ-ভাৱ ৰাখিলে সিয়ো সুলভ হৈ পৰিব।

ফলৰ বিনিময় চিত্ত-শুদ্ধিৰ কাৰণে কৰিব লাগে। যি কাম যেনেকুৱা হয়, তাক ঠিক সেইদৰেই ভগৱানক অৰ্পণ কৰি দিয়া। প্ৰত্যক্ষ কাম যেনে-দৰে হৈ গৈ থাকে তেনে দৰে তাক, ভগৱানক অৰ্পণ কৰি সন্তোষ লাভ কৰিব লাগে। ফল ত্যাগ কৰিব নেলাগে, তাক মাত্ৰ ভগৱানক অৰ্পণহে কৰিব লাগে। মনত উৎপন্ন হোৱা কামনা আৰু কাম-ক্ৰোধাদি বিকাৰো পৰ-মেশ্বৰক অৰ্পণ কৰি মুক্ত হব লাগে। "কাম-ক্ৰোধ মেৰে, অৰ্পণ প্ৰভুকে।"

ইয়াত সংযমাগ্নিও জ্বলাব নেলাগে আৰু দেই-পুৰিও মৰিবৰ আৱশ্যক নকৰে!

জো গুড় দীহেঁ তে মৰেঁ, মাহুৰ কাহে দেয়।

ইন্দ্ৰিয়বিলাকো উপকৰণ। সেইবোৰো ঈশ্বৰক অৰ্পণ কৰি দিয়া। মানুহে কয়—"আমাৰ কাণে নুশুনে," তেনেহলে শুনাটোকে বন্ধ কৰি দিয়া হবনে ক? নহয়, শুনাটো বন্ধ কৰিব নেলাগে, যি শুনা হৰি কথাকে শুনিবা। নুশুনা হোৱাটো বৰ টান। পিচে হৰি কথা ৰূপী শ্ৰৱণৰ বিষয়াদিত কাণৰ ব্যৱহাৰ কৰাটো বেঁছি সুলভ, মধুৰ আৰু হিতকৰো। তোমাৰ কাণ ৰামক দিয়া। মুখেৰে ৰাম নাম লৈ থাকা। ইন্দ্ৰিয় শত্ৰু নহয়। সিহঁত ভালেই। সিহঁতৰ সামৰ্থ্যৰ কোনো ঠিকনা নাই। এতেকে ঈশ্বৰাৰ্পণ-বুদ্ধিৰে ইন্দ্ৰিয়ৰ দ্বাৰাই কাম লোৱাটোৱেই হৈছে ৰাজ-মাৰ্গ। ইয়াকেই 'ৰাজ-যোগ' বোলে।

## (8৫) বিশিষ্ট ক্ৰিয়াত আগ্ৰহ নাই

আমি কোনো বিশেষ কাম হে ভগৱানক অৰ্পণ কৰিব লাগে এনেনদা। কৰ্ম্ম মাত্ৰেই তেওঁক সঁপি দিয়া। সেইবিলাক জেনিৰা শবৰীৰ বগৰি হে! ৰামে সেই বগৰিবিলাক কিমান আদৰেৰে গ্ৰহণ কৰিছিল। পৰমেশ্বৰক আৰাধনা কৰিবলৈ পৰ্ব্বতৰ গুহালৈ যাবৰ আৱশ্যক নাই। তুমি য'তে যি কামকে নকৰা লাগে, তাক পৰমেশ্বৰক অৰ্পণ কৰি দিয়া। মাকে সন্তানক

লালন-পালন কৰে—ধৰিলোৱা তেওঁ জেনিবা ভগৱানবেহে লালন-পালন কৰিছে। ল'ৰা-ছোৱালীক যে মাকে ধোৱা-পখলা কৰে, আচলতে ল'ৰা-ছোৱালীক নকৰে, পৰমেশ্বৰৰ ওপৰতহে ৰুদ্ৰাভিষেক কৰে। ল'ৰা-ছোৱালীক ঐশ্বৰিক কৃপাৰ অৱদান বুলি ধৰি লৈ মাকে ঈশ্বৰ ভাৱনাৰে সন্তানৰ লালন-পালন কৰিব। কৌশল্যাই ৰাম আৰু যশোদাই কৃষ্ণৰ বিষয়ে চিন্তা কিমান আগ্ৰহেৰে কৰিছিল? তাৰ বৰ্ণনা কৰিবলৈ পাই শুক, বাল্মীকি, তুলসীদাস আদিয়ে নিজকে ধন্য মানিছিল। সেই ক্ৰিয়াত তেওঁলোকে অপাৰ আনন্দ উপভোগ কৰিছিল। মাকহঁতৰ সেই সেৱা-সংগোপন কাৰ্য্য বৰ উচ্চ স্তৰৰ সেই বালকো পৰমেশ্বৰৰেই মূৰ্ত্তি। সেই মূৰ্ত্তিৰ সেৱাতকৈ বেছি সৌভাগ্যৰ কথা আৰু কি হব পাৰে? যদি পৰস্পৰে পৰস্পৰৰ সেৱা কাৰ্য্য কৰিবৰ সময়ত আমি এনেকুৱা ভাৱনা ৰাখোঁ তেন্তে আমাৰ কামত কিমান যে পৰিবৰ্ত্তন আহি পৰিব! যি যেনেকুৱা সেৱা কৰিবলৈ সুবিধা পাইছে, সিয়ো ঈশ্বৰৰেইহে সেৱা বুলি ভাবি কাম কৰি যাব লাগে। কৃষকে বলধক সেৱা কৰে। সেই বলধক জানো তুচ্ছ বুলি ভাবিব লাগে? নহয়, বেদত বামদেৱে যি বলধক বিশ্বব্যাপক শক্তি বুলি বৰ্ণনা কৰিছে সেই বৰ্ণনাই কৃষকৰ বলধতো খাটিব।

"চত্বাৰি শৃংগা ত্ৰয়ো অস্য পাদা দ্বে শীৰ্ষে সপ্ত হস্তাসো অস্য।
ত্ৰিধা বদ্ধো বৃষভো ৰোৰবীতি মহো দেৱো মৰ্ত্যাং আৱিৱেশ॥"

যাৰ চাৰিটা শিং, তিনিটা ঠেং, দুটা মূৰ, সাতখন হাত আছে, যাক তিনি ঠাইত বান্ধি থোৱা হৈছে, যি মহান তেজস্বী হৈ সকলো মৰ্ত্ত্য বস্তুত বিয়পি আছে, সেই গৰ্জ্জন কৰোঁতা বিশ্ব-ব্যাপক বলধৰ পূজা কৃষকে কৰে। টীকা-কাৰ সকলে এই এটা ঋচা (বেদ-মন্ত্ৰ) বে পাঁচ কি সাত প্ৰকাৰৰ বেলেগ বেলেগ অৰ্থ কৰিছে। এই বলধটোও হৈছে বিচিত্ৰময়! আকাশত গুজৰি-গুমৰি যি বলধে বৰষুণ দিয়ে, সেই বলধেই মল-মূত্ৰৰ বৃষ্টি-পাত কৰি পথাৰত শস্য উৎপন্ন কৰোঁতা কৃষকৰ বলধ। যদি কৃষকে এই উচ্চ ভাব লৈ নিজৰ বলধৰ সেৱা-শুশ্ৰূষা কৰে, তেন্তে তেওঁৰ এই সাধাৰণ সেৱাও ঈশ্বৰত অৰ্পণ হৈ পৰিব।

এই নিচিনাকৈয়ে আমাৰ ঘৰৰ যি গৃহ-লক্ষ্মীয়ে ৰান্ধনি ঘৰ আৰু মজিয়া মচি-কাঁচি পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ৰাখে, চৌকাত জুই ধৰি

পৱিত্ৰ আৰু সাত্ত্বিক আহাৰ ৰান্ধে আৰু যদি অন্তৰত এই ভাব ৰাখে যে মই ৰন্ধা এই খাদ্যসামগ্ৰীখিনি মোৰ ঘৰৰ সকলো মানুহৰ কাৰণেই পুষ্টিকৰ আৰু তৃপ্তিদায়ক হওক; তেন্তে তেওঁৰ গোটেই কাম যজ্ঞ-ৰূপ হৈ পৰিব। চোৱানো কি, সিয়ো আই সকলে আয়োজন কৰা একোটা সৰু-সুৰা যজ্ঞই। পৰমেশ্বৰক সন্তুষ্ট কৰাৰ মনোভাব পোষণ কৰি যি ভোজন তৈয়াৰ কৰা হব সি কিমান নিৰ্ম্মল আৰু পৱিত্ৰ হব তাক অলপ কল্পনা কৰি চাওকচোন। যদি সেই গৃহ-লক্ষ্মীৰ মনত এনেকুৱা উচ্চ ভাব থাকে তেন্তে তেওঁলোক ভাগৱতৰ ঋষি-পত্নীসকলৰ সমতুল্য হব। এনেকুৱা সেৱা কৰি কত যে মাতৃয়ে গতি পাইছে আৰু 'মই'-'মই' কৰা কত যে পণ্ডিত তথা জ্ঞানী চাগৈ চুকতে সোমাই থাকিব লগা হৈছে।

### (৪৬) গোটেই জীৱন হৰিময় হব পাৰে

আমাৰ দৈনন্দিন তথা প্ৰতি ক্ষণৰ জীৱন যদিও সাধাৰণ যেন দেখা যায়, তথাপি সি আচলেতে তেনে নহয়। তাত ডাঙৰ অৰ্থ সোমাই আছে। গোটেই জীৱনেই এক মহান যজ্ঞ-কৰ্ম্ম। তোমাৰ টোপনিও এক প্ৰকাৰৰ সমাধিয়েই। সকলো প্ৰকাৰৰ ভোগ যদি আমি ঈশ্বৰত অৰ্পণ কৰি টোপনি যাওঁ, তেন্তে সি সমাধি নহৈনো আৰু কি হব? আমি স্নান কৰিবৰ সময়ত পুৰুষ-সূক্ত পাঠ কৰাৰ প্ৰথাও চলি আহিছে। তেনেহলে ভাবাচোন এই স্নানক্ৰিয়াৰ লগতনো পুৰুষ-সূক্তৰ কি সম্বন্ধ আছে? চাব খুজিলে নিশ্চয় দেখা পাবা। যি বিৰাট পুৰুষৰ এহেজাৰ হাত আৰু এহেজাৰ চকু আছে তেওঁৰ লগত মোৰ এই স্নানৰ কি সম্বন্ধ থাকিব পাৰে? সম্বন্ধ এই খিনিয়েই যে তুমি যি কলহ পানী মূৰত ঢালা তাত হেজাৰ হেজাৰ পানীৰ টোপাল আছে। সেই টোপালবিলাকে তোমাৰ মূৰ ধুৱাৰ লাগিছে—তোমাক নিষ্পাপ কৰিব লাগিছে। তোমাৰ মূৰত জেনিবা ঈশ্বৰৰ আশীৰ্ব্বাদহে বৰষিছে। পৰমেশ্বৰৰ সহস্ৰ হাতেৰে সহস্ৰ ধাৰা হে জেনিবা তোমাৰ ওপৰত বৰষিব ধৰিছে। এই টোপালৰ ৰূপ ধৰি পৰমেশ্বৰে তোমাৰ মস্তিষ্কৰ ভিতৰৰ মলি ধুৱাই দিছে। এনেকুৱা দিব্য ভাৱনা সেই স্নানত মিলাই দিব পাৰিলে তাৰপৰা মহৎ উপকাৰ সাধিত হব আৰু সেই স্নানলৈ অনন্ত শক্তিও আহি যাব।

যি কোনো কামেই নহওক তাক যদি পৰমেশ্বৰৰ ভাবি কৰা হয় তেন্তে

সি সাধাৰণ হ'লেও পৰম পৱিত্ৰ হৈ পৰে। এইটো অনুভৱ সিদ্ধ কথা। মনত এই কথাটো অলপ ভাবি-চিন্তি চোঁৱাচোন যে আমাৰ ঘৰলৈ যিজন মানুহ আহিছে তেওঁ সাক্ষাৎ দামোদৰ। কোনো ডাঙৰ মানুহ ঘৰলৈ আহিলে আমাৰ ঘৰ-দুৱাৰ কিমান পৰিষ্কাৰ কৰি ৰাখোঁ আৰু কেনে ভাল ভাল ভোজন তৈয়াৰ কৰোঁ আৰু যদি ধৰি লোৱা হয় যে ভগৱান আহিছে তেন্তে সেই কামত মহান পাৰ্থক্য দেখা যাবনে নেযায়? কবীৰে কাপোৰ বৈছিল। তাতেই তেওঁ নিমগ্ন হৈ গায় "ঝীনী ঝীনী বীনী চদৰিয়া।" তেওঁ এই ভজনটো গাই গায়েই কাপোৰ বৈ থাকে। ভগৱানৰ কাৰণে হে জেনিবা তেওঁ কাপোৰ বৈছিল। ঋক্ বেদত ঋষিয়ে কৈছে—"বস্ত্ৰেৱ ভদ্ৰা সুকৃতা সুপনি।" মই মোৰ এই স্তোত্ৰটো সুন্দৰ হাতেৰে বোৱা কাপোৰৰ দৰে ঈশ্বৰক পিন্ধাইছোঁ। কবিয়ে ঈশ্বৰৰ কাৰণে স্তোত্ৰ তৈয়াৰ কৰে। তাঁতীয়ে যি কাপোৰ বয়, সিয়ো ঈশ্বৰৰ কাৰণেই। কেনে হৃদয় গ্ৰাহী কল্পনা! চিত্তক বিশুদ্ধ কৰোঁতা আৰু অন্তৰৰ তৰঙ্গ জগাই তোলা ই কেনে ভাৱনা? এই ভাৱটো যদি জীৱনত কেনেবাকৈ এৰাই আহিবলৈ পায়, তেন্তে এই জীৱন কেনে নিৰ্ম্মল হৈ পৰিব? আন্ধাৰত বিজুলী মাৰিলে সেই আন্ধাৰ গুচি তৎক্ষণাৎ পোহৰ হৈ পৰে। সেই অন্ধকাৰ জানো লাহে লাহে হে দূৰ হয়? নহয়, এক মুহূৰ্ত্তৰ ভিতৰতে ভিতৰ বাহিৰ গোটেইখন পৰিৱৰ্ত্তন হৈ পৰে। সেইদৰেই প্ৰত্যেক কামকে যদি ঈশ্বৰৰ লগত সম্বন্ধযুক্ত কৰা যায়, তেন্তে জীৱনলৈ এক অদ্ভুত শক্তি আহি যাব। প্ৰত্যেকটো কামেই বিশুদ্ধ হবলৈ ধৰিব। জীৱনত উৎসাহৰ সঞ্চাৰ হব। আজি আমাৰ জীৱনত উৎসাহ ক'ত আছে? আমি মৰা নাই বাবেই জীয়াই আছোঁ। কেউপিনে উৎসাহৰ অভাৱ। জীৱন কলাহীন হৈ পৰিছে। কিন্তু যদি এই ভাবটো মনলৈ আনা যে আমি আমাৰ সকলো কাম ঈশ্বৰৰ লগত সম্বন্ধযুক্ত কৰিছো তেন্তে পিচত দেখিবা তোমাৰ জীৱন কিমান ৰমণীয় কিমান আদৰণীয় হৈ পৰিছে।

পৰমেশ্বৰৰ নাম লোৱা মাত্ৰে তৎক্ষণাৎ পৰিৱৰ্ত্তন হৈ পৰে। ইয়াত সন্দেহ কৰিবৰ কোনো আৱশ্যক নাই। ৰাম নাম উচ্চাৰণ কৰিলে কি হব বুলি কেতিয়াও নকবা। অলপ কৈ চোৱাচোন বাৰু। কল্পনা কৰা যে সন্ধ্যাৰ সময়ত কৃষকে কাম কৰি ঘৰলৈ উভতি আহিছে। বাটতে কোনো এজন

বাটৰুৱাক লগ পাইছে। তেওঁ বাটৰুৱাক কয়—চাল ঘৰা উভা ৰাহে নাৰায়ণ "ভাই বাটৰুৱা, অ' নাৰায়ণ, অলপ পৰ ৰ'বাছোন। ৰাতিখন নো ক'লৈ যোৱা। আমাৰ ভগা বহালৈকে যাওঁ ব'লা।" সেই কৃষকজনৰ মুখৰ পৰা এনেকুৱা কথা ওলাবলৈ দিয়া আৰু চোৱা সেই বাটৰুৱা জনৰ ৰূপ পৰিবৰ্ত্তন হয় নে নহয়। যদি সেই বাটৰুৱাজন ডকাইত কিম্বা চোৰো হয় তেন্তে তেৰোঁ শুদ্ধ হৈ পাৰিব। এইখিনি পাৰ্থক্য ভাৱনাৰ কাৰণেই হয়। ভাৱনাতেই সকলো ভৰ-পুৰ হৈ আছে। জীৱনো ভাৱনাময়। এটা কুৰি বছৰীয়া পৰৰ ল'ৰা আমাৰ ঘৰলৈ আহিছে, দেউতাই তেওঁলৈ নিজৰ জীয়েকক বিয়া দিয়ে। ল'ৰাটো হ'ল কুৰি বছৰীয়া, কিন্তু আঠৈকুৰি বছৰীয়া শহুৰেকে ল'ৰাটোৰ ভৰি স্পৰ্শ কৰে। এইটো আকৌ কেনেকুৱা কথা? কন্যা-দান কৰা কামটো কিমান পৱিত্ৰ। ছোৱালীজনী যাক দিয়া হয় তেওঁক পৰমেশ্বৰ জ্ঞান কৰে। জোৱায়েক বা বৰৰ প্ৰতি যি ভাৱনা ৰখা হয় তাক আৰু ওপৰলৈ আগবঢ়াই লৈ যোৱা।

কোনোৱে হয়তো কব পাৰে যে এনেকুৱা মিছা কল্পনা কৰাৰ পৰা কি লাভ হব? মই কওঁ যে আগতে সচাঁ মিছা একো নকবা। প্ৰথমতে অভ্যাস কৰা, অভিজ্ঞতা লোৱা; তাৰ পিচত হে সচাঁ-মিছা জানিব পাৰিবা। কন্যা-দান কেৱল মুখৰ কথাই নহয়. ইয়াক আন্তৰিকতাৰে সৈতে ভাবা যে সেই জোৱাঁই সচাঁকৈয়ে পৰমাত্মাই, তেতিয়া বুজিব পাৰিবা যে ইয়াৰ ভিতৰত কিমান পাৰ্থক্য আছে। এই পৱিত্ৰ ভাবনাৰ প্ৰভাৱত বস্তুৰ পূৰ্ব্বৰূপ আৰু উত্তৰ ৰূপত আকাশ-পাতাল অন্তৰ পৰি যাব। কুপাত্ৰও সুপাত্ৰ হৈ যাব। যি দুষ্ট তেওঁ ও শান্ত হব। বালিকা ভীলৰ বিশেষ পৰিবৰ্ত্তনো এইদৰেই হোৱা নাছিল জানো? বীণাৰ তাঁৰত আঙুলি নাচি আছে, মুখেৰে নাৰায়ণৰ জপ চলি আছে আৰু মাখিবৰ কাৰণে দৌৰিছে তেতিয়াও শান্তিত বাধা নপৰে বৰং তেওঁৰ ফালে প্ৰেম-পূৰ্ণ দৃষ্টিৰেহে চাই আছিল। এনেকুৱা দৃশ্য বালিকাই ইয়াৰ আগতে দেখাই নাছিল। তেওঁ সেই মুহূৰ্ত্তলৈকে মাত্ৰ দুই প্ৰকাৰৰ প্ৰাণী দেখিছে। এবিধ তেওঁৰ ধনু-কাঁৰ দেখি পলাই যায় বা উলটি তেওঁকেই আক্ৰমণ কৰোঁতা। কিন্তু নাৰদে হ'লে তেওঁক দেখি পলোৱা ও নাছিল আৰু আক্ৰমণো কৰা নাছিল বৰং শান্ত ভাৱে থিয় হৈয়েই আছিল। বালিকাৰ ধনু-কাঁৰ হাতত বৈ গ'ল। নাৰদৰ চকু মুদা থাওক ছাবি নোম

এড়ালো নলাৰিল,—সুললিত ভজন তেতিয়াও চলিয়েই আছিল। নাৰদে বালিকাক সুধিলে—"তোমাৰ কাঁৰু কিয় বৈ গ'ল? বালিকাই কলে "আপোনাৰ অচল-অটল ভাব দেখি"। নাৰদে বালিকাৰ ৰূপান্তৰ কৰি দিলে। এই ৰূপান্তৰ সচা নে মিছা?

সঁচাকৈয়ে পৃথিৱীত কোনোবা দুষ্ট আছে নে নাই তাৰ নিৰ্ণয় নো কোনে কৰিব? কোনোবা প্ৰকৃত দুষ্টও যদি আগবাঢ়ি আহে তেনেহলে এইদৰে ভাবা যে তেওঁ পৰমাত্মা। তেনে কৰিলে তেওঁ দুষ্ট হ'লেও শান্ত হৈ পৰিব। তেনে হলে জানো সঁচাই মিছাই এইদৰে ভাবিম? মই কব খোজো তেওঁ যে দুষ্ট তাক কোনে জানে? কিছুমানে কয় যে সজ্জন সকল নিজে ভাল, এইদেখি তেওঁলোকে সকলোবোৰ ভালকেহে দেখে, কিন্তু বাস্তৱতে এনেকুৱা নহয়। তেনেহলে তোমাক যেনেকুৱা যেন দেখা যায়, তাকে সঁচা বুলি ভাবিম নে? সৃষ্টিৰ সম্যক জ্ঞান হোৱাৰ উপকৰণ জেনিবা অকলে দুষ্টৰ হাততেই হে থাকে। এইদৰে কিয় কোৱা নেযায় যে সৃষ্টিতো ভালেই, কিন্তু তুমিহে দুষ্ট, সেইবাবে তেওঁ তোমাৰ দুষ্টামিকেহে দেখে। চোৱাঁচোন সৃষ্টি হৈছে এখন আৰ্চী। তুমি যেনকুৱা হোঁৱা সন্মুখৰ সৃষ্টিতো তোমাৰ প্ৰতিবিম্ব ঠিক তেনেকুৱাই দেখা যাব। আমাৰ দৃষ্টি যেনেকুৱা, সৃষ্টিৰ ৰূপো তেনেকুৱাই। এই কাৰণে এনেকুৱা কল্পনা কৰা যে এই সৃষ্টি ভাল আৰু পবিত্ৰ। নিজৰ সাধাৰণ কামতো এনেকুৱা ভাবনা সঞ্চাৰ কৰা। তাৰ পিচত দেখিবা কেনে চমৎকাৰ হয়, ভগৱানে এই কথাটোকে বুজাই দিব খুজিছে।

যৎকৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।
যত্তপস্যাসি কৌন্তেয় তৎকুৰুষ্ব মদৰ্পণম্॥

তুমি যি কামকে কৰা তাক যেনে আছে তেনেই ভগৱানক অৰ্পণ কৰি দিয়া। মোৰ আয়ে সৰুতে এটা গল্প কৈছিল। গল্প যদিও আমোদজনক আছিল, তথাপি তাৰ ভাবাৰ্থ অতি মূল্যৱান। এগৰাকী তিৰোতা আছিল। তিৰোতা গৰাকীয়ে এইটো নিশ্চিত কৰি লৈছিল যে তেওঁ যিহকেই নকৰক লাগিলে, সকলো কৃষ্ণক সমৰ্পণ কৰি দিব। তেওঁ সদায় আথলৰ আগ মচি-কাঁচি অতাই যি গোবৰ-মাটি বাকী থাকে, তাৰে এটা লাড়ু কৰি বাহিৰত পেলাই দিয়ে আৰু কয়—"কৃষ্ণাৰ্পণমস্তু"। তাৰ পিচত সেই গোবৰ-মাটিৰ লাড়ুটো য'ত পেলাইছিল তাৰপৰা উঠি গৈ মন্দিৰত থকা ভগৱানৰ মূৰ্ত্তিৰ মুখত লাগি

ধৰে। বেচাৰা পূজাৰীৰ মূৰ্ত্তি ধোওঁতে-ধোওঁতে হাৰাশাস্তি হৈছিল। পিচত জানিব পাৰিলে যে সেই কাম তিৰোতা গৰাকীৰহে। তিৰোতা গৰাকী যেতিয়ালৈকে জীৱিত আছিল তেতিয়ালৈকে মূৰ্ত্তি পৰিষ্কাৰ ৰাখিব নোৱাৰিছিল। এদিন সেই তিৰোতা গৰাকী ৰোগ-শয্যাত পৰিল। মৃত্যুৰ অন্তিম সময় ওচৰ চাপি আহিল। তেওঁ মৰণকো কৃষ্ণাৰ্পণ কৰি দিলে। তেতিয়া মন্দিৰৰ মূৰ্ত্তি টুকুৰা-টুকুৰি হৈ ভাগি পৰিল। সেই তিৰোতা গৰাকীক নিবৰ কাৰণে ওপৰৰ পৰা এখন বিমান আহিল। তেওঁ সেই বিমানখনো কৃষ্ণাৰ্পণ কৰি দিলে। বিমান গৈ মন্দিৰত খুন্দা খালে আৰু সিয়ো ডোখৰ ডোখৰ হৈ ভাগি পৰিল। শ্ৰীকৃষ্ণৰ ধ্যানৰ আগত স্বৰ্গও অসাৰ।

তাৎপৰ্য্য হৈছে এই যে আমাৰ দ্বাৰাই হোৱা ভাল-বেয়া সকলো কাম ঈশ্বৰাৰ্পণ কৰি দিলে তাত আৰু কিছুমান শক্তি উৎপন্ন হয়। গোম ধানৰ গুটি এনেয়ে দেখাত অলপ হালধীয়া আৰু ৰঙচুৱা বৰণৰ। কিন্তু তাক ভাজিলে কি সুন্দৰ আখৈ হৈ পৰে। সেই শুদ্ধ বগা, পৰিষ্কাৰ আঠকোণীয়া, ব্যৱস্থিত ভাবে সুন্দৰকৈ ভজা আখৈটো গুটিৰ লগত তুলনা কৰি চোৱা তাৰ ভিতৰত কিমান পাৰ্থক্য? কিন্তু সেই আখৈটোও যে সেই গুটিটোৰ পৰাই হৈছে তাত কোনো সন্দেহ নাই। এই খিনি পাৰ্থক্য কেৱল মাত্ৰ জুইৰ পৰাই হৈছে। এই নিচিনাকৈয়ে সেই গুটিটো যদি এখন যাঁতত পিহি পেলোৱা হয় তেন্তে সি মিহি আটাত পৰিণত হব। জুইৰ সম্পৰ্কলৈ অহা বাবে আখৈ হ'ল, আৰু যাঁতত পৰা বাবে সুন্দৰ আটা হ'ল। এই দৰেই আমাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কৰ্ম্মৰ ওপৰতো যদি হৰি-স্মৰণৰূপী সংস্কাৰ পৰে তেন্তে সিয়েই অপূৰ্ব্ব হৈ পৰিব। ভাবৰ দ্বাৰাই মূল্য বাঢ়ি যায়। সাধাৰণ সেই জবা ফুল, বেলপাত, তুলসীৰ আগ আৰু দুবৰিৰ বনক তুচ্ছ বুলি নেভাবিবা।

"তুকা কহে স্বাদ পায়া ৰাম-মিশ্ৰিত জো হো গয়া।" প্ৰত্যেক কথাকে ভগৱানত মিলাই দিয়া আৰু ভাবি চিন্তি চোৱা যে, এই ৰামৰূপী বস্তুৰ সমান আৰু কিবা বস্তু আছেনে নাই? এই দিব্য বস্তুৰ বাহিৰেনো আন আৰু কি বস্তুৰ কথা কৰা? এই ঈশ্বৰৰূপী বস্তুক নিজৰ প্ৰত্যেক কামতে মিলাই দিয়া, তাৰ পিচত সকলো সুন্দৰ আৰু ৰুচিকৰ হৈ পৰিব।

ৰাতি আঠ বজাৰ সময়ত যেতিয়া মন্দিৰত আৰতি হবলৈ ধৰে,

ধূপৰ সুগন্ধ চাৰিও ফালে বিয়পি পৰে, বন্তি জ্বলোৱা হয়, আৰতি শেষ হোৱাৰ সময়ত সচাঁকৈয়ে এনেকুৱা ভাব হয়, আমি যেন পৰমাত্মাক দৰ্শন হে কৰিছোঁ। ভগৱানে গোটেই দিনটো সাৰে থাকি এতিয়া যেন শুবলৈ হে ধৰিছে। ভক্ত সকলে গায়—

"সুখ নিন্দিয়া অব সোও গোপাল।"

কিন্তু শংকাশীল সকলে কয়, "থোৱা হে ভগৱান নো ক'ৰবাত শোৱেনে? ভগৱানে নো বাৰু নকৰে কি? তুমিও ভাল মানুহ দেও! ভগৱান যদি নোশোৱে আৰু সাৰেও নেথাকে তেন্তে আৰু নো থাকিব কি, শিল থাকিবনে! ভগৱান শোৱে, উজাগৰেও থাকে আৰু খোৱা পিয়াও কৰে। তুলসী দাসে প্ৰত্যুষতে ভগৱানক জগায় আৰু তেওঁৰ প্ৰাৰ্থনা কৰে—

'জাগিয়ে ৰঘুনাথ কুঁৱৰ পঞ্চী বন বোলে।'

নিজৰ ভাই-ভনীক, স্ত্ৰী-পুৰুষক ৰামচন্দ্ৰৰ মূৰ্ত্তি বুলি ভাবি তেখেতে কয়—"মোৰ ৰামচন্দ্ৰ এতিয়া উঠা।" কিমান সুন্দৰ ভাবনা! নহলে কোনো এটা ছাত্ৰাবাসলৈ বোৱা। তাত ল'ৰাবিলাকক জগাবৰ সময়ত দাবি-ধমকি দি কয়—"হেৰ' উঠিছহ'কনে নাই উঠা? প্ৰাতঃকালৰ মংগলময় সময়ত এনেকুৱা কঠুৱা মাত ভাল লাগেনে? বিশ্বামিত্ৰৰ আশ্ৰমত ৰামচন্দ্ৰ শুই আছে। বিশ্বামিত্ৰই তেওঁক জগাই দিছে। বাল্মীকি-ৰামায়ণত তাৰ এনে ধৰণৰ বৰ্ণনা কৰা হৈছে—

'ৰামেতিং মধুৰাং বাণী বিশ্বামিত্ৰোইভ্যভাষত।
উত্তিষ্ঠ নৰশাৰ্দুল পূৰ্বা সন্ধ্যা প্ৰৱৰ্ততে॥'

বোপা ৰাম, এতিয়া উঠা। এনেধৰণৰ মধুৰ মাতৰে বিশ্বামিত্ৰই তেওঁক জগাইছিল। এই কাম কেনে মধুৰ আৰু ছাত্ৰাবাসত সেইদৰে জগোৱাটো কেনে কৰ্কশ! সেই শুই থকা ল'ৰাবিলাকে ভাবে যেন সাতামপুৰুষীয়া শত্ৰুৱে হে তেওঁলোকক জগাবলৈ আহিছে। প্ৰথমে লাহে লাহে মাতি জগাবা, পিচত অলপ টানকৈ মাতি জগাবা। কিন্তু জগাওঁতে মাতটো কৰ্কশ বা কঠোৰ হব নেলাগে। তথাপি যদি তেওঁ সাৰ নেপায় তেন্তে পুনৰ দহ মিনিটৰ পিচত যাবা। আশা ৰাখাঁ যে আজি নহয় কালিলৈ হ'লেও উঠিবই। তেওঁলোকক জগাবৰ কাৰণে সুৰদি সুৰৰ গান, পূৰাৰ-গীত, স্তোত্ৰ আদি গাবাঁ। জগোৱাটো এটা সাধাৰণ কাম অথচ তাক আমি কিমান কাব্যময়, সহৃদয় আৰু সুন্দৰ কৰি

তুলিব পাৰোঁ। ভগৱানক জগাব লাগে বুলি ধৰি লোৱাঁ। পৰমেশ্বৰৰ মূৰ্ত্তিক হে জেনিবা লাহে লাহে জগাইছা, এনে ভাবে জগাব লাগে। শুই থকা মানুহক কেনেকৈ জগাব লাগে ইয়ো এখন শাস্ত্ৰই।

নিজৰ সকলোবিলাক কাম আৰু ব্যৱহাৰত এনেধৰণৰ কল্পনাক স্থান দিব লাগে। শিক্ষা-শাস্ত্ৰত এই কল্পনাৰ আৱশ্যকতা বহুত বেছি। ল'ৰাবিলাক নো কোন? তেওঁলোক হৈছে প্ৰভুৰ মূৰ্ত্তি। গুৰুৰ এনেকুৱা মনোভাব হব লাগে যে মই এই দেৱতাসকলৰ সেৱাত ব্যস্ত আছোঁ। তেতিয়া তেওঁ ল'ৰাবিলাকক এইদৰে দাবি ধমকি নিদিব—"ঘৰলৈ গুচি যা, এঘণ্টা সময় থিয় হৈ থাক! হাত মেলি দে! কেনে মলিয়ন কাপোৰ! নাক, হাত কিমান অপৰিষ্কাৰ!" বৰং আলসুৱাকৈ ধৰি নাক পৰিষ্কাৰ কৰিব, মলিয়ন কাপোৰ ধুই দিব, আৰু ফটা কাপোৰ সি দিব। যদি শিক্ষকে এনেকুৱা কৰে তেন্তে ইয়াৰ পৰা কিমান ভাল ফল পোৱা যাব! মাৰ-ধৰ কৰি জানো কোনোবাই ক'ৰবাত ভাল ফল পাব পাৰিছে? ল'ৰাবিলাকেও এনেকুৱা দিব্য ভাবনাৰে নিজৰ গুৰুজনক দেখিব লাগে। গুৰুৱে শিষ্যকে হৰি-মূৰ্ত্তি আৰু শিষ্যই গুৰুক হৰি-মূৰ্ত্তি বুলি ভাবিব। পৰস্পৰে পৰস্পৰৰ লগত যদি এনে ব্যৱহাৰ কৰে তেন্তে বিদ্যা কিমান প্ৰভাৱশালী হৈ পৰিব! ল'ৰাও ভগৱান, গুৰুও ভগৱান! যদি ছাত্ৰৰ অন্তৰত এই ভাবৰ উদয় হয় যে এওঁ সাধাৰণ গুৰু নহয়, ভগৱান শঙ্কৰৰ প্ৰতিমূৰ্ত্তি, আমি তেওঁৰ পৰা বোধামৃত পান কৰিছোহ'ক, তেওঁৰ সেৱা কৰি জ্ঞান লাভ কৰিছোঁ; তেন্তে ভাবকচোন বাৰু তেনেকুৱা গুৰুৰ লগত কেনে ব্যৱহাৰ কৰিব লাগে।

### (৪৭) পাপলৈ ভয় নাই

সকলো ঠাইতে প্ৰভু বিৰাজমান হৈ আছে, এনেকুৱা ভাবনাৰ সাঁচ যদি অন্তৰত দকৈ বহি যায় তেন্তে এজনে আনজনৰ গলত কেনেকুৱা ব্যৱহাৰ কৰিব লাগিব, এই নীতি-শাস্ত্ৰ সম্বন্ধীয় জ্ঞান আমাৰ অন্তৰত আপোনা-আপুনি পৰিস্ফুট হৈ উঠিব। শাস্ত্ৰ অধ্যয়ন কৰিবৰ আৱশ্যকতাই নোহাৱা হব। তেতিয়া সকলো দোষ দূৰ হৈ যাব, পাপ পলায়ন কৰিব আৰু সৰুসুৱা পাপৰ অন্ধকাৰ লোপ পাব। তুকাৰামে কৈছে—

হো লো স্বতন্ত্ৰ উন্দাম, লে লো হৰদম ৱিটঠল হৰিনাম।
নহীঁ হোগা কোই পাপ, নাম লেতে আতা পাস॥

বাৰু ব'লা! তোমাক পাপ কৰিবলৈ এৰি দিয়া হৈছে! চণ্ডচোন বাৰু তুমিয়েই পাপ কৰি ভাগৰা নে, নাই হৰি নামেই পাপ নিৰ্ম্মূল কৰি ভাগৰে, এনেকুৱা কিবা শক্তিশালী আৰু অভিমানী পাপ আছেনে যি হৰিনামৰ আগত টিকিব পাৰে? যিমান পাৰা সিমান পাপ কৰি লোৱা। তোমাৰ দ্বাৰাই যিমান দূৰ সম্ভৱ হব পাৰে সিমানেই পাপ কৰা। তাৰ বাবে তোমাক অনুমতি দিয়া হৈছে। তোমাৰ পাপৰ লগত হৰি-নামৰ মাল-যুদ্ধ বা কুস্তি লাগিবলৈ দিয়া। এই হৰি নামত অকল এই জনমৰেই নহয়, অনন্ত জনমৰ পাপো চকুৰ নিমিষতে ভস্ম কৰিব দিব পৰা শক্তি আছে। পৰ্ব্বতৰ গুহাত অনন্ত যুগৰে পৰা ভৰ-পূৰ হৈ থকা অন্ধকাৰো এটা জুই শলাৰ কাঠি জ্বলালেই নাইকিয়া হৈ পৰে। সেই অন্ধকাৰ গুচি পোহৰ হৈ পৰে। পাপ যিমান পুৰণা হব, সিমান সোনকালে নষ্ট হৈ যায়। কিয়নো সিহঁত মৰিবলৈ আগবাঢ়ি আছে। শুকান কাঠ পুৰি ছাই হওঁতে বেছি সময় নেলাগে।

ৰাম-নামৰ ওচৰত পাপ থাকিবৰে সাধ্য নাই। ল'ৰা বিলাকে কয় নহয়, যে ৰাম বুলিলেই ভূত পলাই যায়? সৰু কালত আমি ৰাঁতি শ্মশানলৈ গৈছিলোঁ। শ্মশানলৈ গৈ এটা খুটি পুতি থৈ অহাৰ বাজি মৰা হৈছিল। ৰাতি সাপো থাকে, কাঁইটো থাকে, ইফালে দোৰ্ঘোৰ অন্ধকাৰো। তথাপি একোকে গম পোৱা নেযায়। ভূত কোনো দিনাই দেখা নেপালোঁ। ভূত হৈছে কল্পনাৰ বস্তু, তাক নো আকৌ কিয় দেখিব লাগে? এটা দহ বছৰীয়া ল'ৰাইনো ৰাতি অকলে অকলে শ্মশানলৈ গৈ অহাৰ শক্তি ক'ৰ পৰা পালে? ৰাম-নামৰ পৰাইতো পাইছে। সেই শক্তি সত্য ৰূপী পৰমাত্মাৰ আছিল। যদি কেনেবাকৈ এই ভাবটো মনলৈ আহিল যে পৰমাত্মা মোৰ ওচৰতে আছে, তেন্তে গোটেই পৃথিৱী ওলট-পালট হৈ পৰিলেও হৰিৰ দাস ভয়ভীত নহয়। তেওঁক নো কোন ৰাক্ষসে খাব পাৰে? ৰাক্ষসে যদি তেওঁৰ ভেলটো খাই জীণো নিয়াই তথাপি সি সত্যক জীণ নিয়াব নোৱাৰিব। সত্যক জীণ নিয়াব পৰা শক্তি পৃথিৱীৰ ক'তো নাই। হৰি-নামৰ আগত পাপ অকণো তিষ্ঠি থাকিব নোৱাৰে। এই কাৰণে ঈশ্বৰত মন-প্ৰাণ সঁপি দিয়া। তেওঁৰ আশীৰ্ব্বাদ লোৱা। সকলো কৰ্ম্ম তেওঁক অৰ্পণ কৰি দিয়া। তেওঁৰেই দাস হৈ পৰা। নিজৰ সকলো কৰ্ম্মৰ নৈবেদ্য প্ৰভুক সমৰ্পণ কৰিব লাগে;

এই মনোভাব যদি উত্তোৰত্তৰ বঢ়াই গৈ থাকা তেন্তে ক্ষুদ্ৰ জীৱনো দিব্য হৈ পাৰিব আৰু মলিন জীৱন সুন্দৰ হব।

### (৪৮) অলপেই মধুৰ

"পত্ৰং পুষ্পং ফলং তোয়ম্" যিয়েই নহওক। তাৰ লগত যদি ভক্তিভাৱ থাকে তেন্তে সিয়েই যথেষ্ট। কিমান দিলোঁ, কিমান সমৰ্পণ কৰিলো, ইয়াত বিশেষ মহত্ত্ব নাই; মহত্ত্ব আছে কি ভাবনাৰে দিলো, এইটোতহে। এবাৰ এজন প্ৰফেচাৰৰ লগত মোৰ আলোচনা চলি আছিল। আলোচনা আছিল শিক্ষা-শাস্ত্ৰ সম্বন্ধীয়। আমাৰ দুয়োৰে মতৰ অমিল হৈছিল। অন্তত প্ৰফেচাৰে কলে, "হেৰি, মই ওঠৰ বছৰ ধৰি কাম কৰি আহিছো।" প্ৰফেচৰ জনে মোক তৰ্কত ঘটুৱাবলৈকে চেষ্টা কৰিছিল; কিন্তু তেঁও যেতিয়া মোক কলে যে মই ইমান বছৰ শিক্ষাৰেই কাম কৰি আহিছো; তেতিয়া মই তেওঁক ধেমালিৰ চুতে কলো, "ওঠৰ বছৰ ধৰি যদি কোনো বলধ যন্ত্ৰৰ লগত ঘূৰি থাকে তেন্তে জানো সি যন্ত্ৰ-শাস্ত্ৰজ্ঞ হৈ পাৰিব"? যন্ত্ৰ-শাস্ত্ৰজ্ঞও হৈছে বেলেগ আৰু চকু মুদি টাকুৰী ঘূৰা দি ঘূৰি থকা বলধো হৈছে বেলেগ। সেইদৰেই শিক্ষা-শাস্ত্ৰজ্ঞ আৰু শিক্ষাৰ বোজা বহন কৰোঁতাও পৃথক বস্তু। যি শাস্ত্ৰজ্ঞ তেওঁ ছমাহৰ ভিতৰতে যি জ্ঞান আহৰণ কৰিব তাক ভাৰ কঢ়িৱা মজুৰে ওঠৰ বছৰ ধৰি শিকিলেও শিকিব নোৱাৰে। প্ৰফেচাৰে ডাঢ়ি দেখুৱাই মোক ইয়াকে কব খুজিছিল যে মই ইমান বছৰ কাম কৰিলোঁ, কিন্তু ডাঢ়িৰ দ্বাৰাই সত্য সিদ্ধ হব নোৱাৰে। পৰমেশ্বৰৰ আগত যিমানেই দ'ম খুৱাই নিদিয়ক তাৰ কোনো মহত্ত্ব নাই। এই কাৰণে সংখ্যা, জোখ, আকাৰ আৰু মূল্যৰ মহত্ত্ব নাই; মহত্ত্ব আছে কেৱল ভাবনাৰ হে। কিমান কি অৰ্পণ কৰিলোঁ ইয়াৰ কোনো অৰ্থ নাই বৰং কেনেকৈ কৰিলো ইয়াতহে যথেষ্ট মহত্ত্ব আছে। গীতাত মুঠ ৭০০ টা শ্লোক হে আছে। কিন্তু দহ দহ হেজাৰলৈকে শ্লোক থকা গ্ৰন্থৰো অভাৱ নাই। বস্তুৰ আকাৰ হলে তাৰ ব্যৱহাৰো যে ডাঙৰ বা বেছি হব এনে নহয়। চাব লগীয়া কথা এইটোহে যে বস্তুটোত সাৰতত্ত্ব কিমান আছে আৰু তাৰ শক্তি কিমান? জীৱনত ক্ৰিয়া কিমান আছিল, ইয়াত কোনো মহত্ত্ব নাই। ঈশ্বৰাৰ্পণ বুদ্ধিৰে যদি এটাও কৰ্ম্ম কৰা হয়, তেন্তে সিয়েই আমাক পূৰা লাভ বা যথেষ্ট অভিজ্ঞতা কৰাই দিব।

কেতিয়াবা কেতিয়াবা কোনোবা এটা মাত্র পবিত্র ক্ষণতেই এনেকুৱা অভিজ্ঞতা হয় যি হয়তো ১২।১৫ বছৰ ব্যাপী কৰা চেষ্টাৰ ফলতো হব নোৱাৰে।

তাৎপৰ্য্য হৈছে এই যে, জীৱনৰ গোটেই কৰ্ম্ম আৰু ক্ৰিয়া সমূহক যদি পৰমেশ্বৰত অৰ্পণ কৰি দিয়া হয়, তেন্তে ইয়াৰ দ্বাৰাই জীৱনলৈ শক্তি আহিব। মোক্ষ লাভ কৰিব। কাম কৰিও তাৰ ফল ত্যাগ নকৰি ঈশ্বৰক সমৰ্পণ কৰাই হৈছে ৰাজ-যোগ। ই কৰ্ম্ম যোগতকৈও এখোজ আগবঢ়া। কৰ্ম্ম-যোগে কয় যে "কৰ্ম্ম কৰা, ফল ত্যাগ কৰা। ফললৈ কামনা নকৰিবা।" কৰ্ম্ম-যোগ ইমানতে সমাপ্ত হৈছে। ৰাজ-যোগে কৈছে, "কৰ্ম্মৰ ফল ত্যাগ নকৰিবা, বৰং সকলো কৰ্ম্ম ঈশ্বৰক অৰ্পণ কৰি দিয়া। সেইবিলাক হৈছে ফুল, তোমাক আগবঢ়াই নিয়া উপকৰণ, সেই গোটেইবিলাক মূৰ্ত্তিৰ ওপৰত ঢালি দিয়া।" এফালৰ পৰা কৰ্ম্ম আৰু আন ফালৰ পৰা ভক্তি, উভয়কে মিলাই জীৱন সুন্দৰ কৰি তোলা। ফল কেতিয়াও ত্যাগ নকৰিবা। ফল দলিয়াই পেলাব লগীয়া বস্তু নহয় বৰং ভগৱানক অৰ্পণ কৰিব লগীয়া বস্তুহে। কৰ্ম্ম-যোগত পেলাই দিয়া ফল, ৰাজ-যোগত যুক্ত কৰি দিয়া হয়। বোৱা আৰু দলিয়াই পেলোৱাত পাৰ্থক্য আছে। বোৱা বস্তু কম হলেও অনন্ত গুণ ফল পোৱা যায়। দলিয়াই পেলোৱা বস্তু এনেয়ে নষ্ট হয়। যিটো কৰ্ম্ম ঈশ্বৰক অৰ্পণ কৰি দিয়া হৈছে তাক বোৱা বুলিয়েই ধৰি লব লাগে। তাৰ দ্বাৰাই জীৱনত অনন্ত আনন্দ ভৰি পৰিব আৰু অপাৰ পবিত্ৰতা আহি যাব।

দেওবাৰ, ১৭-৪-'৩২

## দশম অধ্যায়

### (৪১) গীতাৰ পূৰ্ব্বাৰ্দ্ধৰ ওপৰত দৃষ্টি

বন্ধু সকল, গীতাৰ পূৰ্ব্বাৰ্দ্ধ শেষ হৈছে। উত্তৰাৰ্দ্ধত প্ৰবেশ কৰাৰ আগতে যিটো ভাগ আমি শেষ কৰি আহিছো, তাৰ সাৰাংশ চমুকৈ কোৱাটো ভাল হব। প্ৰথম অধ্যায়ত কোৱা হৈছে যে গীতা মোহ নাশ কৰিবৰ কাৰণে আৰু স্বধৰ্ম্মত প্ৰবৃত্ত কৰাবৰ কাৰণে। দ্বিতীয় অধ্যায়ত জীৱনৰ সিদ্ধান্ত, কৰ্ম্ম-যোগ আৰু স্থিতপ্ৰজ্ঞৰ দৰ্শন আমাৰ হ'ল। তৃতীয়, চতুৰ্থ আৰু পঞ্চম অধ্যায়ত কৰ্ম্ম, বিকৰ্ম্ম আৰু অকৰ্ম্মৰ স্পষ্টিকৰণ হৈছে। কৰ্ম্মৰ অৰ্থ হৈছে—স্বধৰ্ম্মাচৰণ কৰা। বিকৰ্ম্ম মানে—স্বধৰ্ম্মাচৰণৰ কৰ্ম্ম বাহিৰৰ পৰা কৰোঁতাৰ সহায়ৰ কাৰণে কৰা মানসিক কৰ্ম্ম। কৰ্ম্ম আৰু বিকৰ্ম্ম দুয়োটা একে ৰূপ হৈ যেতিয়া চিত্তৰ পূৰ্ণ শুদ্ধি হৈ পাৰিব, সকলো প্ৰকাৰৰ মলি ধৌত হৈ যাব, কামনা ক্ষীণ হৈ পৰিব, বিকাৰ শান্ত হব, ভেদ-ভাব লোপ পাব তেতিয়াই অকৰ্ম্মৰ অৱস্থা প্ৰাপ্ত হয়। এই অকৰ্ম্মৰ অৱস্থাক পুনৰ দুই ভাগত বিভক্ত কৰা হৈছে। ইয়াৰে এভাগ হৈছে দিনে-ৰাতিয়ে কৰ্ম্ম কৰি থকা সত্বেও লেশ মাত্ৰ কৰ্ম্ম নকৰা যেন অনুভৱ হোৱা। ইয়াৰ বিপৰীতে দ্বিতীয় ভাগ হৈছে একো নকৰাকৈয়ে সততে কৰ্ম্ম কৰি থকা। এই দৰেই অকৰ্ম্মৰ অৱস্থা দুই প্ৰকাৰত পৰিণত হয়। এই দুয়োটা ভাগকে যদিও বেলেগ বেলেগ যেন দেখা যায় তথাপি ই পূৰ্ণৰূপত একেটাই। সিহ'তৰ যদিও কৰ্ম্ম-যোগ আৰু সন্ন্যাস, এই দুটা নাম দিয়া হৈছে, তথাপি দুয়োটাৰে ভিতৰৰ সাৰ বস্তু একেই আছে। অকৰ্ম্ম অৱস্থা হৈছে অন্তিম লক্ষ্য, চৰম সীমা। এই অৱস্থাকে 'মোক্ষ' নাম দিয়া হৈছে। এতেকে গীতাৰ প্ৰথম পাঁচ অধ্যায়তে জীৱনৰ গোটেই শাস্ত্ৰাৰ্থ সমাপ্ত হৈ গৈছে।

তাৰ পিচত ষষ্ঠ অধ্যায়ৰ পৰা অকৰ্ম্ম ৰূপী লক্ষ্য পাবলৈ বিকৰ্ম্মৰ যি বিবিধ পথ আছে, মনৰ ভিতৰখন শুদ্ধ কৰিবৰ কাৰণে যি বিলাক উপকৰণ আছে, তাৰ ভিতৰৰে কেইটামান মুখ্য উপকৰণৰ কথা কবলৈ আৰম্ভ কৰা হৈছে। ষষ্ঠ অধ্যায়ত মনৰ একাগ্ৰতাৰ কাৰণে ধ্যান-যোগৰ আৱশ্যকতাৰ বিষয়ে কৈ তাক অভ্যাস আৰু বৈৰাগ্যৰ সহায় দিয়া হৈছে।

সপ্তম অধ্যায়ত বিশাল ভক্তিৰূপী উচ্চ উপকৰণৰ কথা কোৱা হৈছে। তুমি ঈশ্বৰৰ ওচৰলৈ ভক্তি ভাবেৰেই যোৱা বা অনুসন্ধিৎসু বুদ্ধিৰেই যোৱা, বিশ্ব-কল্যাণৰ প্ৰতি অনুৰাগ থকা কাৰণেই যোৱা বা ব্যক্তিগত কামনা লৈয়ে যোৱা— যি কোনো কাৰণ লৈয়ে নোযোৱা লাগিলে, তথাপি এবাৰ তেওঁৰ দৰবাৰলৈ নিশ্চয় যাবা। এই অধ্যায়ৰ নাম মই 'প্ৰপত্তি-যোগ' অৰ্থাৎ ঈশ্বৰত শৰণ লবলৈ যাবৰ কাৰণে প্ৰেৰণা যোগোৱা যোগৰ নাম দিছো। সপ্তমত প্ৰপত্তি-যোগৰ কথা কৈ অষ্টমত সাতত্য-যোগ'ৰ বিষয়ে কোৱা হৈছে। মই ইয়াত উল্লেখ কৰা নাম কেইটা তোমালোকে কিতাপত নোপোৱা। নিজৰ কাৰণে যি কেইটা নাম উপযোগী বুলি ভাবিছোঁ, তাকে মই দিছোঁ। সাতত্য-যোগৰ অৰ্থ হৈছে—নিজৰ সাধনা, অন্তকাললৈকে চলাই ৰখা। যি পথেদি এবাৰ যাবলৈ আৰম্ভ কৰা হৈছে সেই পথেদি ক্ৰমান্বয়ে আগবাঢ়ি গৈয়েই থাকিব লাগে। এখোজ আগলৈ আৰু এখোজ পিচলৈ কৰি গৈ থাকিলে লক্ষ্যস্থানত উপনীত হব পৰা যাব বুলি কেতিয়াও আশা কৰিব নোৱাৰি। আমিনি পাই নিৰাশ হৈ কেতিয়াও এই বুলি ভাবিব নেলাগে যে আৰু নো কিমান সাধনা কৰি থাকিম। যেতিয়ালৈকে ফল লাভ কৰিব পৰা নেযায় তেতিয়ালৈকে সাধনা চলায়েই থাকিব লাগে।

এই সাতত্য-যোগৰ পৰিচয় দি নৱম অধ্যায়ত অতি সাধাৰণ অথচ জীৱনৰ গোটেই ৰংটোকেই সলনি কৰি দিব পৰা এটা কথা ভগৱানে কৈছিল আৰু সেইটোৱেই হৈছে ৰাজ-যোগ। নৱম অধ্যায়ও কৈছে যে প্ৰতি মুহূৰ্ত্তে যি কাম হৈ থাকে সেই সকলোবিলাককে কৃষ্ণাৰ্পণ কৰি দিয়া। এই এটা মাত্ৰ কথাতেই গোটেই শাস্ত্ৰোপকৰণ, সকলো কৰ্ম্ম-বিকৰ্ম্ম ডুবগৈ আছে। সকলবোৰ কৰ্ম্ম-সাধনা, এই সমৰ্পণ যোগত বিলীন হৈ পৰিছে। সমৰ্পণ-যোগকেই ৰাজ-যোগ বোলে। ইয়াত সকলো উপকৰণ সমাপ্ত হৈ গৈছে। এই ব্যাপক আৰু শক্তিশালী ঈশ্বৰাৰ্পণৰূপী উপকৰণ দেখাত বৰ সৰল আৰু সাধাৰণ যেন লাগে, কিন্তু কাৰ্য্যত হ'লে ই যথেষ্ট কঠিন। এই সাধনা এই কাৰণেই সৰল যে ইয়াক নিজৰ ঘৰতে বহিমুৰ্খৰ পৰা আৰম্ভ কৰি পণ্ডিতলৈকে সকলোৱেই বিশেষ পৰিশ্ৰম নকৰাকৈ সাধনা কৰিব পাৰে। যদিও ই ইমান সৰল তথাপি ইয়াক সাধনা কৰিবৰ নিমিত্তে যথেষ্ট পুণ্যৰ আৱশ্যক।

"অনেক সুকৃতোঁকা যোগ, ইসীসে ৰিট্ঠলমে' প্ৰেম অনন্ত জন্মৰপৰা পুণ্য সঞ্চিত হলেহে ঈশ্বৰৰ প্ৰতি ৰুচি উৎপন্ন হয়। অলপ কিবা হলেই চকু-পানী সো-সোকৈ ওলাবলৈ ধৰে। কিন্তু ভগৱানৰ নাম ললে এটোপালো চকু-পানী নোলায়—ইয়াৰ উপায় কি? সাধু সন্তসকলৰ কথামতে এই সাধনা এফালেদি বৰ সৰল। কিন্তু আনফালেদি সি বৰ কঠিনো। আৰু বৰ্ত্তমান সময়ত যে সি আৰু কঠিন হৈ পৰিছে।

আজি জড়-বাদৰ আৱৰণে আমাৰ চকু ঢাক খুৱাই ধৰি আছে। ঈশ্বৰ জানো ক'ৰবাত আছে—আজি আৰম্ভ ইয়াৰ পৰাহে হৈছে। তেওঁ ক'ৰবাত আছে বুলি কোনেও বিশ্বাসকে কৰিব নোখোজে। গোটেই জীৱন বিকাৰময়, বিষয় লোলুপ আৰু বৈষম্যৰে পৰিপূৰ্ণ হৈ উঠিছে। এই সময়ত যি সৰ্ব্বোচ্চ তত্ত্ব-জ্ঞানী, তেওঁবো চিন্তা-ধাৰা সকলোৰে এমুঠি পেটভৰাই খাবলৈ কেনেকৈ পাব এই কথাটোতকৈ আগবাঢ়ি যাব নোৱাৰে। এইবাবে তেওঁৰ গাত দোষ নাই; কিয়নো আজিৰ অৱস্থা এনেকুৱা যে বহুতেই খাবলৈকে নেপায়। আজি আটাইতকৈ ডাঙৰ সমস্যা হৈছে ভাত মুঠিৰ। এই সমস্যা সমাধান কৰোঁতেই আজি গোটেই বুদ্ধিয়ে হাবাশাস্তি খাইছে। সায়নাচাৰ্য্যই ৰুদ্ৰৰ ব্যাখ্যা এইদৰে কৰিছে—

বুভুক্ষমাণঃ ৰুদ্ৰৰূপেণ অৱতিষ্ঠতে।

ভোকাতুৰ সকলেই ৰুদ্ৰৰ অৱতাৰ। তেওঁলোকৰ ক্ষুধা-শান্তিৰ কাৰণেই অনেক তত্ত্ব-জ্ঞান, অনেক বাদ আৰু অনেক ৰাজ-কাৰণৰ উদ্ভৱ হৈছে। এই সমস্যাবিলাকৰ পৰা মূৰ দাঙিবলৈ আজি আজৰিয়েই নাই পৰস্পৰে দন্দ খৰিয়াল নকৰি সুখ-শান্তি আৰু প্ৰসন্ন-চিত্তেৰে এমুঠি কেনেকৈ খাব পাৰো এই চিন্তাতেই আজি আমাৰ সকলো বুদ্ধি, শক্তি আৰু চেষ্টা খৰচ কৰা হৈছে। এনেকুৱা বিচিত্ৰ সমাজ-ৰচনা যি যুগত হব লাগিছে, তাত ঈশ্বৰা-ৰ্পণতাৰ নিচিনা সহজ আৰু সৰল কথাও সুকঠিন হৈ পৰাত আচৰিত কিহৰ! কিন্তু ইয়াৰ উপায় কি? ঈশ্বৰাৰ্পণ-যোগ কেনেকৈ সৰল আৰু সহজ কৰি কামত খটুৱাব পৰা যাব এইটোকেই আমি আজি দশম অধ্যায়ত দেখিবলৈ পাম।

### (৫০) পৰমেশ্বৰৰ দৰ্শনৰ সহজ-ৰীতি

সৰু সৰু ল'ৰা-ছোৱালীবিলাকক পঢ়াবৰ কাৰণে আমি যি উপায় অৱ-

লম্বন কৰোঁ, পৰমাত্মাক সৰ্ব্বত্ৰ দৰ্শন কৰিবৰ কাৰণেও ঠিক তেনে উপায়কে অৱলম্বন কৰিব লাগে বুলি এই অধ্যায়ত কোৱা হৈছে। ল'ৰা-ছোৱালীক বৰ্ণমালা দুটা পদ্ধতিৰে শিকোৱা হয়। এটা পদ্ধতি মতে প্ৰথমে ডাঙৰ ডাঙৰকৈ আখৰ লিখি পৰিচয় কৰাই দিয়ে, তাৰ পিচত সেই আখৰবোৰকে আকৌ সৰুকৈ লিখি বুজুৱা হয়। সেই একেটাই 'ক' আৰু একেটাই 'গ' কিন্তু প্ৰথমে জেনিবা ইহ'ত ডাঙৰ আছিল, এতিয়া সৰু হ'ল। এইটো হৈছে এটা পদ্ধতি। দ্বিতীয় পদ্ধতিৰ মতে প্ৰথমে সহজ-সৰল আখৰ আৰু পিচত জটিল, সংযুক্তাক্ষৰ শিকোৱা হয়। ঠিক এইদৰেই পৰমেশ্বৰকো দেখিবলৈ শিকিব লাগে। প্ৰথমে স্থূলে স্পষ্ট পৰমেশ্বৰক চোৱা। সমুদ্ৰ, পৰ্ব্বত আদি মহান বিভূতিৰ দ্বাৰাই প্ৰকাশিত পৰমেশ্বৰক তৎক্ষণাৎ দেখা পাবা। এই স্থূল পৰমাত্মাক চিনিব পাৰিলে, পিচত গৈ পানী তথা ধূলিৰ একো একোটা কণিকাতো যে সেই পৰমাত্মাই বিৰাজ কৰি আছে, তাক উপলব্ধি কৰিব পাৰিবা। ডাঙৰ 'ক' আৰু সৰু 'ক'ত একো পাৰ্থক্য নাই। যি স্থূলত আছে সি সূক্ষ্মতো আছে। ইয়ো হৈছে এটা পদ্ধতি। দ্বিতীয় পদ্ধতিৰ মতেও প্ৰথমে সহজ সৰল পৰমাত্মাক চাব লাগে তাৰ পিচত তাৰ জটিল ৰূপ দৰ্শন কৰিব লাগে। যি ব্যক্তিত শুদ্ধ পৰমেশ্বৰীয় গুণৰ আবিৰ্ভাৱ সহজতে হয় তেওঁক অতি সোনকালে গ্ৰহণ কৰিব পাৰি, যেনেকৈ ৰামত প্ৰকাশ পোৱা পৰমেশ্বৰীয় গুণৰ আবিৰ্ভাৱ অতি সোনকালে মনত অংকিত হৈ যায়। ৰাম হৈছে সৰল আখৰ। এওঁ বিনা জঞ্জলীয়া পৰমেশ্বৰ। কিন্তু ৰাৱণ! তেওঁ সংযুক্তাক্ষৰ। তেওঁৰ গাত কিছু নহয় কিছু মিশ্ৰণ আছেই। ৰাৱণৰ তপস্যা, কৰ্ম্ম-শক্তি বৰ মহান্। কিন্তু তাত ক্ৰূৰতা মিহলি হৈ আছে। প্ৰথমে ৰামৰূপী সৰল আখৰ কেইটাকে শিকি লোৱা। যাৰ গাত দয়া, বাৎসল্য আৰু প্ৰেম ভাব পৰিপূৰ্ণ হৈ আছে তেৱেঁই সৰল পৰমেশ্বৰ, ৰাম। এওঁ অতি সোনকালে ধৰা দিয়ে। ৰাৱণৰ গাত থকা পৰমেশ্বৰক বুজিবলৈ অলপ সময় লাগিব। প্ৰথমে সৰল, তাৰ পাচত সংযুক্তাক্ষৰ। প্ৰথমে সজ্জনৰ গাত থকা পৰমাত্মাক দৰ্শন কৰি, শেষত দুৰ্জ্জনৰ গাত থকা পৰমেশ্বৰক দৰ্শন কৰিবলৈ যত্ন কৰিব লাগে। সমুদ্ৰত অৱস্থিত বিশাল পৰমেশ্বৰেই পানীৰ সেই টোপালবোৰতো থাকে। ৰামচন্দ্ৰৰ অন্তৰত থকা পৰমেশ্বৰেই ৰাৱণৰ অন্তৰতো থাকে। যি স্থূলত

আছে সি সূক্ষ্মতো আছে। যি সৰলত আছে, সিয়েই জটিলতাতো আছে। এই দুয়োটা পদ্ধতিৰে আমি এই সংসাৰ ৰূপী গ্ৰন্থখন পঢ়িবলৈ শিকিব লাগিব।

এই অপাৰ সৃষ্টিখনেই জেনিবা ভগৱানৰ এখন গ্ৰন্থ। চকুত ডাঠ আৱৰণ থাকিলে আমি এই গ্ৰন্থ খনি জাপ খাই থকা যেন দেখো। এই সৃষ্টিৰূপী গ্ৰন্থখনিত পৰমেশ্বৰে সুন্দৰ আখৰেৰে সকলোতে লিখা আছে। কিন্তু তাক আমি নেদেখো। ঈশ্বৰ দৰ্শন হোৱাত এটা বৰ ডাঙৰ বিঘিনিও আছে। সি হৈছে এয়েই যে সাধাৰণ, সৰল, নিকটবৰ্ত্তী ঈশ্বৰৰ স্বৰূপক মানুহে বুজিব নোৱাৰে আৰু দূৰৰ উজ্জ্বল ৰূপকো আয়ত্ত কৰিব নোৱাৰে। যদি তেওঁক কোৱা যায় যে তোমাৰ নিজৰ মাতৃৰ গাত ঈশ্বৰক দৰ্শন কৰা, তেতিয়া তেওঁ কব যে ঈশ্বৰনো ইমান সহজ সৰল নে? কিন্তু যদি উজ্জ্বল পৰমাত্মা প্ৰকাশ হয়, তেন্তে তেওঁৰ জানো তাপ সহ্য কৰিব পাৰিবা। কুন্তীয়ে মনতে ভাবিলে, "সেই দূৰবৰ্ত্তী সূৰ্য্য নিজে আহি মোক লগ ধৰক হি", কিন্তু সূৰ্য্য তেওঁৰ ওচৰলৈ অহাৰ লগে লগেই তেওঁ দেই-পুৰি যাবলৈ ধৰিলে। সূৰ্য্যৰ তাপ তেওঁ সহ্য কৰিব নোৱাৰিলে। ঈশ্বৰে যদি নিজৰ সমস্ত শক্তি লৈ আহি আমাৰ ওচৰত থিয় হয়হি তেন্তে আমি তাত থাকিব নোৱাৰিম। কিন্তু তেওঁ যদি মাতৃৰ সৌম্য ৰূপ ধাৰণ কৰি আহি থিয় হয়হি তেন্তে তাক আৰু কোনে পোছে? সুদা গাখীৰো ভাল নেলাগে আৰু পেড়া-বৰ্ফীও জীণ নিয়াব নোৱাৰো। এইবোৰ লক্ষণ হৈছে দুৰ্ভগীয়া মৰণৰ। এনে ধৰণৰ ৰুগ্ন মনোদশা পৰমেশ্বৰ দৰ্শনত বৰ ডাঙৰ অন্তৰায়। মনৰ এই অৱস্থাটো দূৰ কৰা অত্যন্ত আৱশ্যক। প্ৰথমে আমি আমাৰ নিজৰ ওচৰৰ স্থূল আৰু সৰল পৰমাত্মাক অধ্যয়ন কৰিব লাগে, তাৰ পিচতহে সূক্ষ্ম আৰু জটিল পৰমাত্মাক অধ্যয়ন কৰিবলৈ আৰম্ভ কৰিব লাগে।

### (৫১) মানৱাঙ্কিত পৰমেশ্বৰ

আমাৰ অতি নিকটবৰ্ত্তী আৰু পৰমেশ্বৰৰ সৰ্ব্ব প্ৰথম মূৰ্ত্তি হৈছে আমাৰ আই। শ্ৰুতিয়ে কৈছে—"মাতৃ দেৱো ভৱ।" জন্ম হোৱা মাত্ৰকে শিশুৱে মাকৰ বাহিৰেনো আৰু কাক দেখে? বাৎসল্যৰ ৰূপত সেই পৰমেশ্বৰৰ মূৰ্ত্তিয়েই তাত থিয় হৈ থাকে। সেই মাতাৰেই ব্যাপ্তিক আমি

বঢ়াই লওঁ আৰু "বন্দেমাতৰম্" বুলি কৈ ৰাষ্ট্ৰমাতাৰ আৰু পিচত অখিল ভূমাতা পৃথিৱীৰ পূজা কৰোঁ। কিন্তু আৰম্ভতে পৰমেশ্বৰৰ সৰ্ব্বোচ্চ প্ৰথম প্ৰতিমা-থন মাতাৰ ৰূপত সন্তানৰ আগলৈ আহে। মাতৃ পূজাৰ দ্বাৰাই মোক্ষ লাভ কৰাটো একো অসম্ভৱ নহয়। মাতৃ পূজানো কি? বাৎসল্যৰ ৰূপত দণ্ডায়মান সেই পৰমেশ্বৰেই পূজা নহয় জানো। আই হৈছে নিমিত্ত মাত্ৰ। নিজৰ বাৎসল্য তাতে ঢালি দি পৰমেশ্বৰে আইক নচুৱায়। অন্তৰত যে ইমান মায়া-মমতা কেনেকৈ হ'ল বেচাৰীয়ে কবই নোৱাৰে বুঢ়া হলে কামত আহিব বুলি ভাবি হে জানো তেওঁ এনেকৈ সন্তানক লালন-পালন কৰে? নহয়, নহয়, তেওঁ সেই' সন্তানটোক জন্ম দিছে। তেওঁ প্ৰসৱ-বেদনাত ভুগিছে। সেই বেদনাই তেওঁক সেই সন্তানটোৰ কাৰণে পাগল কৰি পেলাইছে। সেই বেদনাই তেওঁক স্নেহময়ী কৰি তোলে। তেওঁ মৰম নকৰাকৈ থাকিবই নোৱাৰে। তেওঁ মৰম কৰিবলৈ বাধ্য। সেই আই জেনিবা অসীম সেৱাৰ প্ৰতিমূৰ্ত্তিহে পৰমেশ্বৰৰ যদি কিবা উৎকৃষ্ট পূজা আছে তেন্তে সিয়েই হৈছে মাতৃ-পূজা। ঈশ্বৰক আই বুলিয়েই মাতিবা। আইতকৈ বেছি আৰু ভাল শব্দ কি আছে? আই হৈছে প্ৰথম স্থূল আথৰ। তেওঁত ঈশ্বৰ দৰ্শন কৰিবলৈ শিকা। তাৰ পিচত পিতা, গুৰু আদিতো দৰ্শন কৰিবা। গুৰুৱে শিক্ষা দিয়ে। তেওঁ আমাক পশুৰপৰা মানুহ কৰে। তেওঁ আমাৰ যে কিমান উপকাৰ কৰিছে। প্ৰথমে মাতা, তাৰ পিচত পিতা, তাৰ পিচত গুৰু, তাৰ পিচত দয়ালু সাধু-সন্তসকল। অত্যন্ত স্থূলৰূপত দণ্ডায়মান হৈ থকা এই পৰমেশ্বৰৰ ৰূপ প্ৰথমে দৰ্শন কৰা। যদি পৰমেশ্বৰক ইয়াত দেখা নোপোৱা তেন্তে আৰু নো ক'ত দেখা পাবা?

মাতা, পিতা, গুৰু, সাধু-সন্ত— আদিত পৰমাত্মাক দৰ্শন কৰা। এই-দৰেই আমি সৰু সৰু ল'ৰা-ছোৱালীৰ গাতো পৰমাত্মাক দৰ্শন কৰিব পাৰোঁ তেন্তে কেনে মজা লাগিব? ধ্ৰুব, প্ৰহ্লাদ, নচিকেতা, সনক, সনন্দন, সনত-কুমাৰ—এওঁলোকো তেওঁ সৰু লৰাইহে আছিল। কিন্তু পুৰাণকাৰ আৰু ব্যাস আদিৰ, তেওঁলোকক এতিয়া ক'ত থ'ব ক'ত নথ'ব লাগিল। শুকদেৱ, শঙ্কৰাচাৰ্য্য ল'ৰা কালৰে পৰাই বিৰক্ত আছিল। জ্ঞানদেৱো সেই একেই আছিল। সকলোৱেই বালক আছিল! কিন্তু তেওঁলোকৰ গাত পৰ-মেশ্বৰ যিমান শুদ্ধ ৰূপে প্ৰকাশ পাইছিল, সিমান আন কোনোতে পোৱা

নাছিল। যিশুখৃষ্টয়ো সৰু সৰু ল'ৰা-ছোৱালীবিলাকক বৰ মৰম কৰিছিল। এবাৰ তেওঁৰ শিষ্যসকলে তেওঁক সুধিলে "আপুনি সদায় ঈশ্বৰীয় ৰাজ্যৰ কথা কয়, এই ঈশ্বৰীয় ৰাজ্যলৈনো বাৰু কোন যাব পাৰিব?" ওচৰতে এটা সৰু ল'ৰা বহি আছিল। যিশুখৃষ্টই সেই ল'ৰাটোক মেজত থিয় কৰাই কলে "এই ল'ৰাটোৰ নিচিনা যিয়েই হব পাৰিব, তেৱেঁই তালৈ যাব পাৰিব।" যিশুখৃষ্টৰ কথা সম্পূৰ্ণ সত্য আছিল। এবাৰ অকণি-অকণি ল'ৰা-ছোৱালী কিছুমানৰ লগত ৰামদাস স্বামীয়ে খেমালি কৰি আছিল। ইয়াকে দেখি বুঢ়া-মেথা সকল আচৰিত হৈছিল। এজনে সুধিলে "আজি আপুনি এইবোৰ কি কৰিছে? স্বামীজীয়ে উত্তৰ দিলে—

হুএ শ্ৰেষ্ঠ ৰে জো ৰহে হোঁ কনিষ্ঠ।
ৰহে জ্যেষ্ঠ জো, হো ৰহে চোৰ শ্ৰেষ্ঠ॥

বয়স বঢ়াৰ লগে লগে মানুহৰ শিঙো গজি উঠে। তাৰ পিচত আৰু পৰমেশ্বৰলৈ ক'ত মনত পৰিব? সৰু ল'ৰা-ছোৱালীৰ মনত কোনো লেও বা কৃত্ৰিমতা নেথাকে। সিহঁতৰ বুদ্ধি সদায় নিৰ্ম্মল। ল'ৰা-ছোৱালীক আমি শিকাওঁ "মিছা কথা নকবি।" সিহঁতে সোধে "মিছানো কাক বোলে?" তেতিয়া সিহঁতক সিদ্ধান্তৰ কথা কোৱা হয়। "কথা যেনে আছে তেনেই কব লাগে।" তেতিয়া ল'ৰা-ছোৱালীবোৰ বিমোৰত পৰে যে কথা যেনে আছে তেনেই কোৱাৰ বাহিৰেও তেন্তে অন্য কিবা উপায় আছে? যেনে-কুৱাকৈ নাই, তেনেকুৱাকৈ নো কেনেকৈ কোৱা যাব? চাৰি কোণীয়াক, চাৰি কোণীয়াই বুলিবা, ঘূৰণীয়া নুবুলিবা এইটোৱেই কব লগীয়া কথা। ল'ৰা-ছোৱালী আচৰিত হয়। ল'ৰা-ছোৱালীনো বাৰু কি? বিশুদ্ধ পৰমাত্মাৰ প্ৰতিমূৰ্ত্তি। ডাঙৰ মানুহে সিহঁতক ভুল শিক্ষা দিয়ে। সাৰাংশ, আই, দেউতা, গুৰু, সাধু, বালক ৰূপত যদি আমি পৰমাত্মাক দৰ্শন কৰিব নোৱাৰো, তেন্তে আৰুনো কিহৰ ৰূপত দৰ্শন কৰিম? ইয়াতকৈ পৰমেশ্বৰৰ উৎকৃষ্ট ৰূপ আৰু নাই। পৰমেশ্বৰৰ এই সৰল সৌম্য ৰূপক প্ৰথমে চিনি লোৱা ইয়াত পৰমেশ্বৰ স্পষ্ট আৰু ডাঙৰ আখৰত লিখা আছে।

## (৫২) সৃষ্টিস্থিত পৰমেশ্বৰ : বিশিষ্ট উদাহৰণ

প্ৰথমে আমি মানৱৰ সৌম্যতম আৰু পৱিত্ৰ মূৰ্ত্তিত পৰমাত্মাক দৰ্শন কৰিবলৈ শিকো। সেইদৰেই এই সৃষ্টিতো যি যি বিশাল আৰু মনোহৰ ৰূপ

আছে, তাতো তেওঁক দৰ্শন প্ৰথমে কৰা হওক। উষা সময়কে লোৱা যাওক বাৰু। উষা, সূৰ্যোদয়ৰ আগৰ সেই দিব্য প্ৰভা। ঋষি সকলে এই উষাদেৱীৰেই গান গাই মত্ত হৈ নাচিবলৈ ধৰে। উষা, তুমি পৰমেশ্বৰৰ বাৰ্ত্তা বাহিকা দিব্য দূতিকা, তুমি হিমৰ কণিকাত স্নান কৰি আহিছা। তুমি অমৃতত্ত্বৰ পতাকা। ঋষিসকলে উষাৰ এনেকুৱা দিব্য হৃদয়ংগম বৰ্ণনা কৰিছে। বৈদিক ঋষিয়ে কয়—"তুমি পৰমেশ্বৰৰ বাৰ্ত্তা বাহিকা, তোমাক দৰ্শন কৰি যদি পৰমেশ্বৰৰ ৰূপ দেখা নোপোৱা হওঁ আৰু একো বুজিব নোৱাৰো, তেন্তে মোক পৰমেশ্বৰৰ জ্ঞান কোনে দিব? ইমান সুন্দৰকৈ সাজি-পাৰি এই উষা আহি আমাৰ আগত থিয় দিয়েহি, কিন্তু আমাৰ দৃষ্টি সেই ফালে ক'ত যাব?

সেইদৰেই সূৰ্য্যকো দৰ্শন কৰা। তেওঁৰ দৰ্শন মানেই পৰমাত্মাৰ দৰ্শন। তেওঁ নানা প্ৰকাৰৰ ৰং-বিৰঙৰ চিত্ৰ আঁকে। চিত্ৰকাৰে মিহি লেখনী ইফালে সিফালে ঘূৰাই সূৰ্য্যোদয়ৰ ছবি আঁকে আৰু তাত ৰং দিয়ে কিন্তু তুমি ৰাতি-পুৱা শুই উঠি পৰমেশ্বৰৰ কলা-কে শল দৰ্শন কৰা। সেই দিব্য কলাৰ কাৰণে, অনন্ত সৌন্দৰ্য্যৰ কাৰণে আৰু কিহৰ কিহৰ উপমা দিব পৰা যাব? পিচে তাক চায় কোনে? সিফালে সুন্দৰ ভগৱান দণ্ডায়মান হৈ আছে, ইফালে গুৰলৈকে লেপ বা ফটাক'থালৈ ঘোৰ্ঘোৰণি মাৰি শুই থাকে। সূৰ্য্যদেৱে কয়—"হেৰ' সোৰোপা, তই শুয়েই থাকিব খোজ হয় কিন্তু তোক মই তুলি হে এৰিম।" এই বুলি কৈ সূৰ্য্যই নিজৰ জীৱন-কিৰণক বেৰ-খিড়কীৰ জলঙাইদি ভিতৰলৈ সুমাই দি সেই সোৰোপাহ'তক জগাই দিয়ে।

"সূৰ্য্য আত্মা জগতস্তস্থুষশ্চ।"

সূৰ্য্য সকলো স্থাৱৰ জংগমৰ-আত্মা। চৰাচৰৰ অধাৰ। ঋষিয়ে তেওঁক 'মিত্ৰ' নাম দিছে—

মিত্ৰো জানান্, যাতৰ্যতি ব্ৰুৱাণো,
মিত্ৰো দাধাৰ পৃথিৱীমুত দ্যাম।

এই মিত্ৰসকলক মাতে আৰু তেওঁলোকক কামে-বনে লগায়, তেওঁ স্বৰ্গ আৰু পৃথিৱীক ধাৰণ কৰে। সচাঁকৈয়ে সেই সূৰ্য্য জীৱনৰ আধাৰ। তাত পৰমাত্মাক দৰ্শন কৰা।

আৰু সেই পবিত্ৰ গংগাক নো বুলিবা কি? মই যেতিয়া কাশীত আছিলো, তেতিয়া নিতো গংগাৰ পাৰলৈ গৈ বহিছিলো। নিৰ্জ্জন ৰাতি

অকলে অকলে গৈছিলো। গঙ্গাৰ প্ৰৱাহ কেনে সুন্দৰ আৰু নিৰ্ম্মল আছিল! গঙ্গাৰ সেই দিব্য গম্ভীৰ প্ৰৱাহ আৰু তাত প্ৰতিবিম্বিত হৈ থকা অনন্ত তৰা সমূহক দেখি মই অবাক মানিছিলো। শঙ্কৰৰ জটাৰ পৰা অৰ্থাৎ হিমালয়ৰ পৰা বৈ অহা সেই গঙ্গা! যাৰ পাৰত কত ৰাজ-ৰাজেশ্বৰে নিজৰ ৰাজ-পাট তৃণ-বৎ জ্ঞান কৰি দলিয়াই পেলাই ৰজাসকল তপস্যা কৰিবলৈ আহিছিল, সেই পৱিত্ৰ সলিলা গঙ্গাক দৰ্শন কৰি মই অসীম শান্তি তথা আনন্দ উপভোগ কৰিছিলো। সেই শান্তিৰ বৰ্ণনা মই কেনেকৈ কৰিম? তাত ভাষাঁয়ো পৰাজয় স্বীকাৰ কৰিছে। মৃত্যুৰ পিচত আমাৰ অস্থি গঙ্গাত যেন বিসৰ্জ্জিত হয়, হিন্দুমাত্ৰেই এই কামনা কিয় যে কৰে তাক আমি বুজিব পাৰিছো। আপোনালোকে হাঁহক, আপোনালোকে হাঁহিলে একো হানি নহয়। বৰং মই এই ভাবনাক অতি পৱিত্ৰ আৰু গ্ৰহণ যোগ্য বুলিহে ভাবো। মৰিবৰ সময়ত দোটোপালমান হলেও গঙ্গাজল মুখত দিয়ে। সেই দোটোপালনো আচলতে কি? সিয়ো পৰমেশ্বৰেই ; টোপাল ৰূপে মুখত অৱতীৰ্ণ হৈছে। গঙ্গাকো পৰমাত্মা বুলিয়েই ভাবা। তেওঁ পৰমেশ্বৰৰ কৰুণা বহন কৰি আনিছে। তোমাৰ বাহিৰে-ভিতৰে থকা সমস্ত আবৰ্জ্জনা সেই গঙ্গামায়ে ধুৱাই পেলাইছে, সকলো মল-মাকতি উটুৱাই লৈ গৈছে। গঙ্গামাইত যদি পৰমেশ্বৰৰ প্ৰকটিত ৰূপ দেখা পোৱা নেযায় তেন্তে আৰুনো ক'ত দেখা যাব? সূৰ্য্য, নদী আৰু হো-হোৱাই থকা সেই বিশাল সাগৰ সকলো পৰমেশ্বৰৰেই মূৰ্ত্তি।

আৰু সেই বতাহ। ক'ৰপৰা আহে ক'লৈ যায় তাৰো কোন নিৰ্ণয় নাই। বতাহো ভগৱানৰেই দূত। ভাৰতবৰ্ষলৈ কিছু বতাহ আহে স্থিৰ হিমালয়ৰ-পৰা ; আৰু কিছু আহে গম্ভীৰ সাগৰৰপৰা। এই পৱিত্ৰ বায়ুৱে আমাৰ অন্তৰ স্পৰ্শ কৰে। আমাক জাগ্ৰত কৰে আৰু আমাৰ কাণত সো-সোৱায়। কিন্তু এই বায়ুৰ বাৰ্ত্তা কাণ পাতি শুনো কোনে? জেইলাৰে যদি আমাৰ চাৰিশৰীয়া চিঠি খন নিদিলে হেতেন তেন্তে আমাৰ মন বৰ বেয়া লাগিলে হেতেন। হেৰ, হতভাগাহঁত! চিঠি বিলাকতনো থাকে কি? পৰমেশ্বৰৰ এই প্ৰেমময় বাৰ্ত্তা বতাহৰ লগত দেখোন প্ৰতি মুহূৰ্ত্তেই আহিবই লাগিছে। তাকে শুনাচোন! আৰু আমাৰ ঘৰচীয়া জীৱ-জন্তুবিলাকলৈ মন কৰাছোন, সেই গোমাতা কিমান বৎসল, কিমান মমতা আৰু প্ৰেমেৰে পৰিপূৰ্ণ! দুই

তিনি মাইল দূৰত থকা হাবি বননিৰপৰা নিজৰ পোৱালিৰ ওচৰলৈ কেনেকৈ দৌৰি আহে? পৰ্ব্বত-পাহাৰৰ পৰা কুলু কুলু সুৰে বৈ অহা নিৰ্ম্মল পানীৰ নদীবিলাক দেখি ঋষিসকলৰ, দুগ্ধ-পূৰ্ণ ওহাৰ লৈ নিজৰ পোৱালিক পিয়াবৰ কাৰণে হেম্বেলিয়াই হেম্বেলিয়াই অহা সেই গাই গৰুবিলাকলৈ মনত পৰে। ঋষিসকলে নদীক কয় "হে দেৱী! গাথীৰৰ দৰে পৱিত্ৰ পাৱন আৰু মধুৰ জল তুমি বহন কৰি আনা, তুমি কামধেনুৰ দৰে। যেনেকৈ গাই হাবি বননিত থাকিব নোৱাৰে, সেই দৰেই তোমাৰ নিচিনা নদীও পৰ্ব্বতত থাকিব নোৱাৰে। তুমি অতি বেগেৰে লৰি লৰি তৃষ্ণাতুৰ ল'ৰা-ছোৱালী বিলাকক লগ পাবলৈক আহিছা।

**বাশ্রা ইব ধেনবঃ স্যন্দমানাঃ।**

বৎসল অৰ্থাৎ মৰমিয়াল গাই গৰুৰ ৰূপত ভগৱানেই দুৱাৰ-মুখত থিয় হয়হি! আৰু সেই ঘোঁৰাবিলাক কিমান সুন্দৰ, বিশ্বস্ত আৰু প্ৰভুভক্ত! অৰবী সকলে নিজৰ ঘোঁৰাক কেনে মৰমেৰে প্ৰতিপালন কৰে! সেই আৰবী সকলৰ কাহিনী তোমালোকে জানা নহয়? কোনো আৰবী বিপদত পৰিলে সদাগৰক ঘোঁৰা বেচিবলৈ সাজু হয়। হাতত ধনৰ মোনালৈ অশ্ব-শালালৈ যায়, কিন্তু ঘোঁৰাৰ সেই গম্ভীৰ আৰু প্ৰেমপূৰ্ণ চাৱনি তেওঁৰ চকুত পৰিলেই তেওঁ ধনৰ মোনা এফলীয়াকৈ থৈ কয় যে "মোৰ প্ৰাণ গ'লেও আৰু মই ঘোঁৰা নেবেচো। পিচত মোৰ যি হব লগীয়া আছে হব। খাবলৈ একো নেপালোৱেই লাগিলে তথাপি ঘোঁৰা বেচিব নোৱাৰো। খোদাই মোক নিশ্চয় সহায় কৰিব।" পিঠিত হাত চাপৰিয়ালেই সি প্ৰেমত কেনেকৈ অভিভূত হৈ পৰে। আৰু তাৰ কাণ বিলাক কেনে সুন্দৰ! সচাঁকৈয়ে ঘোঁৰাত অমূল্য গুণ ৰাশি ভৰি আছে। চাইকেলত কি আছে? ঘোঁৰাক যদি মৰমেৰে আল-পৈচান ধৰা হয় তেন্তে সি তোমাৰ কাৰণে প্ৰাণ দিব। তোমাৰ সঙ্গী হৈ থাকিব। মোৰ এজন বন্ধুৱে ঘোঁৰাত উঠিবলৈ শিকিছিল। এদিন ঘোঁৰাই তেওঁক পিঠিৰ পৰা বগৰাই পেলালে। তেওঁ মোক কলে "ঘোঁৰাই দেখোন উঠিবলৈকে নিদিয়ে? তেতিয়া মই কলো "তুমি কেৱল ঘোঁৱাত উঠিবলৈকেহে যোৱানে নাই তাৰ সেৱা-শুশ্ৰূষাও কৰা? সেৱা-শুশ্ৰূষা কৰিব আনে আৰু পিঠিত উঠিবলৈ যাবা তুমি এইটো কেনে কথা হব? তুমি নিজে গৈ দানা-পানী খুউৱা আলপৈচান আদি ধৰা তাৰ পিচত উঠা। তেৰো তাকেই

কৰিলে। কিছু দিনৰ মূৰত তেওঁ আহি কলে, "এতিয়া আৰু মোক ঘোঁৰাই নেপেলায়।" ঘোঁৰা পৰমেশ্বৰ। সি ভক্ত সকলক কিয় পেলাব? তেওঁৰ ভক্তি দেখি ঘোঁৰাও সেওভাও হৈ পৰে। ঘোঁৰাই এইটো জানিব খোজে যে তেওঁ ভক্ত নে নাই অন্য কোনোবাহে? ভগৱান শ্ৰীকৃষ্ণই নিজে ঘোঁৰাৰ পৰিচৰ্য্যা কৰিছিল আৰু তেওঁৰ পীতবস্ত্ৰত বান্ধি আনি দানা খুৱাইছিল। সৰু ঢিপ ঠেক জান-জুৰি আৰু বোকা পানী আদি পালে চাইকেল বৈ যায় কিন্তু ঘোঁৰাই জাপ মাৰি পাৰ হৈ গুচি যায়। এনেকুৱা সুন্দৰ প্ৰেম-ময় ঘোঁৰাক পৰমেশ্বৰৰ মূৰ্ত্তি বুলি ভাবা।

আৰু সেই সিংহলৈ চোৱা! মই বৰোদাত আছিলো। ৰাতি পুৱাই-পুৱাই অহাৰ লগে-লগেই তাৰ গোজৰণিৰ গম্ভীৰ ধ্বনি কাণত পৰে। তাৰ মাত ইমান গম্ভীৰ আৰু সুন্দৰ আছিল যে তাক শুনি অন্তৰ নাচি নুঠাকৈ নোৱাৰিছিল। মন্দিৰৰ ঘৰৰ ভিতৰত কথা কলে যেনেকৈ গুমগুমনি উঠে ঠিক তেনেকুৱাই তাৰ হৃদয় গহ্বৰৰ গুৰু গম্ভীৰ ধ্বনি আছিল। সিংহৰ সেই ধীৰ উদাত্ত. ভব্য, নিৰ্ভয় মুদ্ৰা, তাৰ সেই ৰাজকীয় প্ৰতাপ, বাদচাহী বৈভৱ! তাৰ ভব্য সুন্দৰ কেশৰে জেনিবা সেই বন-ৰজাৰ ওপৰত চোৱঁৰ হে ধৰি আছে। বৰোদাৰ এখন বাগিচাত এই সিংহটো আছিল। সি তাত অৱশ্যে স্বাধীন ভাবে নাছিল, এটা গড়ালৰ ভিতৰত আবদ্ধ হৈ আছিল। তাৰ চকুত অলপো খঙৰ চিন দেখা নগৈছিল। তাৰ মুদ্ৰা আৰু দৃষ্টিত কৰুণা ভৰি আছিল। তাক এনেকুৱা দেখা গৈছিল যেন সংসাৰৰ লগত তাৰ কোনো সম্বন্ধই নাই। নিজৰ চিন্তাতে তাক নিমগ্ন থকা দেখা গৈছিল। সচাঁকৈয়ে এনেকুৱা লাগিছিল যেন সিংহ পৰমেশ্বৰৰ এটা পৱিত্ৰ বিভূতিহে। সৰু কালত মই এণ্ড্ৰোক্লীজ আৰু এটা সিংহৰ গল্প পঢ়িছিলো। সেই গল্পটো বৰ সুন্দৰ। সেই ভোক আৰু পিয়াহত জৰ্জ্জৰিত হৈ থকা সিংহই এণ্ড্ৰোক্লীজৰ আগৰ উপকাৰ সুঁৱৰি তেওঁৰ বন্ধু হৈ পৰে আৰু তেওঁৰ ভৰি চেলেকিবলৈ ধৰে। ইয়াৰ মৰ্ম্ম কি? এণ্ড্ৰোক্লীজে সিংহৰ গাত পৰমেশ্বৰক দৰ্শন কৰিছিল। ভগৱান শঙ্কৰৰ ওচৰত সিংহ সদায় থাকে। সিংহও ভগৱানৰে দিব্য বিভূতি। আৰু বাঘৰ মহিমাও জানো কম? তাৰ গাটোত বহুত ঐশ্বৰিক শক্তিৰ আভা দেখিবলৈ পোৱা যায়। তাৰ লগত বন্ধুত্ব ৰখাটো একো আচৰিত কথা নহয়। ভগৱান পাণিনিয়ে অৰণ্যত ৰহি

শিষ্য সকলক পঢ়াই আছিল। ইতিমধ্যে এটা বাঘ আহি আগতে ওলালহি। ল'ৰাবিলাকে ভয়ত "ব্যাঘ্রঃ ব্যাঘ্রঃ" বুলি চিঞৰিবলৈ ধৰিলে। পাণিনিয়ে ল'ৰা বিলাকক সুধিলে "বাৰু বাঘ মানে কি?" 'ব্যাজিঘ্রতীতি ব্যাঘ্রঃ' অৰ্থাৎ যাৰ ঘ্ৰাণেন্দ্ৰিয় তীব্ৰ বা চোকা সেয়েই বাঘ। ল'ৰা বিলাকে যাৰে ভয় কৰিছিল, সেই বাঘ ভগৱান পাণিনিৰ কাৰণে এক নিৰুপদ্ৰৱী, আনন্দময় শব্দ মাত্ৰ হৈ পৰিছিল। বাঘক দেখি তেওঁ সেই শব্দৰ ব্যুৎপত্তি কৰলৈ ধৰিলে। বাঘে পাণিনিক খাই পেলালে, পিচে তাৰপৰা কি হ'ল? পাণিনিৰ গাত সোৱাদ-গোন্ধ পাইছিল কাৰণেই তেওঁক খাবলৈ বাঘৰ মন গৈছিল আৰু সেইবাবে তেওঁক ফালি-চিৰি খাই পেলাইছিল। কিন্তু পাণিনি তাৰপৰা নাতৰিল, কিয়নো তেওঁ আছিল শব্দ-ব্ৰহ্মৰ উপাসক। তেওঁৰ নিমিত্তে সকলোবোৰ অদ্বৈতময় হৈ পৰিছিল। তেওঁ বাঘতো শব্দ-ব্ৰহ্মৰ অনুভৱ কৰিছিল। পাণি-নিৰ সেই মহানুভৱতাৰ কাৰণেই ভাষ্যত য'তে তেওঁৰ নাম ওলায় ত'তেই 'ভগৱান পাণিনি' বুলি ভক্তিৰে তেওঁৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰা হয়। তেওঁ-লোকে পাণিনিক মহান্ উপকাৰী বুলি ভাবে—

> অজ্ঞানান্ধস্য লোকস্য জ্ঞানাঞ্জনশলাকয়া।
> চক্ষুৰুন্মীলিতং যেন তস্মৈ পাণিনয়ে নমঃ॥

এনেকৈয়ে ভগৱান পাণিনিয়ে বাঘৰ গাত পৰমাত্মাক দৰ্শন কৰিছিল। জ্ঞানদেৱে কৈছে—

> ঘৰ অারে ক্যোঁ নম্বর্গ য়া আ চঢ়ে ব্যাঘ্র
> তো ভী আত্ম-বুদ্ধিমে ভঙ্গ ন হো কভী।

মহৰ্ষি পাণিনিৰ অৱস্থা এনেকুৱা হৈছিল। তেওঁ এই কথাটো বুজি উঠি-ছিল যে বাঘ এক দৈৱী বিভূতি।

এইটোৱেই সাপতো খাটিব। সাপলৈ মানুহে বৰ ভয় কৰে, কিন্তু সাপক কঠোৰ শুদ্ধি-প্ৰিয় ব্ৰাহ্মণ বুলি ধৰিব লোৱা। কেনে স্বচ্ছ! কিমান সুন্দৰ! অকণো লেতৰা সি সহ্য কৰিব নোৱাৰে। লেতেৰা ব্ৰাহ্মণ কিমান যে দেখিবলৈ পোৱা যায় কিন্তু লেতেৰা সাপ কোনোবাই কেতিয়াবা ক'ৰবাত দেখিবলৈ পাইছেনে? সি জেনিবা অকলৈ থকা ঋষি হে। সেই সাপটো নিৰ্ম্মল উজ্জ্বল আৰু মনোহৰ হাৰৰ নিচিনা। তালৈ ভয় কৰিবলৈ কিটো আছে? আমাৰ পূৰ্ব্বপুৰুষসকলে তাৰ পূজাৰ ব্যৱস্থা কৰিছিল। আপোনালোকে

ইয়াক হিন্দুধৰ্ম্মৰ অন্ধ বিশ্বাস বুলিও হয়তো কব পাৰে। কিন্তু নাগ-পূজাৰ বিধান হলে তাত থকাটো নিশ্চিত। সৰু কালত মোৰ আইৰ কাৰণে নাগৰ ছবি আঁকি দি পঠিয়াইছিলো। মই আইক কৈছিলো আই বজাৰত বহুতো ভাল ভাল ছবি পোৱা যায়।" আইয়ে কৈছিল "সেইবিলাক ছবি মোক নেলাগে। নিজৰ ল'ৰাই হাতে অকা ছবিহে ভাল।" তাৰ পাচত সেই নাগৰ পূজা কৰা হয়। তাক পাগলামি বুলি কবনে? বাৰু অলপ ভাবি চাওকচোন! সেই সাপটো শাওন মাহত অতিথি হৈ আমাৰ ঘৰলৈ আহে। বাৰিষা হোৱা বাবে সিহঁতৰ বাঁহ বা গাঁত বোৰত পানীৰে ভৰি পৰে। তেতিয়া সি কি কৰিব? নিলগৰ নিৰ্জ্জন ঠাইত অকলে অকলে থকা সেই ঋষিজনে আপোনাক অনাহকত আহুকাল নকৰিবৰ মনেৰে ছালৰ পাচত বা কোনো খৰি-খেৰ আদি জেং-জাবৰৰ মাজত মনে মনে পৰি থাকে। তাক অতি কম ঠাই লাগে। কিন্তু আমি তাক দেখা মাত্ৰেই যাঠি-টাঙোনলৈ তাৰ ওচৰত হাজিৰ হওঁগৈ। বিপদগ্ৰস্ত অতিথি যদি আমাৰ ঘৰলৈ আহে তেন্তে তেওঁক মৰাটো উচিত হবনে? কথিত আছে যে সন্ত ফ্ৰান্সিচে হেনো হাবিত সাপ দেখিলে অতি মৰমেৰে মাতে, আহাঁ ভাই আহাঁ!" তেতিয়া সাপে তেওঁৰ কোলাত উঠি খেলে আৰু গাত যেনিয়েই তেনেয়েই বগাই ফুৰে। ইয়াক মিছা বুলি নেভাবিব। প্ৰেম বা মৰমত অৱশ্যেই এনেকুৱা শক্তি থাকে। সাপক বিষাক্ত বুলি কোৱা হয়; পাচে মানুহজানো কম বিষাক্ত? সাপেও কেতিয়াবা কেতিয়াবা হে খোঁটে, দেখিলেই নোখোঁটে। এশটাৰ ভিতৰত নৱৈবটাৰেই বিষ নেথাকে। সি তোমালোকৰ খেতি ৰক্ষা কৰে। খেতি নষ্ট কৰোঁতা অসংখ্য পোক আদি প্ৰাণী সাপে ধৰি খায়। এনেকুৱা পৰোপকাৰী শুদ্ধ, উজ্জ্বল, নিৰ্জ্জনতা প্ৰিয় সৰ্প ভগৱানৰে এটা ৰূপ। আমাৰ দেৱতাসকলৰ ভিতৰত কাৰবাৰ নহয় কাৰবাৰ গাত সাপ আছেই। গণেশৰ ককালত সাপৰ পেটী বন্ধা আছে। ৱ'ন্দৰৰ লগত মিত্ৰতা স্থাপন কৰাতেই হে আছিল। এই অনন্ত শয্যাত হে শুইছিল। ইয়াৰ মৰ্ম্ম আৰু ইয়াৰ মাধুৰ্য্য অলপ বুজা-চোন। এই সকলোৰে ভাবাৰ্থ হৈছে এই যে নাগৰ দ্বাৰা এই ঈশ্বৰীয় মূৰ্ত্তি ব্যক্ত হৈছে। সাপৰ লগত থকা এই পৰমেশ্বৰৰ লগত পৰিচিত হোৱা।

**(৫৩) সৃষ্টিস্থিত পৰমেশ্বৰ : আৰু কেইটামান উদাহৰণ**

এনেকুৱা আৰু কত যে উদাহৰণ আছে। মই কেৱল মাত্ৰ তাৰ আভাস

এটাহে দিছো। গোটেই ৰামায়ণ খনতেই এনেধৰণৰ ৰমণীয় কল্পনাই ভৰি আছে। ৰামায়ণখন পিতা-পুত্ৰ, মাক-পুতেক, ভাই-ককাই আৰু পতি-পত্নীৰ প্ৰেম সম্পৰ্কীয় কাহিনীৰেই পৰিপূৰ্ণ। কিন্তু মই ৰামায়ণ, সেই বুলিয়েই ভাল নেপাওঁ। মই ভাল পাওঁ এই কাৰণেহে যে ৰামৰ বন্ধুতা বান্দৰৰ লগত হৈছিল। আজি-কালি কোৱা শুনা যায় যে বান্দৰো নাগ জাতিৰেই আছিল। ঐতিহাসিকসকলৰ কামেই হৈছে যে পুৰাণি কথাবিলাক চালি-জাৰি চোৱা। তেওঁলোকৰ এই কামত মই অকণো আপত্তি নকৰো কিন্তু যদি ৰামে আচল বান্দৰৰ লগত হে মিত্ৰতা কৰিছিল তেন্তে ইয়াত অসম্ভৱ কি? সচাঁকৈয়ে ৰামৰ ৰামত্ব, ৰমণীয়ত্ব বান্দৰৰ লগত মিত্ৰতা স্থাপন কৰাতেই হে আছিল। এই দৰেই গাইৰ লগত কৃষ্ণৰ সম্বন্ধ আছিল। গোটেই কৃষ্ণ-পূজাৰ আধাৰ হৈছে এই কল্পনাটোৱেই। কৃষ্ণৰ যি অৱস্থাতেই ছবি নলওক, তেওঁৰ ওচৰত গাই থিয় হৈ থকা পাবই। গোপাল কৃষ্ণ! গোপাল কৃষ্ণ! কৃষ্ণৰপৰা যদি গাইক আতঁৰাই নিয়া হয় তেন্তে কৃষ্ণৰ আৰু থাকিব কি? সেই দৰেই ৰামৰপৰাও যদি বান্দৰক আতঁৰাই নিয়া হয় তেন্তে ৰামৰেই বা ৰামত্ব থাকিব ক'ত? ৰামে বান্দৰতো পৰমাত্মাক দৰ্শন কৰিছিল আৰু তেওঁলোকৰ লগত প্ৰেম আৰু ঘনিষ্ঠতাৰ সম্পৰ্ক স্থাপন কৰিছিল। এয়েই হৈছে ৰামায়ণৰ চাবি কাঠি। এই চাবিৰ কথা যদি আপুনি পাহৰি যায় তেন্তে ৰামায়ণৰ মাধুৰ্য্যই হেৰুৱাই পেলাব লাগিব পিতা-পুত্ৰ, মাক-পুতেকৰ মৰম চেনেহৰ কথা অন্য ঠাইতো পোৱা যায়। কিন্তু নৰ-বানৰৰ লগত এনেকুৱা মধুৰ মিত্ৰতা ৰামায়ণত বাদে অন্য ক'তো পোৱা নেযায়। বান্দৰত অৱস্থিত ভগৱানক ৰামায়ণে আত্মসাৎ কৰিলে। বান্দৰক দেখি ঋষিসকলে আনন্দ অনুভৱ কৰে। মাটিত ভৰি নোথোৱাকৈ বান্দৰে ৰামটেকৰপৰা আৰম্ভ কৰি কৃষ্ণতট্লৈকে ইজোপা গছৰ পৰা সিজোপা গছলৈ জঁপিয়াই জঁপিয়াই আনন্দ অনুভৱ কৰিছিল। না-না ধৰণেৰে এই গহন বন আৰু তাত খেলি থকা আনন্দত মতলীয়া বান্দৰ-বিলাকক দেখি সহৃদয় ঋষিসকলৰ মনত কবিতা জাগি উঠিছিল আৰু আনন্দ উপলব্ধি কৰিছিল। ব্ৰহ্মাৰ চকু কেনেকুৱা হব লাগে এই বিষয়ে কবলৈ গৈ উপনিষদে বান্দৰৰ চকুৰ উদাহৰণ দিছিল। বান্দৰৰ চকু চঞ্চল চাৰিও ফালে যায় ব্ৰহ্মাৰ চকুও তেনেকুৱাই হব লাগে।

চকু একে ঠাইতে থাকিলে ঈশ্বৰৰ কাম নচলিব। আপুনি, আমি ধ্যানস্থ

হব পাৰোঁ, কিন্তু যদি ঈশ্বৰ ধ্যানস্থ হৈ যায় তেন্তে পৃথিৱীৰ অৱস্থা কি হ'ব? সেই কাৰণেই সকলোৱে কল্যাণকামী ব্ৰহ্মাৰ চকু ঋষিসকলে বান্দৰৰ চকুত দেখা পায়। বান্দৰৰ গাত পৰমাত্মাক দৰ্শন কৰিবলৈ শিকি লোৱা।

আৰু সেই ম'ৰা-চৰায়ো কম নহয়। মহাবাণ্ডীত ম'ৰা বেছি নাই। গুজৰাটত কিন্তু বহুত আছে। এসময়ত মই গুজৰাটতো আছিলো। দিনে ১০।১২ মাইল ফুৰাৰ মোৰ অভ্যাস আছিল। ফুৰোঁতে মই ম'ৰা চৰাই দেখিছিলো। যেতিয়া আকাশ মেঘাচ্ছন্ন হৈ বৰষুণ দিবলৈ ধৰে, আকাশৰ ৰং ঘোৰ নীলা হয় তেতিয়া ম'ৰা চৰাইৰ মাত শুনা যায়। অন্তৰৰ পৰা টানি উলিওৱা সেই ধ্বনি এবাৰ শুনিলে বুজিব পাৰিবা। আমাৰ সমস্ত সংগীত-শাস্ত্ৰ ম'ৰাৰ মাতৰ ওপৰত ভিত্তি কৰি ৰচিত হৈছে। ম'ৰাৰ মাতেই "ষড্জং ৰৌতি"। এই প্ৰথম 'ষড্জ' আমি ম'ৰাৰ পৰাই পালো। তাকে যোগ-বিয়োগ কৰি দ্বিতীয় স্বৰ আমি থাপনা কৰিলো। মেঘৰ ফালে চোৱা সিহঁতৰ সেই দৃষ্টি, গম্ভীৰ ধ্বনি আৰু মেঘৰ গাজনি শুনি ধৰা সিহঁতৰ চালি! আহা কেনে সুন্দৰ!! চালিৰ সেই সৌন্দৰ্য্যৰ আগত মানুহৰ সকলো বাহাদুৰি চুড়মাৰ হৈ যায়। ৰজা-মহাৰজায়ো সাজ-সজ্জা কৰে, কিন্তু ম'ৰাৰ চালিয়ে সেই সকলোবিলাকক চেৰ পেলায়। কেনে ভব্য সেই চালি, সেই সহস্ৰ চকু, ৰং-বিৰঙৰ অনন্ত দীপ্তি, সেই অদ্ভুত সুন্দৰ মৃদু ৰমণীয় ৰচনা! সেই অতুলনীয় বুটা বছা পাখি। সেই চালিৰ ফালে চালে পৰমাত্মাক দৰ্শন কৰা যেন লাগে। গোটেই সৃষ্টি এইদৰেই সজোৱা আছে। পৰমাত্মাই দৰ্শন দিবৰ কাৰণে সকলোতে বিৰাজমান হৈ আছে। কিন্তু আমি অভাগা কাৰণেই বোধকৰো তেওঁক দেখা নেপাওঁ। তুকাৰামে কৈছে :—

"প্ৰভুকা সৰ্ব্বত্ৰ সুকাল, অভাগীকো হৈ অকাল।"

সাধু-সন্তসকলৰ কাৰণে চিৰদিনেই সুকাল। কিন্তু আমাৰ দৰে অভাগাৰ পক্ষে সকলো ঠাইতেই অকাল।

বেদত অগ্নিৰ উপাসনাৰ কথা কোৱা হৈছে। অগ্নি নাৰায়ণ। তেওঁৰ মূৰ্ত্তি বোলে দেদীপ্যমান? দুটুকুৰা কাঠৰ ঘৰ্ষণ হ'লেই তেওঁ প্ৰকট হয়। প্ৰথমে ক'ত লুকাই আছিল তাক কোনে জানে? কেনে জ্যোতিৰ্ম্ময়, কেনে উজ্জ্বল! বেদৰ প্ৰথম ধ্বনিও সেই অগ্নি উপাসনাৰ পৰাই ওলোৱা।

অগ্নিমীলে পুৰোহিতং যজ্ঞস্য দেৱমৃত্বিজম্।
হোতাৰং ৰত্নধাতমম্॥

অগ্নি উপাসনাৰ পৰাই বেদৰ আৰম্ভণি হৈছে যেতিয়া তেওঁৰ ফালে তুমি চোৱা। তেওঁৰ সেই শিখাবিলাক দেখিলে জীৱাত্মাৰ চট্‌ফটনিৰ কথা মোৰ মনত পৰে। সেই শিখাবিলাক লাগে ঘৰৰ চোকাৰেই হওক বা জংগলৰ দাবাগ্নিৰেই হওক। বৈৰাগীৰ ঘৰ-দুৱাৰ সাধাৰণতে নেথাকে। সেই শিখা-বিলাক য'তে থাকে তাতে সিহঁতৰ মহা ধৰ-ফৰণি উঠি পৰে। সিহঁত একাদিক্ৰমে ছটফটায়েই থাকে। সেই শিখাবিলাক আৰু ওপৰলৈ যাবলৈ আতুৰ হৈ থাকে। বৈজ্ঞানিকসকলে কয়—যে ইথাৰৰ কাৰণেহে এই শিখা-বিলাক লৰে আৰু বায়ুৰ দ্বাৰা হেঁচা পৰে কাৰণেও লৰে। কিন্তু সি যি কি নহওক, মই হলে অৰ্থ এইদৰেহে কৰিছো। যে সেই শিখাবিলাকে ওপৰত থকা পৰমাত্মা, তেজঃসমুদ্ৰ আৰু সূৰ্য্যনাৰায়ণৰ লগ লাগিবলৈহে অনবৰত ওপৰলৈ উঠিবলৈ চেষ্টা চলাব লাগিছে। জন্মৰপৰা মৃত্যু পৰ্য্যন্ত সিহঁতৰ চট্‌ফটনি চলিয়েই থাকে। সূৰ্য্য অংশী আৰু এই জ্বলন্ত শিখা-বিলাক অংশ। অংশ অংশীৰ ফালে যাবলৈ সদায় ব্যাকুল হৈ থাকেই। যেতিয়া সেই শিখাবিলাক নুমাই যাব তেতিয়াহে তাৰ ব্যাকুলতা বন্ধ হ'ব। নহ'লে বন্ধ নহয়। সূৰ্য্যৰপৰা যে আমি বহুত দুৰৈত আছোঁ সেই ভাব সিহঁতৰ মনলৈকে নাহে। সিহঁতে মাত্ৰ নিজৰ শক্তিৰে পৃথিৱীৰপৰা ওপৰলৈ জাপ মাৰি কেনেকৈ উঠিব পাৰি তাৰে চেষ্টাত থাকে। অগ্নিয়ে তেওঁৰ নিজা ৰূপত জাজ্বল্যমান বৈৰাগ্যৰ হে পৰিচয় দিয়া যেন অনুমান হয়। এই কাৰণেই বেদৰ প্ৰথম ধ্বনি হ'ল 'অগ্নিমীলে' আৰু মই সেই কুলি চৰাইক কেনেকৈ পাহৰো? সি কেনেকৈ মাতে? জহকালি নদ-নদী, জান-জুৰি শুকাই যায়, কিন্তু গছবোৰ নতুন কুঁহি পাতেৰে ঢাক খাই থাকে। কুলিয়ে চাগে এইটো নোসোধে যে কোনে তেওঁলোকক এই বৈভৱবোৰ দান কৰিছে! ক'ত আছে সেই বৈভৱ দাতা? কেনে সুমধুৰ সেই কু-উ-উ মাত। হিন্দু ধৰ্ম্মত কুলিৰ ব্ৰত-বিধান পোৱা যায়। তিৰোতাসকলে ব্ৰত লয় যে যেতিয়ালৈকে কুলিৰ মাত নুশুনো, তেতিয়ালৈকে অন্ন গ্ৰহণ নকৰো। কুলিৰ ৰূপত প্ৰকাশ পোৱা পৰমাত্মাক দৰ্শন কৰিবলৈ শিকাওঁতা এই ব্ৰত। কুলিয়ে কেনে সুৱলাকৈ কু-উ-উ কৰি মাতে। জেনিবা উপনিষদ হে গায়। কুলিৰ কু-উ-উ মাত

কাণেৰেহে শুনিবলৈ পোৱা চায়—চকুৰে দেখিবলৈ পোৱা নেযায়। কবি ৱৰ্ডচ্ৱৰ্থে কুলিৰ মাতত পাগল হৈ তাক বিচাৰি-বিচাৰি হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছিল। ইংলণ্ডৰ মহান কবিয়েহে কুলিক বিচাৰি ফুৰে কিন্তু ভাৰতীয় সাধাৰণ ঘৰৰ নাৰীয়েও কুলিক নেদেখিলে আহাৰ গ্ৰহণ নকৰে। এই কোকিলা-ব্ৰতৰ দ্বাৰাই ভাৰতীয় নাৰীয়ে মহান কবিৰ পদবী লাভ কৰিছিল। যি কুলিয়ে পৰমানন্দৰ মধুৰ ধ্বনি শুনায়, তাৰ ৰূপত চিৰ-সুন্দৰ পৰমাত্মাহে যেন প্ৰকাশ পায়।

কুলি সুন্দৰ, সেইবুলি কাউৰীও জানো অসুন্দৰ? কাউৰীকো প্ৰশংসা কৰা। কাউৰী মোৰ বৰ প্ৰিয়। তাৰ সেই ডাঠ ক'লা ৰং আৰু সেই তীব্ৰ মাতটো মই ভাল পাওঁ। আচলতে সেই মাতটো জানো বেয়া? নহয় সেই মাতটোও সুৱদিয়েই। সি যেতিয়া পাখি কোবাই কোবাই সো-সো কৰি উড়ি আহে তেতিয়া কিমান ভাল লাগে! সৰু সৰু ল'ৰা ছোৱালীৰ মন সি মুহি নিয়ে। কেচুৱা ল'ৰা-ছোৱালীয়ে বন্ধ ঘৰত কেতিয়াও আহাৰ নেখায়। বাহিৰৰ চোতালত বহি কাউৰী আদি চৰাই-চিৰিকতিক দেখুৱাই দেখুৱাইহে আহাৰ খুৱাব লগা হয়। কাউৰীক ভাল পোৱা কণ্ কণ্ ল'ৰা-ছোৱালী-বিলাক জানো পাগল? সিহঁত পাগল কেতিয়াও নহয়। সিহঁত জ্ঞানেৰে পৰিপূৰ্ণ। কাউৰীৰ ৰূপত ব্যক্ত পৰমেশ্বৰৰ লগত সিহঁত তৎক্ষণাৎ এক-ৰূপ হৈ পৰে। মাকে ভাতৰ লগত দৈ, এৰাঁগাখীৰ বা চেনি যিহকেই নিদিয়ক লাগে সেইবিলাক সিহঁতে ভাল নেপায়। সিহঁতে ভাল পায় কাউৰীয়ে পাখিৰে কৰা সো-সোৱনি শব্দ আৰু কাউৰীৰ মুখৰ অংগী-ভংগীহে। সৃষ্টিৰ প্ৰতি কণ কণ ল'ৰা-ছোৱালীবোৰৰ ইমান কৌতুহল হোৱা দেখা যায় যেন তাকে অৱলম্বন কৰিয়েই গোটেই 'ঈসপ-নীতি' ৰচনা কৰা হৈছে। ঈসপক সকলোতে ঈশ্বৰে দৰ্শন দিছিল। মই ভাল পোৱা কিতাপবিলাকৰ সূচীপত্ৰত ঈসপ নীতিৰ কথা প্ৰথমে লেখিম, কেতিয়াও নেপাহৰো। ঈসপৰ ৰাজ্যত দুই হাত, দুই ভৰি থকা মানুহ নামৰ প্ৰাণীয়েই অকলে নেথাকে। তাত শিয়াল, কুকুৰ, কাউৰী শহা, হৰিণ, কাছ, সাপ, কেচু সকলোৱেই আছে আৰু সকলোৱেই হ'হা-মতা কৰে। ইয়াক এখন বিৰাট সন্মিলন বুলিয়েই ধৰিব লোৱা। ঈসপৰ লগত গোটেই চৰাচৰ জীৱই কথা পাতে। তেওঁলোকে দিব্য দৰ্শন লাভ কৰিছে। এই দৃষ্টি আৰু এই তত্ত্বকে লৈয়েই ৰামায়ণ

ৰচনা কৰা হৈছে। তুলসী দাসে ৰামৰ বাল্যকালৰ লীলা বৰ্ণনা কৰিছে। ৰামে চোতালত উৰ্মলি আছে। এনেতে এজনী কাউৰী আহি আগতে পৰিলহি। ৰামে মনে মনে গৈ সেই কাউৰীজনীক ধৰিবলৈ চেষ্টা কৰিছে। কাউৰী জনীয়েও দেও দি দেও দি পিচলৈ হুহুঁকি গৈছে। অৱশেষত ৰাম ভাগৰি পৰিল। ইয়াৰ পাচতে ৰামৰ মনত এটা বুদ্ধি খেলালে। ৰামে এটুকুৰা পিঠা লৈ কাউৰীজনীৰ ওচৰলৈ গ'ল। ৰামে যেতিয়া পিঠা এটুকুৰা আগবঢ়াই দিয়ে, তাক দেখি কাউৰীজনী ওচৰ চাপি আহে।, তুলসীদাসে এনে ধৰণৰ বৰ্ণনাৰে ৰামায়ণৰ কেইবা পৃষ্ঠাও ভৰাই পেলালে, কিয়নো সেই কাউৰীও পৰমেশ্বৰেই। ৰামৰ মূৰ্ত্তিৰ এটা অংশইহে তেওঁ কাউৰীৰ গাতো আছে। ৰাম আৰু কাউৰীৰ সেই পৰিচায়ক, পৰমাত্মাৰ লগত পৰমাত্মাৰ পৰিচয় বুলি ধৰি লোৱা।

### (৫৪) দুৰ্জ্জনতো পৰমেশ্বৰ দৰ্শন

সাৰাংশ হৈছে এই যে এই নিচিনাকৈয়ে এই গোটেই সৃষ্টিত, বিবিধ ৰূপত পৱিত্ৰ নদী, বিশাল পৰ্ব্বত, অটল সমুদ্ৰ, বৎসল গোমাতা, সুন্দৰ ঘোঁৰা, সাহসী সিংহ, সুৰীদ মাতৰ কুলি, ধুনীয়া ম'ৰা চৰাই স্বচ্ছ আৰু নিৰ্জ্জনতা প্ৰিয় সাপ, পাখিৰে ধপ-ধপোৱা কাউৰী লহ্ লহ্ কৰি উঠা অগ্নি শিখা, তিৰ্ বিৰাই থকা তৰা আদিৰ ৰূপত পৰমাত্মা সকলোতে বিৰাজমান হৈ আছে। সেইবিলাক চকুৰেদি চাবলৈ অভ্যাস কৰিব লাগে। প্ৰথমে ডাঙৰ আৰু সৰল আখৰ, তাৰ পাচত সূক্ষ্ম আৰু যুক্তাক্ষৰ শিকিব লাগে। যুক্তাক্ষৰ শিকি লব নোৱাৰিলে উন্নতি কৰিব নোৱাৰি। যুক্তাক্ষৰ প্ৰতি খোজতে লাগিবই। দুৰ্জ্জনৰ গাত থকা পৰমাত্মাক দেখিবলৈও শিকিব লাগে। যেনেকৈ ৰামক জানিব পাৰি সেইদৰেই ৰাৱণকো জানিব লাগে। প্ৰহ্লাদক যদি ভাল বুলি ধৰা যায়, তেন্তে হিৰণ্যকশিপুকো ভাল বুলি ধৰি লোৱাটো উচিত হব। বেদে কৈছে ঃ—

নমোনমঃ স্তেনানাং পতয়ে নমোনমঃ
নমঃ পুঞ্জিষ্ঠেভ্যো নমো নিষাদেভ্যঃ।
ব্ৰহ্ম দাসা ব্ৰহ্ম দাসা
ব্ৰহ্মেৱেমে কিতৱাঃ।

সেই ডকাইতহঁতৰ দলপতিক নমস্কাৰ। সেই ক্ৰূৰ বা ক্ৰোধী আৰু হিংসুক

সকলকো নমস্কাৰ! এই ঠগ, চোৰ ডকাইত সকলোৱেই ব্ৰহ্ম। এই সকলোকে নমস্কাৰ।"

ইয়াৰ অৰ্থ কি? ইয়াৰ অৰ্থ হৈছে এই যে সৰল আখৰ শিকা হৈছে, এতিয়া জটিল আখৰবিলাক শিকা। কাৰ্লাইলে "বিভূতি পূজা" নামৰ এখন কিতাপ লিখিছে। তাত তেওঁ নেপোলিয়নকো এক বিভূতি বুলিয়েই কৈছে। ইয়াত শুদ্ধ পৰমাত্মা নাই, মিশ্ৰিত হৈ আছে; কিন্তু এই পৰমাত্মাকো ভালকৈ চিনি ল'ব লাগে। এই নিমিত্তেই তুলসীদাসে ৰাৱণক ৰামৰ বিৰুদ্ধী ভক্ত বুলি কৈছে। এই ভক্তৰ আচাৰ-নীতি অৱশ্যে কিছু বেলেগ ধৰণৰ। ভৰি যদি জুয়ে পোৰে তেন্তে সি উখহি উঠে, কিন্তু সেই উখহা ভাগক যদি সেঁকি দিয়া হয় তেন্তে সি ভাল হৈ পাৰিব। দুয়োঠাইতে একে তেজেই আছে। কিন্তু ৰোগ হলে বেলেগ বেলেগ হয়। ৰাম আৰু ৰাৱণ দেখাত দুজন হ'লেও, দুয়ো একেজন পৰমেশ্বৰেই।

স্থূল আৰু সূক্ষ্ম, সহজ আৰু জটিল, সৰল আখৰ আৰু সংযুক্তাক্ষৰ সকলো শিকা আৰু অন্তত এইটো উপলব্ধি কৰা যে পৰমেশ্বৰ নথকা খালি ঠাই অকণমানো নাই। অণু-পৰমাণুতো তেওঁ থাকে। বালি চাঁহিৰ পৰা গজ-হস্তিলৈকে বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো প্ৰাণীতে তেওঁ ব্যাপ্ত হৈ থাকে। সকলোৰে বিষয়ে সমানে চিন্তা ৰাখোঁতা দয়ালু, জ্ঞানমূৰ্ত্তি, ভক্তবৎসল, সমৰ্থ পাৱন, সুন্দৰ পৰমাত্মা আমাৰ চাৰিও ফালে সকলোতে দণ্ডায়মান হৈ আছে।

# একাদশ অধ্যায়

## (৫৫) বিশ্বৰূপ-দৰ্শনত অৰ্জ্জুনৰ উৎকণ্ঠা

বন্ধুসকল, যোৱা বাৰ আমি এই বিষয়ে আলোচনা কৰি আহিছো যে এই বিশ্বৰ অনন্ত বস্তুসমূহত ব্যাপ্তহৈ থকা পৰমাত্মাক আমি কেনেকৈ চিনিব পাৰো আৰু আমাৰ চকুৰ আগত যি বিৰাট প্ৰদৰ্শনী বিদ্যমান, তাক আত্মসাৎ কেনেকৈ কৰিব পাৰোঁ। প্ৰথমে স্থূল তাৰ পাচত সূক্ষ্ম, প্ৰথমে সৰল তাৰ পাচত মিশ্ৰ—এইদৰেই সকলো বস্তুতেই ভগৱানক দেখিবলৈ আৰু তেওঁৰ সাক্ষাৎকাৰ হবলৈ অহৰ্নিশে অভ্যাস কৰি গোটেই বিশ্বকে আত্ম-সমজ্ঞান কৰিবলৈ যে শিকিব লাগে এইটো আমি যোৱা অধ্যায়ত পাই আহিছো।

এতিয়া একাদশ অধ্যায়লৈ মন কৰিব। এই অধ্যায়ত ভগৱানে প্ৰত্যক্ষ ৰূপ দৰ্শন কৰাই অৰ্জ্জুনক কৃতাৰ্থ কৰিছে। অৰ্জ্জুনে ভগৱানক কলে—"প্ৰভু, মই আপোনাৰ সম্পূৰ্ণৰূপ দৰ্শন কৰিবলৈ ইচ্ছা কৰিছোঁ। যি ৰূপত আপোনাৰ গোটেই মহান্ প্ৰতিভা প্ৰকাশ পায় তেনে ৰূপ মোক দেখুৱাওক।" অৰ্জ্জুনৰ এই প্ৰাৰ্থনা বিশ্বৰূপ দৰ্শনৰ আছিল।

আমি সাধাৰণতে 'বিশ্ব,' 'জগত,' আদি শব্দ ব্যৱহাৰ কৰো। এই জগত বিশ্ব-ব্ৰহ্মাণ্ডৰ এটা অতি ক্ষুদ্ৰ ভাগ। এই ক্ষুদ্ৰ ভাগটোৰ কথাও আমি ভালকৈ নেজানো। গোটেই বিশ্ব-ব্ৰহ্মাণ্ডৰ দৃষ্টিৰে চালে যিখন জগতক আমি ইমান বিশাল যেন দেখিছোঁ তাকো অতিশয় ক্ষুদ্ৰ যেন লাগিব। ৰাতি যদি আকাশৰ পিনে চোৱা যায় তেন্তে তাক এটা অনন্ত গোলাকাৰ বস্তু যেন দেখা যাব। আকাশত থকা সেই হাতী-পটি, ধূপী-তৰা আৰু তিৰবিৰাই থকা অগণন তৰা এই সকলোবিলাকৰে স্বৰূপৰ বিষয়ে আপুনি জানেনে? এই সৰু সৰু তৰাবিলাকেই মহা প্ৰচণ্ড। তাত অনন্ত সূৰ্য্যৰ সমাবেশ হয়। সিহঁত ধকধকীয়া, তেজোময়, জ্বলন্ত ধাতুৰ গোলপিণ্ড। এনেকুৱা অনন্ত পিণ্ডৰ হিচাপ কোনে কৰে? ইয়াৰ আদি-অন্ত, পাৰ-আপাৰ একোৱেই নাই। শুদা চকুৰেহে ইয়াক হেজাৰ হেজাৰ যেন দেখা যায়; দূৰবীণেৰে চালে কোটি কোটি যেন দেখিবলৈ পোৱা যায়। তাতকৈও যদি ডাঙৰ দূৰবীণেৰে চোৱা যায় তেন্তে পৰাৰ্দ্ধ পৰাৰ্দ্ধ পৰিমাণত দেখা যাব।

শেষত তাৰ আদি-অন্তনো ক'ত তাক ধৰাই টান হব। এই অনন্ত সৃষ্টিয়েই স্বৰ্গ মৰ্ত্ত্য সকলোতে ব্যাপন্ত হৈ আছে, তাৰে এটা ক্ষুদ্ৰ অংশকহে জগত বোলা হয়। কিন্তু এই জগতকে যে কিমান বিশাল কায় যেন দেখা যায়।

এই বিশাল সৃষ্টি পৰমেশ্বৰৰ স্বৰূপৰ এটা ফাল মাত্ৰ। এতিয়া তাৰ দ্বিতীয় ফালটো লোৱা যাওক। সিয়েই হৈছে কাল। যদি আমি অতীতৰ ফালে দৃষ্টি নিক্ষেপ কৰো, তেন্তে ইতিহাসৰ সীমা বৰ বেছি যায় যদি দহ হেজাৰ বছৰলৈ পিচুৱাই যাব পাৰিব। তাৰ আগৰ কালৰ কথা কল্পনাই চুকি নেপায়। ইতিহাসৰ কাল হ'ল দহ হেজাৰ বছৰৰ আৰু আমাৰ নিজৰ জীৱন কাল টানিমানি এশ বছৰ মান হব। বাস্তৱতে কালৰ বিস্তাৰ অনাদি আৰু অনন্ত। কিমান কাল পাৰ হৈ গৈছে তাৰ কোনো সীমা সংখ্যা নাই। আৰু আগলৈ কিমান আছে তাৰো কল্পনা কৰিব নোৱাৰি। বিশ্ব-ব্ৰহ্মাণ্ডৰ তুলনাত জগতখন যেনেকৈ তুচ্ছ ইতিহাসৰ এই দহ হেজাৰ বছৰো অনন্ত কালৰ তুলনাত একেবাৰেই নগণ্য। ভূত কাল হৈছে অনাদি আৰু ভৱিষ্যৎ কাল হৈছে অনন্ত। এই সাধাৰণ বৰ্ত্তমান কালৰ কথা কওঁতে কওঁতে ভূত কাল আহি পায়হি। বৰ্ত্তমান কালনো সচাঁকৈয়ে ক'ত তাক কবলৈ ধৰে ধৰে মানেই ভূত কালত বিলীন হৈ পৰে। এনেকুৱা অতি চঞ্চল আমাৰ বৰ্ত্তমান কালটো। মই এতিয়া কথা কৈ আছোঁ, কিন্তু মোৰ মুখৰ পৰা এনেকুৱা কথা ওলোৱা মাত্ৰেই সি ভূত কালত বিলীন হৈ যায়! এই-দৰেই এই মহান্ কাল-নদী একেৰাহে বৈয়েই আছে। তাৰ উদ্গম বা অন্তৰ কোনো ঠিকনা নাই। মাজৰে অলপ মাত্ৰ প্ৰৱাহ আমি দেখিবলৈ পাওঁ।

এই দৰেই এফালে স্থূলভাগৰ প্ৰচণ্ড বিস্তাৰ আৰু আন ফালে কালৰ প্ৰচণ্ড প্ৰৱাহ। এই দুয়োটা দৃষ্টিৰেই যদি সৃষ্টিৰ ফালে চোৱা যায় তেতিয়া বুজিব পৰা হব যে কল্পনা শক্তিক যিমানেই প্ৰসাৰিত কৰিবলৈ নেচাওক লাগে ইয়াৰ কোনো ওৰ পোৱা নেযায়। ভূত, ভৱিষ্যত, বৰ্ত্তমান এই তিনিওটা কাল আৰু ওপৰ, তল-মধ্য—এই তিনিওখন ঠাইত ব্যাপ্ত হৈ থকা বিৰাট পৰ-মেশ্বৰক একে সময়তে আৰু একে বাৰতে দেখা পাবলৈ অৰ্জ্জুনে ইচ্ছা প্ৰকাশ কৰিলে। এই ইচ্ছাৰ কাৰণেই একাদশ অধ্যায়ৰ সূচনা হৈছে।

অৰ্জ্জুন ভগৱানৰ অতি প্ৰিয় আছিল। কিমান প্ৰিয় আছিল? ইমান প্ৰিয় আছিল যে দশম অধ্যায়ত কোন কোন স্বৰূপত মোক ধ্যান কৰিবা এই

কথা বুজাবলৈ গৈ পৰমেশ্বৰে কৈছিল—"পাণ্ডৱৰ ভিতৰত যিজন অৰ্জুন তেওঁৰ ৰূপত মোক ধ্যান কৰা।" শ্ৰীকৃষ্ণই কৈছে "পাণ্ডৱানাং ধনঞ্জয়ঃ।" ইয়াত কৈ অধিক প্ৰেমৰ পাগলামি, প্ৰেমোন্মত্ততা কি হব পাৰে? প্ৰেম যে কিমান পাগল হ'ব পাৰে তাৰেই উদাহৰণ স্বৰূপ এই কথাষাৰ। অৰ্জ্জুনৰ ওপৰত ভগৱানৰ প্ৰীতি অপাৰ আছিল। এই একাদশ অধ্যায় সেই প্ৰীতিৰেই প্ৰসাদ স্বৰূপ। দিব্যৰূপ দৰ্শন কৰিবলৈ অৰ্জ্জুনৰ যি ইচ্ছা আছিল, ভগৱানে তেওঁক দিব্য দৃষ্টি দি সেই আশা পূৰ্ণ কৰিলে। অৰ্জুনক তেঁওঁ প্ৰেমৰ প্ৰসাদ দিলে।

### (৫৬) ক্ষুদ্ৰ মূৰ্ত্তিতো পূৰ্ণ দৰ্শন সম্ভৱ

সেই দিব্যৰূপৰ সুন্দৰ, ভব্য বৰ্ণনা এই অধ্যায়ত আছে। যদিও এই-বিলাক সঁচা, তথাপি এই বিশ্ব-ৰূপৰ কাৰণে মোৰ বিশেষ লোভ একো নাই। মই সৰু ৰূপতেই সন্তুষ্ট। যিটো সৰু, সৰল সুন্দৰ ৰূপ মোৰ চকুত পৰে তাৰ মাধুৰ্য্য লুটিবলৈ মই শিকিছো। পৰমেশ্বৰ টুকুৰাত বিভাজিত নহয়। মই ভবা নাই যে পৰমেশ্বৰৰ যিটো ৰূপ আমি দেখিবলৈ পাইছো সি তাৰ এটা টুকুৰাহে আৰু বাকী অংশ বাহিৰত আছে। বৰঞ্চ মই দেখিছো যে যি পৰমেশ্বৰ এই বিৰাট বিশ্বস্ত ব্যাপ্ত হৈ আছে তেৱেঁই সম্পূৰ্ণ ৰূপত যেনে আছিল তেনেই এটা ক্ষুদ্ৰ মূৰ্ত্তি তথা ধূলি কণাতো ব্যাপ্ত হৈ আছে। মূল্য কাৰোৰে কম নহয়। অমৃত সিন্ধুত যি মধুৰত্ব আছে তাৰ এটা টোপালতো সেই একেই আছে। অমৃতৰ যি এটা টোপাল মই পাইছো তাৰ সোৱাদ লৈয়েই থাকিম বুলি ভাবিছোঁ। অমৃতৰ দৃষ্টান্ত মই জানি বুজিয়েই দিছো। পানী কিম্বা গাখীৰ লোৱা নাই। এপিয়লা গাখীৰত যিমান সোৱাদ থাকিব, এঘটি গাখীৰতো সিমান সোৱাদেই থাকিব কিন্তু সোৱাদ সমান হলেও পুষ্টি সমান হব নোৱাৰে। এটোপাল গাখীৰতকৈ এপিয়লা গাখীৰত পৌষ্টিকতা সাধাৰণতে বেছি। কিন্তু অমৃতৰ দৃষ্টিত হলে সেইটো নেখাটে। অমৃত সাগৰৰ সোৱাদ অমৃতৰ এটা টোপালতো থাকে। তাৰ পৌষ্টিকতাও সমান। অমৃতৰ এটা টোপাল পানকৰিলেও তাৰপৰা অমৃতত্ব পোৱা যাবই। সেই দৰেই যি দিব্যতা আৰু পৱিত্ৰতা পৰমেশ্বৰৰ বিৰাট ৰূপত নিহিত আছে, সিয়েই আকৌ এটা সৰু মূৰ্ত্তিতো আছে। ধৰিবলওক কোনোবাই যদি নমুনা স্বৰূপে মোৰ আগত এমুঠি ধান আনি থয় আৰু যদি তাক মই চিনি নেপাওঁ

তেন্তে এখেলা ধান আনি মোৰ আগত থলোঁহি কি লাভ হ'ব? মোৰ চকুৰ আগত থকা ঈশ্বৰৰ সৰু নমুনাক যদি মই চিনিব নোৱাৰো তেন্তে বিৰাট পৰমেশ্বৰক দেখিলে কেনেকৈ চিনিম? সৰু ডাঙৰ বিচৰাত লাভ কি? সৰুক চিনিব পাৰিলেই ডাঙৰক আপোনা-আপুনি চিনা হৈ যায়। এই কাৰণে ঈশ্বৰে মোক বিৰাট ৰূপ দেখুৱাত মোৰ আগ্ৰহ নাই। অৰ্জ্জুনৰ দৰে বিশ্বৰূপ দৰ্শন কৰিবলৈ দাবী কৰিবৰ মোৰ যোগ্যতাও নাই। তথাপি মই যি দেখিছো সি যে সেই বিশ্বৰূপৰেই এটা অংশ বিশেষ এনেও নহয়। কোনো ছবিৰ টুকুৰা এটা যদি লৈ অহা হয় তেন্তে তাৰপৰা গোটেই ছবিখনত কি আছিল তাক বুজা নেযাব। কিন্তু পৰমাত্মা এনেধৰণৰ টুকুৰাৰে গঠিত নহয়। পৰমাত্মা কটা নহয় আৰু খণ্ড-খণ্ডও নহয়। এটা ক্ষুদ্ৰ আকৃতিতো সেই অনন্ত পৰমেশ্বৰে সম্পূৰ্ণ ভাৱে বিৰাজ কৰি থাকে। সৰু ছবি আৰু ডাঙৰ ছবিৰ মাজত নো কি তফাৎ আছে? ডাঙৰ ছবিত যি থাকে, সৰু ছবিতো সেই একে বস্তুৰেই সম্পূৰ্ণ ভাবে থাকে। সৰু ছবি, ডাঙৰ ছবিৰ টুকুৰা নহয়। সৰু টাইপৰ আখৰ হ'লে যি অৰ্থ হব, ডাঙৰ টাইপৰ আখৰ হলেও সেই একে অৰ্থই হব। ডাঙৰ টাইপৰ অৰ্থ ডাঙৰ বা সৰু টাইপৰ অৰ্থ সৰু এনে নহয়।

মূৰ্ত্তি পূজাৰ আধাৰতো এই বিচাৰ পদ্ধতিয়েই নিহিত আছে। মূৰ্ত্তি-পূজাক এতিয়ালৈকে বহুতেই সমালোচনা কৰিছে। বাহিৰৰ আৰু ইয়াৰো কিছুমান চিন্তাশীললোকে মূৰ্ত্তি-পূজা অনাৱশ্যক বুলি কৈছে। কিন্তু মই যিমানেই চিন্তা কৰি চাওঁ সিমানেই মূৰ্ত্তি-পূজাৰ আৱশ্যকতাই মোৰ আগত জল জল পট্ পট্কৈ দেখা দিয়ে। মূৰ্ত্তি-পূজাৰ অৰ্থ নো কি? এটা ক্ষুদ্ৰ বস্তুত গোটেই বিশ্বক অনুভৱ কৰাৰ বিদ্যাই হৈছে মূৰ্ত্তি-পূজা। এখন সৰু গাঁৱত গোটেই ব্ৰহ্মাণ্ডক দেখিব পৰা বিদ্যা শিকাটো জানো বেয়া? ই কোনো কল্পনা নহয় প্ৰত্যক্ষ অনুভৱৰ কথা। বিৰাট স্বৰূপত যি আছে সিয়েই ধূলিৰ কণিকাতো আছে। সেই মাটিৰ চপৰাটোৰ ভিতৰত আম, কল, ধান, সোণ, তাম, ৰূপ আদি সকলো আছে। গোটেই সৃষ্টিখনেই সেই কণিকাৰ ভিতৰতে আছে। যেনেকৈ ভাৱৰীয়তে সৰু দলত একেজন ভাৱৰীয়াই বাৰে বাৰে পোছাক সলাই ৰংগমঞ্চলৈ আহে, সেইদৰেই পৰমেশ্বৰকো বজিব লাগে। আৰু যেনেকৈ এজন নাট্যকাৰে নিজে নাটকো লিখে আৰু

নাট্যো হয়, সেইদৰেই পৰমাত্মায়ো নাটক লিখে আৰু তেওঁ অনন্ত পাত্ৰৰ ৰূপত সাজি-কাচি ৰঙ্গমঞ্চত আহি অভিনয় কৰে। এই অনন্ত নাটকৰ এজন পাত্ৰক চিনিব পাৰিলেও সকলো পাত্ৰকে চিনি লোৱাৰ নিচিনা হব।

কাব্যৰ উপমা, দৃষ্টান্ত আদিৰ কাৰণে যি আধাৰ আছে মূৰ্ত্তি-পূজাৰ বেলিকাও সিয়েই খাটিব। কোনো গোলাকাৰ বা ঘূৰণীয়া বস্তু আদি যদি আমি দেখো তেন্তে আমি আনন্দ অনুভৱ কৰো। কিয়নো তাত এটা ব্যৱস্থিততা থাকে। ব্যৱস্থিততা ঈশ্বৰৰ এটা স্বৰূপ। ঈশ্বৰৰ সৃষ্টি সৰ্ব্বাঙ্গসুন্দৰতাত ব্যৱস্থিততা আছে। গোলাকাৰ বস্তু মানে ঈশ্বৰৰ ব্যৱস্থিত মূৰ্ত্তি। কিন্তু হাবিত গজা কেকোৰা-বেকোৰা গছো ঈশ্বৰৰেই মূৰ্ত্তি। তাত ঈশ্বৰৰ স্বচ্ছন্দতা আছে। সেই গছ-জোপাৰ কোনো বন্ধন নাই। ঈশ্বৰক কোনে বান্ধত পেলাব পাৰে? সেই বন্ধনাতীত পৰমেশ্বৰ সেই বাৰভঙ্গীয়া গছ ডালতো আছে। কোনো পোন সৰল খুটা দেখিলে তাত ঈশ্বৰৰ সমতা দেখা যায়। কাৰুকাৰ্য্য কৰা খুটা দেখিলে তাত আকাশৰ অগণন নক্ষত্ৰৰ দ্বাৰাই গুটি বুলুৱা সেই পৰমেশ্বৰক দেখা যায়। কোনো কলমদিয়া ব্যৱস্থিত বাগিচাত যদি ঈশ্বৰৰ সংযমীৰূপ দেখিবলৈ পোৱা যায় তেন্তে কোনো গহন-বনতো ঈশ্বৰৰ ভব্যতা আৰু স্বতন্ত্ৰতাৰ দৰ্শন হয়। অৰণ্য আৰু ব্যৱস্থিত বাগিচাতো আনন্দ পোৱা যায়। তেন্তে আমি পাগল নে কি? নহয়, আনন্দ দুয়োটাতে আছে, কিয়নো ঐশ্বৰিক গুণ প্ৰত্যেকটোতেই প্ৰকাশ পাইছে। মিহি শালেগ্ৰাম শিলাখণ্ডত যি জ্যোতি আছে সিয়েই নৰ্ম্মদাৰ ওখোৰা-মোখোৰা মূৰ্ত্তি শঙ্কৰতো আছে। গতিকে মই সেই বিৰাট-স্বৰূপক বেলেগাই দেখা নাই যদিও কোনো আপত্তি নাই।

পৰমেশ্বৰ, সকলোতে ভিন্ ভিন্ বস্তুত ভিন্ ভিন্ গুণৰ দ্বাৰাই প্ৰকাশ পায় আৰু ইয়াৰ পৰাই আমি আনন্দ পাওঁ। সেই বস্তুটোৰ প্ৰতি আত্মীয়তা প্ৰকাশ পায়। আনন্দ অকাৰণত নহয়। আনন্দ কিয় হয় বাৰু? ইয়াৰ লগত কিছু নহয় কিছু সম্বন্ধ আছে, এই কাৰণেই আনন্দ পোৱা যায়। সন্তানক দেখা মাত্ৰকেই মাকৰ হিয়া পুলকিত হৈ উঠে; কিয়নো তেওঁৰ লগত কি সম্বন্ধ আছে তাক জানে। এইদৰেই প্ৰত্যেক বস্তুৰ লগত পৰমাত্মাৰ সম্বন্ধ ঘটোৱা। মোৰ গাত যি পৰমেশ্বৰ আছে সেই বস্তুটো ঠিক তেনেকৈ আছে। এনেধৰণৰ সম্বন্ধ বঢ়োৱা মানে আনন্দ বঢ়োৱা হয়। আনন্দৰ আৰু

কোনো পাৰ নাই। প্ৰেমৰ সম্বন্ধ সকলো ঠাইতে ঘটাবলৈ চাওক। তাৰ পাচত দেখিব কি চমৎকাৰ হৈ উঠে! অনন্ত সৃষ্টিত ব্যাপ্ত পৰমাত্মাই পুনৰ অণু-পৰমাণুতো দেখা দিব। এবাৰো যদি কেনেবাকৈ সেই দৃষ্টি পায় তেনে-হলেনো আৰু কি লাগে? ইয়াৰ কাৰণে অৱশ্যে ইন্দ্ৰিয়সমূহক সংস্কাৰৰ অভ্যাস কৰোৱাবৰ প্ৰয়োজন হব। আমাৰ ভোগ-বাসনা পৰিহাৰ কৰি যেতিয়া আমি প্ৰেমৰ পৱিত্ৰ দৃষ্টি লাভ কৰিম তেতিয়া পুনৰ প্ৰত্যেক বস্তুতেই ঈশ্বৰে দেখা দিব। আত্মাৰ ৰং কেনেকুৱা এই কথাটোৰ উপনিষদত অতি সুন্দৰ বৰ্ণনা আছে। আত্মাৰ ৰংনো কোনটো বুলি কম? ঋষিয়ে প্ৰেমত কৈছে—"যথা অয়ং ইন্দ্ৰগোপঃ।"

এই যে ৰঙা ৰঙা ৰেশমৰ নিচিনা কোমল পহুৰ গাত থকা এবিধ চিকৰা (ইন্দ্ৰগোপ) আছে, তাৰ নিচিনাই আত্মাৰ ৰূপ। সেই পহু-চিকৰাটো দেখি কিমান আনন্দ লাগে? এই আনন্দ কিয় লাগে বাৰু? মোৰ গাত যি ভাৱ আছে পহু-চিকৰাৰ গাতো সেই ভাৱেই আছে। মোৰ লগত তাৰ কোনো সম্বন্ধ নথকা হলে জানো তাক দেখি মোৰ আনন্দ লাগিলহেতেন। মোৰ অন্তৰত যি সুন্দৰ আত্মা আছে, তাৰ অন্তৰতো সেই আত্মাই আছে। এই কাৰণেই তাৰ উপমা দিয়া হৈছে। উপমা কিয় দিয়া হয়? তাক দেখি আনন্দ কিয় লাগে? আমি উপমা এই কাৰণেই দিওঁ যে সেই দুয়োটা বস্তুত সামঞ্জস্য আছে আৰু এই বাবেই আনন্দও লাগে। যদি উপমেয় আৰু উপ-মান একেবাৰেই বেলেগ বেলেগ হয় তেন্তে তাত আনন্দ মুঠেই পোৱা নযায়। যদি কোনোবাই কয় যে লোণ-জলকীয়াৰ নিচিনা, তেন্তে আমি তেওঁক পাগল বুলি কম। কিন্তু যদি কোনোবাই কয় যে তৰাবিলাক ফুলৰ নিচিনা, তেন্তে তাত সামঞ্জস্য থকা বাবে তাৰপৰা আনন্দ পোৱা যায়। লোণ জলকীয়াৰ নিচিনা বুলি কলে তাত সাদৃশ্য থকা যেন নেলাগে, কিন্তু কাৰোবাৰ দৃষ্টি অতি বিশাল হৈ পৰা বাবে যদি বি পৰমাত্মা লোণত আছে, সেই পৰমাত্মাই জলকীয়াতো আছে বুলি উপলব্ধি কৰে তেন্তে তেওঁ "লোণ কেনেকুৱা, জল-কীয়াৰ নিচিনা" বোলা এই কথা ফাঁকিতো আনন্দ অনুভৱ কৰিবলৈ ধৰিব। সাৰাংশ হৈছে এই যে ঈশ্বৰীয় ৰূপ প্ৰত্যেক বস্তুতে ওতঃপ্ৰোত ভাৱে আছেই। তাৰ কাৰণে বিৰাটৰূপ দৰ্শনৰ কোনো আৱশ্যক নকৰে।

## (৫৭) বিৰাট বিশ্বৰূপ সহ্য নহয়

তেনেস্থলত সেই বিৰাট ৰূপ দৰ্শন মই কেনেকৈ সহ্য কৰিম? সৰু সৰ্বগুণী সুন্দৰ ৰূপক মই ভাল পাওঁ আৰু ইয়াক মোৰ নিজৰ যেনো লাগে। আচলতে ই মধুময়ো। এনেকুৱা বস্তু দেখি মই যিমান তৃপ্তি পাম, সিমান তৃপ্তি বিশ্বৰূপ দৰ্শনত কেতিয়াও নেপাওঁ। অৰ্জুনৰো ঠিক সেই একে অৱস্থাই হৈছিল। তেওঁ থৰ্ থৰ্ কৰি কঁপিবলৈ ধৰিলে আৰু অন্তত কলে "হে ভগৱান, আপোনাৰ আগৰ সেই মনোহৰ ৰূপটো দেখুৱাওকচোন।" অৰ্জুনৰ নিজৰ অভিজ্ঞতাই কৈছে যে বিৰাট ৰূপদৰ্শন কৰিবলৈ মন নেমেলিবা। তিনিওটা কাল আৰু তিনিওখন ঠাইত ব্যাপ্ত হৈ থকা ঈশ্বৰেই ভাল। সেই তৰাবিলাক লগলাদি যদি কিবা এটা অত্যুজ্জ্বল গোলাকাৰ বস্তুহে মোৰ আগত থিয় হয়হি তেতিয়া মোৰ কি অৱস্থা হ'ব? এই তৰা-বিলাক কিমান শান্ত-স্নিগ্ধ! এনেকুৱা লাগে যেন দূৰৈৰ পৰা তেওঁলোকে মোৰ লগত কথাহে পাতিছে। কিন্তু চকুক শান্তি দিব পৰা সেই তৰাবিলাক যদি ওচৰত চাহি আহে, তেতিয়া? সেইবিলাক হৈছে প্ৰজ্জ্বলিত অগ্নি। তেতিয়া দেখোন মই পুৰি ছাই হৈ যাম। ঈশ্বৰৰ এই অনন্ত ব্ৰহ্মাণ্ড য'ত যেনেভাবে আছে তাক তেনে ভাবেই থাকিবলৈ দিয়া। সেই সকলোবিলাকক একেটা খোঁটালীত একেলগ কৰিলে জানো আনন্দ হব? বোম্বাইৰ চিৰিয়া-খানাত থকা সেই কপৌবিলাকৰ কি স্বাধীনতা আছে? সেই দশ্যটো বৰ কিবা যেন লাগে। এই সৃষ্টিখন যে আকাশ, পাতাল আৰু পৃথিৱীৰ এই তিনিওটা ভাগত বিভক্ত হৈ আছে তাতহে বেছি আনন্দ লাগে। যিটো কথা স্থূলাত্মক সৃষ্টিত খাটিব, সিয়েই আকৌ কালাত্মক সৃষ্টিতো খাটিব। ভূত-কালৰ কথা আমাৰ মনত নেথাকে আৰু ভৱিষ্যৎ কালৰ জ্ঞান নহয়, ই অৱশ্যে আমাৰ কাৰণে কল্যাণকাৰকেই। যিবিলাক বস্তুত কেৱল পৰমেশ্বৰৰহে সত্তা আছে, মনুষ্য সত্তা মুঠেই নাই, তেনেকুৱা পাচোঁটা বস্তুৰ কথা কোৰান-সৰিফত কোৱা হৈছে। তাৰ ভিতৰৰে এটা হৈছে ভৱিষ্যত কাল বিষয়ক জ্ঞান। আমি আন্দাজ কৰো, কিন্তু আন্দাজৰ অৰ্থ জ্ঞান নহয়। ভৱিষ্যত কালৰ জ্ঞান যে—আমাৰ নহয় এইটো আমাৰ ভালৰ কাৰণেহে। সেইদৰেই ভূতকালৰ কথাও যে আমাৰ মনত নেথাকে ইয়ো সঁচাকৈয়ে বৰ ভাল কথাই। কোনো দুৰ্জ্জন, যদি সজ্জন হৈ মোৰ ওচৰলৈ আহে, তেতিয়া যদি তেওঁৰ

সেই অতীতৰ কথাবিলাক মোৰ মনত থাকে, তেন্তে তেওঁৰ প্ৰতি মনত শ্ৰদ্ধা নজন্মা হয়। তেওঁ যিমানেই নকওক, তেওঁৰ আগৰ সেই পাপবিলাক মই সহজতে কেতিয়াও পাহৰিব নোৱাৰো। তেওঁ যেতিয়া মৰি অন্য জনম লৈ আহিব, তেতিয়াহে হয়তো জগতে আগৰ সেই পাপবিলাক পাহৰিব পাৰিব।

পূৰ্ব্বৰ কথা মনত পৰিলেই বিকাৰ বাঢ়ে। কিন্তু আগৰ সেই সমস্ত জ্ঞান যদি নষ্ট হৈ যায় তেন্তে আৰু কোনো কথাই নেথাকে। পাপ-পুণ্য পাহৰি যাবলৈ হলে কোনো বিশেষ উপায় থাকিব লাগে। সেই উপায়টো হৈছে মৃত্যু। যেতিয়া আমাৰ এই জন্মৰ-যন্ত্ৰণা অসহ্য যেন অনুভৱ হয় তেতিয়া আকৌ আগৰ জন্মৰ আবৰ্জ্জনাৰ বিচাৰ কিয় কৰিব লাগে? আমাৰ এই জন্মৰ খোটা লীতেই জানো কম আবৰ্জ্জনা আছে?

আমাৰ ল'ৰালি কালৰ কথাওতো বহুত পাহৰো। অৱশ্যে এই পাহৰি-যোৱা কথাটো লাভদায়কেই। হিন্দু মুছলমানৰ ঐক্যৰ কাৰণে অতীতক পাহৰি যোৱাটোৱেই একমাত্ৰ উপায়। আওৰংগজেবে বহুত অত্যাচাৰ কৰি-ছিল, এই কথাখিনিকেনো কিমান দোহাৰি থাকিবা? গুজৰাটী ভাষাত ৰতন বাইৰ এটা গৰ্বা-গীত আছে। তাক আমি ইয়াত বহুবাৰ শুনিছো। তাত শেষত এই কথাষাৰ কোৱা হৈছে যে "পৃথিৱীত কেৱল গুণ যশস্যাহে থাকি যাব, পাপক মানুহে পাহৰি যাব" এই কালে জাৰিব-চালিব লাগিছে। ইতি-হাসত যিমানখিনি ভাল পোৱা যায় তাক মানুহে লব লাগে। পাপমূলক কথাবিলাক দলিয়াই পেলাব লাগে। মানুহে যদি বেয়াখিনি বাদ দি কেৱল ভাল খিনিহে ললেহেতেন তেন্তে কিমান যে ভাল হ'লহেতেন! কিন্তু তেনেকুৱা নহয়। এই কাৰণেই মনত নথকা কথাটো বৰ আৱশ্যকীয়। ইয়াৰ কাৰণে ভগৱানে মৃত্যুৰ সৃষ্টি কৰিছে।

তাৎপৰ্য্য হৈছে এই যে জগৎ যেনেকুৱা মংগলো তেনেকুৱাই। কাল-স্থলাত্মক বিশ্বক একে ঠাইতে গোটাবৰ কোনো প্ৰয়োজন নাই। অতি পৰিচয়ত আনন্দ নাই। কোনো কোনো বস্তুৰ লগত ঘনিষ্ঠ সম্পৰ্ক বঢ়াব লাগে। আৰু কোনো কোনোৰ পৰা আতঁৰি থাকিব লাগে। গুৰু হ'লে নম্ৰতাপূৰ্ব্বক দূৰতে বহিব, কিন্তু মাকৰ হ'লে কোলালৈহে যাব। যি মূৰ্ত্তিৰ লগত যেনে ব্যৱহাৰ কৰিব লাগে তেনে ব্যৱহাৰেই হবও লাগে। ফুল আমি ওচৰ চপাই লওঁ, কিন্তু জুইৰপৰা হ'লে আতঁৰি থাকোঁ। তৰাবিলাক দূৰৰ পৰা

দেখিহে ভাল লাগে। সৃষ্টিৰো সেই একে কথাই। অতি দূৰত থকা বস্তু, অতি ওচৰ চপাই আনিলে যে আমি বেছি আনন্দ পাম, এনে নহয়। যিটো য'ত আছে তাক তাতে থাকিবলৈ দিয়াটোহে বেছি ভাল। যিটো বস্তু দূৰৰ পৰা ৰমণীয় যেন অনুমান হয়, তাক ওচৰলৈ আনিলেই যে সুখদায়ক হ'ব এইটো কোনেও কব নোৱাৰে। তাক দূৰতে ৰাখিয়েই আনন্দ উপভোগ কৰিব লাগে। ধৃষ্টতাৰে সৈতে ঘনিষ্ঠতা বঢ়াই অতি পৰিচিত হৈ লোৱাৰ পৰা একো লাভ নহয়।

সাৰাংশ তিনিওটা কাল আমাৰ সন্মুখত দণ্ডায়মান হৈ নথকাটোৱেই বেছি ভাল। তিনিওটা কালৰ জ্ঞান থকা হলে যে আনন্দ অথবা কল্যাণ হ'লহেতেন এইটো কোনেও ক'ব নোৱাৰে। অৰ্জ্জুনে প্ৰেমৰ বশৱৰ্ত্তী হৈ নেৰানেপেৰা দি ভগৱানক খটাৰ কাৰণেহে ভগৱানে তেওঁক নিজৰ সেই বিৰাট মূৰ্ত্তি দেখুৱাবলৈ সন্মত হল; কিন্তু মোৰ কাৰণে হলে ভগৱানৰ ক্ষুদ্ৰ ৰূপেই যথেষ্ট। এই ক্ষুদ্ৰ ৰূপ পৰমেশ্বৰৰ অংশ বিশেষ নহয় আৰু যদি সি হয়ো তেন্তে সেই অপাৰ আৰু বিশাল মূৰ্ত্তিৰ এটি চৰণ নাইবা চৰণৰ আঙুলিহে দেখা পাইছো। তেতিয়া হলেও মই ক'ম—"ধন্য মোৰ ভাগ্য।" অভিজ্ঞতাৰ দ্বাৰাই মই এই জ্ঞান লাভ কৰিছো। যমুনালালজীয়ে যেতিয়া ৱাৰ্দ্ধাত হৰি-জনৰ কাৰণে লক্ষ্মীনাৰায়ণ মন্দিৰ মুকলি কৰি দিছিল তেতিয়া মই মন্দিৰ দৰ্শন কৰিবলৈ গৈছিলো। সমাধিস্থ মানুহৰ দৰে ময়ো তধা লাগি একেথিৰে তালৈ চায়েই থাকিলো। ভগৱানৰ সেই মুখ, বুকু, হাত আদি চাই চাই অন্তত চৰণত গৈ মোৰ দৃষ্টি স্থিৰ হৈ ৰ'ল।

'মধুৰ তেৰী চৰণসেৱা'—এই ভাৱনাই অন্তত সাঁচ বহি বল। এটা ক্ষুদ্ৰ মূৰ্ত্তিত যদি সেই মহাপ্ৰভুৱে প্ৰৱেশ কৰিব নোৱাৰে তেন্তে সেই মহা-প্ৰভুৰ চৰণ দৰ্শনেই যথেষ্ট বুলি ধৰি ল'ব লাগে। অৰ্জ্জুনে ঈশ্বৰৰ ওচৰত অনুনয় বিনয় কৰিছিল। তেওঁ সম্পূৰ্ণৰূপে অধিকাৰ কৰি লৈছিল। তেওঁৰ ঘনিষ্ঠতা, প্ৰেম, আৰু সখ্য ভাব কিমান গাঢ় আছিল! তেওঁৰ তুলনাত মোৰ নো কি যোগ্যতা আছে? মোৰ কাৰণে চৰণেই যথেষ্ট আৰু ময়ো ইমানৰেই হে গৰাকী।

## (৫৮) সৰ্ব্বাৰ্থ সাৰ

সেই পৰমেশ্বৰৰ দিব্যৰূপৰ বিষয়ে যি বৰ্ণনা আছে, তাত চতুৰাজি

খেলিবৰ মোৰ ইচ্ছা নাই। তাত চতুৰালি খেলাটো পাপ। সেই বিশ্বৰূপৰ বৰ্ণনা কৰা পৰম পৱিত্ৰ শ্লোকবিলাক আমি পঢ়ো আৰু পৱিত্ৰ হওঁ। তাৰ ওপৰত চতুৰালি খেলি পৰমেশ্বৰৰ সেই ৰূপ টুকুৰা-টুকুৰ কৰাটো মই ভাল নেপাওঁ। সি আঘোৰ উপাসনা হৈ পৰিব। আঘোৰ পন্থীৰ লোক শ্মশানলৈ গৈ মৰাশৰ ছাল বখলিয়ায় আৰু তন্ত্ৰৰ উপাসনা কৰে। সেই ক্ৰিয়াও এনেকুৱাই হৈ পৰিব। পৰমেশ্বৰৰ সেই দিব্যৰূপ—

"বিশ্বতশ্চক্ষুৰুত বিশ্বতোমুখো।
বিশ্বতো বাহুৰুত বিশ্বতস্পাত্॥

এনেকুৱা তেওঁ বিশাল আৰু অনন্ত ৰূপৰ। তেওঁৰ বৰ্ণনাত্মক শ্লোক-বিলাক গাব লাগে। ইয়াক গাই নিজৰ মনক নিষ্পাপ আৰু পৱিত্ৰ কৰি তুলিব লাগে।

পৰমেশ্বৰৰ গোটেই বৰ্ণনাৰ ভিতৰত কেৱল এঠাইত হে বুদ্ধিয়ে চিন্তা কৰিবলৈ সুযোগ পাইছে। পৰমেশ্বৰে অৰ্জ্জুনক কৈছে—"অৰ্জ্জুন, এই সকলোবিলাকেই মৰি আছে, তুমি কেৱল নিমিত্ত মাত্ৰ হোৱাঁ। তাৰ পিচত যি কৰিব লগা হয়, মই কৰিম। এই কথাফাঁকিয়েই অন্তৰত গুঞ্জৰি-গুমৰি আছে। যেতিয়া এই ভাৱ মনলৈ আহে আমি যেন ঈশ্বৰৰ অস্ত্ৰ-শস্ত্ৰ হ'ব লাগে, তেতিয়াহে বুদ্ধিয়ে চিন্তা কৰিবলৈ ধৰে। ঈশ্বৰৰ হাতৰ অস্ত্ৰ কেনেকৈ হ'ব লাগে, কৃষ্ণৰ হাতৰ মুৰলী কেনেকৈ হওঁ? মোক যদি বজাবলৈ কয়, তেন্তে মই কি কৰা উচিত? মুৰলী হোৱাৰ অৰ্থ ফোঁপোলা হোৱা। পাচে মোৰ গাত বিকাৰ আৰু বাসনা ঠাহ খাই আছে, এনে অৱস্থাত মোৰ পৰা নো সুমধুৰ সুৰ কেনেকৈ ওলাব? মোৰ মাতটো যে ডাঙৰ। মই এটা ঘন বস্তু। মোৰ গাত অহংকাৰ ভৰি আছে। মই নিৰহংকাৰ হোৱা উচিত। যেতিয়া মই পূৰ্ণভাবে ফোপোলা হৈ পৰম তেতিয়াহে পৰমেশ্বৰে মোক বজাব পাৰিব। কিন্তু পৰমেশ্বৰৰ ওঠৰ মাজৰ মুৰলী হোৱাটো বৰ সাহসিকতাৰ কাম। তেওঁৰ ভৰিৰ জোতা হোৱাই সহজ নহয়। জোতা হলেও এনে কোমল হব লাগে, যাতে তেওঁ পিন্ধিলে ভৰিত পানীজোলা নেবান্ধে। পৰমেশ্বৰৰ ভৰি আৰু কাঁইট আৰু শিলগুটি আদিৰ মাজত মই থাকিব লাগিব। মই নিজেই নিজক কোমল কৰিব লাগিব। নিজৰ ছাল এনুৱাই কোমল কৰিব লাগিব। গতিকে পৰমেশ্বৰৰ ভৰিৰ জোতা হোৱাটোও সহজ

নহয়। যদি পৰমেশ্বৰৰ হাতৰ অস্ত্ৰ হ'ব খোজোঁ, তেন্তে মই দহ সেৰ ওজনৰ লোহাৰ গোলাকৃতি বস্তু হবৰ আৱশ্যাক নাই। তপস্যাৰ শান-শিলত নিজক ধৰাই চোকা কৰিব লাগিব। ঈশ্বৰৰ হাতত মোৰ জীৱনৰূপী তৰোৱালে চকমকাব লাগিব। তাৰ ধ্বনিৰ প্ৰতিধ্বনি মোৰ বৃদ্ধিত হ'বই লাগিছে। ভগৱানৰ হাতৰ এটা বস্তু হওঁ এই ভাৱনাত মই নিমগ্ন হৈ পৰোঁ। এতিয়া এইটো কেনেকৈ হব পাৰে, তাৰ নিয়ম ভগৱানে নিজেই শেষৰ শ্লোক-টোত কৈছে। শ্ৰীশংকৰাচাৰ্য্যই নিজৰ ভাষ্যত এই শ্লোকটোক "সৰ্ব্বাৰ্থসাৰ" অৰ্থাৎ গোটেই গীতাৰ সাৰ বুলি কৈছে। সেই শ্লোকটো তলত দিয়া হ'ল।—

"মৎকৰ্মকৃন্মৎপৰমো মদ্ভক্তঃ সংগবৰ্জ্জিতঃ,
নিৰ্বৈৰঃ সৰ্বভূতেষু যঃ স মামেতি পাণ্ডৱ॥
মেৰে অৰ্থ কৰে কৰ্ম, মৎপৰায়ণ ভক্ত জো।
জো অনাসক্ত নিৰ্বৈৰ সো আকে মিলতে মুঝে॥

যাৰ, পৃথিৱীত কাৰো লগত বৈৰী (শত্ৰুতা) ভাব নাই, যি সদায় তটস্থ হৈ অৰ্থাৎ আঁতৰি থাকি জগতৰ নিৰপেক্ষ সেৱা কৰে, সি যি কামকে নকৰক তাকে মোত সমৰ্পণ কৰি দিয়ে; যি মোৰ ভক্তিত ডুব গৈ থাকে আৰু যি ক্ষমাৱান নিঃসংগ, অনাসক্ত, প্ৰেমময় ভক্ত তেৱেঁই পৰমেশ্বৰৰ অস্ত্ৰ হয়, এয়েই হৈছে এই শ্লোকটোৰ সাৰ মৰ্ম্ম।

দেওবাৰ, ১-৫-'৩২

## দ্বাদশ অধ্যায়

### (৫১) একাগ্রতাৰ পৰা সমগ্ৰতা, ৬—১১ লৈ

এনেয়ে গংগাৰ প্ৰৱাহ সকলো ঠাইতে পৱিত্ৰ। কিন্তু হৰিদ্বাৰ, কাশী, প্ৰয়াগ আদিৰ নিচিনা স্থান বেছি পৱিত্ৰ। এইবোৰে গোটেই পৃথিৱীকেই পৱিত্ৰ কৰি পেলাইছে। ভগৱদ্‌গীতাও এনেকুৱাই। ভগৱদ্‌গীতাই আদিৰপৰা অন্তলৈকে সকলো ঠাই পৱিত্ৰ কৰি তুলিছে। কিন্তু মাজতে কেইটামান অধ্যায় তীৰ্থ-স্থান সদৃশ হৈ পৰিছে। আজি আমি যিটো অধ্যায়ৰ বিষয়ে আলোচনা কৰিম, সি বৰ পৱিত্ৰ তীৰ্থৰ নিচিনা। স্বয়ং ভগৱানে ইয়াক 'অমৃত ধাৰা' বুলি কৈছে "যে তু ধৰ্ম্যামৃতমিদং যথোক্তং পৰ্যুপাসতে।" ই দেখাত সৰু মাত্ৰ কুৰিটা শ্লোকৰ অধ্যায়; সিয়েই অমৃত-ধাৰাৰ নিচিনা। অমৃতৰ দৰেই মধুৰ আৰু সঞ্জীৱন সদৃশ। এই অধ্যায়তে ভগৱানে শ্ৰীমুখৰ দ্বাৰাই ভক্তি-ৰসৰ পূৰ্ণ মহিমাৰ ব্যাখ্যা কৰিছে।

বাস্তৱিকতে ষষ্ঠ অধ্যায়ৰ পৰাহে ভক্তি তত্ত্বৰ কথা আৰম্ভ হৈছে। পঞ্চম অধ্যায়ৰ শেষলৈকে জীৱন-শাস্ত্ৰৰ প্ৰতি-পাদন কৰা হৈছে। স্বধৰ্ম্মা-চৰণৰূপী কৰ্ম্ম আৰু ইয়াৰ সহায়ক মানসিক সাধনাৰূপী বিকৰ্ম্ম, এই দুয়োটাৰেই সাধনাৰ দ্বাৰা সম্পূৰ্ণ কৰ্ম্মক ভস্মীভূতকাৰী অন্তিম অকৰ্ম্মৰ ভূমিকা—এইখিনি কথাৰেই প্ৰথম পাঁচ অধ্যায়ত আলোচনা কৰা হৈছে। এই পৰ্য্যন্ত জীৱন-শাস্ত্ৰ সমাপ্ত হৈছে। এতিয়া ষষ্ঠ অধ্যায়ৰ পৰা এক প্ৰকাৰ ভক্তি-তত্ত্বৰে আলোচনা একাদশ অধ্যায়ৰ শেষলৈকে চলিল। একাগ্ৰতাৰ পৰাই আৰম্ভ হৈছে। ষষ্ঠ অধ্যায়ত এইটোকে কোৱা হৈছে যে চিত্তৰ একাগ্ৰতা কেনেকৈ হ'ব পাৰে, তাৰ কাৰণে কি কি উপকৰণ আছে আৰু তাৰ আৱশ্যক নো কি? একাদশ অধ্যায়ত সমগ্ৰতাৰ বিষয়ে কোৱা হৈছে। এতিয়া এইটোকে চোৱা যাওক যে একাগ্ৰতাৰ পৰা আৰম্ভ কৰি সমগ্ৰতালৈকে এই সুন্দৰ পথ আমি কেনেকৈ নিৰ্ণয় কৰিলোঁ।

চিত্ত একাগ্ৰতাৰ পৰাই আৰম্ভ হৈছে। একাগ্ৰতাৰ সিদ্ধিলাভ কৰিব পাৰিলেই মানুহে যি কোনো বিষয়কে চৰ্চ্চা কৰিব পাৰে। চিত্তৰ একাগ্ৰতা সাধনৰ নিমিত্তে মোৰ প্ৰিয় বিষয় যদি লব খোজে তেন্তে গণিতৰ ল'ব পাৰিব।

তাৰ দ্বাৰাই ফল লাভ নিশ্চয় হব; কিন্তু ই চিত্তৰ একাগ্ৰতাৰ সৰ্ব্বোত্তম উপায় নহয়; গণিতৰ অধ্যয়নৰ দ্বাৰাই একাগ্ৰতাৰ পূৰা পৰীক্ষা নহয়। গণিত অথবা এনেকুৱা কোনো জ্ঞান-বিজ্ঞানৰ দ্বাৰা চিত্তৰ একাগ্ৰতা সাধনত ফল-ৱতী হব পৰা যাব; কিন্তু ই প্ৰকৃত পৰীক্ষা নহয়। এই নিমিত্তেই সপ্তম অধ্যায়ত কোৱা হৈছে যে, আমাৰ দৃষ্টি ভগৱানৰ চৰণ যুগলত থাকিব লাগিব। অষ্টম অধ্যায়ত আকৌ কোৱা হৈছে যে ভগৱানৰ চৰণত মন নিতৌ একাগ্ৰ হৈ থাকিব লাগে। আমাৰ বাণী, কাণ, চকু, সততে তাতেই লাগি থাকিব লাগে। এই কাৰণেই আজীৱন প্ৰচেষ্টা চলোৱা নিতান্ত প্ৰয়োজন। আমাৰ সমস্ত ইন্দ্ৰিয়ৰেই এনেকুৱা অভ্যাস থকা উচিত। সৰ্ব্ব "ইন্দ্ৰিয়োকী আদিত পড় গয়ী অব দুসৰী ভাৱনা নহী ৰহী" এনেকুৱা হোৱাটো উচিত। সকলো ইন্দ্ৰিয়ই ভগৱানৰ কামত লাগি যাব লাগে। আমাৰ ওচৰত কোনেবাই আহি বিলাপকে কৰক বা ভজন কীৰ্ত্তনকে কৰক বা কামনাৰ জালকে বওক কিম্বা বিশ্বাসী সন্ত সাধুৰেই সমাগম হওক, পোহৰতে হওক বা আন্ধাৰতে হওঁক, মৰণ কালত পৰমেশ্বৰে চিত্তত বিৰাজ কৰিবই। এনে ধৰণৰ অভ্যাস গোটেই জীৱন সকলো ইন্দ্ৰিয়ৰদ্বাৰাই কৰাব লাগে। এই সাতত্যৰ শিক্ষা অষ্টম অধ্যায়ত দিয়া হৈছে। ষষ্ঠ অধ্যায়ত একাগ্ৰতা, সপ্তমত ঈশ্বৰাভিমুখী একাগ্ৰতা, অৰ্থাৎ 'প্ৰপত্তি,' অষ্টমত সাতত্য যোগ, আৰু নৱমত সমৰ্পণতা শিকোৱা হৈছে। দশমত ক্ৰমিকতাৰ কথা কোৱা হৈছে। এখোজ, দোখোজ কৰি আগবাঢ়ি গৈ ঈশ্বৰৰ ৰূপ কেনেকৈ হৃদয়ংগম কৰা হব, কীট-পতংগৰ পৰা আৰম্ভ কৰি ব্ৰহ্মাদেৱ পৰ্য্যন্ত ব্যাপ্ত হৈ থকা পৰমাত্মাক লাহে লাহে কেনেকৈ আত্মসাৎ কৰিব পৰা হয় এইটোকে ইয়াত কোৱা হৈছে। একাদশ অধ্যায়ত সমগ্ৰতাৰ বিষয়ে কোৱা হৈছে। বিশ্বৰূপ দৰ্শনকেই মই সমগ্ৰতাৰ যোগ বুলি কৈছোঁ। বিশ্বৰূপ দৰ্শনৰ অৰ্থ হৈছে সামান্য ধূলি কণাতো গোটেই বিশ্ব ব্ৰহ্মাণ্ডখন সোমাই থকা বুলি উপলব্ধি কৰা। এয়েই বিৰাট ৰূপ দৰ্শন। ষষ্ঠ অধ্যায়ৰ পৰা আৰম্ভ কৰি একাদশ অধ্যায়লৈকে ভক্তি ৰসক এনেকুৱা বিভিন্ন প্ৰকাৰৰ চালনীৰে চলা হৈছে।

**(৬৩) সগুণ উপাসক আৰু নিৰ্গুণ উপাসক : মাকৰ দুই পুত্ৰ**

এতিয়া দ্বাদশ অধ্যায়ত ভক্তি তত্ত্বৰ কথা শেষ কৰিব লাগে। অৰ্জ্জুনে সমাপ্তি সম্বন্ধীয় প্ৰশ্ন কৰিলে। পঞ্চম অধ্যায়ত জীৱন-সম্বন্ধীয় সকলো

শাস্ত্ৰৰ মত কৈ শেষ কৰাৰ সময়ত যেনেকৈ অৰ্জ্জুনে প্ৰশ্ন কৰিছিল সেই দৰেই ইয়াতো সোধা হৈছিল। অৰ্জ্জুনে সুধিলে "হে ভগৱান! কিছুমানে সগুণৰ গুণ কীৰ্ত্তন কৰে, আৰু কিছুমানে নিৰ্গুণৰ উপাসনা কৰে, এতিয়া কওঁকচোন বাৰু এই দুয়োটাৰ ভিতৰত আপোনাৰ কোনটো বেছি প্ৰিয়?"

এতিয়া ভগৱানে ইয়াৰ কি উত্তৰ দিব? কোনো মাকৰ যদি দুটা সন্তান থাকে তেন্তে সিহঁতৰ বিষয়ে মাকক কোনো প্ৰশ্ন কৰাটো যেনে ইয়াটো হৈছে তেনেই। সিহঁত দুটাৰ ভিতৰত যিটো সৰু সি মাকক বৰ ভাল পায়, মাকক দেখা মাত্ৰেই তাৰ আনন্দৰ পাৰ নাইকিয়া হয়। মাক অলপমান আঁতৰি গলেই সি ব্যাকুল হৈ পৰে। সি মাকৰ পৰা আঁতৰি যাবই নোৱাৰা হয়। মাকক এৰিবই নোৱাৰে, মাকৰ অনুপস্থিতি বা বিয়োগ তাৰ কেতিয়াও সহ্য নহয়। মাক নহলে তাৰ গোটেই জগত শূন্য। সৰু লৰাটো হৈছে এনেকুৱা। দ্বিতীয়টো হৈছে ডাঙৰ ল'ৰা। সিয়ো সেই দৰেই মাকৰ চেনেহৰ পাশত আৱদ্ধ। অৱশ্যে সি কিছু বুজন। মাকৰ পৰা আঁতৰি থাকিব পাৰে। পাঁচ-ছয় মাহ যদি সি মাকক নেদেখে তথাপি সি থাকিব পাৰে। সি মাকৰ সেৱা কৰে। কামৰ গোটেই বোজা নিজৰ মূৰত তুলি লৈ সি কৰি গৈ থাকে। কামত লাগি গ'লেই সি মাকৰ বিচ্ছেদ সহ্য কৰিব পাৰে। মানুহৰ মাজত তাৰ প্ৰতিষ্ঠা আছে, আৰু চাৰিওফালৰ পৰা তাৰ নাম শুনি মাকে বৰ সন্তোষ পায়। দ্বিতীয়টো ল'ৰা হ'ল এনেকুৱাই। ঠিক এনেধৰণৰ দুটা ল'ৰাৰ বিষয়ে মাকক সোধকচোন বাৰু—"হে আই, এই দুটি ল'ৰাৰ ভিতৰত মাত্ৰ এটাহে আপোনাক দিয়া হব। আপোনাৰ ইচ্ছা মতে যি কোনো এটা ল'ৰাহে ল'ব পাৰিব। তেতিয়া বাৰু মাকে কি উত্তৰ দিব? কোনটো ল'ৰা তেওঁ বিচাৰিব? তেওঁ জানো দুয়োটা লৰাকে তুলাচনিত থৈ জুখি চাব? সেই সময়ত মাকৰ ভূমিকা কেনে হ'ব ভাবি চাওক। তেওঁৰ স্বাভাৱিক উত্তৰ কি হ'ব বাৰু? তেওঁ উপায়হীন হৈ ক'ব—"যদি একান্তই বিচ্ছেদ হ'বই লাগে তেন্তে ডাঙৰ লৰাটোকে লৈ যোৱা। মই তাৰ বিৰহ বেদনা যেনে তেনে এদোপলৈ সহ্য কৰিম বাৰু।" সৰু লৰাটো তেওঁ বুকুত সুমাই ল'ব। তাক তেওঁ আঁতৰ হৈ যাবলৈ কেতিয়াও এৰি নিদিয়ে। সৰু ল'ৰাটোৰ প্ৰতি বিশেষ আকৰ্ষণ দেখি, যিমান দূৰ সম্ভৱ তেওঁ হয়তো এইদৰেও কৈ দিব যে "ডাঙৰটো ল'ৰা আঁতৰি গ'লে বিশেষ ক্ষতি নাই।" কিন্তু তেওঁ বেছিকৈ

কাক ভাল পায় এই প্ৰশ্নৰ উত্তৰ সেইটোৱেই বুলি কব নোৱাৰি—যি কোনো এটা উত্তৰ দিবই লাগে দেখি হয়তো দুই চাৰিটা শব্দ কৈয়ো দিব পাৰে। কিন্তু সেই শব্দৰ গৰ্ভত সোমাই বেলেগ বেলেগ অৰ্থ কৰাটো ঠিক নহব।

এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ যেনেকৈ মাক দোমোজাত পৰিছিল,—ঠিক সেই অৱস্থাই ভগৱানৰো হৈছিল। অৰ্জ্জুনে কৈছে,—ভগৱান, আপোনাৰ দুই প্ৰকাৰৰ ভক্ত আছে। এদলে আপোনাক অতি মাত্ৰা ভাল পায় আৰু আপোনাক সততে স্মৰণ কৰি থাকে। তেওঁলোকৰ চকু আপোনাৰ দৰ্শনাভিলাষী, কাণ আপোনাৰ গুণ-গান শুনিবলৈ উৎসুক, হাত-ভৰি আপোনাৰ পূজা-সেৱা কৰিবলৈ উৎসুক। দ্বিতীয় দল হৈছে স্বাৱলম্বী, নিজৰ ইন্দ্ৰিয় সমূহক বশীভূত কৰিবলৈ চেষ্টা কৰোঁতা, সৰ্ব্ব-ভূত-হিতত ৰত, দিনে-ৰাতিয়ে সমাজৰ নিষ্কাম সেৱাত এনে-ভাৱে ব্যস্ত থাকে যে পৰমেশ্বৰলৈ তেওঁলোকৰ মনতেই নপৰে। এওঁলোক হৈছে আপোনাৰ অদ্বৈতময় দ্বিতীয় ভক্ত। এতিয়া মোক আপুনি কওঁকচোন বাৰু এই দুয়োটা দলৰ ভিতৰত কোনটো দল আপোনাৰ বেছি প্ৰিয়?” অৰ্জ্জুনে ভগৱানক সোধা প্ৰশ্ন এইটোৱেই আছিল। সেই ল'ৰা দুটাৰ মাকে যেনে ভাৱে উত্তৰ দিছিল এতিয়া ভগৱানেও অবিকল সেই উত্তৰকে দিছে—“সেই সগুণ ভক্ত মোৰ বেছি প্ৰিয়—আৰু সেই দ্বিতীয় দল অদ্বৈত ভক্তওতো মোৰেই। এইদৰেই ভগৱানো দোমোজাত পৰিছিল। কিবা নহয় কিবা এটা উত্তৰ দিব লগা আছিল দেখি তেওঁ দিলে।

প্ৰকৃততে কথাটো তেনেকুৱাই। দেখাত দুয়োজন ভক্ত একেই। দুয়োৰে যোগ্যতাও একে। তাৰ লগত তুলনা কৰিবলৈ যোৱাৰ অৰ্থ তুলনাৰ সীমা অতিক্ৰম কৰি যোৱা হয়। পঞ্চম অধ্যায়ত কৰ্ম্ম সম্পৰ্কে যেনেকুৱা প্ৰশ্ন অৰ্জ্জুনে কৰিছিল ঠিক তেনেকুৱা প্ৰশ্নই ভক্ত সম্পৰ্কেও কৰা হৈছিল। পঞ্চম অধ্যায়ত কৰ্ম্ম আৰু বিকৰ্ম্মৰ সহায়ত মানুহে অকৰ্ম্মৰ অৱস্থা প্ৰাপ্ত হৈছে। সেই অকৰ্ম্মাৱস্থা দুটা ৰূপত প্ৰকাশ পাইছে। এটা হৈছে ৰাতিয়ে দিনে কৰ্ম্ম কৰি থকা সত্বেও লেশ মাত্ৰ কৰ্ম্ম নকৰা আৰু দ্বিতীয়টো হৈছে চৌবিশ্ ঘণ্টাৰ ভিতৰত এটাও কাম নকৰাকৈ গোটেই পৃথিৱীত তোলপাৰ লগাই দিয়া। এই দুয়োটা ৰূপতে অকৰ্ম্মাৱস্থা প্ৰকাশ পায়। এতিয়া ইয়াৰ তুলনা কেনেকৈ কৰা যাব? কোনো এটা গোলাকাৰ বস্তুৰ এটা ফাল আনটো ফালৰ লগত তুলনা কৰক চোন। একেটা বাটলু গুটিৰেই জেনিবা দুটা ফাল

আছে, ইয়াৰ তুলনা কেনেকৈ কৰিব? দুয়োটা ফালৰেই যোগ্যতা একে, গুণো একে আৰু ৰূপো একেই। অকৰ্ম্মৰ ভূমিকা বিষয়ে চিন্তা কৰি ভগৱানে এটাক সন্ন্যাস আৰু আনটোক যোগ বুলি কৈছে। শব্দ যদিও দুটা কিন্তু অৰ্থ হলে একেটাই। সন্ন্যাস আৰু যোগ দুয়োটাৰেই সমাধান শেষত সৰলতা আৰু সুগমতাৰ আধাৰত হে কৰা হৈছে। সগুণ নিৰ্গুণৰ প্ৰশ্নও এনেকুৱাই। প্ৰথম এজন সগুণ ভক্তই ইন্দ্ৰিয়সমূহৰ দ্বাৰাই পৰমেশ্বৰৰ সেৱা কৰে। দ্বিতীয় জন নিৰ্গুণ ভক্তই মনেৰে গোটেই বিশ্বব্ৰহ্মাণ্ডৰ হিত চিন্তা কৰে। প্ৰথম জনক বাহ্যিক সেৱাত লিপ্ত থকা দেখা যায়; কিন্তু ভিতৰৰ পৰা সেই বিষয়ৰ চিন্তন সততে চলিয়েই থাকে। দ্বিতীয় জনক প্ৰত্যক্ষ ভাৱে একো সেৱাকৰা দেখা নেযায়; কিন্তু অন্তৰত তেওঁৰ মহান সেৱা কাৰ্য্য চলিয়েই থাকে। এনে ধৰণৰ দুজন ভক্তৰ ভিতৰত এতিয়া কোন জন শ্ৰেষ্ঠ? দিনে ৰাতিয়ে কাম কৰিও লেশ-মাত্ৰ কাম নকৰা জন হৈছে সগুণ ভক্ত। নিৰ্গুণ উপাসকে অন্তৰেৰে সকলোৰে হিত চিন্তা কৰিয়েই থাকে। এই দুয়োজন ভক্তৰ ভিতৰখন একেই, মাত্ৰ বাহিৰখনহে পৃথক যেন দেখা যায়; প্ৰকৃততে দুয়ো একেই, দুয়োজনেই ভগৱানৰ প্ৰিয়। কিন্তু ইয়াৰ ভিতৰত জেনিবা সগুণ ভক্তি বেছি সুলভ। এই দৰেই ভগৱানে পঞ্চম অধ্যায়ত যি উত্তৰ দিছিল, তাৰেই ইয়াতো দিছে।

### (৬১) সগুণ সুলভ আৰু সুৰক্ষিত

সগুণ-ভক্তি-যোগত ইন্দ্ৰিয়সমূহৰ দ্বাৰাই প্ৰত্যক্ষ ভাবে কাম লব পৰা যায়। ইন্দ্ৰিয়সমূহ হয় উপকৰণ নহয় বিঘ্ন ৰূপ, নাইবা দুয়োটাই হব পাৰে। তেওঁলোক মাৰক নে তাৰক এইটো দেখোতাৰ চকুৰ ওপৰতহে নিৰ্ভৰ কৰে। ধৰিলওক কোনোবা এজনৰ মাক জেনিবা মৃত্যু শয্যাত পৰি আছে আৰু তেওঁ তেওঁৰ মাকক দেখা কৰিব খুজিছে। বাটো দূৰ পোন্ধৰ মাইলৰ কম নহয়। তাত মটৰো নচলে। কিয়নো বাটটো ভগা ছিগা আৰু সুৰুকীয়া আছিল। এইখিনি সময়ত সেই বাটটো উপকৰণ নে, বিঘিনি? কোনোৱে কব এই আপদীয়া বাটটো নো মাজতে ক'ৰ পৰা আহি পথালি দিলেহি জানো, নহলে মই কেতিয়াবাই গৈ আইক দেখা কৰিব পাৰিলোহেতেন! এনেকুৱা মানুহৰ কাৰণে সেই বাটটো শত্ৰু। কোনোমতে বাটকুৰি বাই গৈছে। তেওঁ বাটটোক যিমান পাৰে সিমান গালি শপিয়ৰ ধৰিছে! কিন্তু মাকক দেখা কৰিবৰ কাৰণে

যিমান সোনকালে পাৰে তেওঁ বেগাই যোৱাটো তেওঁৰ পৰম কৰ্ত্তব্য। বাট-টোক যদি শত্ৰু ভাবি তেওঁ তাতেই বহি থাকে, তেন্তে সেই শত্ৰু বুলি ভবা বাটটোৰ জয় অৱশ্যে হব। তেওঁ কণা-মুনা দি গ'লেহে সেই শত্ৰুক জিনিব পাৰিব। আন কিছুমানে কব—"এনেকুৱা দুৰ্গম অৰণ্যৰ মাজেদিও যে এই বাটটো কোনোবাই উলিয়াই থৈছে। এইটো মোৰ কাৰণে পৰম সৌভাগ্যৰ কথা! যেনে তেনে আইৰ ওচৰ পামগৈ। এই বাটটোৱেই যদি নেথাকিল হেতেন তেন্তে এনেকুৱা দুৰ্গম পৰ্ব্বত অতিক্ৰম কৰিনো মই কেনেকৈ গ'লো-হেতেন? এই বুলি কৈ তেওঁ সেই সৰুকীয়া বাটটোকে উপকৰণ বুলি ভাবি জোৰেৰে আগুৱাই গুচি গলহেতেন। বাটটোৰ প্ৰতি তেওঁৰ মনত দয়াৰ ভাৱ উপজিব। আৰু তাক তেওঁ মিত্ৰ বুলি ভাবিব। এতিয়া আপুনি সেই-বাটটোক মিত্ৰ বুলিয়েই ভাৱক বা শত্ৰু বুলিয়েই ভাৱক; নাইবা বাধা প্ৰদান কৰোতাকে বোলক বা চমু কৰোতাকে বোলক, খোজ কিন্তু খৰ খৰকৈ দিবই লাগিব। বাটটো বিঘ্ন ৰূপ নে নাই উপকৰণ ৰূপ এইটো মানুহৰ নিজৰ নিজৰ ভূমিকা আৰু তেওঁৰ দৃষ্টিৰ ওপৰত নিৰ্ভৰ কৰে। ইন্দ্ৰিয় সমূহৰ বেলিকাও এইটো কথাই খাটে। সিহঁত বিঘ্ন ৰূপ নে নাই সাধক স্বৰূপ, এইটো আপোনাৰ নিজৰ দৃষ্টিকোণৰ ওপৰত অৱলম্বিত।

সগুণ উপাসকৰ কাৰণে ইন্দ্ৰিয়সমূহ সাধন। ইন্দ্ৰিয়সমূহক পৰমাত্মাৰ আগত সমৰ্পণ কৰা কিছুমান ফুল বুলি ধৰি লওক। চকুৰে হৰিৰ ৰূপ দৰ্শন কৰে, কাণেৰে হৰিৰ কথা শুনে, জিভাৰে হৰিৰ নাম উচ্চাৰণ কৰে, ভৰিৰে তীৰ্থ পৰ্য্যটন কৰে, হাতেৰে সেৱা কাৰ্য্য কৰে, এইদৰেই সমস্ত ইন্দ্ৰিয়ক তেওঁ পৰমেশ্বৰত সমৰ্পণ কৰি দিয়ে। সেই ইন্দ্ৰিয়সমূহ আৰু ভোগৰ কাৰণে বৈ নেথাকে। ফুল ভগৱানক দিবৰ কাৰণে হে, ফুলৰ মালা নিজৰ ডিঙিত পিন্ধিবৰ কাৰণে নহয়। এই দৰেই ইন্দ্ৰিয়ৰ ব্যৱহাৰো ঈশ্বৰৰ সেৱাৰ কাৰণে হে' কৰিব লাগে। এইটো হল সগুণ উপাসকৰ দৃষ্টি। কিন্তু নিগুণোপাসক ইন্দ্ৰিয়সমূহ বিঘ্ন ৰূপ যেন লাগে। তেওঁ সিহঁতক সংযমত ৰাখে। বন্ধ কৰি ৰাখে, সিহঁতৰ আহাৰো বন্ধ কৰি দিয়ে, সিহতৰ ওচৰত প্ৰহৰি ৰাখি দিয়ে। কিন্তু সগুণোপাসকে এই সকলোবিলাক কৰিব নেলাগে। তেওঁ সকলো ইন্দ্ৰিয়কে হৰিৰ চৰণত সমৰ্পণ কৰি দিয়ে। এই দুয়োটা বিধিয়েই ইন্দ্ৰিয় নিগ্ৰহ, ইন্দ্ৰিয় দমনৰ পথ। আপুনি যি কোনো নিয়মকে মানি নচলক

ইন্দ্ৰিয়ক নিজৰ বশ কৰি ৰাখিবই লাগিব। লক্ষ্য দুয়োৰে একে। সিহঁতক বিষয়-বাসনাত লিপ্ত হবলৈ নিদিয়াকৈ ৰখাটোৱেই হৈছে উভয়ৰে লক্ষ্য। এটা নিয়ম সহজ আৰু আনটো কিছু জটিল।

নিৰ্গুণ উপাসক "সৰ্ব্বভূত হিতে ৰত" হৈ থাকে। ই কোনো সাধাৰণ কথা নহয়। 'গোটেই বিশ্বৰ কল্যাণ' বুলি কোৱাটো সহজ, কিন্তু হাতে-কামে কৰাটো যথেষ্ট টান। যি সমগ্ৰ বিশ্বৰ কল্যাণৰ কাৰণে চিন্তা কৰে। তেওঁ সেই চিন্তাৰ বাহিৰে আন একো কৰিব নোৱাৰে। এই নিমিত্তে নিৰ্গুণ উপাসনাক কঠিন বুলি কোৱা হৈছে। সগুণ-উপাসনা নিজৰ শক্তি অনুসৰি অনেক প্ৰকাৰে কৰিব পাৰি। আমি জন্ম হোৱা সৰু গাওঁখনত সেৱা কাৰ্য্য কৰা, অথবা আই-দেউতাৰ সেৱা কৰাটো হৈছে সগুণ পূজা। ইয়াত কেৱল এই খিনিলৈ লক্ষ্য ৰাখিলেই হব যে আমাৰ এই পূজাৰ দ্বাৰা যাতে জগতৰ অহিত নহয়। আপোনাৰ সেৱা যিমানেই সৰু নহওক সি যদি আনৰ হিতত বাধা নজন্মায় তেন্তে সি অৱশ্যেই ভক্তিৰ শাৰীলৈ উঠিব, নহলে সেই সেৱাই আসক্তিৰ ৰূপ লব। আমাৰ আই-দেউতাই হওক, বা সংকটাপন্ন বন্ধু-বান্ধৱেই হওক, নাইবা সাধু সন্তই হওক—এই সকলোকে পৰমেশ্বৰৰ জ্ঞান কৰি সেৱা কৰা উচিত। ইয়াৰ প্ৰত্যেকতে পৰমেশ্বৰৰ মূৰ্ত্তি কল্পনা কৰি সন্তুষ্ট হওক। এই সগুণ পূজা সহজ ; কিন্তু নিৰ্গুণ পূজাত কিছু জটিলতা আছে। এই দুয়োটাৰেই অৰ্থ একেই। সুলভতাৰ দৃষ্টিৰেও সগুণ শ্ৰেষ্ঠ।

সুলভতাৰ বাহিৰেও ইয়াৰ আৰু এটা গুণ আছে। নিৰ্গুণ উপাসনাত ভয়ৰ কাৰণ আছে। নিৰ্গুণ হৈছে জ্ঞানময় সগুণ প্ৰেমময়, আৰু ভাৱনাময়। সগুণত আৰ্দ্ৰতা আছে। তাৰ ভক্ত বেছি সুৰক্ষিত। নিৰ্গুণত কিছু বিপদো আছে। এসময়ত মই জ্ঞানৰ ওপৰত বেছি জোৰ কৰিছিল ; কিন্তু এতিয়া মই মোৰ জ্ঞানৰ পৰা জানিব পাৰিছোঁ যে অকল জ্ঞানৰ দ্বাৰাই কাম সমাধা হব নোৱাৰে। জ্ঞান মনৰ স্থূল মলিবিলাক পুৰি ছাই কৰি পেলায় ; কিন্তু সূক্ষ্ম মলি আঁতৰাবৰ শক্তি তাৰ নাই। স্বাৱলম্বন, বিচাৰ, বিৱেক, অভ্যাস আৰু বৈৰাগ্য আদিৰ দ্বাৰাই মনৰ সূক্ষ্ম মল নিৰ্ম্মূল হব নোৱাৰে। ভক্তি-ৰূপী পানীৰ সহায় নহলে এই মলি বিলাক ধৌত হৈ নেযায়। কেৱল ভক্তি ৰূপী পানীৰেহে ইয়াক ধুৱাই নিব পৰা শক্তি আছে। ইয়াক হয়তো আপুনি

পৰাৱলম্বন বুলিও কব পাৰে। কিন্তু "পৰ"ৰ অৰ্থ 'আন' নকৰি তাক 'শ্ৰেষ্ঠ পৰমাত্মা' বুলি ভাবক আৰু তাৰ অৱলম্বনো এনে অৰ্থতহে কৰিব। পৰমাত্মাৰ সহায় নহলে চিত্তৰ মলি নষ্ট নহয়।

কোনোৱে হয়তো কব যে ইয়াত জ্ঞান শব্দৰ অৰ্থ সংকুচিত কৰি দিয়া হৈছে। যদি 'জ্ঞান'ৰ দ্বাৰাই চিত্তৰ মলি ধোৱা হৈ যাব নোৱাৰে তেন্তে জ্ঞানৰ প্ৰতিভা কিছু কম বুলি ধৰিব লাগিব। মই যদিও এইটো স্বীকাৰ কৰো তথাপি এই বুলিহে কব খোজো যে শুদ্ধ জ্ঞান এই পঞ্চভূতী দেহাত হোৱাটো টান। এই দেহ ধাৰণ কৰি থাকোতে যি জ্ঞান হব, সি যিমানেই বিশুদ্ধ নহওক তাত কিছু অশুদ্ধতাৰ বিকৃতি বা অপূৰ্ণতা থাকিবই। এই দেহত যি জ্ঞান উৎপন্ন হব, তাৰ শক্তিও সীমিত হব। যদি শুদ্ধ জ্ঞানৰ উদয় হয় তেন্তে তাৰ দ্বাৰাই গোটেই মলি ছাই হৈ যে যাব পাৰিব ইয়াত মোৰ তিলমাত্ৰও সন্দেহ নাই। চিত্ত সহ সমস্ত মলিক পুৰি ছাই কৰাৰ শক্তি জ্ঞানত আছে ; কিন্তু এই বিকাৰগ্ৰস্ত দেহত জ্ঞানৰ বল কিছু কম থাকে। এই নিমিত্তে সি সূক্ষ্ম মলি নাইকিয়া কৰিব নোৱাৰে! গীতিকে ভক্তিৰ আশ্ৰয় নললে সূক্ষ্ম-মলিক নিৰ্ম্মূল কৰিব পৰাটো সম্ভৱ পৰ নহয়। ভক্তিত মানুহ অধিক সুৰক্ষিত। এই অধিক শব্দটো মোৰ ফালৰ পৰাই ওলাইছে বুলি ধৰি লওক। সগুণ ভক্তি সুলভ। ইয়াত আছে পৰমেশ্বৰাৱলম্বন আৰু নিগুৰ্ণত আছে স্বাৱলম্বন। ইয়াত 'স্ব'ৰ জানো কিবা অৰ্থ আছে? নিজৰ অন্তৰস্থ পৰমাত্মাৰ আধাৰ'—এয়ে সেই স্বাৱলম্বনৰ অৰ্থ। কেৱল বুদ্ধিৰ সহায়তে শুদ্ধ হোৱা ব্যক্তি পোৱা নেযায়। স্বাৱলম্বনৰ দ্বাৰাই অৰ্থাৎ আন্তৰিক আত্ম-জ্ঞানৰ দ্বাৰাই শুদ্ধ জ্ঞান লাভ কৰিব পৰা যাব। সাৰাংশ, নিগুৰ্ণ ভক্তিৰ স্বাৱলম্বনতো কেৱল আত্মাৰেই হে আধাৰ আছে।

## (৬২) নিগুৰ্ণৰ অভাৱত সগুণ দোষী

মই যেনেকৈ সগুণৰ পাল্লাত সুলভতা আৰু সুৰক্ষিততা ৰূপী দগা তুলি দিছোঁ, সেইদৰেই নিগুৰ্ণৰ ক্ষেত্ৰতো তুলি দিব পাৰোঁ। নিগুৰ্ণ এটা সীমাৰ ভিতৰত আৱদ্ধ থাকে। উদাহৰণ স্বৰূপে আমি ভিন্ ভিন্ কাম অথবা সেৱাৰ কাৰণে অনুষ্ঠান স্থাপন কৰোঁ। অনুষ্ঠান প্ৰথমে ব্যক্তিক লৈয়েই পতা হয় ; তাত সেই ব্যক্তি মুখ্য আধাৰ হয়। অনুষ্ঠান প্ৰথমে ব্যক্তি-নিষ্ঠ হৈ থাকে। কিন্তু যিমানেই তাৰ বিকাশ হৈ গৈ থাকিব, সিমানেই সি ব্যক্তি-নিষ্ঠ স্বৰূপে

নেথাকি তত্ত্বনিষ্ঠ হৈ গৈ থাকা উচিত। যদি তাত এনেকুৱা তত্ত্বনিষ্ঠাৰ সৃষ্টি নহয়, তেন্তে তাৰ উৎসাহ দাতা ব্যক্তিজন নাইকিয়া হ'লে সেই অনুষ্ঠানক আন্ধাৰে কেউফালৰ পৰা বেঢ়ি ধৰে। মই নিজৰেই এটা প্ৰিয় উদাহৰণ দিওঁ। যতঁৰৰ মাল ছিগিলে সূতা কটা দূৰৰ কথা। সূতাখিনিও চেৰেকীত লবলৈকে টান হয়। উৎসাহী ব্যক্তিৰ আধাৰ নাইকিয়া হলে সেই অনুষ্ঠানটোৰো ঠিক তেনে অৱস্থাই হয়। পিচত সি অনাথ হৈ পৰে। কিন্তু ব্যক্তি নিষ্ঠাৰ দ্বাৰাই যদি তত্ত্ব নিষ্ঠাৰ সৃষ্টি হয় তেন্তে এনেকুৱা হব নোৱাৰে। সগুণক নিগুৰ্ণতাৰ সহায়তা লাগে। কিতিয়াৱা নহয় কেতিয়াৱা ব্যক্তিৰ পৰা—আকাৰৰ— পৰা, ওলাই বাহিৰলৈ যাবলৈ অভ্যাস কৰিব লাগে। গঙ্গা হিমালয়ৰ পৰা, শঙ্কৰৰ জটাৰ পৰা ওলাইছে, কিন্তু তাতেই থমকি ৰৈ যোৱা নাই। মহাদেৱৰ জটা ত্যাগ কৰি তেওঁ হিমালয়ৰ গিৰি-গুহা, গিৰি-পথ, অৰণ্য আদি সকলো ভেদ কৰি সমতল ভূমিলৈ যেতিয়া কুলু কুলু সুৰে বৈ আহিল, তেতিয়াহে তেওঁ জগতবাসীৰ কামত আহিব পাৰিছিল। এই দৰেই ব্যক্তিৰ আধাৰ নোহোৱা হৈ গলেও তত্ত্বৰ দ্বাৰাই শক্তিমন্ত হোৱা খুটাৰ ওপৰত দৃঢ়তাৰে থিয় দি থাকিবলৈ অনুষ্ঠান সাজু হব লাগে। ঘৰ চাওঁতে চাওঁতে প্ৰথমে মাজৰ মাৰলিত ঠেকা দি লব লগা হয়। তাৰ পিচত তাক এৰুৱাই দিয়া হয়। সেই ঠেকাটো গুচাই দিয়াৰ পাচতো যদি ছাল খন দোপা নপৰে তেতিয়াহে বুজা যায় যে সিয়েই প্ৰকৃত আধাৰ। প্ৰথমে স্ফুৰ্ত্তিৰ প্ৰৱাহ সগুণৰ দ্বাৰাই পোৱাটো ঠিকেই হৈছে; কিন্তু শেষত তাৰ পৰিপূৰ্ণতা, তত্ত্বনিষ্ঠা নিগুণ আদিত থকা উচিত। ভক্তৰ উদৰৰ পৰা জ্ঞানৰ উদয় হব লাগে। ভক্তিৰূপী লতাত জ্ঞানৰ ফুল ফুলিব লাগে।

বুদ্ধদেৱৰ মনত এই কথাটো খেলাইছিল। এই কাৰণে তেখেতে তিনি প্ৰকাৰ নিষ্ঠাৰ কথা কৈছিল। প্ৰথমে শক্তি-নিষ্ঠা, তাৰ পাচত তত্ত্ব-নিষ্ঠা হব লাগে। যদি তত্ত্ব-নিষ্ঠা নহয় তেন্তে কম পক্ষেও সংঘ নিষ্ঠাতো উৎপন্ন হবই লাগে। এজন মানুহৰ প্ৰতি যি আদৰ থাকে, সি দহ-পোন্ধৰ জনলৈকো থাকিব লাগে। সংঘৰ প্ৰতি যদি সাম্প্ৰদায়িক প্ৰেম নেথাকে তেন্তে পৰস্পৰৰ মাজত বিৰোধৰ সৃষ্টি হব আৰু নানা প্ৰকাৰৰ দন্দ্-খৰিয়াল লাগিবলৈ ধৰিব। ব্যক্তি শৰণতা গুচি সংঘশৰণতাৰ উৎপন্ন হব লাগে আৰু তাৰ পিচত আকৌ সিদ্ধান্ত

শৰণতা আহিব লাগে। এই নিমিত্তেই বুদ্ধ ধৰ্ম্মত তিনি শৰণাগতিৰ কথা কোৱা হৈছে—বুদ্ধং শৰণং গচ্ছামি। সংঘং শৰণং গচ্ছামি। ধৰ্ম্মং শৰণং গচ্ছামি। প্ৰথমে ব্যক্তিৰ প্ৰতি, তাৰ পিচত প্ৰতি সংঘৰ প্ৰীতি ভাব থাকিব লাগে। কিন্তু এই দুয়োটা নিষ্ঠাই দুৰ্ব্বল। গতিকে শেষত সিদ্ধান্ত-নিষ্ঠাৰ উৎপন্ন হব লাগে, তেতিয়াহে অনুষ্ঠান লাভ দায়ক হব পাৰিব। প্ৰেৰণাৰ সোঁত যদিও সগুণৰ পৰাই উৎপত্তি হৈছে, তথাপি সি নিৰ্গুণ সাগৰত গৈ মিলিব লাগিব। নিৰ্গুণৰ অভাৱত সগুণলৈ দোষ আহি যায়। নিৰ্গুণৰ মহত্বই সগুণক সমতোল বা সুষম কৰি ৰাখি, এই কাৰণে সগুণ নিৰ্গুণৰ ওচৰত সদায় কৃতজ্ঞ।

কি হিন্দু, কি মছলমান, কি খৃষ্টিয়ান সকলো ধৰ্ম্মতে যি কোনো ৰূপতেই নহওক মূৰ্ত্তি পূজা প্ৰচলিত আছেই। যদিও তাক অতি হীন বুলি ভবা হয়, তথাপি তাক সকলোৱেই মানে আৰু সি মহানো। কিন্তু যেতিয়ালৈকে মূৰ্ত্তি-পূজা নিৰ্গুণৰ চাৰি সীমাৰ ভিতৰত আৱদ্ধ হৈ থাকিব, তেতিয়ালৈকে সি নিৰ্দ্দোষ অৱস্থাত থাকে। এই সীমাৰ অতিক্ৰম কৰিলেই সগুণলৈ দোষ আহি পৰে। নিৰ্গুণ ৰূপী সীমা নথকাৰ কাৰণেই সকলো ধৰ্ম্মত থকা সগুণৰ অৱনতি প্ৰাপ্ত হৈছে। প্ৰথমতে যাগ যজ্ঞ আদিত পশু বলি হৈছিল। আজিও শক্তি দেৱীৰ আগত বলি বিধান দিয়াৰ ব্যৱস্থা আছে। ই মূৰ্ত্তি পূজাৰ চূড়ান্ত ৰূপ ধাৰণ কৰিছে। সীমা অতিক্ৰম কৰি মূৰ্ত্তি পূজাই ভুল পথেদি গতি কৰিছে! কিন্তু যদি নিৰ্গুণ নিষ্ঠাৰ সীমা থাকিলহেঁতেন তেন্তে ইমান খিনি হবলৈ নেপালেহেঁতেন।

### (৬৩) দুয়ো পৰস্পৰ পূৰক : ৰাম চৰিত্ৰৰ দৃষ্টান্ত

সগুণ সুলভ আৰু সুৰক্ষিত ; কিন্তু সগুণত নিৰ্গুণতাৰ আৱশ্যকতাও আছে। সগুণ ভক্তি বৃদ্ধি পাই গৈ থাকোঁতে থাকোঁতে শেষত নিৰ্গুণ ৰূপী আৰু তত্ত্বনিষ্ঠা ৰূপী মুকুল ফুটি ওলাব লাগে। নিৰ্গুণ আৰু সগুণ পৰস্পৰে পৰস্পৰৰ পৰি পূৰক হে, বিৰোধী নহয়। সগুণৰ পৰা নিৰ্গুণলৈ যাবৰ কাৰণে আৱশ্যকীয় জিৰণি ঘৰ আগতে ঠিক কৰি লব লাগে আৰু চিত্তৰ সূক্ষ্ম মলি ধুবৰ নিমিত্তে নিৰ্গুণেও সগুণৰ আৰ্দ্ৰতা পাব লাগিব। দুয়োৰে ভিতৰত, ইটোৱে সিটোৰ শোভা বঢ়ায়। এই দুয়োবিধ ভক্তি ৰামায়ণত বৰ উত্তম ৰূপে দেখুৱা হৈছে। অযোধ্যা কাণ্ডত দুয়োবিধ ভক্তিৰ উল্লেখ

আছে। এই দুয়োবিধ ভক্তিৰ বিষয়ে ৰামায়ণত বিস্তৃত ভাৱে বৰ্ণোৱা আছে। ভৰতৰ ভক্তি প্ৰথম বিধৰ আৰু লক্ষ্মণৰ ভক্তি দ্বিতীয় বিধৰ। ইয়াৰ উদাহৰণৰ দ্বাৰাই নিৰ্গুণ ভক্তি আৰু সগুণ ভক্তিৰ স্বৰূপ বুজিবলৈ সহজ হব।

ৰাম যেতিয়া বনলৈ যাবলৈ ওলাইছিল তেতিয়া তেওঁ লক্ষ্মণক লগত লৈ যাব নুখুজিছিল। কিয়নো ৰামে তেওঁক লগত নিয়াৰ আৱশ্যকতা উপলব্ধি নকৰিছিল। তেওঁ লক্ষ্মণক কলে—"লক্ষ্মণ মই বনলৈ যাওঁ। দেউতাই মোক আদেশ দিছে। তুমি ঘৰতে থাকা। মোৰ লগত গৈ আমাৰ শোকাতুৰ আৰু শোকাতুৰা আই-দেউতাক বেছি বেজাৰ নিদিবা। আই-দেউতা আৰু প্ৰজাৰ সেৱা কৰা। তুমি যদি তেওঁলোকৰ ওচৰত থাকা, তেন্তে মই নিশ্চিন্ত হব পাৰো। মোৰ প্ৰতিনিধি হিচাপে তুমিয়েই থাকা। মই বনলৈ যাওঁ। ইয়াৰ মানে এইটো ধৰিব নলবা যে মই কোনো বিপদত পৰিছো। বৰং মই ঋষি-মুনিসকলৰ আশ্ৰমলৈহে যাব খুজিছো। এই দৰেই ৰামে লক্ষ্মণক বুজাই আছিল ; কিন্তু লক্ষ্মণে ৰামৰ সকলো কথা একেফাঁকি কথাৰেই উৰাই দিলে। এডোখৰ ঘাকে দোডোখৰ কৰি দিলে। তুলসীদাসে ইয়াৰ বৰ সুন্দৰ চিত্ৰ অংকন কৰিছে। লক্ষ্মণে কৈছে—"আপুনি মোক উৎকৃষ্ট নিগম-নীতিৰ জ্ঞান দিছে। বাস্তৱতে ইয়াক মই পালনো কৰা উচিত ; কিন্তু এই ৰাজ-নীতিৰ বোজা মোৰ দ্বাৰাই বহন কৰাটো সম্ভৱপৰ নহব। আপোনাৰ প্ৰতিনিধি হব পৰাৰ যোগ্যতা মোৰ নাই। কিয়নো মই হৈছোঁ ল'ৰা মানুহ।

"দীন্হি মোহি সিখ নীকি গোসাঁঈ।
লাগি অগম অপনী কদৰাঈ॥
নৰবৰ ধীৰ ধৰম-ধুৰ-ধাৰী।
নিগম-নীতিকে তে অধিকাৰী॥
মৈ সিসু প্ৰভু-সনেহ-প্ৰতিপালা।
মন্দৰু মেৰু কি লেহে' মৰালা॥

"হাঁহে জানো ক'বাত মেৰু-মন্দৰৰ দাঙিব পাৰে? দাদা ৰাম ! মইতো আজিলৈকে আপোনাৰ মৰম-চেনেহতেই প্ৰতিপালিত। আপুনি এই ৰাজনীতি আন কোনোবা এজনক শিকাওক। মই এতিয়াও বালক।" ইয়াকে কৈ লক্ষ্মণে সকলো কথাৰ মোখনি মাৰিলে।

মাছ যেনেকৈ পানীৰপৰা পৃথক হৈ থাকিব নোৱাৰে লক্ষ্মণৰো তেনে অৱস্থাই হৈছিল। ৰামৰ পৰা আঁতৰি থাকিব পৰা শক্তি তেওঁৰ নাছিল। তেওঁৰ নোমৰ গুৰিয়ে গুৰিয়ে সহানুভূতি পৰিপূৰ্ণ হৈ আছিল। ৰাম শুলেও তেওঁ জাগি থাকি ৰামৰ আলপৈচান্ ধৰি আনন্দ অনুভৱ কৰিছিল। আমাৰ চকুত যদি কেনেবাকৈ আহি শিলগুটি লাগে, তেতিয়া আমাৰ হাত যেনেকৈ তৎক্ষণাত চকুলৈ যায় আৰু শিল-গুটিৰ আঘাত সহ্য কৰে, সেই দৰেই লক্ষ্মণো ৰামৰ সোঁহাত হৈ পৰিছিল। ৰামৰ গাত যদি মাৰ পৰে, তেন্তে প্ৰথমে লক্ষ্মণে হে আহি গা পাতি ধৰে। তুলসীদাসে লক্ষ্মণক লক্ষ্য কৰি এটা বৰ সুন্দৰ দৃষ্টান্ত দিছে। পতাকা আকাশত উৰাই থকা হৈছে। গান-বাজনা সকলো পতাকাকে লক্ষ্য কৰিয়েই কৰা হৈছে। তাৰ ৰং-আকাৰ আদিৰ বৰ্ণনা কৰি গীতা গোৱা হয়। কিন্তু চিধা-পোন হৈ থিয় দি থকা খুটাটোক কোনে পোছে? ৰামৰ গৌৰৱ ধ্বজা উৰি আছে, তাৰ খুটাৰ নিচিনা আধাৰ আছিল লক্ষ্মণেইহে। তেওঁ পোনহৈ থিয় দি থাকে। যেনেকৈ পতাকাৰ খুটা কেতিয়াও ভিৰ নাখায় সেই দৰেই ৰামৰ গৌৰৱ ধ্বজা উৰুওৱা লক্ষ্মণৰূপী খুটাও কেতিয়াও ভিৰ নেখাইছিল। গৌৰৱনো কাৰ আছিল? ৰামৰেই নাছিল জানো? জগতেও গৌৰৱ নিচানহে দেখে, খুটাটোলৈ কোনেও লক্ষ্যকে নকৰে। ওপৰৰ ক'ল'চিটো সকলোৱেই দে'খ কিন্তু মূল ভোটিটো হলে কোনেও নেদেখে। ৰামৰ গুণগৰিমা পৃথিৱীত বৈ বৈ গৈছে, কিন্তু লক্ষ্মণৰ হলে কোনো খবৰেই নাই। চৈধ্য বছৰ এই স্তম্ভটো চিধা হৈয়েই থাকিল, অলপো হুঁৱলিন পৰিল। তেওঁ নিজে পিচত থাকি ৰামৰ গৌৰৱ-ধ্বজা উৰুৱায়েই থাকিল। ৰামে বিৰাট বিৰাট কামো লক্ষ্মণৰ হতুৱাই কৰোৱাইছিল। সীতাক বনত এৰি থৈ অহাৰ কামো শেষত লক্ষ্মণৰ ওপৰতেই হে জাপি দিছিল। বেচাৰা লক্ষ্মণে সীতাক এৰি থৈ আহিলগৈ। লক্ষ্মণৰ কোনো স্বতন্ত্ৰ অস্তিত্ব নাছিল। তেওঁ'ই ৰামৰ হাত, ভৰি, চকু মন আদি সকলো হৈ পৰিছিল। যেনেকৈ নদ-নদী বৈ গৈ সাগৰত মিলি যায় সেইদৰেই লক্ষ্মণৰ সেৱাও মিলি গৈছেল। তেওঁ ৰামৰ ছাঁয়া হৈ পৰিছিল। লক্ষ্মণৰ এই ভক্তি সগুণ আছিল।

ভৰত আছিল নিগুৰ্ণ ভক্তিৰ উপাসক। তাৰো ছবি তুলসীদাসে অংকন কৰিছে। ৰাম বনলৈ যোৱাৰ সময়ত ভৰত অযোধ্যাত নাছিল। ভৰত আহি পোৱাৰ আগতে ৰাজা দশৰথৰ মৃত্যু ঘটিছিল। গুৰু বশিষ্ঠই ৰাজ্য চলাবৰ

কাৰণে ভৰতক নানা প্ৰকাৰে বুজনি দিছিল। তেতিয়া ভৰতে কৈছিল যে "মই আগতে ৰামক লগ পাই আহিব লাগিব।" ৰামক লগ ধৰিবৰ কাৰণে তেওঁৰ অন্তৰখন ব্যাকুল হৈ পৰিছিল : কিন্তু তাৰ লগে তেওঁ ৰাজ্যৰ ব্যৱস্থাও কৰিব ধৰিছিল। তেওঁ ভাবিছিল যে "এইখন ৰামৰ ৰাজ্য আৰু ইয়াৰ ব্যৱস্থা কৰা মানে ৰামৰেইহে কাম কৰা হ'ব। গোটেই সম্পত্তি গৰাকীৰ কেৱল তাৰ ব্যৱস্থাৰ ভাৰহে তেওঁৰ ওপৰত পৰিছে বুলি ভৰতে উপলব্ধি কৰিছিল। লক্ষ্মণৰ নিৰ্ব্বচনাকৈ ভৰত মুক্ত হব নোৱাৰিছিল। এয়েই হৈছে ভৰতৰ ভূমিকা। ৰাম-ভক্তিৰ অৰ্থ হৈছে ৰামৰ কাম কৰা, নহলে সেই ভক্তিৰেই বা মূল্য থাকিব কি? ৰাজ্যৰ সকলো প্ৰকাৰৰ সুব্যৱস্থা কৰি থৈ ভৰতে ৰামক দেখা কৰিবলৈ বনলৈ গ'ল। "দাদা! এইখন আপোনাৰ ৰাজ্য। আপুনি—" এই বুলি কবলৈ ধৰোঁতেই ৰামে কৈ উঠিল "ভৰত, ৰাজ্য তুমিয়েই চলোৱা"। ভৰত সংকুচিত মনেৰে থিয় হৈ ৰ'ল অলপ সময় টলকা মাৰি থকাৰ পাচত তেওঁ কলে, "দাদা, আপোনাৰ আজ্ঞা শিৰোধাৰ্য্য"। ৰামে যি কয় তাক তেওঁ নেমানি নোৱাৰে। তেওঁ যথা সৰ্ব্বস্ব ৰামকেই সঁপি দিছিল। তেওঁ ৰামৰ পৰা মেলানি মাগি অযোধ্যালৈ উভতি গৈ ৰাজ্য-ভাৰ চলাবলৈ ধৰিলে। কিন্তু তাৰ ভিতৰতো আটাইতকৈ ডাঙৰ প্ৰশংসনীয় কাম আছিল এইটোৱেই যে তেওঁ অযোধ্যাৰপৰা দুই মাইল দূৰত তপস্যা কৰিবলৈ আৰম্ভ কৰিলে। তপস্বী হৈ থাকিও তেওঁ ৰাজ-কাৰ্য্য নিৰ্ব্বিবাদে চলাবলৈ ধৰিলে। বনবাসৰ অন্তত ৰাম যেতিয়া ভৰতৰ ওচৰত উপস্থিত হৈছিলহি, তেতিয়া এইটো চিনা বৰ টান হৈ পৰিছিল যে বনত থাকি তপস্যা কৰোঁতা প্ৰকৃত তপস্বী কোনজন? দুয়োৰে মুখৰ চেহেৰা একে, মাত্ৰ বয়সতহে কিছু তাৰতম্য আছিল। মুখ-মণ্ডলত সেই একেই তপস্যাৰ জ্যোতিয়ে বিৰাজ কৰিছিল। দুয়োকে একেলগে দেখিলে চিনা টান হৈ পৰিছিল যে কোন জননো ৰাম আৰু কোনজন ভৰত? যদি কোনো চিত্ৰকাৰে এই ছবিখন আঁকিলেহেঁতেন তেন্তে সি কেনে মনোৰম ছবি হৈ উঠিলেহেঁতেন! ভৰতৰ দেহাটো যদিও ৰামৰ পৰা বহুত নিলগত আছিল তথাপি তেওঁৰ মনটো হলে এক মুহূৰ্ত্তৰ কাৰণেও আতঁৰি যাব নোৱাৰিছিল। এফালেদি যেনেকৈ তেওঁ ৰাজ-কাৰ্য্য চলাইছিল আনফালেদি তেওঁৰ মনো সদায় ৰামৰ লগতেই আছিল। নিৰ্গুণত সগুণ ভক্তি ব্যাপ্ত হৈ আছিল। গতিকে তাত বিয়োগৰ

ভাষা মুখৰপৰা ওলাবই বা কেনেকৈ? এই কাৰণে ৰাম যে লগত নাছিল, এই কথাটো ভৰতে অনুভৱেই কৰিব নোৱাৰিছিল। তেওঁ অনবৰত নিজৰ প্ৰভুৰ কামত ব্যস্ত আছিল।

আজি-কালিৰ ডেকাসকলে কয় "ৰামৰ নাম, ৰামৰ ভক্তি, ৰামৰ উপসনা এই বিলাক দেখোন আমি বুজিবই নোৱাৰোঁ। আমি ভগৱানৰ হে কাম কৰিম"। ভগৱানৰ কামনো কেনেকৈ কৰিব লাগে ইয়াৰ আৰ্হি ভৰতেই দেখুৱাই দিছে। ভগৱানৰ কামত ব্যস্ত থাকি ভৰতে বিয়োগ বোলা কথাটো পাহৰি পেলাইছে। ভগৱানৰ কামত লিপ্ত থাকি ভগৱানৰ বিয়োগ অনুভৱ কৰিবলৈ সময় নোপোৱাটো হৈছে এটা কথা, আৰু যাৰ ভগৱানৰ লগত কোনো দেনা-পাওনা বা সজীৱ সম্পৰ্ক একেবাৰেই নাই, তেওঁৰ হৈছে অন্য কথা। অহৰ্নিশে ভগৱানৰ কাম কৰি থাকি সংযম পূৰ্ণ জীৱন যাপন কৰাটো হৈছে এটা বৰ দুৰ্লভ বস্তু। যদিও ভৰতৰ এই বৃত্তিয়ে নিৰ্গুণ ৰূপেৰে কাম কৰায়েই আছিল, তথাপি তাত সগুণৰ আধাৰ অটুট আছিল। "প্ৰভু ৰাম, আপোনাৰ আজ্ঞা মই শিৰোধাৰ্য্য কৰি ললোঁ। আপুনি যি কৰ তাত মোৰ অকণো সন্দেহ নাই" এই বুলি কৈ ভৰত যেতিয়া যাবলৈ ওলাল তেতিয়া তেওঁ আকৌ ৰামলৈ চাই কলে, "হে ভগৱান, মোৰ মন এতিয়াও খোলোচা হোৱা নাই। কিবা এটা পাহৰিছোঁ যেন লাগিছে। ৰামে তৎক্ষণাত তেওঁৰ মনৰ ভাব বুজি পালে আৰু কলে, "হোৱা বাৰু, এই খৰম জোৰকে লৈ যোৱা।" সগুণৰ প্ৰতি তেওঁৰ অন্তৰত আদৰ ভাব আছিলেই। অন্তত সগুণে নিৰ্গুণক গলাই হে এৰিলে। লক্ষ্মণ হয়তো খৰমতে সন্তুষ্ট নহ'লহে'তেন। তেওঁৰ দৃষ্টিত গাখীৰৰ হেপাহ ঘোলৰ চৰবৎ খাই পুৰুৱাৰ নিচিনা হৈছে। ভৰতৰ ভূমিকা কিন্তু ইয়াতকৈ পৃথক আছিল। তেওঁ দেখাত হে আঁতৰত থাকি কাম কৰিছিল, কিন্তু মন সদায় ৰামময় হৈ আছিল। ভৰতে যদিও নিজৰ কৰ্ত্তব্য পালন কৰাকে ৰাম-ভক্তি বুলি ভাবিছিল তথাপি তেওঁ খৰম জোৰৰ আৱশ্যকতা উপলব্ধি নকৰাকৈ নোৱাৰিছিল। তাৰ অবিহনে হয়তো তেওঁ ৰাজ-কাৰ্য্য চলাবই নোৱাৰিলেহে'তেন। সেই খৰম জোৰৰ আজ্ঞাবহ ভৃত্য হিচাপেই তেওঁ নিজৰ কৰ্ত্তব্য কৰি আছিল। লক্ষ্মণ যেনেকুৱা ৰামৰ ভক্ত আছিল, ভৰতো তেনেকুৱাই আছিল। দুয়োজনৰেই ভূমিকা দেখাত ভিন্ ভিন্ আছিল। ভৰত যদিও কৰ্ত্তব্য নিষ্ঠ আৰু তত্ত্ব নিষ্ঠ

আছিল তথাপি তেওঁৰ তত্ত্ব নিষ্ঠাই সগ্ণ ভক্তিৰ আৰ্দ্ৰতাৰ আৱশ্যকতা উপলব্ধি কৰিছিল।

## (৬৪) দুয়ো পৰস্পৰ পূৰক : কৃষ্ণ চৰিত্ৰৰ দৃষ্টান্ত

হৰি ভক্তি ৰূপী আৰ্দ্ৰতা অৱশ্যে থাকিব লাগে। এই কাৰণে ভগৱানে অৰ্জ্জুনক বাৰম্বাৰ কৈছে যে "ময়্যাসক্তমনাঃ পাৰ্থ" অৰ্জ্জুন তুমি মোত আসক্ত হৈ থাকা, মোৰ ৰসৰ আশ্ৰয় লোৱা। আৰু তাৰ পাচত কাম কৰি যোৱা।" 'আসক্তি' শব্দটো ভগৱদ্‌গীতাৰ কাৰণে অৰুচিকৰ আৰু অনাদৰৰ শব্দ। কিয়নো গীতাই বাৰে বাৰে এই কথাটোত হে জোৰ দিছে যে অনাসক্ত হৈ, ৰাগ দ্বেষ ত্যাগ কৰি আৰু নিৰপেক্ষ হৈ কাম কৰা। 'অনাসক্ত' নিঃসংগতা যাৰ ধ্ৰুপদ বা ঘোষা সেই ভগবদ্‌গীতায়েই কৈছে "অৰ্জ্জুন তুমি মোত আসক্ত থাকা"। কিন্তু ইয়াত এইটো মনত ৰাখিব লাগিব যে ভগৱানত আসক্তি ৰখাটো এটা অতি উচ্চ স্তৰৰ কথা। গীতাই কোনো পাৰ্থিৱ বস্তুৰ প্ৰতি আসক্তি ৰখাৰ কথা কোৱা নাই। সগুণ আৰু নিৰ্গুণ এই দুয়োটাৰ ভিতৰত ওতঃপ্ৰোত ভাৱে সম্বন্ধ আছে। সগুণে নিৰ্গুণৰ আধাৰ নোহোৱা কৰিব নোৱাৰে আৰু নিৰ্গুণকো সগুণৰ ৰসৰ আৱশ্যকতা আছে। যি মানুহে নিতৌ কৰ্ত্তব্য কাম কৰি থাকে তেওঁ সেই কৰ্ম্মৰূপী পূজাকেই কৰি থকা হয়। কিন্তু সেই পূজাৰ লগত ৰস (আৰ্দ্ৰতা) ৰ আৱশ্যক। "মামনুস্মৰ যুধ্যচ," মোক স্মৰণ কৰি কাম কৰি যোৱা। অন্তৰত সজীৱ ভাৱনা থাকিলে, কৰ্ম্মও এক প্ৰকাৰ পূজাই হয়। অকল ফুল-তুলসী দিয়াকেই পূজা নোবোলে। তাত ভাৱনাৰো আৱশ্যক। যেনেকৈ ফুল-তুলসী দিয়াটো পূজাৰ এটা প্ৰকাৰ, সেই দৰেই সৎকৰ্ম্মৰ দ্বাৰাই পূজা কৰাটোও অন্য এটা প্ৰকাৰ, কিন্তু এই দুয়োটাতে ভাৱনাৰূপী আৰ্দ্ৰতাৰ আৱশ্যক। ফুল-তুলসী জেনিবা দিছেই কিন্তু যদি অন্তৰত ভাৱনা নেথাকে তেন্তে সেই ফুল-তুলসী ভগৱানৰ ওপৰত দিয়া নহয়, শিলৰ ওপৰত দিয়াহে হব। এতেকে দেখা গ'ল যে আচল বস্তু হৈছে ভাৱনাহে। সগুণ আৰু নিৰ্গুণ, কৰ্ম্ম আৰু প্ৰীতি, জ্ঞান আৰু ভক্তি এই সকলোবোৰ একে ৰূপৰ। উভয়ৰে অন্তিম অনুভৱো একে।

উদ্ধৱ আৰু অৰ্জ্জুনৰ কথালৈকে মন কৰক। ৰামায়ণৰ পৰা জাপমাৰি আহি মহাভাৰত পালোঁহি। ইয়াত মোৰ অৱশ্যে অধিকাৰো আছে। কিয়নো ৰাম আৰু কৃষ্ণ দুয়ো একে ৰূপৰেই। ভৰত আৰু লক্ষ্মণ যেনেকুৱা, উদ্ধৱ

আৰু অৰ্জুনো তেনেকুৱাই। য'ত কৃষ্ণ থাকে ত'ত উদ্ধৱো থাকে। উদ্ধৱে খন্তেকৰ কাৰণেও কৃষ্ণৰ বিয়োগ সহ্য কৰিব নোৱাৰে। তেওঁ সদায় কৃষ্ণৰ সেৱাতেই মগ্ন হৈ থাকে। কৃষ্ণ বিনে তেওঁ গোটেই সংসাৰকে অসাৰ যেন দেখে। অৰ্জুনো কৃষ্ণৰ সখিয়েকেই আছিল, কিন্তু তেওঁ সুদূৰ ইন্দ্ৰপ্ৰস্থত আছিল। অৰ্জুনে কৃষ্ণৰ কাম কৰিব লাগিছিল, পিচে কৃষ্ণ আছিল দ্বাৰকাত, অৰ্জুন আছিল হস্তিনাপুৰত! দুয়োৰে সম্বন্ধ এনেকুৱাই আছিল। যেতিয়া কৃষ্ণই দেহ-ত্যাগ কৰাৰ আৱশ্যকতা উপলব্ধি কৰিলে, তেতিয়া তেওঁ উদ্ধৱক কলে— "উধো, এতিয়া মই যাওঁহে"। উদ্ধৱে কলে,—"মোকো আপোনাৰ লগত লৈ নেযায় জানো? আমি দুয়ো একে লগে যাওঁ ব'লক"। কিন্তু কৃষ্ণই কলে— "এইটো মই সমৰ্পণ নকৰোঁ। যেনেকৈ সূৰ্য্যই নিজৰ তাপ আৰু পোহৰ অগ্নিক সোধাই থৈ যায়, সেইদৰেই ময়ো মোৰ জ্যোতি তোমাক দি থৈ যাওঁ"। এই নিচিনাকৈ ভগৱানে অন্তিম সময়ৰ ব্যৱস্থা কৰি পেলালে আৰু তেওঁক জ্ঞান দি মেলানি মাগিলে। পিচৰ বাৰৰ ভ্ৰমণত উদ্ধৱে মৈত্ৰেয় ঋষিৰপৰা জানিব পাৰিলে যে ভগৱান নিজ ধামলৈ গুচি গ'ল; কিন্তু উদ্ধৱৰ মনত তাৰ কোনো প্ৰতিক্ৰিয়াই দেখা নিদিলে যেন একোৱেই হোৱা নাই। "গুৰু মৰিলে, শিষ্যই কান্দিলে দুয়োৰে জ্ঞানৰ কোনো ফল নধৰিলে"। এনেকুৱা অৱস্থা তেওঁৰ নহৈছিল। যেন বিচ্ছেদ হোৱাই নাছিল। তেওঁ গোটেই জীৱন সগুণ উপাসনা কৰিছিল। পৰমেশ্বৰৰ সান্নিধ্যতে আছিল। কিন্তু এতিয়া তেওঁ নিৰ্গুণতহে বেছি আনন্দ পোৱা হ'ল। এইদৰেই তেওঁ নিৰ্গুণৰ অট্টালিকা নিৰ্ম্মাণ কৰিব লগা হ'ল। প্ৰথমে সগুণ, কিন্তু তাৰ পিচত নিৰ্গুণৰ জখলালৈ আহিবই লাগিব, নহ'লে পৰিপূৰ্ণতা নহব।

ইয়াৰ বিপৰীত অৱস্থা হ'ল অৰ্জুনৰ। শ্ৰীকৃষ্ণই তেওঁক কি কৰিবলৈ কৈছিল? তেওঁৰ পিচত সকলোবিলাক গোপিনীৰ ৰক্ষাৰ ভাৰ অৰ্জুনৰ ওপৰত দিছিল। অৰ্জুন দিল্লীৰ পৰা গ'ল। আৰু দ্বাৰকাৰ পৰা কৃষ্ণৰ গোপিনী-সকলক লৈ আহিল গৈ। বাটত হিচাবৰ ওচৰত পঞ্জাবৰ চোৰে তেওঁলোকক বলৎকাৰ কৰি ধৰি লৈ গুচি গ'ল। যি অৰ্জুনক সেই সময়ত নৰশ্ৰেষ্ঠ বুলি কোৱা হৈছিল আৰু যি উৎকৃষ্ট বীৰ বুলি পৰিগণিত হৈছিল, যি পৰাজয় কাক বোলে তাক মুঠেই নেজানিছিল আৰু এই কাৰণেই তেওঁৰ নামো জয় ৰখা হৈছিল আৰু যি স্বয়ং শঙ্কৰকো যুদ্ধত ঘটুৱাইছিল, তেনেজন লোকেও আত্মীয়ক

ওচৰত কোনো মতে পলাই প্ৰাণ ৰক্ষা কৰিলে। কৃষ্ণৰ মহাপ্ৰয়াণৰ পিচত তেওঁৰ মনত যথেষ্ট প্ৰতিক্ৰিয়া ঘটিছিল। যেন তেওঁৰ প্ৰাণটোহে উৰি গ'ল! অকল নিস্প্ৰাণ আৰু নিষ্প্ৰাণ ভেলটো পৰি থাকিল। ইয়াৰ তাৎপৰ্য্য হৈছে এই যে কৃষ্ণৰ পৰা দূৰত থাকি, সততে কাম কৰি থকা নিৰ্গুণ উপাসক অৰ্জ্জুনৰ কাৰণে এই বিচ্ছেদ বৰ দুঃসহ যন্ত্ৰণাৰ দৰে হৈ পৰিছিল। তেওঁৰ নিৰ্গুণতা শেষত গৈ অপ-দস্ত হৈ পৰিল। তেওঁৰ সমস্ত কামেই শেষ হৈ যোৱাৰ নিচিনা হ'ল। তেওঁৰ নিৰ্গুণে শেষত সগুণৰ উপলব্ধি কৰিলে। সাৰাংশ, সগুণ নিৰ্গুণলৈ যাব লাগে আৰু নিৰ্গুণো সগুণলৈ আহিব লাগে। এইদৰেই দুয়োটাৰ ভিতৰত এটাই আনটোৰ পৰিপূৰ্ণতা আনি দিয়ে।

### (৬৫) সগুণ-নিৰ্গুণৰ একৰূপতাৰ বিষয়ত স্বানুভৱ-কথন

সগুণ উপাসক আৰু নিৰ্গুণ উপাসকৰ ভিতৰত নো কি খিনি প্ৰভেদ আছে, তাক যদি কবলৈ চোৱা যায় তেন্তে ভাষাই নোলোৱা হৈ পৰে। সগুণ আৰু নিৰ্গুণ শেষত একে হয়। যদিও ভক্তিৰ নিজৰা প্ৰথমে সগুণৰ পৰাই ওলাইছে তথাপি সি অন্তত গৈ নিৰ্গুণতেই লয় পাইছে। বহুত দিনৰ আগৰ কথা। মই ভায়কম সত্যাগ্ৰহ চাবলৈ গৈছিলো। মালৱাৰৰ ওচৰত যে শঙ্কৰাচাৰ্য্যৰ জন্ম-স্থান আছে তাক মই ভূগোলত পঢ়িবলৈ পাইছিলোঁ। মই যেনি গৈ আছিলো তাৰে ওচৰত কোনোবা এঠাইত ভগৱান শঙ্কৰাচাৰ্য্যৰ জন্ম-স্থান "কালাডি" নামৰ গাওঁখন আছিল বুলি মোৰ অনুমান হৈছিল আৰু মই লগৰে এজন মালয়ালী ভদ্ৰলোকক সুধিলোওঁ। তেওঁ কলে—"ইয়াৰ পৰা সেই গাওঁ খনলৈ দহ-বাৰ মাইল মান দূৰ হব। আপুনি যাবলৈ মন কৰিছে নে কি?" মই নাই কৰা বুলি কলোঁ। কাৰণ মই গৈছিলো সত্যাগ্ৰহ চাবলৈ. সেইবাবে আনফালে যাবলৈ মোৰ ভাল নেলাগিল। কাজেই মোৰ আৰু সেই গাৱঁলৈ যোৱা নহ'ল। এতিয়াও মোৰ এনেকুৱা যেন লাগিছে যে মই নগৈ ভালেই কৰিলোঁ। কিন্তু ৰাতি যেতিয়া শুলোঁ তেতিয়া সেই কালাডি গাওঁখন আৰু শঙ্কৰাচাৰ্য্যৰ মূৰ্ত্তি মোৰ চকুৰ আগত ভাহিবলৈ ধৰিলে। মোৰ টোপনি কোনিবা গ'ল। সেই অৱস্থাটো আজিও মোৰ মনত পৰিয়েই আছে। শঙ্কৰাচাৰ্য্যৰ সেই জ্ঞানৰ মহিমা, তেওঁৰ সেই দিব্য অদ্বৈত-নিষ্ঠা, সম্মুখত ব্যাপ্তহৈ থকা সংসাৰখনক অসাৰ বুলি কোৱা তেওঁৰ সেই অলৌকিক আৰু জ্বলন্ত বৈৰাগ্য, তেওঁৰ গম্ভীৰ ভাষা আৰু মই তেওঁৰপৰা পোৱা অনন্ত উপকাৰ—এই সকলো

বিলাকেই ইটোৰ পিচত সিটো কৰি ক্ৰমে মোৰ স্মৃতি পটলত আহিবলৈ ধৰিলে। ৰাতি এই সকলোবিলাক ভাব জাগ্ৰত হৈ উঠিল। এই নিৰ্গুণত নো সগুণ কেনেকৈ ভৰি থাকিব পাৰে তাক মই তেতিয়াহে জানিব পাৰিলোঁ। প্ৰত্যক্ষ ভাৱে দেখা-সাক্ষাৎ হোৱা হ'লে হয়তো এনেকুৱা ভক্তি নুপজিলহেতেন। নিৰ্গুণতো সগুণৰ পৰমোৎকৰ্ষতা ভৰি আছে। মই প্ৰায়েই কুশল-মঙ্গলাদিৰ বেছি চিঠি-পত্ৰ নিলিখোঁ। কিন্তু কোনো বন্ধু-বান্ধৱ আদি লৈ চিঠিপত্ৰ নিলিখা সত্বেও তেওঁলোকলৈ মনত সদায় পৰি থাকে। চিঠি নিলিখিলেও মনত স্মৃতি সম্পূৰ্ণ ভাৱে ভৰি থাকে। এইদৰেই নিৰ্গুণত সগুণ গুপ্ত ভাৱে থাকে। সগুণ আৰু নিৰ্গুণ দুয়োটাৰ ৰূপ একেই। প্ৰত্যক্ষ ভাৱে মূৰ্ত্তি লৈ পূজা কৰা প্ৰকাশ্য ৰূপে সেৱা কৰা আৰু অন্তৰেৰে অনবৰত পৃথিৱীৰ কল্যাণৰ কাৰণে চিন্তা কৰা, বাহিৰত পূজা আদি কৰ্ম্ম কৰা নেদেখা, এই দুয়োটাৰেই মূল্য আৰু মহত্ত্ব সমান।

**( ৬৬ ) সগুণ-নিৰ্গুণ কেৱল দৃষ্টি ভেদ; এতেকে ভক্ত-লক্ষণ প্ৰাপ্ত কৰক**

শেষত মই কওঁ যে সগুণ আৰু নিৰ্গুণনো কি তাক নিশ্চিত কৰাটো সহজ কথা নহয়। এফালৰপৰা চালে যিটো সগুণ যেন দেখা যায়, আন ফালৰ পৰা চালে তাকে আকৌ নিৰ্গুণ বুলিও কব পৰা হয়। সগুণৰ সেৱা কোনো এক আকৃতি বিশিষ্ট শিল লৈ কৰা হয়। সেই শিলটোত ভগৱানক কল্পনা কৰি লোৱা হয়। আমাৰ মাতৃ আৰু সাধুসকলতো প্ৰত্যক্ষ চৈতন্য প্ৰকাশ পাইছে। তেওঁলোকৰ গাত জ্ঞান, প্ৰেম, আন্তৰিকতা আদি স্পষ্ট ভাবে ফুটি উঠিছে। কিন্তু তেওঁলোকক পৰমাত্মা জ্ঞান কৰি পূজা নকৰে। এই চৈতন্যময় লোক সকলক সকলোৱেই দেখা পায়। এতেকে তেওঁলোকৰ সেৱা কৰিব লাগে, তেওঁলোকৰ গাত থকা সগুণ পৰমাত্মাক দৰ্শন কৰিব লাগে, কিন্তু ইয়াকে নকৰি মানুহে শিলক হে পৰমেশ্বৰ ভাৱি দৰ্শন কৰিবলৈ ধৰে। শিলত পৰমেশ্বৰক দেখাটো নিৰ্গুণৰ পৰাকাষ্ঠা। সাধু-সন্ত, মাক-বাপেক, ওচৰচুবুৰীয়া, আদি সকলোৰে গাত প্ৰেম, জ্ঞান, পৰোপকাৰ-বুদ্ধি আছে। তেওঁলোকক ঈশ্বৰ বুলি মনাটো সহজ; কিন্তু শিলক ঈশ্বৰ বুলি মনাটো জটিল। নৰ্ম্মদাৰ সেই শিলবোৰক আমি শঙ্কৰ বুলি ভাবো। এইটো জানো নিৰ্গুণ পূজা নহয়? কিন্তু ইয়াৰ বিপৰীতে এনেকুৱা যেন লাগে যে যদি শিলতেই পৰমেশ্বৰক কল্পনা কৰা নেযায় তেন্তে আৰু নো কত কৰা যাব? ভগৱানৰ মূৰ্ত্তি হৱৰ

কাৰণে সেই শিলেই হে উপযুক্তও। সি নিৰ্ব্বিকাৰ আৰু শান্ত। আন্ধাৰেই হওক বা পোহৰেই হওক, জাৰেই হওক বা জহেই হওক সকলোতে শিল যেনে আছে তেনেই থাকে। এনেকুৱা এই নিৰ্ব্বিকাৰ শিলেই হে পৰমেশ্বৰৰ প্ৰতীক হবৰ যোগ্য। মাক-বাপেক, বাইজ, ওচৰ-চুবুৰীয়া—এই সকলোবিলাকেই বিকাৰ যুক্ত। অৰ্থাৎ এওঁলোকৰ ভিতৰত কিবা নহয় কিবা বিকাৰ আছেই। এতেকে শিল পূজাতকৈ. তেওঁলোকৰ সেৱা কৰাটো এফালৰ পৰা চালে জটিলেই।

সাৰাংশ—সগুণ আৰু নিৰ্গুণ পৰস্পৰে পৰস্পৰৰ পৰিপূৰক। সগুণ সুলভ আৰু নিৰ্গুণ কঠিন; কিন্তু আনফালে দি চালে সগুণ কঠিন আৰু নিৰ্গুণ সৰল। দুয়োটাৰ দ্বাৰা একেটা লক্ষ্যকে প্ৰাপ্ত হয। পঞ্চম অধ্যায়ত কোৱাৰ দৰেই চৌবিশ ঘণ্টা কাম কৰিও লেশমাত্ৰ নকৰা আৰু চৌবিশ ঘণ্টা একো কাম নকৰাকৈযো সৰ্ব্ব কৰ্ম্ম-কৰ্ত্তা যোগী আৰু সন্ন্যাসী উভয়ে একে, সেইদৰেই ইয়াতো ঠিক একে কথাই খাটিব। সগুণৰ কৰ্ম্ম দশা আৰু নিৰ্গুণৰ সন্ন্যাসযোগ দুয়োটাৰ ৰূপ একেই। সন্ন্যাস শ্ৰেষ্ঠ নে যোগ শ্ৰেষ্ঠ—ইয়াৰ উত্তৰ দিবৰ বেলিকা যেনেকৈ ভগৱান অসুবিধাত পৰিছিল, ইয়াতো ঠিক তেনেকুৱা অসুবিধাতেই পৰিছিল। অন্তত সুলভতা আৰু কঠিনতাৰ তাৰতম্যলৈ লক্ষ্য ৰাখিহে উত্তৰ দিব লগাত পৰিছিল। নহলে কি যোগ, সন্ন্যাস, কি সগুণ, কি নিৰ্গুণ সকলোৰে ৰূপ একেই। শেষত ভগৱানে কৈছে—"অৰ্জ্জুন তুমি নিৰ্গুণ হৈয়েই থাকা বা সগুণ হৈয়ে থাকা; কিন্তু ভক্ত হলে হবই লাগিব। শিলৰ দৰে জড় হৈ নেথাকিবা।" ইয়াকে কৈ শেষত ভগৱানে ভক্তৰ লক্ষণৰ বিষয়ে কবলৈ ধৰিলে। অমৃত মধুৰ; কিন্তু আমি তাক চাকি চাবলৈ পোৱা নাই। এই লক্ষণবিলাক প্ৰত্যক্ষ মধুৰ। ইয়াত কল্পনাৰ আৱশ্যক নকৰে। এই বিলাকলক্ষণ আমি উপলব্ধ কৰিব লাগিব। দ্বাদশ অধ্যায়ত থকা ভক্তৰ লক্ষণ বিলাকো স্থিতপ্ৰজ্ঞৰ লক্ষণৰ দৰেই আমি নিতৌ সেৱন কৰিব লাগে, মনন কৰিব লাগিগ আৰু তাৰে অলপ অলপ কৈ লৈ নিজৰ জীৱনৰ পুষ্টি সাধন কৰিবলৈ চেষ্টা কৰিব লাগে। এই দৰেই আমি নিজৰ জীৱনক পৰমেশ্বৰৰ ফালে লাহে লাহে লৈ যোৱা উচিত।

দেওবাৰ, ৮-৫-৩২

## ত্ৰয়োদশ অধ্যায়

### (৬৭) কৰ্ম্মযোগৰ উপকাৰ দেহাত্ম-পৃথক্কৰণ

ব্যাসদেৱে নিজৰ জীৱনৰ সাৰ-সুধা ভগৱদ্‌গীতাত ঢালি দিছে। তেখেতে বিস্তাৰকৈ বহুতো কথা লিখিছে। অকল মহাভাৰত সংহিতাতে লাখ কি চোৱা লাখ মান শ্লোক আছে। সংস্কৃতত 'ব্যাস' শব্দৰ অৰ্থই হৈছে "বিস্তাৰ," কিন্তু ভগৱদ্‌গীতাত তেখেতৰ মনোভাৱ বেছি বিস্তৃত কৰাৰ পক্ষে নাছিল। জ্যামিতিত যেনেকৈ ইউক্লিডৰ সিদ্ধান্তৰ কথা কোৱা হৈছে, তত্ত্ব দেখুৱাই দিছে, সেই দৰেই ব্যাসদেৱে জীৱনৰ কাৰণে আৱশ্যকীয় তত্ত্ব গীতাত লিখি থৈ গৈছে। ভগৱদ্‌গীতাত ইয়াৰ বিশেষ চৰ্চ্চাও নাই আৰু বিস্তাৰো নাই। ইয়াৰ মুখ্য কাৰণ এইটোৱেই যে গীতাত যিখিনি কোৱা হৈছে তাক যাতে প্ৰত্যেক মানুহেই নিজৰ জীৱনত প্ৰয়োগ কৰি চাব পাৰে আৰু প্ৰত্যেকে পৰীক্ষা কৰি চাবৰ কাৰণেই কথাখিনি কোৱা হৈছে। জীৱনৰ কাৰণে যিখিনি কথা অতি আৱশ্যকীয় তাকেই হে গীতাতো কোৱা হৈছে। তেখেতৰ কোৱাৰ উদ্দেশ্যও এয়েই আছিল। এই কাৰণেই তেখেতে অলপ কথাতে গোটেই সাৰতত্ত্বখিনি কৈ সন্তোষ মানিছিল। তেখেতৰ এই সন্তোষ বৃত্তিত, তেখেতৰ সত্য তথা আত্মানুভৱ সম্বন্ধীয় মহান বিশ্বাস থকাৰ কথা আমি দেখিবলৈ পাওঁ। যিটো কথা সত্য, তাৰ সমৰ্থনৰ কাৰণে বেছি যুক্তি-তৰ্ক লৈ যাবৰ আৱশ্যক নকৰে।

আমি গীতাৰ ফালে যি দৃষ্টিৰে চাই আছোঁ, তাৰ মুখ্য কাৰণ হৈছে এই যে আমাৰ জীৱনত যেতিয়াই কোনো সহায়তা বা আশ্ৰয়ৰ আৱশ্যকত উপলব্ধি কৰো, তেতিয়াই যাতে তাক আমি গীতাৰপৰাই পাওঁ। তাক আমি সদায় পাই থকাৰ নিচিনা হৈছেও। গীতা এখন জীৱনোপযোগী শাস্ত্ৰ আৰু এই কাৰণেই তাত স্বধৰ্ম্মৰ ওপৰত ইমান জোৰ দিয়া হৈছে। মানৱ জীৱনৰ যদি কিবা ডাঙৰ আধাৰ স্তম্ভ আছে তেন্তে সিয়েই হৈছে স্বধৰ্ম্মাচৰণ। তাৰ গোটেই অট্টালিকাটো স্বধৰ্ম্মাচৰণৰূপী আধাৰ-স্তম্ভৰ ওপৰতেই নিৰ্ম্মাণ কৰিব লাগিব। এই আধাৰ স্তম্ভ যিমানেই শক্তিশালী হব সিমানেই সেই অট্টালিকাটোও বেছি দিন টিকি থাকিব। এই স্বধৰ্ম্মাচৰণকে গীতাত "কৰ্ম্ম" বুলি কোৱা হৈছে। এই স্বধৰ্ম্মাচৰণ ৰূপী কৰ্ম্মৰ আশে-পাশে গীতাত বহুতো

কথাৰ অৱতাৰণা কৰা হৈছে। তাৰ ৰক্ষাৰ কাৰণেই অনেক বিকৰ্ম্মৰো সৃষ্টি কৰা হৈছে। স্বধৰ্ম্মাচৰণক সজাবৰ কাৰণে, তাক সুন্দৰ কৰি তুলিবৰ নিমিত্তে আৰু তাক সফল কৰাৰ উদ্দেশ্যে যি যি আধাৰ, তথা সহায়ৰ আৱশ্যক হয় তাক যোগান ধৰা নিতান্ত প্ৰয়োজন। এই কাৰণে এতিয়ালৈকে আমি অনেকুৱা বহুতো বস্তু দেখিলোঁ। তাৰ ভিতৰত বহুতো কথা ভক্তিৰ লগত জড়িত আছে। আজি আমি ত্ৰয়োদশ অধ্যায়ত যিখিনি বিষয় বস্তু পাম, সিয়ো স্বধৰ্ম্মাচৰণৰ কাৰণে বৰ উপযোগী। তাৰ সম্বন্ধ বিচাৰপক্ষৰ লগত।

স্বধৰ্ম্মাচৰণ কৰোঁতাসকলে যে ফল ত্যাগ কৰিব লাগে এই কথাটো গীতাৰ প্ৰায় সকলো ঠাইতেই কৈ অহা হৈছে। কৰ্ম্মতো কৰিবই কিন্তু তাৰ ফলো ত্যাগ কৰিব। গছৰ গুৰিত পানী দিবা আৰু তাক প্ৰতিপালো কৰিবা ; কিন্তু তাৰ ছাঁ আৰু ফল-ফুললৈ আশা নকৰিবা। এয়েই স্বধৰ্ম্মাচৰণ ৰূপী কৰ্ম্মযোগ। কৰ্ম্ম-যোগৰ অৰ্থ কেৱল কৰ্ম্ম কৰি থকাটোৱেই নহয়। কৰ্ম্মতো এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো ঠাইতে চলিবই লাগিছে। তাক আকৌ পুনৰাবৃত্তি কৰিবৰ আৱশ্যক নকৰে ; কিন্তু ধৰ্ম্মাচৰণ ৰূপী কৰ্ম্মই সাধাৰণ কৰ্ম্মক নুবুজায় বৰং তাক ভালকৈ কৰি, তাৰ ফল ত্যাগ কৰাকহে বুজায়। এই কথাটো কওঁতে বা বুজোঁতে অতি সৰল যেনেই লাগে, কিন্তু পালন কৰাটো হলে টান ; কিয়নো কোনো কামৰ প্ৰেৰণাদায়ক শক্তিয়েই হৈছে ফল-বাসনা। ফলৰ কামনা ত্যাগ কৰি কাম কৰাটো হৈছে ওলোটা পন্থা। এই ক্ৰিয়া ব্যৱহাৰিক বা সাংসাৰিক নীতিৰ বিপৰীত। যি বেছি কাম কৰে, তেওঁৰ জীৱনত গীতাৰ কৰ্ম্মযোগ আছে বুলি আমি বহুতো বাৰ কৈ আহিছো। বহুতো কৰ্ম্ম কৰোতাসকলৰ জীৱনক আমি কৰ্ম্ম-যোগ-ময় বুলি কওঁ, কিন্তু এই প্ৰয়োগত ভাষাৰ শিথিলতা যথেষ্ট আছে। গীতাৰ ব্যাখ্যা মতে সি কৰ্ম্ম-যোগ নহয়, অকল কৰ্ম্মই নহয় স্বধৰ্ম্মাচৰণ ৰূপী কৰ্ম্ম কৰোতা লাখ লাখ মানুহৰ ভিতৰতো গীতাৰ কৰ্ম্ম-যোগ আচৰণ কৰা লোকৰ সংখ্যা অতি বিৰল। কৰ্ম্ম-যোগৰ সূক্ষ্ম আৰু প্ৰকৃত অৰ্থ যদি চোৱা যায় তেন্তে এনেকুৱা সম্পূৰ্ণ কৰ্ম্ম-যোগী কিজানি দৈবাৎ হে হয়তো এজন ওলাব। কৰ্ম্ম কৰা কিন্তু ফলৰ আশা ত্যাগ কৰা—ই একেবাৰেই অসাধাৰণ কথা। এই পৰ্য্যন্ত গীতাত এই বিশ্লেষণ বা এই পৃথক্কৰণ বিষয়েই আলোচনা কৰা হৈছে।

সেই বিশ্লেষণ বা পৃথক্কৰণৰ কাৰণেই আৰু এটা পৃথক্কৰণৰ কথা এই

ত্ৰয়োদশ অধ্যায়ত কোৱা হৈছে। "কৰ্ম্ম কৰা আৰু তাৰ ফলৰ আসক্তি ত্যাগ কৰা" এই পৃথক্কৰণৰ সহায়ক, মহান্ পৃথক্কৰণ হৈছে 'দেহ আৰু আত্মা'ৰ। ইয়াকেই ত্ৰয়োদশ অধ্যায়ত উত্থাপন কৰা হৈছে। চকুৰে আমি যি ৰূপ দৰ্শন কৰো তাক আমি মূৰ্ত্তি, আকাৰ বা দেহ বুলি কওঁ। যদিও বাহ্যিক মূৰ্ত্তিৰ পৰিচয় আমাৰ চকুৰ লগত হৈছে তথাপি বস্তুৰ অন্তৰংগত আমি প্ৰৱেশ কৰিব লগাত পৰে। ফলৰ ওপৰৰ বাকলিখিনি গুচেই তাৰ ভিতৰৰ মগুহখিনিহে খাই চাব লাগে। নাৰিকলো ভাঙিহে ভিতৰখনত কি আছে তাক চাব লগাত পৰে। কঠালৰ ওপৰ ভাগ কাঁইটেৰে আবৰি থাকে। তথাপি দেখোন ভিতৰৰ ভাগ বেচ সোৱাদ আৰু ৰসাল মগুহেৰে পৰিপূৰ্ণ হৈ থাকে। আমি নিজৰ ফালেই চাওঁ বা আনৰ ফালেই চাওঁ—এই ভিতৰ-বাহিৰৰ পৃথক্কৰণটো আৱশ্যকীয়। এতিয়া বাকলি গুচোৱা মানে নো কি? ইয়াৰ অৰ্থ হৈছে এই যে প্ৰত্যেক বস্তুৰ ভিতৰৰ মগুহ আৰু বাহিৰ ভাগক পৃথক্কৰণ কৰিব লাগে। বাহিৰৰ দেহ আৰু ভিতৰৰ আত্মা, এইদৰেই প্ৰত্যেক বস্তুৰে দুটা ৰূপ আছে। কৰ্ম্মৰ ক্ষেত্ৰতো ইয়েই খাটিব। ফলৰ বাহিৰ ভাগ কৰ্ম্মৰ দেহ আৰু কৰ্ম্ম দ্বাৰাই যি চিত্ত-শুদ্ধি হয়, সিয়েই হব কৰ্ম্মৰ আত্মা। স্বধৰ্ম্মাচৰণৰ বাহিৰা ফলৰূপী দেহ ত্যাগ কৰি ভিতৰৰ চিত্ত শুদ্ধিৰূপী সাৰ ভাগক অৰ্থাৎ আত্মাক আমি গ্ৰহণ কৰি, অন্তৰত সুমাই লব লাগে। প্ৰত্যেক বস্তুৰ দেহ অৰ্থাৎ বহিৰ্ভাগক ত্যাগ কৰি ভিতৰৰ আত্মাক অৰ্থাৎ সাৰ ভাগ গ্ৰহণ কৰাৰ অভ্যাস আমাৰ হব লাগে। চকু, মন আৰু আমাৰ চিন্তাধাৰাকো এনেকুৱা শিক্ষা দিব লাগে আৰু অভ্যাসো কৰাব লাগে। প্ৰত্যেক কথাত দেহক পৃথক কৰি আত্মাৰ পূজা কৰিব লাগে। আমাৰ আলোচনাৰ কাৰণে এই পৃথক্কৰণ ত্ৰয়োদশ অধ্যায়ত দিয়া হৈছে।

### (৬৮) সংস্কাৰৰ মূলাধাৰ

এই সাৰগ্ৰাহী দৃষ্টি ৰখা কথাটো বৰ মহত্ত্বপূৰ্ণ। যদি আমি দীঘলীয়া কালৰেপৰা এনেকুৱা অভ্যাস কৰোঁ, তেন্তে কিমান যে ভাল হব। এই বিষয়টো অংগীকাৰ আৰু পৰিপাক কৰি লব লগীয়া বিষয়। বহুতেই ভাবে যে অধ্যাত্ম-বিদ্যাৰ লগত জীৱনৰ কোনো সম্বন্ধ নাই। আৰু কিছুমানে এইটোও কয় যে যদি এনেকুৱা কিবা সম্বন্ধ আছে ও তেন্তে সি নোহোৱাটোৱেই শ্ৰেয়। দেহৰ লগত আত্মাৰ সম্বন্ধ যে ভিন্ন এই কথাটো বুজাবৰ কাৰণে যদি শিক্ষাৰ

ব্যৱস্থা সৰু কালৰে পৰাই কৰা যায় তেন্তে বৰ ভাল হব। ই শিক্ষা-বিজ্ঞানৰ কথা। আজি-কালি কু-শিক্ষাৰ ফল স্বৰূপেই কিছুমান বৰ বেয়া বেয়া সংস্কাৰে ল'ৰা ছোৱালী বিলাকৰ মনত ঠাই পাইছে। 'মই কেৱল দেহ ৰূপ হে' ইয়াৰ বাহিৰে এই শিক্ষাই আমাক বেছি আগবঢ়াই নিনিয়ে সকলো দিনে দেহৰেইহে আলোচনা চলিব লাগিছে ; কিন্তু ইয়াৰ বাহিৰেও দেহে যি স্বৰূপ পাব লাগে আৰু সি যেনেকুৱা হব লাগে সেই বিষয়ৰ চৰ্চ্চা ক'তো শুনিবলৈ পোৱা নেযায়। এইদৰেই দেহৰ এই বৃথা পূজা চলিব লাগিছে। আত্মাৰ মাধুৰ্য্যৰ প্ৰতি মনোযোগ মুঠেই নাই। বৰ্ত্তমানৰ শিক্ষাপদ্ধতিৰ দোষতেই এনেকুৱা অৱস্থাৰ সৃষ্টি হৈছে। এইদৰেই দেহ ৰূপী মূৰ্ত্তিপূজাৰ অভ্যাস দিনে ৰাতিয়ে কৰাব লাগিছে।

একেবাৰেই সৰুকালৰেপৰাই আমাৰ এই দেহ দেবতাৰ পূজা-অৰ্চ্চনা কৰিবলৈ শিকোৱা হয়। কেতিয়াবা যদি ভৰিত আঘাত পায় তেন্তে তাত মাটি লগাই দিলেই কাম চলি যায়। সৰু ল'ৰাৰ এইদৰেই ভাল হয় আৰু কেতিয়াবা হয়তো মাটি লগাবৰেই আৱশ্যক নকৰে। অলপীয়া দুঃখ পালে সি তালৈ কেৰেপকে নকৰে। কিন্তু সেই ল'ৰাৰ যি ৰক্ষক বা পালক আছে তেওঁলোকৰ কাম ইমানতে সমাধা নহয়। তেওঁ লৰাটিক ওচৰলৈ মাতি নি কব,—"আই ঐ দোহি!" দুঃখ নো ক'ত পালা? কেনেকৈ পালা? বৰকৈ দঃখ পালা নে কি? অ' তেজ ওলাই গ'ল দোহি!" এইদৰে কৈ ল'ৰাটিয়ে নেকান্দিলেও কান্দিবলৈ বাধ্য কৰায়। নকন্দা ল'ৰাক কন্দুৱা এই প্ৰক্ৰিয়াক কি বোলা যাব? তাক আকৌ কব, 'তুমি আৰু ক'তো লৰি-ঢাপৰি নুফুৰিবা দে'ই। ধেমালি কৰিবলৈকো নেযাবা, ক'ৰবাত পৰিবা নহয়, পৰিলে আকৌ দুঃখ পাবা।' এইদৰেই দেহৰ প্ৰতিহে মনোযোগ দিবলৈ একাঙ্গী শিক্ষা দিয়া হয়।

ল'ৰা-ছোৱালীক প্ৰশংসাও কৰে; অৱশ্যে সিয়ো জেনিবা দেহৰ পক্ষ অৱলম্বন কৰিহে কৰে। নিন্দা কৰিলেও দেহলৈ চাইহে কৰে। কয় যে কেনে লেতেৰা হৈ আছে, ইয়াৰ দ্বাৰা ল'ৰা ছোৱালীয়ে মনত কিমান কষ্ট পায়! কেনে মিছা দোষাৰোপ কৰে। সিহঁতৰ গাত যে মলি আছে সিয়ো সচাঁ, আৰু সিহঁতক যে চাফ-চিকুণ কৰিব লাগে ইয়ো স'চা, কিন্তু সিহঁতক চাফ চিকুণ নকৰি সিহঁতৰ মনত আঘাত দিয়াটো কেনে কথা হব?

সৰু ল'ৰা-ছোৱালীয়ে তাক কেতিয়াও সহ্য কৰিব নোৱাৰে। সিহঁতে যেজাৰ পায়, সিহঁতৰ অন্তৰাত্মাত পৱিত্ৰতা আৰু নিৰ্ম্মলতা ভৰি আছে, তথাপি সিহঁতক লেতেৰা বুলি অযথা দোষাৰোপ কৰে। বাস্তৱতে ল'ৰা-ছোৱালী লেতেৰা নহয়; বৰং সিহঁত অত্যন্ত সুন্দৰ, মধুৰ, পৱিত্ৰ, প্ৰিয় পৰমাত্মাহে তেওঁৰ অংশ কলা সিহঁতৰ গাত বিদ্যমান আছে। অথচ সিহঁতক কয় "লেতেৰা!" সেই অপৰিচ্ছন্নতাৰ লগত সিহঁতৰ কি সম্বন্ধ আছে? সৰু ল'ৰা-ছোৱালীয়ে ইয়াৰ বিষয়ে একো নেজানে আৰু এই কাৰণেই সিহঁতে এনেকুৱা আঘাত সহ্য কৰিব নোৱাৰে। এনে কৰাৰ পৰা সিহঁতৰ মনত ক্ষোভ উৎপন্ন হয় আৰু যেতিয়া ক্ষোভ উৎপন্ন হৈ যায়, তেতিয়া সিহঁতৰ মন আৰু শুধৰণী হোৱাৰ সম্ভাৱনা নেথাকে। এতেকে সিহঁতক ভালকৈ বুজাই-বঢ়াই চাফ্‌চিকণ কৰি ৰখাহে উচিত।

আমি ইয়াকে নকৰি ইয়াৰ বিপৰীতে সেই ল'ৰা-ছোৱালীবিলাকৰ মনত এই সাঁচ বহুৱাই দিওঁ যে সিহঁত প্ৰত্যেকেই একোটা দেহ হে। শিক্ষা-বিজ্ঞানত ইয়াক এটা মহত্ত্বপূৰ্ণ সিদ্ধান্ত বুলি ধৰি লোৱা উচিত। সাধাৰণতে গুৰুৰ মনলৈ এই ভাৱ আহিব লাগে যে মই যাক পঢ়াইছোঁ তেওঁলোক প্ৰত্যেকেই সৰ্ব্বাংগ সুন্দৰ। অংক কৰোঁতে বা কোনো প্ৰশ্নৰ উত্তৰ দিওঁতে যদি ভুল কৰে তেন্তে চৰ বা ঠলামুৰি নাইবা চেতনীৰ কোব যি কোনো এটা আছেই। সেই চৰ বা কোবৰ লগত অংক ভুল কৰাৰ কি সম্বন্ধ আছে? স্কুললৈ যদি কেনেবাকৈ পলমকৈ আহে তেতিয়াও উঠে সিহঁতৰ গালত চৰ। এই চৰত সিহঁতৰ গাল ফাটি হয়তো তেজ ওলাব, তাক দেখিয়েই কি সিহঁত সেই দিনাৰ পৰা সোনকালে আহিবলৈ ধৰিব? তেজৰ এই বেগে জানো সিহঁতক এতিয়া কেইটা বাজিছে এইটো বুজাই দিব পাৰিব? আচল কথা কবলৈ গ'লে এনে হিচাপে মাৰ-ধৰ্ কৰি আমি ল'ৰা-ছোৱালীক পশুত্বলৈহে আগবঢ়াই দিওঁ। তহঁত কেবল দেহ হে এই ভাৱনাটো দৃঢ় কৰোঁ। সিহঁতৰ জীৱন ভয়াতুৰ কৰি তোলে। যদি আমি সিহঁতক শুধৰাব খোজে, এনেভাৱে জোৰ-জবৰদস্তি কৰি সিহঁতৰ দেহৰ শক্তি বঢ়াই আমি একো কৰিব নোৱাৰো। যেতিয়া মই এইটো বুজিব পাৰিম যে মই দেহতকৈ ভিন্ন তেতিয়াহে মোৰ শুধৰণীও হব পাৰিব।

দেহ বা মনত থকা কোনো দোষৰ জ্ঞান হোৱাটো বেয়া নহয়। ইয়াৰ দ্বাৰা

সেই দোষ দূৰ কৰাত সহায় হে হব ; কিন্তু মই যে দেহ নহয় এই কথাটো স্পষ্ট ভাবে জনা উচিত। 'মই' যি হওঁ সি দেহৰ পৰা একেবাৰেই ভিন্ন, পৃথক, অত্যন্ত সুন্দৰ, উজ্জ্বল পৱিত্ৰ আৰু ত্ৰুটি ৰহিত। নিজৰ দোষবিলাক দূৰ কৰিবৰ কাৰণে যি আত্মপৰীক্ষা কৰা হয় তাকোতো নিজৰ দেহৰ পৰা পৃথক কৰিহে কৰিব পাৰে। এই কাৰণেই আনকোনোবাই যদি দোষ আঙুলিয়াই দিয়ে তেতিয়া তেওঁ বেয়া নেপায় আৰু খঙো নুঠে ; বৰং এই দেহৰূপী আৰু মনৰূপী যন্ত্ৰত কি কি দোষ আছে তাক ভালকৈ ফঁহিয়াই চাই দূৰ কৰিবলৈ যত্ন কৰে। ইয়াৰ বিপৰীতে যি দেহক নিজতকৈ ভিন্ন বুলি নেভাবে তেওঁৰ সংশোধনো হব নোৱাৰে। এই দেহ, পিণ্ড ৰূপী মাটিৰ পুতলাক 'মই' বুলি যি ভাবিব তেওঁ আৰু নিজক কি সংশোধন কৰিব? এই দেহটোক এটা উপকৰণৰ ৰূপতহে মই পাইছোঁ এই বুলি যেতিয়া ধৰি ল'ম তেতিয়াহে হয়তো সংশোধিত হব পাৰিম। যত'ৰত যদি কিবা দোষ আছে বুলি মোক কোনোবাই কয় তেন্তে জানো মোৰ খং উঠিব? খং উঠক ছাৰি সেই দোষ শুধৰাই লবলৈ হে দেখোন চেষ্টা কৰোঁ। দেহৰ বেলিকাও ঠিক এইটোৱেই খাটিব। খেতিৰ কাৰণে সজুলি আদি যেনে এই দেহটোও ঠিক তেনেই। ধৰি লওক, এই দেহটো ভগৱানৰ ঘৰত খেতি কৰা এবিধ সঁজুলি। সঁজুলি যদি কেনেবাকৈ বেয়া হয় তেন্তে তাক মেৰামতি কৰি লব লাগে। এই দেহটো এটা উপকৰণৰ ৰূপতহে নিৰ্ম্মিত হৈছে। গতিকে এই দেহৰ পৰা নিজক পৃথক কৰি ৰাখি দোষসমূহৰ পৰা মুক্ত হবলৈ আমি চেষ্টা কৰা উচিত। এই দেহৰূপী উপকৰণটোৰ পৰা মই পৃথক, মই স্বামী, গৰাকী, মই এই দেহ চলাওঁতা আৰু কৰ্ত্তা। ইয়াৰ পৰা উৎকৃষ্ট সেৱা মই আদায় কৰিব লাগিব। এইদৰেই সৰু কালতে দেহৰ পৰা পৃথক হৈ থকাৰ ভাৱনা জাগ্ৰত কৰি তুলিব লাগে।

খেলৰ পৰা আঁতৰি থকা তটস্থ ব্যক্তিয়ে যেনেকৈ খেলৰ গুণ-দোষ ভালদৰে ধৰিব পাৰে, সেইদৰেই আমিও দেহ-মন বুদ্ধিৰ পৰা নিজক পৃথককৈ ৰাখি তাৰ দোষ-গুণ পৰীক্ষা কৰি চাব পাৰো। কোনো কোনোৱে কয় "মোৰ দেখোন স্মৰণ শক্তি কিছু কম হৈছে, ইয়াৰ কিবা উপায় দিব নোৱাৰেনে? যেতিয়া মানুহে এইদৰে কয় তেতিয়া তেওঁ সেই স্মৰণ শক্তিত কৈ যে ভিন্ন এই কথাটো স্পষ্ট ৰূপে জনা যায়। তেওঁ কয় মোৰ স্মৰণ শক্তি নষ্ট হৈ

গৈছে। ইয়াৰ অৰ্থ এইটোৱেই যে তেওঁৰ শৰীৰৰ কিবা কল-যন্ত্ৰ বেয়া হৈছে। কাৰবাৰ ল'ৰা হেৰায়, কাৰোবাৰ কিতাপ হেৰায়, কিন্তু নিজে হলে ক'তো নেহেৰায়। অন্তত মৰিবৰ সময়তো তেওঁৰ দেহটোহে সকলো প্ৰকাৰেই নষ্ট হয়, অকামিলা হৈ পৰে ; তেওঁৰ নিজৰ ভিতৰখন যেনে আছিল তেনেই থাকে। তেওঁ যে নিৰ্দ্দোষী আৰু নিৰোগী হৈ থাকে এই কথাটো ভালদৰে বুজি লব লগীয়া। যদি ইয়াক খৰচি মাৰি বুজি লব পৰা যায়, তেন্তে ইয়াৰ দ্বাৰাই বহুতো জঞ্জালৰ হাত সাৰিব পৰা হব।

### (৬৯) দেহাসক্তিৰ দ্বাৰাই জীৱন অৱৰুদ্ধ

দেহেই "মই" এই ভাবটো সকলোতে প্ৰচাৰ হৈ পৰিছে, ইয়াৰেই ফল-স্বৰূপে মানুহে নভবা-নিচিন্তাকৈয়ে দেহৰ পৰিপুষ্টিৰ কাৰণে নানা তৰহৰ উপকৰণ নিৰ্ম্মাণ কৰি পেলাইছে। সেইবিলাকক দেখি শুনি বৰ ভয় হৈছে। মানুহৰ এই ধাৰণাটো প্ৰায়েই থকা দেখা যায় যে এই দেহ পুৰণি-জীৰ্ণ-শীৰ্ণ হৈ পৰিছে, গতিকে যি কোনো প্ৰকাৰে ইয়াক টিকাই ৰাখিবই লাগিব ; কিন্তু এই দেহটো, এই আৱৰণটোকে আৰু কিমান দিন টিকাই ৰাখিব পাৰিবা? নমৰা পৰ্য্যন্তহে হব পাই? যেতিয়া মৃত্যুৰ আহ্বান আহিব তেতিয়া এক মুহূৰ্ত্তৰ কাৰণেও তিষ্ঠি থকাটো টান হব। মৃত্যুৰ পিচত সকলো গৰ্ব্ব খৰ্ব্ব হৈ যায়। তথাপি এই তুচ্ছ দেহটোৰ কাৰণে মানুহে নানা প্ৰকাৰৰ সাধন-সামগ্ৰী গোটোৱাত লাগি গৈছে। দিনে-ৰাতিয়ে এই দেহটোৰ কাৰণেই চিন্তা। এতিয়া আকৌ কৈছে যে দেহ-ৰক্ষাৰ কাৰণে মাংস খালে একো দোষ নহয়। ভাবিছে যে মানুহৰ দেহটো বৰ মূল্যৱান, সেয়েহে তাৰ ৰক্ষাৰ কাৰণে মাংস খায়। পশু-দেহৰ মূল্য কম। এইটো কেনেকৈ হব পাৰে? মানুহৰ দেহানো ইমান মূল্যৱান বুলি প্ৰমাণিত কেনেকৈ হ'ল?

ইয়াৰ কাৰণ কি? পশুৱে যিহকে পায় তিহকে খায়, সিহঁতে নিজৰ স্বাৰ্থৰ বাহিৰে আন একো ভাবিবই নোৱাৰে! কিন্তু মানুহেতো এনেকুৱা নকৰে। মানুহে নিজৰ আশে-পাশে থকা সৃষ্টিক ৰক্ষা কৰে। গতিকে মানৱ দেহত মূল্য আছে গুণেই সি মূল্যৱান হব পাৰিছে। কিন্তু যি কাৰণত মানুহৰ দেহ মূল্যৱান বুলি সকলোৱেই মানি লৈছিল, তাকে আকৌ তুমি মাংস খাই নষ্ট কৰি পেলাইছা! অবোধ মানৱ, তোমালোকৰনো বৰাই কোন খিনিত? তোমালোক সংযমেৰে থাকা, আন জীৱৰ ৰক্ষা আৰু কল্যাণৰ

কাৰণে অনেক কাম কৰা আৰু সকলো জীৱৰে তত্ত্বাৱধান লবৰ উপযুক্ত জ্ঞান তোমালোকৰ আছে ; এই কাৰণেই জানো তোমালোকৰ বৰাই নহয় ? পশুতকৈ যে এই বিশেষ গুণ কেইটা তোমালোকৰ বেছি আছে, সেইবাবেহে তেওঁ মানুহক ডাঙৰ বা শ্ৰেষ্ঠ বুলি কোৱা হৈছে, তাকেই যদি তেওঁলোকে উঘালি দলিয়াই পেলাব খোজে তেন্তে তেওঁলোকৰেই বা শ্ৰেষ্ঠত্ব টিকিব কেনেকৈ ? সাধাৰণ পশুৱে যেনেকৈ আন প্ৰাণীৰ মঙহ খাই জীৱন ধাৰণ কৰে, সেই কামকে যদি নিশংকোচ মনেৰে মানুহেও কৰিবলৈ ধৰে তেন্তে বৰাই কৰিব লগীয়া কথা এঁকো নাইকিয়া হব অৰ্থাৎ মানুহ পশুতকৈ শ্ৰেষ্ঠ বুলি কোৱাটো যুক্তি সংগত নহব। ইয়াকে কৰিবলৈ যোৱা মানে মই যিটো ডালত বহি আছোঁ তাকে কাটিবলৈ চেষ্টা কৰাৰ নিচিনা হব।

আজি-কালি চিকিৎসা বিজ্ঞানে নানা প্ৰকাৰৰ আচৰিত কাম কৰি দেখুৱাইছে। জীৱিত পশুৰ দেহ ফালি তাত ৰোগৰ বীজাণু সুমাই দি চায় যে তাৰ দ্বাৰাই নো পশুৰ দেহত কি কি প্ৰতিক্ৰিয়া ঘটিছে। জীৱিত পশুক এনে ধৰণেৰে কষ্ট দি যি জ্ঞান লাভ কৰা হয় তাক ব্যৱহাৰ কৰে, এই ক্ষুদ্ৰ মানৱ দেহ বচাবৰ কাৰণে আৰু এইবিলাক চলে 'ভূতদয়াৰ' নামত। পশুৰ দেহত বীজাণু সৃষ্টি কৰি তাৰ বীজলবোৰ মানুহৰ দেহাত সুমাই দিয়ে। এনেকুৱা নানাতৰহৰ ভীষণ ভীষণ কাম চলিব লাগিছে। যিটো দেহাৰ কাৰণে আমি এইবিলাক কৰোঁ এখন কেচাঁ চিচাৰ দৰে খন্তেকৰ ভিতৰতে ফুটি যাব পাৰে। সি কোন মুহূৰ্ত্তত কেঁতিয়া ফুটে তাক ধৰা টান। যদিও মানুহৰ দেহ ৰক্ষাৰ কাৰণেই এইবিলাক কাম চলিব লাগিছে তথাপি অন্তত আমি কি দেখিবলৈ পাইছো ? যিমানেই এই সুকোমল দেহটা ৰক্ষা কৰাৰ কাৰণে আমি চেষ্টা কৰো সিমানেই তাৰ নাশ দিনক দিনে বেছি হৈ হে যাব ধৰে। এই কথাটো আমি জানো, তথাপি এই দেহক হৃষ্ট-পুষ্ট কৰিবলৈ আৰু ইয়াৰ গুণ-গৰিমা বঢ়াবলৈ আমি চেষ্টা কৰিবই লাগিছোঁ।

কেনে ধৰণৰ আহাৰ কৰিলেনো আমাৰ বুদ্ধি সাত্ত্বিক হব পাৰে, এই কথাটোৰ প্ৰতি আমি অকণো মনযোগ নিদিওঁ। মনক ভাল কৰিবলৈ আৰু বুদ্ধিক নিৰ্ম্মল কৰি ৰাখিবৰ কাৰণে কি কৰিব লাগে বা কোন বস্তুৰ সহায় লব লাগে, ইয়াক আমাৰ মানুহে নেজানে আৰু জানিবলৈ ও ইচ্ছা নকৰে। তেওঁ কেৱল শৰীৰৰ ওজন কেনেভাৱে বঢ়াব পাৰি তাকেহে জানে মাত্ৰ।

পৃথিৱীৰ পৰা একোখেপা মাটি উঠিগৈ তেওঁৰ শৰীৰত কেনেকৈ লেও খায়, আৰু সেই লেও বিলাক ক্ৰমে ডাঠ হৈ শৰীৰৰ অৱয়ব কেনেকৈ বঢ়ায় এই লৈয়েই তেওঁলোকৰ চিন্তা। যেনেকৈ বেৰত লগাই থোৱা গোবৰখুটি শুকালে তললৈ সৰি পৰে, সেইদৰেই শৰীৰত লগোৱা মাটি বৃপী চবৰ্বী অন্তত গলি যায় আৰু শৰীৰো পুনৰ নিজৰ অৱস্থালৈ ঘূৰি আহে। আমি যে শৰীৰত ইমানবিলাক মাটি লিপি লওঁ আৰু ইয়াৰ ওজন এনে হিচাপে বঢ়াবলৈ ধৰো যে শৰীৰে ইয়াৰ ভাৰ বহনকে কৰিব নোৱাৰা হৈ উঠে, ইয়াৰ প্ৰকৃত তাৎপৰ্য্য কি? শৰীৰটোনো ইমান লোদোৰ-পোদৰ কৰিবৰেই বা আৱশ্যকতা কি? এই শৰীৰটো হৈছে আমাৰ এটা উপকৰণ, গতিকে ইয়াক ঠিক ভাবে ৰখাটো নিতান্ত প্ৰয়োজনীয়; এই সকলোবিলাক আমি কৰিবই লাগিব। যন্ত্ৰৰ দ্বাৰাই কাম লব লাগে। কিন্তু যন্ত্ৰাভিমানী জানো ক'ৰবাত আছে। যদি নাই তেন্তে এই শৰীৰ বৃপী যন্ত্ৰৰ কথা আমি কিয় নেভাবো?

সাৰাংশ দেহ সাধ্য নহয় সাধন অৰ্থাৎ উপকৰণহে। এই ভাৱটো যদি আমাৰ মনত দৃঢ় হয় তেন্তে শৰীৰত যে এনেবিলাক আড়ম্বৰ নিষ্প্ৰয়োজন তাক আমি উপলব্ধি কৰিব পাৰিম। তাৰ পিচত আৰু এই দেহটোক এনেভাবে সজাই-পৰাই গৌৰৱ অনুভৱ কৰিবলৈ মন নযোৱা হব। আচলতে চাবলৈ গ'লে দেহটোৰ কাৰণে এখন বগা কাপোৰেই যথেষ্ট। কিন্তু তাতে আমি সন্তুষ্ট হৈ নেথাকি বিচাৰো মিহি, কোমল, ধুনীয়া ৰঙৰ, সুন্দৰ চাব মৰা, পাৰি থকা আৰু নানা তৰহৰ চিত্ৰ-বিচিত্ৰ বন-কৰা কাপোৰ-কানি। তাৰ কাৰণে আমি বহুতো মানুহৰ হতুৱাই নানা প্ৰকাৰৰ মেহ্‌নত কৰাই লওঁ। এইবিলাক কিয় লাগে? ভগৱানৰ বুদ্ধি নাছিল নে কি? যদি এই দেহটোত সুন্দৰ বন-কৰা বা ফুল-জালি থকাটো উচিত বুলি ভাবিলেহেঁতেন তেন্তে তেও জানো বাঘ বা আন জীৱ-জন্তুৰ দৰে আমাৰ গাতো তেওঁৰ কলা-নৈপুণ্যৰ ভাৱ ফুটাই তুলিব নোৱাৰিলে হেতেন? তেওঁৰ কাৰণে জানো এইটো অসম্ভৱ আছিল? ম'ৰা-চৰাইৰ দৰে সুন্দৰ নেজ আমাকো লগাই দিব পাৰিলে হেঁতেন। কিন্তু ঈশ্বৰে মানুহক ৰঙো এটাহে দিলে। তাত যদি কিবা দাগ লাগে তেন্তে তাৰ সৌন্দৰ্য্য নষ্ট হয়। মানুহ যেনেভাৱে আছে তেনেভাৱেই সুন্দৰ। মানুহৰ দেহটোক সাজোৱা পৰমেশ্বৰৰ উদ্দেশ্য নহয়। ভগৱানৰ সৃষ্টিত জানো কম সৌন্দৰ্য্য আছে? এই সৌন্দৰ্য্যকে উপভোগ কৰাটোৱেই হৈছে মানুহৰ কাম,

কিন্তু তেওঁলোকে এতিয়া তাক পাহৰি পেলালে। মানুহে কয় জাৰ্ম্মানীয়ে আমাৰ ৰঙৰ প্ৰতিভা নষ্ট কৰিলে। তোমালোকৰ মনৰ ৰং দেখোন আগতেই নাইকিয়া হৈছে? এই কৃত্ৰিম ৰঙলৈ তোমালোকৰ হেঁপাহ পিচতহে হৈছে। সেই কাৰণেই তোমালোক পৰাৱলম্বী হৈ পৰিছা। দেহ-শৃংগাৰৰ পাক-চক্ৰত তোমালোক অযথা পৰিছা। মনক সজোৱা-পৰোৱা, বুদ্ধিৰ বিকাশ কৰা, অন্তঃকৰণক সুন্দৰ কৰি তোলা আদিক এদতিয়াকৈ থৈ দিছা।

## (৭০) তত্ত্বমসি

সেইকাৰণে এই ত্ৰয়োদশ অধ্যায়ত ভগৱানে আমাক যি তত্ত্ব-জ্ঞান দিছে সি অতি বহুমূলীয়া। "তুমি দেহ নহয়, আত্মা" "তৎ ত্বমসি" সেই আত্মাৰূপী তুমিয়েই। এই উক্তি অতি উচ্চ, পৱিত্ৰ, পাৱন আৰু উদাত্ত। সংস্কৃত সাহিত্যত এই বচন ফাঁকিয়ে মহান ভাৱধাৰাৰ সৃষ্টি কৰিছে যে ওপৰৰ কৱচ, আৱৰণ, জকা, তুমি নোহোৱা। সেই প্ৰকৃত অবিনাশী ফলটো হৈছা, তুমিয়েই।" এই দেহ মই নহওঁ, সেই পৰমাত্মাহে মই, এই ভাৱটো যি মুহূৰ্ত্তেই প্ৰকাশ পাব আৰু মানুহৰ অন্তঃকৰণত দৃঢ় ভাৱে বহি যাব, সেই মুহূৰ্ত্তেই তেওঁৰ মনলৈ এটা অপাৰ আনন্দৰ ঢৌ আহি পৰিব। মোৰ সেই ৰূপটো মোহাৰি পেলাব বা নষ্ট কৰিব পৰা শক্তি এই বিশ্ব-ব্ৰহ্মাণ্ডৰ কোনো বস্তুতেই নোলাব। এনেকুৱা শক্তি ক'তো কেতিয়াও নহৰ আৰু নুপজিবও। এই সূক্ষ্ম ভাবটো ইয়াত নিহিত হৈ আছে।

এই দেহটোৰ বাহিৰে যিটো অবিনাশী আৰু নিষ্কলঙ্ক আত্মা-তত্ত্ব আছে, সেইটোৱেই মই। সেই আত্ম-তত্ত্বৰ কাৰণেই মই এই দেহটো পাইছো। পৰমেশ্বৰ প্ৰদত্ত সেই আত্ম-তত্ত্বটো যেতিয়াই দূষিত হোৱাৰ সম্ভাৱনা দেখিম, তেতিয়াই মই তাক ৰক্ষা কৰিবৰ কাৰণে এই দেহ দলিয়াই পেলাম। ঐশ্বৰিক তত্ত্বক উজ্জ্বল কৰি ৰাখিবৰ কাৰণে মোৰ এই দেহ আহুতি দিবলৈ মই সদায় প্ৰস্তুত হৈ থাকিম। নিজক বিপদত পেলাবৰ কাৰণেই জানো মই এই দেহ ধাৰণ কৰি আহিছো? দেহৰ ওপৰত মোৰ কৰ্ত্তৃত্ব চলিব লাগে। মই এই দেহৰপৰা কাম' আদায় কৰি ল'ম আৰু তাৰ দ্বাৰাই হিত-কল্যাণৰ শ্ৰীবৃদ্ধি কৰিম। "ত্ৰিলোকত আনন্দ ভৰাম"। মহান তত্ত্বৰ কাৰণে মই এই দেহ দলিয়াই পেলাম আৰু ঈশ্বৰৰ জয়-গান গাম। কোনো কাপোৰ মলিয়ন হ'লেই ধনী মানুহে দলিয়াই পেলায় আৰু ভাল এখন চাই পিন্ধে, সেইদৰেই ময়ো কৰিম।

কামৰ নিমিত্তেই এই দেহৰ আৱশ্যক। যেতিয়া এই দেহ কামৰ কাৰণে অনুপযুক্ত হব, তেতিয়াই ইয়াক দলিয়াই পেলোৱাত মোৰ কি আপত্তি থাকিব পাৰে?

সত্যাগ্ৰহৰ দ্বাৰাই আমি এই শিক্ষাকে পাই আহিছোঁ। দেহ আৰু আত্মা এই দুয়োটাই পৃথক বস্তু। যি দিনাই মানুহে এই মৰ্ম্মটো বুজি উঠিব, সেই দিনাই তাৰ প্ৰকৃত শিক্ষাৰ বাস্তৱিক বিকাশ আৰম্ভ হয়। আমাৰ সত্যাগ্ৰহৰো তেতিয়াহে সিদ্ধি হব। গতিকে আমি প্ৰত্যেকেই এই ভাৱনা অন্তৰত প্ৰতিষ্ঠিত কৰি লব লাগে। দেহ হৈছে এটা নিমিত্ত মাত্ৰ উপকৰণ বা পৰমেশ্বৰে দিয়া এপাত অস্ত্ৰ। যি দিনাই তাৰ কাম শেষ হব সেই দিনাই তাক দলিয়াই পেলাব লাগিব। জাৰৰ দিনত লোৱা গৰম কাপোৰ আমি জহৰ দিনত এৰি পেলাওঁ, ৰাতি গাত লোৱা কম্বল পুৱা থহাই থওঁ, ৰাতিপুৱা পিন্ধা কাপোৰ আমি দুপৰীয়া সলাই লওঁ, দেহৰ ক্ষেত্ৰতো ঠিক এনেকুৱাই হব লাগে। যেতিয়ালৈকে দেহাৰ কাম চলি থাকিব, তেতিয়ালৈকে আমি তাক ৰাখিম। যি দিনাই ইয়াৰ কাম শেষ হব সেই দিনাই এই দেহৰূপী কাপোৰ দলিয়াই পেলাম। আত্মাৰ বিকাশৰ কাৰণে ভগৱানে আমাক এই উপদেশ খিনি দিছে।

## (৭১) অত্যাচাৰীৰ দিন উকলিল

যেতিয়ালৈকে আমি এইটো বুজিব নোৱাৰিম যে মই দেহতকৈ ভিন্ন, তেতিয়ালৈকে জুলুমকাৰী, অত্যাচাৰী মানুহে আমাক জুলুম কৰিয়েই থাকিব আৰু আমাক সিহঁতৰ চাকৰ কৰিবলৈ চেষ্টা কৰিব। ইয়াৰ উপৰিও আৰু যে কত কি দুৰ্গতি নকৰিব তাৰ কি ঠিকনা আছে? ভয়ৰ কাৰণে হে সিহঁতে জুলুম কৰে। এটা ৰাক্ষসে এজন মানুহ ধৰিছিল। সি তেওঁৰ হতুৱাই কাম ঠিক মতে কৰাই লৈছিল। যেতিয়া মানুহজনে কাম নকৰা হয় তেতিয়াই ৰাক্ষসটোৱে কয় "তোক এতিয়া খাই পেলাম। প্ৰথম অৱস্থাত সেই মানুহজনে ভয় কৰিছিল, কিন্তু যেতিয়া সেই ডাবি তেওঁৰ অসহ্য হবলৈ ধৰিল, তেতিয়া তেওঁ কৈ দিলে, খাব খোজ যদি খা, তোলৈ মই কিবা ভয় কৰিছোনে? আচলতে ৰাক্ষসে তেওঁক খাব খোজা না ছিল, ভয়হে দেখুৱাই-ছিল। কিয়নো, ৰাক্ষসক এটা চাকৰৰ আৱশ্যক হৈছিল। মানুহ জনক যদি খাই পেলায়, তেন্তে তাৰ কাম কৰিব কোনে? কিন্তু যেতিয়াই সি উত্তৰ পালে যে "খাব যদি খা, তেতিয়াৰপৰাই মানুহ জনৰ ওপৰত আৰু জুলুম

নোহোৱা হ'ল। অত্যাচাৰী মানুহে জানে যে মানুহ দেহধাৰী প্ৰাণী। দেহে যাতে কষ্ট নেপায় তাৰ কাৰণে তেওঁলোকে চাকৰ খাটিবলৈকো পৰাঙ্মুখ নহয়। কিন্তু দেহৰ আসক্তি এৰি দিলেই সম্ৰাট হব পাৰে, স্বতন্ত্ৰ হৈ উঠিব পাৰে। তেতিয়া সকলো ক্ষমতা আপোনাৰ হাতলৈ আহিব। আপোনাৰ ওপৰত কোনেও হুকুম চলাব নোৱাৰিব। তাৰ পিচত আৰু অত্যাচাৰ কৰাৰ মূল সূত্ৰই নেথাকিব। তাৰ মূল ভেটিয়েই এই ভাৱনাটোৰ ওপৰতেই অৱলম্বিত যে "দেহ মই"। সিহ'তে এইটো জানে যে দেহক কষ্ট নিদিলে ইহ'ত বশ হৈ নেথাকে। এই কাৰণে সিহ'তে ভাবি-হুকি দি কথা কয়। "মই দেহ"—মোৰ এই ভাৱনাৰ কাৰণেই আনে মোৰ ওপৰত অত্যাচাৰ উৎপীড়ন কৰিবলৈ ইচ্ছা কৰে। কিন্তু ইংলণ্ডৰ হুতাত্মা—বলিবীৰ ক্ৰেন্মৰে কি কৈছিল—"মোক পুৰিব খুজিছা, বাৰু পোৰা তেনেহলে। হোৱা, প্ৰথমে এই সোঁহাতখনকে পোৰা"। এইদৰেই ৰিড্‌লে আৰু লেটিমৰে কি কৈছিল—"তোমালোকে পুৰিব খুজিছা নে কি? আমাক নো কোনে পুৰিব পাৰে? আমি ধৰ্ম্মৰ এনেকুৱা জ্যোতি জ্বলাব লাগিছোঁ যে তাক কোনেও নুমাবই নোৱাৰে।" শৰীৰ ৰূপী এই মমবাতি বা চৰ্বী জ্বলাই দি সৎতত্ত্বৰ জ্যোতি জল্‌মলাই তোলাটো আমাৰেই কাম। দেহ অনিত্য যেতিয়া সি লয় পাবই। ছক্ৰেটিচক বিহ' খুৱাই মাৰিবলৈ হুকুম দিয়া হৈছিল। তেতিয়া তেওঁ কৈছিল—"মই এতিয়া বুঢ়া হৈ আহিছোঁ। আৰু চাৰি দিনৰ পিচত হয়তো এই দেহৰ অৱসান ঘটিবই। যাৰ মৃত্যু অনিবাৰ্য্য তাক মাৰি আপোনালোকে কি সুখ্যাতি অৰ্জ্জন কৰিব খুজিছে? অলপ ভাবি চাওকছোন, এই দেহটো এদিন নহয় এদিন মৰিবই। যি মৰণশীল তাক মৰাৰপৰা কি লাভ হব?" যিদিনা ছক্ৰেটিচক বিহ' খুওৱাৰ তাৰিখ আছিল, তাৰ আগদিনা ৰাতি তেওঁ তেওঁৰ শিষ্যসকলক আত্মাৰ অমৰত্বৰ বিষয়ে জ্ঞান দি আছিল। শৰীৰত বিষ প্ৰৱেশ কৰিলে নো কেনেকুৱা যন্ত্ৰণা হয়, তাৰ বৰ্ণনা তেওঁ বৰ আনন্দ মনেৰে দি আছিল। তেওঁ তিল মাত্ৰও চিন্তা নকৰিছিল। আত্মাৰ অমৰত্বৰ বিষয়ে কৰা আলোচনা শেষ হোৱাৰ পাচত তেওঁৰ এজন শিষ্যই সুধিলে—"মৰাৰ পিচত আপোনাৰ অন্ত্যেষ্টিক্ৰিয়া কেনেকৈ কৰা যাব?" তেওঁ উত্তৰ দিলে—হত্যা কৰিব তেওঁ-লোকে, পুতিবা তোমালোকে সেইবাবে তেওঁলোক মোৰ শত্ৰু আৰু তোমালোক মিত্ৰ হ'লা নে? তেওঁলোকে বুদ্ধি-পূৰ্ব্বক মোক মাৰিব আৰু তোমালোকে

জানি-বুজি পুতিবা! মোক পোতোতা তোমালোক কোন? মই হে তোমালোক সকলোকে কবৰ দিম। তোমালোকে মোক ক'ত পুতিবা? মাটিত নে আন ক'ৰবাত হে? মোক কোনেও মাৰিবও নোৱাৰে আৰু পুতিবও নোৱাৰে। এই পৰ্য্যন্ত নো মই তোমালোকক কি বুজালো? আত্মা হৈছে অমৰ তাক কোনে মাৰিব পাৰিব বা পুতিব পাৰিব আৰু সচাঁকৈয়ে আজি দুই আঢ়ৈ হেজাৰ বছৰ ধৰি সেই মহান্ ছক্ৰেটিচে সকলোকে পুতি তেওঁ বাচি আছে!

## (৭২) পৰমাত্মাৰ শক্তিৰ ওপৰত বিশ্বাস

মৃঠতে যেতিয়ালৈকে দেহত আসক্তি আৰু ভয় থাকিব তেতিয়ালৈকে বাস্তৱিকতে ৰক্ষা হব নোৱাৰিব। সেই পৰ্য্যন্ত ভয় একেদৰে থাকিবই। কেনেবাকৈ সাপে খোটে বুলি, আৰু ডকাইতে মাৰে বুলি ভয়ত হয়তো টোপ-নিয়েই নহা হব। মানুহে মুৰ শিতানত লাঠি লৈ শোৱে। এনেকুৱা কৰে কিয়? কোনোৱে কোনোৱে কয় যে ওচৰত লাঠি ৰখাটো ভাল, কিয়নো কেনেবাকৈ চোৰ-চাৰি আহিব পাৰে; হেৰ, বুদ্ধিহীন! কেনেবাকৈ যদি চোৰে আহি তোমাৰ মুৰ শিতানত থকা লাঠি ডালেৰেই তোমাৰ মুৰতে মাৰ শোধাই দিয়ে তেতিয়া কি কৰিবা? চোৰে যদি লাঠি আনিবলৈ পাহৰেও তেন্তে তুমি আগৰে পৰাই যতনাই থোৱা নহবনে? তুমি কিহক ভৰসা কৰি শুই থাকা? সেই সময়ত তো তুমি পৃথিৱীৰ হাততহে থাকা। তুমি জাগি থাকিলেহে হব পাব ৰক্ষাও কৰিব পাৰিবা। পিচে টোপনিত থকাখিনি সময়ত তোমাক কোনে ৰক্ষা কৰিব?

মই যি কোনো এটা শক্তিৰ ওপৰত বিশ্বাস কৰিয়েই শোওঁ। যি শক্তিৰ ওপৰত ভৰসা কৰি বাঘ, গৰু আদি জন্তুবোৰ শোৱে তাৰেই ভৰসাত ময়ো শোঁও। বাঘবোতো টোপনি আহে, গোটেই পৃথিৱীৰ শত্ৰু হোৱা কাৰণে বাঘেও প্ৰতি পলে-পলে পিচলৈ চাই থাকিব লগাত পৰে। তথাপি সি শোৱে। সেই শক্তিৰ ওপৰত বিশ্বাস নথকা হলে কিছুমান বাঘ শুলে-হে'তেন আৰু কিছুমানে ৰাতি পহৰা দিয়াৰ ব্যৱস্থা কৰিব লগা হ'লহে'তেন। যি শক্তিৰ ওপৰত বিশ্বাস ৰাখি বাঘ, ভালুক, সিংহ আদি হিংসুক জন্তু-বিলাকো শোৱে, সেই বিশ্বব্যাপক শক্তিৰ কোলাত, ময়ো শুই থাকো। মাকৰ কোলাত সন্তান নিচিন্ত মনেৰে শুই থাকে। সেই সময়ত সি জেনিবা

পৃথিৱীৰ সম্ৰাট হে। আপোনালোক আৰু আমিও সেই বিশ্বম্ভৰ মাতৃৰ কোলাত এইদৰেই প্ৰেম, বিশ্বাস আৰু জ্ঞান পূৰ্ব্বক শোৱাৰ অভ্যাস কৰা উচিত। যি শক্তিৰ আধাৰত মোৰ এই গোটেই জীৱন অতিবাহিত কৰিব ধৰিছোঁ, তাৰ লগত মোৰ বেছিভাগ পৰিচয় হোৱা উচিত। সেই শক্তিক মই বিশ্বাস কৰিব পাৰিব লাগিব। তাৰ ওপৰত মোৰ বিশ্বাস যিমানেই বাঢ়িব সিমানেই মোৰ ৰক্ষণা-বেক্ষণো বেছি সুৰক্ষিত হৈ যাবলৈ ধৰিব। যিমানেই মই এই শক্তিক উপলব্ধি কৰিব পাৰিম, সিমানেই মোৰ বিকাশো বৃদ্ধি হব। এই ত্ৰয়োদশ অধ্যায়ত তাৰে অলপমান আভাস দিয়া হৈছে।

### (৭৩) পৰমাত্মা-শক্তিৰ উত্তৰোত্তৰ অনুভৱ

যেতিয়ালৈকে দেহস্থিত আত্মাৰ ভাবনা মনলৈ নাহে, তেতিয়ালৈকে মানুহে সাধাৰণ কাজ-কৰ্ম্মতেই ব্যস্ত থাকে। ভোক লাগিলে আহাৰ খায়, পিয়াহ লাগিলে পানী খায় আৰু টোপনি আহিলে শোৱে, তাতকৈ বেছি আৰু একো নেজানে। এই কেইটা বস্তু পাবলৈকে মনত লোভ উপজিব আৰু আৱশ্যক হ'লে ইয়াৰ কাৰণে কাজিয়া কৰিবলৈকো কুণ্ঠিত নহব। এইদৰেই এই দৈহিক ক্ৰিয়াবিলাকতেই তেওঁ মগ্ন হৈ থাকে। বিকাশৰ আৰম্ভণি ইয়াৰ পিচৰ পৰা হে হয়। এইখিনি সময়লৈকে আত্মাই কেৱল লক্ষ্য কৰিয়েই থাকে। কুৱাঁৰ ফালে বগাই বগাই গৈ থকা শিশুৰ প্ৰতি মাকে যিমান সতৰ্কতা অৱলম্বন কৰি চাই থাকে, সেইদৰেই আত্মায়ো আমাৰ গতি-বিধি লক্ষ্য কৰি থাকে। মনে মনে সকলোবিলাক কাম আত্মাই চাই থাকে। এই অৱস্থাটোক 'উপদ্ৰষ্টা' সাক্ষী ৰূপে সকলো দেখি থাকোঁতা বুলি কয়। এই খিনি অৱস্থাত আত্মাই চাই হে থাকে, কিন্তু সি সম্মতি একো নিদিয়ে। নিজক দেহ বুলি ভাবি যি জীৱই সকলোবিলাক ক্ৰিয়া আৰু সকলো ব্যৱহাৰকে কৰে, পিচত সিয়েই গৈ জাগ্ৰত হৈ উঠে। তেতিয়া সি উপলব্ধি কৰিব পৰা হয় যে মই পশুৰ নিচিনা জীৱন যাপন কৰিছো। জীৱই যেতিয়া এইদৰে চিন্তা কৰিবলৈ ধৰে তেতিয়াই তাৰ নৈতিক ভূমিকা আৰম্ভ হয়। প্ৰতি খোজতেই সি উচিত অনুচিত বিবেচনা কৰে। বিবেকৰ দ্বাৰাই কাম লবলৈ ধৰে। তেতিয়া তাৰ বিশ্লেষণ বুদ্ধি জাগ্ৰত হয়। স্বেচ্ছাচাৰমূলক কামবিলাক বন্ধ হয়। স্বেচ্ছাচাৰ-ব্যভিচাৰৰ ঠাইত সংযমতা আহি পৰে। যেতিয়া জীৱই এই নৈতিক ভূমিকাত আহি ভৰি দিয়েহি, তেতিয়া আত্মাই কেৱল সুস্থ সবল হৈ চাই

থাকিয়েই ক্ষান্ত নহয়, বৰঞ্চ আন্তৰিকতাৰে সৈতে অনুমোদনো কৰে। 'ধন্য-বাদ', 'বৰ ভাল হৈছে', আদি শব্দবোৰ ভিতৰৰ পৰা ওলায়। এতিয়া আত্মা কেৱল উপদ্ৰষ্টা হৈয়েই থকা নাই 'অনুমন্তা' ও হৈ পৰিছে।

কোনো ভোকাতুৰ অতিথি যদি ঘৰলৈ আহে, নিজৰ কাৰণে বাঢ়ি থোৱা ভাত যদি তেওঁক দি দিয়া হয় আৰু ৰাতি যদি এই কথাটো আপোনাৰ মনত পৰে তেন্তে চাবচোন আপোনাৰ মনত কেনে আনন্দ লাগে। অন্তৰৰ পৰা আত্মাৰ মৃদু গুণ-গুণনি আহি কাণত পৰেহি—"ভাল কামকে কৰিলো।" মাকে যেতিয়া পুতেকৰ গাত হাত ফুৰাই কয় 'ভাল কাম কৰিলি বোপাই' তেতিয়া তাৰ মনত এনেকুৱা লাগে যেন পৃথিৱীৰ সকলোবিলাক পুৰস্কাৰ সিয়েই পাইছে। সেইদৰেই আমাৰ হৃদয়স্থ পৰমাত্মাৰ 'ধন্যবাদ' বোলা কথাযাৰে আমাৰ অন্তৰত যথেষ্ট উদগনি দিয়ে। এনেকুৱা অৱস্থাতে জীৱই ভোগময় জীৱন ত্যাগ কৰি নৈতিক জীৱনৰ ভূমিকাত উপনীত হয়। এতিয়া ইয়াৰ পিচৰ ভূমিকালৈ মন কৰক। নৈতিক জীৱনত মানুহে কৰ্ত্তব্য কৰ্ম্মৰ দ্বাৰাই নিজৰ মনৰ সমস্ত মলি ধুবলৈ চেষ্টা কৰে, কিন্তু যেতিয়া মানুহে তাকে কৰি কৰি ভাগৰিবলৈ ধৰে, তেতিয়া জীৱই এই বুলি প্ৰাৰ্থনা কৰে "হে ভগৱান, মোৰ উদ্যম আৰু শক্তি নোহোৱা হৈ পৰিছে। গতিকে মোক আৰু বল-শক্তি দিয়া।" যেতিয়ালৈকে মানুহৰ মনলৈ এই অনুভূতিটো নাহে যে অকলশৰীয়া প্ৰচেষ্টাৰে যি যিমানেই চেষ্টা নকৰক লাগে তাত কেতিয়াও কৃতকাৰ্য্য হব নোৱাৰে, তেতিয়ালৈকে প্ৰাৰ্থনাৰ মৰ্ম্মও তেওঁলোকে বুজিব নোৱাৰিব। নিজৰ সকলো শক্তি প্ৰয়োগ কৰিও যেতিয়া তেওঁ যথেষ্ট নহয় বুলি ভাবিব, তেতিয়া তেওঁ সকাতৰে দ্ৰৌপদীৰ নিচিনাকে পৰমাত্মাক আহ্বান কৰিব লাগিব। পৰমেশ্বৰৰ কৃপা আৰু সহায়তাৰ সোঁত সততে বৈয়েই থাকে। যাৰ পিয়াহ লাগে তেওঁ নিজৰ অধিকাৰ আছে বুলি ভাবিয়েই তাৰ পানী খাব পাৰে। যদি কম হয় তেন্তে খুজি লব পাৰিব। এই নিচিনা সম্বন্ধ এই তৃতীয় ভূমিকাৰ লগতো আছে। পৰমাত্মা কিন্তু বেছি ওচৰ চাপি আহে। এতিয়া তেওঁ কথাৰে ধন্যবাদ নিদি কাজে-কামে সহায় কৰিবলৈ লাগি আছে।

প্ৰথমে পৰমেশ্বৰৰ দূৰৈত থিয় হৈ থাকে। গুৰুৱে যেনেকৈ শিষ্যক এই সমস্যাটো সমাধান কৰা বুলি কৈ দূৰত থিয় হৈ থাকে, সেইদৰেই যেতিয়ালৈকে

জীৱই ভোগময় জীৱনত লিপ্ত থাকে তেতিয়ালৈকে পৰমাত্মাও দূৰতে থিয় হৈ থাকে। তেওঁ কয় "ভাল হৈছে, তোমাৰ কাম চলি থাকিবলৈ দিয়া।" তাৰ পিচত জীৱ নৈতিক ভূমিকালৈ আহে। তেতিয়া পৰমাত্মা অকল তটস্থ হৈয়েই নেথাকে। জীৱই সজ কৰ্ম্ম কৰা দেখা মাত্ৰেই ভগৱানে মনে মনে জুমি চায় আৰু কয় "ধন্যবাদ।" এইদৰেই সজ কৰ্ম্ম হওঁতে হওঁতে যেতিয়া চিত্তৰ স্থূল মলি ধৌত হৈ যায় আৰু সূক্ষ্ম মলিও ধোৱাৰ সুযোগ আহে আৰু যেতিয়া তেওঁৰ সকলো যত্ন বিফল হয়, তেতিয়া তেওঁ পৰমাত্মাক মাতে আৰু তেওঁ 'গৈছো' বুলিকৈ লৰি আহে। ভক্তৰ উৎসাহ কম হোৱা যোৱা যেন দেখিলেই তেওঁ তাত অতি বেগেৰে গৈ উপস্থিত হয়। জগতৰ সেৱক সূৰ্য্য নাৰায়ণ আপোনাৰ দুৱাৰ-মুখত আহি সদায় হাজিৰ হয়হি। সূৰ্য্যই জপাই থোৱা দুৱাৰ ভাঙি ভিতৰলৈ নোসোমায়; কিয়নো তেওঁ হৈছে এজন নীৰৱ সেৱক। তেওঁ গিৰিহঁতৰ সন্মান ৰক্ষা কৰে। তেওঁ দুৱাৰত খুন্দা বা হেঁচা আদি একো নিদিয়ে। ভিতৰত গিৰিহঁত শুই থাকে বাবেই সূৰ্য্যৰূপী সেৱক দুৱাৰৰ বিপৰীত ফালে থিয় হৈ থাকে। দুৱাৰ খন মেলা মাত্ৰেই তেওঁ সকলোবোৰ ৰশ্মি লগত লৈ ভিতৰলৈ সোমাই যায় আৰু অন্ধকাৰ দূৰ কৰি দিয়ে। পৰমাত্মাও ঠিক এনেকুৱাই বুলিব লাগে। তেওঁক সহায় বিচাৰিলে, তেওঁ দুই বাহু মেলি আহে। ভীমাৰ পাৰত (পন্ধৰপুৰ) ককালত হাত দি তেওঁ আহিবলৈ সাজু হৈ আছে।

"দুই বাহু মেলি কোঁৱা প্ৰভু আহোঁ বুলি।" তুকাৰাম আদিয়ে এনেকুৱা বৰ্ণনা কৰিছিল। উশাহ ললেই বায়ু ভিতৰলৈ আহে। দুৱাৰ মেলিলেই পোহৰ ভিতৰলৈ সোমায়। বায়ু আৰু পোহৰৰ দৃষ্টান্ত মই আধৰুৱা বুলি ভাবোঁ। তেওঁ উপদ্ৰষ্টা আৰু অনুমন্তা হৈ নেথাকি 'ভৰ্ত্তা'—সকলো প্ৰকাৰৰ সহায় হৈ পৰে। তাতকৈও পৰমাত্মা বোছি সন্নিকট, বেছি উৎসুক। মনৰ মলিনতা দূৰ কৰিবৰ কাৰণে নিৰুপায় হৈ যেতিয়া আমি মাতো "মাৰী নাড় তমাৰে হাথে প্ৰভু সম্ভালজো ৰে।" আমি প্ৰাৰ্থনা কৰো, তুমিয়েই মোৰ একমাত্ৰ সহায়ক, তোমাৰ আশ্ৰয় মোৰ অতি প্ৰয়োজন। তেতিয়া সেই দয়ানিধি কেনেকৈ দূৰত থাকিব? ভক্তক সহায় কৰোঁতা সেই ভগৱান, আধৰুৱাক পূৰা কৰোতা, সেই প্ৰভু লৰি আহি উপস্থিত হয়হি। তাৰ পিচত বয়-দাসৰ চাক্কা ধোৱে, সাধু কচাইৰ মাংস বেচে, কবিৰৰ কাপোৰ বয়

আৰু জনাবাঈৰ লগত আটা পিহে।

ইয়াৰ পিচৰটো সোপান হৈছে, পৰমেশ্বৰৰ কৃপাত কৰ্ম্মৰ যি ফল পোৱা যায় তাক নিজে নলৈ তেওঁকেই সমৰ্পণ কৰি দিয়া। এই ভূমিকাত জীৱই পৰমেশ্বৰক কৈছে—"তোমাৰ ফল তুমি ভোগ কৰা। প্ৰভু, তুমি গাখীৰ খাবই লাগিব" এই বুলি কৈ নামদেৱ জেদ কৰি বহি থাকিল। এই প্ৰসঙ্গটি কেনে মধুৰ! সেই গোটেই কৰ্ম্মফলৰূপী গাখীৰ নামদেৱে ভগৱানক অৰ্পণ কৰি দিছে। এই দৰেই পৰমাত্মাৰ কৃপাত লাভ কৰা জীৱনৰ গোটেই মূলধন, সমুদায় উপাৰ্জ্জন তেওঁকেই অৰ্পণ কৰি দিছিল। ধৰ্ম্মৰাজ স্বৰ্গত উপনীত হওঁ হওঁ অৱস্থা হৈছিল কিন্তু তেওঁৰ লগত যোৱা কুকুৰটোক আৰু আগ-বাঢ়িবলৈ নিদিলে। তেতিয়া তেওঁ নিজৰ জীৱনৰ সমস্ত পুণ্যফল স্বৰ্গ, এক মুহূৰ্ত্তৰ ভিতৰতে ত্যাগ কৰিলে। এইদৰে ভক্তয়ো তেওঁলোকে লাভ কৰা সমস্ত ফল পৰমাত্মাকে অৰ্পণ কৰি দিয়ে। 'উপদ্ৰষ্টা' 'অনুমন্তা' 'ভৰ্ত্তা' আদিৰ ৰূপত প্ৰতীয়মান হোৱা পৰমাত্মাও এতিয়া ভোক্তা অৰ্থাৎ ভোগী হৈ পৰিল। পৰমাত্মাই যেতিয়া এই দেহ ধাৰণ কৰিও ভোগ কৰাত লগা দেখিলে তেতিয়া আন আন জীৱয়ো সেই ভূমিকাতে আহি অৱতীৰ্ণ হয়হি।

ইয়াৰ পিচত এতিয়া সংকল্প কৰিবলৈ এৰি দিব লাগে। কৰ্ম্মৰ তিনিটা থাপ আছে। প্ৰথমতে আমি সংকল্প কৰো, তাৰ পিচত কাম কৰো, আটাই-তকৈ পিচত ফল লাভ হয়। প্ৰভুৰ সহায়ত কৰ্ম্মকৰা বাবে যি ফল লাভ কৰা হৈছে, তাকো তেওঁৰ চৰণত অৰ্পণ কৰি দিয়া। কৰ্ম্ম কৰোঁতাও পৰমেশ্বৰ আৰু ফল লাভ কৰোঁতাও পৰমেশ্বৰেই। এতিয়া সেই কৰ্ম্মৰ সংকল্প কৰোঁতাও পৰমেশ্বৰকে হবলৈ দিয়া। এইদৰেই কৰ্ম্মৰ আদি, মধ্য আৰু অন্ত আদি সকলোতে প্ৰভুক প্ৰতিষ্ঠা কৰা। জ্ঞান দেৱে কৈছে—

মালী জিধৰ লে গয়া। উধৰ চুপচাপ গয়া।
য়োঁ পানী জৈসা ভৈয়া হোও সদা॥

যেনেকৈ মালীয়ে বাগানৰ পানী য'লৈকে নিব খোজে, ত'লৈকে অবাধে যায়, যি ফুল-ফলৰ পুলি শ্ৰীবৃদ্ধি হোৱাটো কামনা কৰে, তাক সেই পানীয়ে ৰক্ষা কৰে আৰু বঢ়ায়, সেইদৰেই মোৰ স্বাৰাইয়ো যি কাম হব লগা আছে তাৰো নিৰ্ণয় কৰিবলৈ তেওঁকেই দিয়া। মোৰ মনত থকা সকলোবোৰ সঙ্কল্পৰ বোজা তেওঁৰ ওপৰতেই জাপি দিবলৈ মোক সুবিধা দিয়া। মই

যদি নিজৰ সকলো বোজা ঘোঁৰাৰ পিঠিতেই লাদি দিওঁ, তেন্তে বাকী বোজানো অযথা কিয় লৈ থাকোঁ। তাকো ঘোঁৰাৰ পিঠিতেই কিয় জাপি নিদিওঁ? নিজৰ মূৰত এটা বোজালৈ যদি ঘোঁৰাৰ পিঠিত উঠিবলৈ যাওঁ তেন্তে তাৰ বোজা ঘোঁৰাৰ পিঠিতেই পৰিব। তেনেস্থলত গোটেই বোজা-টোকেই নো ঘোঁৰাৰ পিঠিত কিয় নিদিওঁ? এইদৰেই জীৱনৰ সকলোবে ঘাত-প্ৰতিঘাত, আনন্দ-স্ফূৰ্ত্তি, ফুল-ফলৰ গৰাকী একমাত্ৰ সেই পৰমাত্মাই হৈ পৰে। তেওঁ মোৰ জীৱনৰ 'মহেশ্বৰ' হৈ পৰিছে। এনেকৈয়ে বিকাশ হওঁতে হওঁতে গোটেই জীৱনেই পৰমেশ্বৰময় হৈ পৰে। মাত্ৰ বাকী থাকে দেহৰ এই পৰ্দ্দাখনহে। পৰ্দ্দাখন যেতিয়া নাইকিয়া হব, তেতিয়া জীৱ আৰু শিৱ, আত্মা আৰু পৰমাত্মা এক হৈ যাব। এইদৰেই—

**উপদ্ৰষ্টানুমন্তা চ ভৰ্ত্তা ভোক্তা মহেশ্বৰঃ।**

আমি পৰমাত্মাক এই ৰূপত ক্ৰমে অধিক উপলব্ধি কৰিব লাগিব। প্ৰভুৱে প্ৰথমতে নিলগৰপৰা চাই থাকে। নৈতিক জীৱন আৰম্ভ কৰাৰ পিচত, যেতিয়া আমাৰ দ্বাৰাই সজ কৰ্ম্ম হবলৈ ধৰে, তেতিয়াহে তেওঁ আমাক 'ধন্যবাদ' দিয়ে, তাৰ পিচত চিত্তৰ সূক্ষ্ম মলি ধুই পেলাবৰ কাৰণে, নিজৰ প্ৰচেষ্টাক অপৰ্য্যাপ্ত যেন দেখি যেতিয়া ভক্তই মাতিবলৈ ধৰিব, তেতিয়া সেই অনাথৰ-নাথে সহায় কৰিবৰ কাৰণে আহিব লগাত পৰে। তাৰ পিচত ফলো ভগৱানক অৰ্পণ কৰি তেওঁক ভোক্তা বা ভোগী কৰি তোলা আৰু অন্তত সকলো সংকল্প তেওঁৰেই চৰণত সমৰ্পণ কৰি গোটেই জীৱন হৰিময় কৰি তুলিব লাগে। এয়েই মানৱৰ অন্তিম লক্ষ্য। 'কৰ্ম্ম যোগ' আৰু 'ভক্তি যোগ' ৰূপী দুয়োখন পাখিৰে উৰি গৈ সাধকসকল এই অন্তিম লক্ষ্যত উপনীত হবগৈ লাগিব।

### (৭৪) নম্ৰতা, দম্ভশূন্যতা, আদি মূলভূত জ্ঞানসাধনা

এই সকলোবিলাককে কৰিবলৈ নৈতিক সাধনাৰ সুদৃঢ় ভেটিৰ আৱশ্যক। সত্য-অসত্যৰ বিষয়ে বিবেচনা কৰি যেনেকৈ সদায় সত্যকেইহে গ্ৰহণ কৰিব লাগে, সেইদৰেই সাৰ—অসাৰৰ বিষয়েও চিন্তা কৰি সাৰকেইহে লোৱাটো উচিত হব। শামুকক বাদ দি মুকুতাক হে গ্ৰহণ কৰিব লাগে। এই দৰেই জীৱনৰ কাম আৰম্ভ কৰিব লাগে। পিচত আত্ম-প্ৰচেষ্টা আৰু পৰমেশ্বৰৰ কৃপাৰ বলত ওপৰলৈ উঠি গৈ থাকিব লাগে। এই সমস্ত সাধনাত যদি দেহৰ-

পৰা আত্মাক পৃথক কৰাৰ অভ্যাস কৰিব পৰা যায়, তেন্তে আমি যথেষ্ট সহায় পাম। এইখিনিতে মহাপুৰুষ যিশুৰ বলিদানৰ কথাটো মনত পৰিছে। অত্যাচাৰীহঁতে তেখেতৰ গাত শাল মাৰি মাৰি শাস্তি দিছিল। কোৱা শুনা যায় যে সেই সময়ত তেখেতৰ মুখৰপৰা এই কথা ফাঁকি ওলাইছিল— "ভগৱান, ইমান যাতনা কিয় দিছা?" কিন্তু ভগৱান যিশুৱে তৎক্ষণাৎ নিজৰ মনৰ গতি সলাই পেলালে আৰু কলে—বাৰু, তোমাৰ যি ইচ্ছা তাকে পূৰণ কৰা, এওঁলোকক ক্ষমা কৰিবা। এওঁলোকে কি কৰিছে, বেচাৰাহঁতে একো নেজানে।" মহাপুৰুষ যিশুৰ এই উদাহৰণ টোত অনেক ৰহস্য লুকাই আছে। দেহৰপৰা আত্মাক কেনেকৈ পৃথক কৰিব পাৰি ই তাৰেই নিদৰ্শন স্বৰূপ। আমাৰ গন্তব্য পথৰ সীমা কোনখিনিলৈকে বঢ়াই নিব পাৰি আৰু সেই পথেদি কিমান দূৰ আগুৱাই যাব পাৰি—এইটো যিশু খৃষ্টৰ জীৱনৰ পৰাই জানিব পৰা যায়। দেহ হৈছে এটা কৱচ, ই বাকলিৰ দৰে পৃথক হৈ আছে—গন্তব্য পথ এইখিনিলৈকে আহি পাইছোঁহি। আত্মাক দেহৰপৰা পৃথক কৰাৰ কথা যেতিয়াই মোৰ মনলৈ আহে, তেতিয়াই যিশু খৃষ্টৰ জীৱনৰ এই দৃশ্য মোৰ চকুৰ আগত ভাহি উঠেহি। দেহৰপৰা সৰ্ব্বথা পৃথক হোৱা, তাৰ লগত সম্বন্ধ নোহোৱা কৰাৰ উদাহৰণ যিশু খৃষ্টৰ জীৱনেই। যেতিয়ালৈকে সত্যাসত্যৰ বিবেচনা কৰিব পৰা নেযায় তেতিয়ালৈকে দেহ আৰু আত্মাৰ এই পৃথকতাও সম্ভৱ পৰ নহয়। এই জ্ঞান, এই বিবেক আমাৰ শিৰাই শিৰাই সোমাই যাব লাগিব। জ্ঞান শব্দৰ অৰ্থ আমি 'জনা' বুলি ভাবো কিন্তু বুদ্ধিৰ মানত জনাটো জ্ঞান নহয়। মুখত এগৰাহ ভাত ভৰাই দিলেই ভাত খোৱা নহয়। ভাত গৰাহ ভালকৈ চোবোৱাৰ পিচত ডিঙিয়েদি সৰকি পেট পাবলৈ লাগিব। পেটত গৈ ভালকৈ পৰিপাক হৈ তাৰপৰা ৰস, আকৌ ৰসৰ পৰা তেজ হৈ গোটেই শৰীৰত বিয়পি পৰিব লাগিব আৰু তাৰ দ্বাৰা শৰীৰ হৃষ্ট-পুষ্ট হব লাগিব, তেতিয়াহে তাক প্ৰকৃত আহাৰ বুলিব পৰা যাব। সেইদৰেই অকল বুদ্ধিজাত জ্ঞানৰ দ্বাৰাই কাম চলিব নোৱাৰে। সেই অনুভূতি, সেইজ্ঞান গোটেই জীৱনতে ব্যাপ্ত আৰু গোটেই হৃদয়তে সঞ্চাৰিত হব লাগিব। আমাৰ হাত, ভৰি, চকু আদি ইন্দ্ৰিয়ৰ দ্বাৰাই সেই জ্ঞান প্ৰকাশ পাব লাগিব। এনেকুৱা অৱস্থাত পৰিণত হব লাগিব যাতে সমস্ত জ্ঞানেন্দ্ৰিয় আৰু কৰ্ম্মেন্দ্ৰিয়ই সকলোবিলাক কাম সু-

চিন্তিত ভাবে কৰে। এই কাৰণেই এই ত্ৰয়োদশ অধ্যায়ত ভগৱানে জ্ঞানৰ অতি সুন্দৰ ব্যাখ্যা কৰিছে। জ্ঞানৰ এই লক্ষণ স্থিত-প্ৰজ্ঞৰ লক্ষণৰ নিচিনাই।

"নম্ৰতা, দম্ভশূন্যত্ব, অহিংসা, ঋজুতা, ক্ষমা।" এনেকুৱা কুৰিটা গুণৰ কথা ভগৱানে কৈছে। তেওঁ অকল ইয়াকে কৈ ক্ষান্ত থকা নাই যে এই গুণ-বিলাককে জ্ঞান বোলে, বৰং তেওঁ এইটোও স্পষ্ট কৰি কৈছে যে ইয়াৰ বিপৰীতে যি আছে সেই সকলোবিলাকেই অজ্ঞান। জ্ঞানৰ সাধনাৰ বিষয়ে যি কৈছে তাৰ অৰ্থই হৈছে জ্ঞান। ছক্ৰেটিচে কৈছে যে সৎগুণকেই হে মই জ্ঞান বুলি ভাবো। সাধন আৰু সাধ্য দুয়োটাৰ ৰূপ একেই।

গীতাৰ এই কুৰিটা সাধনক জ্ঞানদেৱে ওঠৰটা কৰি পেলাইছে। তেখেতে ইয়াৰ বৰ্ণনা বৰ মনোগ্ৰাহী ভাবে কৰিছে। এই গুণৰাশিৰ লগত সম্বন্ধ থকা মাত্ৰ পাচোঁটা শ্লোক ভগৱদ্‌গীতাত আছে; কিন্তু জ্ঞানদেৱে তেখেতৰ জ্ঞানেশ্বৰী নামৰ পুথিত এই বিষয়টো সাত শ টা ওবীও (ছন্দ) ত বিভক্ত কৰি লিখিছে। সমাজত সৎগুণৰ বিকাশ হোৱা আৰু সত্য স্বৰূপ পৰ-মেশ্বৰৰ মহিমা বিস্তাৰ কৰা কামত তেখেতৰ বৰ অনুৰাগ। এই গুণসমূহৰ বৰ্ণনা কৰোঁতে তেখেতৰ গোটেই অনুভৱ এই ছন্দ বিলাকৰ মাজেদি ফুটাই তুলিছিল। মাৰাঠী ভাষা-ভাষীসকলৰ কাৰণে এই অৱদান অতি অতুলনীয়। জ্ঞানদেৱৰ নোমৰ গুৰিয়ে গুৰিয়ে এই গুণৰাশি ব্যাপ্ত হৈ আছিল। ম'হৰ পিঠিত মৰা চাবুকৰ কোবৰ সাঁচ জ্ঞানদেৱৰ পিঠিতো বহি বৈছিল। প্ৰাণী মাত্ৰৰে প্ৰতি তেখেতৰ সমবেদনা ইমান বেছি আছিল। জ্ঞানদেৱৰ এনেকুৱা কাৰুণ্য অন্তৰৰ পৰাই 'জ্ঞানেশ্বৰী'ও প্ৰকট হৈছিল। এই গুণৰাশিক তেখেতে আয়ত্ব কৰিছিল। তেখেতে বৰ্ণনা কৰা গুণৰাশি আমি পঢ়িব লাগে, চিন্তন কৰিব লাগে আৰু অন্তৰত ভৰাই লব লাগে। জ্ঞানদেৱৰ এই মধুৰ ভাষাৰ সোৱাদ যে মই লবলৈ পাইছোঁ ইয়াৰ কাৰণে মই নিজকে ধন্য মানিছো। তেখেতৰ সেই সুন্দৰী ভাষা মোৰ মনত ৰাখিবৰ কাৰণে যদি মই পুনৰ জন্ম লব লগাও হয় তেন্তে তাক লোৱাত মোৰ অকণো আপত্তি নাই।

সাৰাংশ। নিজৰ বিকাশ ক্ৰমান্বয়ে কৰি গৈ থাকি আত্মাক দেহৰ পৰা পৃথক বুলি ভাবি সকলো মানুহেই নিজৰ জীৱনক পৰমেশ্বৰময় কৰি তুলিবলৈ অহোপুৰুষাৰ্থ কৰক।

দেওবাৰ, ১৫-৫-'৩২

# চতুৰ্দ্দশ অধ্যায়

## (৭৫) প্ৰকৃতিৰ বিশ্লেষণ

বন্ধুসকল! আজিৰ চতুৰ্দ্দশ অধ্যায়টো এক অৰ্থত কবলৈ গ'লে যোৱা অধ্যায়ৰ পৰিপূৰকহে। প্ৰকৃততে আত্মাই একো কৰিবৰ আৱশ্যক নাই। সি স্বয়ংপূৰ্ণ। আমাৰ আত্মাৰ গতি স্বভাৱতে ঊৰ্ধ্বগামী; কিন্তু যেনেকৈ কোনো বস্তুৰ লগত কোনো গধুৰ বস্তু বান্ধি দিলে সি তললৈ টানি লৈ গৈ থাকে সেইদৰেই শৰীৰৰ এই বোজাটোৱেও আত্মাক টানি ধৰিলৈ গৈ থাকে। যোৱা অধ্যায়ত আমি পাইছিলো যে কিবা উপায়েৰে যদি আমি দেহ আৰু আত্মাক পৃথক কৰিব পাৰোঁ, তেতিয়াহে আমাৰ প্ৰগতিও হব পাৰিব। এই কথাটো যদিও টান তথাপি ইয়াৰ ফল অতিশয় মহান আত্মাৰ ভৰিত লাগি থকা এই দেহ-ৰূপী শিকলি ডাল যদি আমি ছিঙিব পাৰো, তেন্তে আমি বৰ আনন্দ উপভোগ কৰিব পাৰিম। তাৰ পিচত মানৱ দেহ আৰু দুঃখ যন্ত্ৰণাত জৰ্জ্জৰিত হব লগা নহব। সি তেতিয়া স্বতন্ত্ৰ হৈ পৰিব। যদি এই দেহ-ৰূপী বস্তুটোক মানুহে জয় কৰি লব পাৰে তেন্তে সংসাৰত তেওঁৰ ওপৰত কোনে ক্ষমতা চলাব পাৰিব? যি নিজে নিজক শাসন কৰে, তেওঁ বিশ্বৰ সম্ৰাট হব পাৰে। গতিকে আত্মাৰ ওপৰত দেহৰ যি প্ৰভুত্ব চলিব লাগিছে, তাক গুচাই দিব লাগিব। দেহত এই যি সুখ-দুঃখ আছে, সেই সকলোবোৰেই বিদেশী। সকলো বিজাতীয়। আত্মাৰ লগত সিহ'তৰ তিল মাত্ৰও সম্বন্ধ নাই।

এই সকলোবিলাক দুঃখ-যন্ত্ৰণাক কি পৰিমাণে দেহৰ পৰা পৃথক কৰিব পাৰি, তাৰ কল্পনা মই ভগৱান যিশু খৃষ্টৰ উদাহৰণ দি কৈ আহিছোঁ। তেখেতে জগতবাসীক এইটো দেখুৱাই দিলে যে দেহৰ বিনাশ হলেও মনক শান্ত আৰু আনন্দময় কৰি কেনেকৈ ৰাখিব পাৰি। কিন্তু এইদৰেই দেহক আত্মাৰপৰা পৃথক কৰি ৰাখিবৰ বাবে যেনেকৈ এফালেদি বিবেকে কাম কৰে,, সেইদৰেই আনফালেদি নিগ্ৰহেও কাম কৰে।

**বিবেকৰ লগত বৈৰাগ্যৰ বল।**

তুকাৰামে কৈছে যে বিবেক আৰু বৈৰাগ্য দুয়োটাৰেই আৱশ্যক। বৈৰাগ্যই

হৈছে এক প্ৰকাৰৰ নিগ্ৰহ তিতিক্ষা। এই চতুৰ্দ্দশ অধ্যায়ত নিগ্ৰহৰ কথা কোৱা হৈছে। নাও বোৱাৰ কাম ডাঁৰবিলাকেই কৰে, কিন্তু দিশ দেখুওৱা বা গুৰি দিয়াৰ কাম গুৰি ব'ঠাই কৰে। ডাঁৰ আৰু গুৰি ব'ঠা দুয়োটাকে লাগে। সেইদৰেই দেহৰ সুখ দুঃখ বিলাক আত্মাৰপৰা পৃথক কৰি ৰাখিবৰ কাৰণে, বিবেক আৰু নিগ্ৰহ দুয়োটাৰেই আৱশ্যক।

বৈদ্যই যেনেকৈ মানুহৰ প্ৰকৃতি চাই ঔষধ দিয়ে, সেইদৰে ভগৱানে চতুৰ্দ্দশ অধ্যায়ত সমস্ত প্ৰকৃতিক পৰীক্ষা কৰি পৃথক্কৰণ কৰি, ক'ত কি বেমাৰ আছে তাক বৰ্ণাইছে। ইয়াত প্ৰকৃতিক ঠিক ভাবেই বিভক্ত কৰা হৈছে। ৰাজনীতি শাস্ত্ৰৰ বিভাজনৰ এটা বৰ ডাঙৰ সূত্ৰ আছে। আমাৰ আগত যি শত্ৰু বৰ্ত্তমান আছে, তাৰ আগত যদি সোনকালে বিভাজনৰ ভেদ-ভাব সুমাই দিব পৰা যায় তেন্তে তাক পৰাজিত কৰিব পৰা হব। ভগৱানেও ইয়াত এনেকুৱাই কৰিছে॥

মোৰ, আপোনাৰ, সকলো জীৱৰ, গোটেই চৰাচৰ ব্ৰহ্মাণ্ডৰ যি প্ৰকৃতি আছে; তাত তিনিটা গুণ নিহিত আছে। আয়ুৰ্ব্বেদত যেনেকৈ বায়ু, পিত্ত, কফ আছে, সেই দৰেই প্ৰকৃতিতো সত্ব, ৰজ, তম এই তিনিটা গুণ আছে। সকলো ঠাইতে এই তিনিটা গুণৰ মচলাই ভৰপূৰ হৈ আছে। ক'ৰবাত হয়তো কম আছে, ক'ৰবাত বেছি আছে। পাৰ্থক্য মাত্ৰ এই খিনিতেই। যেতিয়া এই তিনিওটা গুণৰপৰা আমাক পৃথক কৰা হব, তেতিয়াহে দেহৰ-পৰা আত্মাকো পৃথক কৰিব পৰা যাব। এই তিনিওটা গুণ পৰীক্ষা কৰি, সিহঁতক জয় কৰাটোৰেই হৈছে পৃথক কৰা পদ্ধতি। নিগ্ৰহৰ দ্বাৰা এটা এটা বস্তু জয় কৰি অন্তত মুখ্য বস্তুৰ ফালে আগবাঢ়ি যোৱা।

### (৭৬) তমোগুণ আৰু তাৰ উপায়—কায়িক শ্ৰম

প্ৰথমে আমি তমোগুণকে লওঁ বাৰু। বৰ্ত্তমান সমাজৰ পৰিস্থিতিত তমোগুণৰ বৰ ভয়ানক পৰিণাম আমি দেখিবলৈ পাইছো। ইয়াৰ মুখ্য পৰিণাম হৈছে আলস্য। ইয়াৰ পৰাই টোপনি আৰু প্ৰমাদৰ জন্ম হৈছে। এই তিনিওটা কথাকে জয় কৰিব পাৰিলে তমোগুণক জয় কৰা বুলি ধৰি লব লাগে। ইয়াৰ ভিতৰত আলস্যই হৈছে বৰ ভয়ঙ্কৰ। অতি ভাল ভাল মানুহো এই এলাহৰ বশৱৰ্ত্তী হৈ অকামিলা হয়। সমাজৰ সকলো সুখ-শান্তি এই ৰিপুটোৱেই নষ্ট কৰি পেলায়। ই ল'ৰাৰপৰা বুঢ়ালৈকে সকলোৰে অনিষ্ট সাধন কৰে। এই শত্ৰুৱে সকলোকে গ্ৰাস কৰি ৰাখিছে॥

ই আমাক আক্ৰমণ কৰিবৰ কাৰণে চেলু বচাৰি ফুৰে। ক'ৰবাত কেতিয়াবা অকণমান সুৰুঙা পালেই ভিতৰলৈ সোমাই যাবই। আহাৰ যদি দুগৰাহ মানো বেছিকৈ খোৱা হয় তেন্তে সি আমাক শোৱাপাটীত বাগৰিবলৈ বাধ্য কৰিবই। য'ত অলপ বেছিকৈ শোৱা হয়, ত'ত জেনিবা চকুৰ পৰা এলাহ বিলাক হৰ্ হৰ্কৈ বাগৰিবলৈহে ধৰিছে। যেতিয়ালৈকে এই এলাহক এৰিব পেলেৱা নহয়, তেতিয়ালৈকে আন সকলোবিলাক চেষ্টা ব্যৰ্থ। কিন্তু আমি আলস্যৰ কাৰণে অতি উৎসুক হৈ থাকোঁ। ইচ্ছা হয় এবাৰ দিনে-ৰাতিয়ে কষ্ট কৰি কিছুধন গোটাই লব পাৰিলে জীৱনৰ বাকী ছোৱা কাল শান্তিত কটাব পাৰিম। বহুত ধন ঘটাৰ অৰ্থ হৈছে ভৱিষ্যতৰ কাৰণে এলাহক সাজু কৰি ৰখা। আমি সাধাৰণতে ভাবো যে বুঢ়াকালত আৰামৰ আৱশ্যক; কিন্তু এই ধাৰণা ভুল। যদি আমি জীৱনত নীতি নিয়মিত থাকোঁ তেন্তে বুঢ়াকালতো কাম কৰিয়েই থাকিব পাৰিম। বৰং অভিজ্ঞতা বেছি হোৱা বাবে বুঢ়াকালত আমাৰ দ্বাৰাই বেছি কামহে হব, তেনেকুৱা অৱস্থাত যদি আমি কওঁ যে নহয়, আমি আৰাম হে কৰিম তেন্তে কেনেকৈ চলিব?

আমি এনেভাবে সতৰ্ক হৈ থকা উচিত যাতে এলাহ কোনো পথেদি আমাৰ শৰীৰত প্ৰৱেশ কৰিবলৈ সুবিধা নেপায়। নলৰজা ইমান্ মহান্ আছিল অথচ তেওঁ ভৰি ধোওঁতে অলপমান মাত্ৰ নিতিতাকৈ বৈ গৈছিল; কোৱা শুনা যায় যে সেই পিনেদিয়েই হেনো কলিয়ে প্ৰৱেশ কৰিলে। নলৰজা আছিল অত্যন্ত শুদ্ধ আৰু পৱিত্ৰ লোক কিন্তু ভৰিত মাত্ৰ অকণমান ঠাই শুকানে আছিল, এইখিনিয়েই মাত্ৰ এলাহ বৈ গৈছিল, তাৰে চেলু লৈ কলি ভিতৰ সোমাবলৈ সুবিধা পালে। আমাৰ সৰ্ব্ব শৰীৰ খোলা হৈ আছে। এলাহ যেনিয়েই পায় তেনিয়েই ভিতৰলৈ সোমাব পাৰে। শৰীৰে যদি এলাহ কৰে তেন্তে মন আৰু বুদ্ধিও এলেহুৱা হয়। আজিৰ সমাজৰ গাঁথনি এই এলাহৰ ওপৰতে তিষ্ঠি আছে। ইয়াৰ পৰাই অনন্ত দুঃখৰ উৎপত্তি হৈছে। যদি আমি এই এলাহ দূৰ কৰিব পাৰো তেন্তে গোটেই খিনি নোৱাৰিলেও বেছি ভাগ দুঃখকেই দূৰ কৰিব পৰা হব।

আজি-কালি চাৰিও ফালে সমাজ সংস্কাৰৰ আলোচনা চলিব লাগিছে। সাধাৰণ মানুহেও অন্ততঃ এইখিনি সুখ পাব লাগে আৰু ইয়াৰ কাৰণে অমুক ধৰণৰ সমাজ সংগঠন হব লাগে আদি আলোচনা চলিয়েই আছে।

এফালেদি অতিশয় সুখ আৰু আনফালেদি অতিশয় দুখ। এফালে ধন-সম্পত্তিৰ দ'ম আনফালেদি দৰিদ্ৰতাৰ দ খাৰৈ। এই সমাজৰ বৈষম্য কেনেকৈ দূৰ হব? সকলোৱেই আৱশ্যকীয় সুখ সহজতে লাভ কৰাৰ মাত্ৰ এটা উপায় আছে আৰু সিয়েই হৈছে 'এলাহ নিহালি কাটি কৰি থৈ বীৰৰ বেশ গাত লৈ' পৰিশ্ৰম কৰিবলৈ সাজু হোৱা। প্ৰধান দুখতো আমাৰ এলাহৰ কাৰণেই হয়। যদি সকলো মানুহেই কায়িক শ্ৰম কৰিবলৈ নিশ্চয় কৰে তেন্তে সেই দুখ দূৰ হোৱাত বেছি পলম নেলাগিব।

কিন্তু আজিৰ সমাজত আমি কি দেখিবলৈ পাইছো? এফালে মামৰে খাই অনুপোযোগী কৰি তোলা কিছুমান মানুহ দেখিবলৈ পাওঁ। ধনিকসকলৰ ইন্দ্ৰিয়বিলাক মামৰে খাই নাইকিয়া কৰিব ধৰিছে। তেওঁলোকৰ দেহা কেইটাও কামত লগোৱা নাই। আনফালেদি ইমান কাম কৰিব লগাত পৰিছে যে সৰ্ব্ব শৰীৰ ঘ'হনি খাই খাই ক্ষয় যাব ধৰিছে। গোটেই সমাজতেই দৈহিক শ্ৰমৰ পৰা মুক্তি পোৱাৰ চেষ্টা চলিব লাগিছে। যি মবিমুজি কাম কৰিছে তেওঁ-লোকৰ মুখত আজি এখাৰি আনন্দৰ মাত-কথা শুনিবলৈ পোৱা নেযায়। কি কৰিব বেচাৰাহ'তৰ অৱস্থাই বাধ্য কৰিছে। শিক্ষিত তথা বুদ্ধিমানসকলে দৈহিক শ্ৰমৰ পৰা ৰক্ষা পাবৰ মনেৰে নানা উপায় অৱলম্বন কৰিছে। কোনোৱে কোনোৱে কয়—অযথা দৈহিক শ্ৰমত সময় কিয় খৰচ কৰো? কিন্তু এই বুলি হ'লে কোনেও নকয় যে অযথা কিয় শোওঁ? "আহাৰ খাওঁতে সময় কিয় খৰচ কৰোঁ?" ভোক লাগে দেখি খাওঁ। টোপনি আহে কাৰণে শোওঁ। কিন্তু যেতিয়া দৈহিক শ্ৰমৰ পাল পৰে, তেতিয়া হ'লে কওঁ "অযথা ইয়াত সময় নষ্ট কিয় কৰোঁ?" অনাহকত শৰীৰক ইমান কষ্ট দিবৰ কি প্ৰয়োজন? আমি দেখোন মানসিক শ্ৰম কৰোঁৱেই। তেতিয়া আমি ক'ম যে ডাঙৰীয়া সকল, যদি আপোনালোকে মানসিক শ্ৰমহে কৰে তেন্তে মানসিক আহাৰকে খাওক আৰু মানসিক টোপনিকে লওক; মেচাকৈয়ে মনোমত আহাৰ আৰু মনোমত টোপনি লবলৈ কিয় বিচাৰে?

এইদৰেই সমাজত দুই শ্ৰেণীৰ মানুহ আছে। এক শ্ৰেণীয়ে দিন-ৰাত ছেদ-ভেদ নোহোৱাকৈ একে লেথাৰিকয়েই হাড়ভঙা পৰিশ্ৰম কৰি থাকিব লাগিব, আনটো শ্ৰেণীয়ে আকৌ হাত ভৰিকে লৰাব নুখুজিব। মোৰ এজন বন্ধুৰে এদিন কৈছিল কিছুমান কন্দ আৰু কিছুমান মুণ্ড। এফালে গা আনফালে

মূৰ। গাটোৱে অকল কামকে কৰিব, মূৰে কেৱল ভবা চিন্তাকে কৰিব। এইদৰেই সমাজত এই দুটা ৰাহু-কেতু, কন্দ আৰু মুণ্ড দুই প্ৰকাৰৰ হৈ পৰিছে। কিন্তু যদি ইহঁত সঁচাকৈয়ে কন্দ-মুণ্ডই হ'লহেঁতেন তেন্তে কোনো কথাই নাছিল। তেতিয়া অন্ধ-পঙ্গুৰ ন্যায়ৰ দ্বাৰায়েই হয়তো কোনো ব্যৱস্থা হ'ব পাৰিলেহেঁতেন। খোৰাই অন্ধক বাট দেখুৱাৰ, অন্ধই খোৰাক কান্ধত তুলি লব। কিন্তু এই কন্দ-মুণ্ড দুয়োটাই বেলেগ বেলেগ টুকুৰা নহয়। প্ৰত্যেকতে কন্দ আৰু মুণ্ড দুয়োটাই আছে। এই সংলগ্ন কন্দ-মুণ্ড সকলো ঠাইতেই থাকে। ইয়াৰ পৰা আৰু হাত সাৰিবৰ উপায় নাই। গতিকে প্ৰত্যেকেই এলাহৰ পৰা হাত সৰা উচিত।

আলস্য ত্যাগ কৰিবলৈ হ'লে দৈহিক শ্ৰম কৰিব লাগিব। আলস্যক জয় কৰাৰ উপায় হৈছে এয়েই যদি ইয়াৰ দ্বাৰাই কাম লোৱা নেযায় তেন্তে ইয়াৰ শাস্তি প্ৰকৃতিৰ ফালৰপৰা নোপোৱাকৈ নেথাকিব। ৰোগ বা অন্য কোনো কষ্ট হ'লেও, তেওঁ ভুগিবই লাগিব। দেহা পাইছো যেতিয়া আমি বেহা অৰ্থাৎ দৈহিক শ্ৰম কৰিবই লাগিব। দৈহিক শ্ৰমত যি সময় দিয়া হয় সি অথলে নেযায়। ইয়াৰ প্ৰতিদান স্বৰূপে স্বাস্থ্য লাভ হয়, বুদ্ধি সতেজ, তীব্ৰ আৰু শুদ্ধ হয়, বহুতো চিন্তাশীল লোকৰেই চিন্তাধাৰাত তেওঁলোকৰ পেটৰ বিষ আৰু মূৰ বিষৰ প্ৰতিবিম্ব আহি পৰে। চিন্তাশীল মানুহে যদি ৰ'দত, মুকলি বতাহত, প্ৰকৃতিৰ কোলাত পৰিশ্ৰম কৰিবলৈ ধৰে, তেন্তে তেওঁলোকৰ চিন্তাধাৰাও তেজস্বী হৈ উঠিব। শাৰীৰিক ৰোগৰ প্ৰভাৱ যেনেকৈ মানুহৰ মনৰ ওপৰত পৰে, সেইদৰেই শাৰীৰিক আৰোগ্য অৰ্থাৎ স্বাস্থ্যৰ প্ৰভাৱো মানুহৰ মনৰ ওপৰত পৰিবই এইটো অনুভৱ সিদ্ধ কথা। শৰীৰৰ কোনো অবয়বত যক্ষ্মাৰোগ দেখা দিয়াৰ পিচত কোনোবা পাহাৰলৈ বিশুদ্ধ বায়ু সেৱন কৰিবলৈ বা সূৰ্য্য-কিৰণৰ প্ৰয়োগ কৰিবলৈ যোৱাৰ আগতে যদি হাতত কোৰ-কুঠাৰ লৈ বা ঝাৰিলৈ কোৰ মৰা, খৰি ফলা, গছ পুলিত পানী দিয়া আদি কাম কৰিবলৈ ধৰা হয় তেনেহ'লেনো কি বেয়া হ'ব?

### (৭৭) তমোগুণৰ আৰু এটা উপায়

এলাহক জয় কৰাৰ কথাটো জেনিবা হ'ল। এতিয়া দ্বিতীয় কথাটো হৈছে নিদ্ৰাক জয় কৰাৰ বিষয়ে। প্ৰকৃত পক্ষে নিদ্ৰা এক পৱিত্ৰ বস্তু। সেৱা কাৰ্য্য কৰি কৰি ভাগৰ লগা সাধু সন্তৰ টোপনিও এক প্ৰকাৰৰ যোগেই। এনেকুৱা

নিস্তব্ধতা পূৰ্ণ গভীৰ টোপনি মহা ভাগ্যৱান সকলেহে পাব পাৰে। টোপনি গভীৰ আৰু গাঢ় হব লাগে। টোপনিৰ গুৰুত্ব দীঘ-প্ৰস্থৰ ওপৰত আৰোপ কৰা নহয়। ঢাৰি-পাটী কিমান দীঘল আৰু তাত মানুহ কিমান সময়লৈকে শুই থাকে ; এইটোৰ ওপৰতে টোপনিয়ে নিৰ্ভৰ নকৰে। কুঁৱা যিমান দ হব সিমানেই তাৰ পানী বেছি পৰিষ্কাৰ আৰু মিঠা হব। সেইদৰেই টোপনি অলপ মান হলেও যদি সি গভীৰ হয় তেন্তে সিয়েই ভাল কাম দিয়ে। মনোযোগ দি আধাঘণ্টা পঢ়াটো চঞ্চল মনেৰে তিনি ঘণ্টা পঢ়াত কৈ বেছি লাভজনক। টোপনিৰ বেলিকাও ঠিক এইটোৱেই খাটে। দীঘলীয়া টোপনি যে শেষলৈকে হিতকৰেই এইটো কোনেও ডাটি কব নোৱাৰে। ৰোগী চৌবিশ ঘণ্টা শোৱা-পাটীত পৰিয়েই থাকে। শোৱাপাটীৰ লগত তেওঁৰ সম্বন্ধ অনবৰত থাকেই কিন্তু টোপনিৰ লগত হলে দেখা দেখিয়েই নাই। সপোন বিহীন, গভীৰ নিদ্ৰাই হৈছে প্ৰকৃত নিদ্ৰা। মৰাৰ পিচত যমৰ যাতনা যি আছে সি হবই ; কিন্তু যাৰ ভাল টোপনি নাহে, যেযো বেয়া সপোন দেখে, তেওঁৰ যমৰ যাতনাৰ কথা নুসুধিবই! ঋষিয়ে প্ৰস্তুত হৈ বেদত এইদৰে কৈছে "পৰা দুস্বপ্ন্যং সুৱ।" 'এনেকুৱা দুষ্ট নিদ্ৰা মোক নেলাগে।' টোপনি বিশ্ৰামৰ কাৰণে হব লাগে, কিন্তু তাতো যদি নানা তৰহৰ সপোন আৰু নানা চিন্তাই আহি আগুৰি ধৰে তেন্তে আৰু বিশ্ৰাম ক'ত।

এতিয়া গভীৰ আৰু গাঢ নিদ্ৰা আহিব কেনেকৈ? এলাহৰ কাৰণে যিটো উপায়ৰ কথা কোৱা হৈছিল, সিয়েই টোপনিৰ কাৰণেও খাটিব। শৰীৰৰ দ্বাৰাই কাম অনবৰত লৈয়েই থাকিব লাগে। তাৰ পিচত যেতিয়া শোৱাপাটীত পৰিব, তেতিয়া মৰাৰ দৰে পৰি থাকিব। টোপনিও এটা সৰু-সুৰা মৃত্যুৱেই। এনেকুৱা সুন্দৰ মৃত্যুক আলিঙ্গন কৰিবৰ কাৰণে দিনৰ পৰা অৰ্থাৎ আগৰে পৰাই প্ৰস্তুত হৈ থাকিব লাগে। শৰীৰ ভাগৰি বিবশ হৈ পৰিব লাগে। ইংৰাজ কবি চেক্সপিয়েৰে কৈছিল—"ৰজাৰ মুৰত মুকুট থাকে, কিন্তু ভিতৰ ফালে চিন্তাই ভৰি থাকে," ৰজাৰ টোপনি নাহে। তাৰ এটা কাৰণ হৈছে এই যে তেওঁ দৈহিক শ্ৰম নকৰে। জাগিবৰ সময়ত যি শোৱে, তেওঁ শোৱাৰ সময়ত জাগি থাকে। দিনত বুদ্ধি আৰু শৰীৰক কামত নলগালে টোপনি আহিব কিয়? তাৰ পিচত টোপনিৰ সময়ত বুদ্ধি নানান চিন্তাত মগ্ন থাকে আৰু শৰীৰো প্ৰকৃত নিদ্ৰা-সুখৰ পৰা বঞ্চিত হয়। ফলত বহুত

সময়লৈকে শুই থাকিব লগাত পৰে। যি জীৱনত পৰম পুৰুষাৰ্থৰ সাধনা হয়, তাক যদি টোপনিয়ে খাই পেলায় তেন্তে পুৰুষাৰ্থৰ সাধনাৰ সুবিধা আৰু কেতিয়া পোৱা যাব? আধা জীৱন যদি টোপনিতেই গুচি যায় তেন্তে আমি নো আৰু পাম কিটো?

যেতিয়া বেছি ভাগ সময় টোপনিতেই গুচি যাব, তেতিয়া তমোগুণৰ তৃতীয় দোষ—'প্ৰমাদ' আপোনা-আপুনি হবলৈ ধৰে। নিদ্ৰালু মানুহৰ মন সুদক্ষ আৰু সাৱধান হব নোৱাৰে। তাৰ দ্বাৰাই অসাৱধানতাৰ হে উৎপন্ন হয়। বেছি টোপনিৰপৰা এলাহ বাঢে আৰু এলাহৰপৰাই বিস্মৃতিৰ উদ্ভৱ হয়। বিস্মৰণ পৰমাৰ্থৰ কাৰণে হানিকাৰক। ব্যৱহাৰিক দৃষ্টিকোণৰ ফালৰ পৰা চালেও বিস্মৃতিৰ পৰা হানিয়েই হে হয়, কিন্তু আমাৰ সমাজত বিস্মৃতি এটা স্বাভাৱিক কথাৰ নিচিনা হৈ পৰিছে। বিস্মৃতিটো যে এটা ডাঙৰ দোষ, ইয়াক কোনেও কবই নোৱাৰে। কাৰবাৰ লগত দেখা কৰিবলৈ সময় ঠিক কৰে কিন্তু পিচত সময় মতে যোৱা নহয়, সুধিলে কয় "এ ভাই, মই পাহৰিলোৱেই।" এইদৰে কওঁতা সকলেও ডাঙৰ ভুল কৰিছোঁ বুলি নেভাবে। আৰু শুনোঁতা সকলেও তাতেই সন্তুষ্ট হয়। বিস্মৰণৰ যেন কোনো প্ৰতিকাৰেই নাই, এই বুলি বহুতো মানুহেই ভবা দেখা যায়; কিন্তু এই অনৱধানতা কি পৰমাৰ্থ কি প্ৰপঞ্চ দুয়োটাৰ কাৰণেই হানিকাৰক। বাস্তৱিকতে বিস্মৰণটো এটা বৰ ডাঙৰ ৰোগ। তাৰ কাৰণেই বুদ্ধিত ঘুণে ধৰে। জীৱন সাৰ শূন্য হৈ পৰে। মনৰ আলস্যই বিস্মৰণৰ কাৰণ! মন যদি জাগ্ৰত থাকে তেন্তে তেওঁ কেতিয়াও পাহৰিব নোৱাৰে। শোৱা পাটীত পৰি থকা মনৰ বিস্মৰণ ৰূপী ৰোগো নোহোৱাকৈ নেথাকে। এই কাৰণেই ভগৱান বুদ্ধই কৈছে—"পমাদো মচ্চুনো পদম্।" প্ৰমাদ, বিস্মৰণেই মৃত্যু। এই প্ৰমাদৰ পৰা হাত সাৰিবলৈ হলে আলস্য আৰু নিদ্ৰাক জয় কৰক। দৈহিক শ্ৰম কৰক আৰু সদায় সাৱধান অৱস্থাত থাকক। যি কাম কৰিব খোজে, তাক ভাবি চিন্তি কৰিব। নভবা-নিচিন্তাকৈ কোনো কামকে কৰিব নেলাগে। কৃতকৰ্ম্মৰ আগতো আৰু পাচতো ভাবনা থাকিব লাগে। আগে-পাচে সৰ্ব্বত্ৰ ভাবনা ৰূপী পৰমেশ্বৰ দণ্ডায়মান হৈ থাকিব লাগে। যেতিয়া এনেকুৱা অভ্যাস কৰিবলৈ ধৰিব, তেতিয়া অনৱধান ৰূপী ৰোগ দূৰতে বিদূৰ হব। গোটেই সময় ঠিকমতে বান্ধি ৰাখক। এক এক মুহূৰ্ত্তৰো হিচাপ ৰাখিব, তেতিয়া হ'লে এলাহ সোমাবলৈ সুৰুঙাই

নেপাব। এইটো উপায়েৰেই গোটেই তমোগুণক জয় কৰিবলৈ চেষ্টা কৰা উচিত।

### (৭৮) ৰজোগুণ আৰু তাৰ উপায় স্বধৰ্ম্ম মৰ্য্যাদা

ৰজোগুণৰ লগতো যুদ্ধ কৰিব লাগে। ৰজোগুণো এটা বৰ ভয়ানক শত্ৰু। ই তমোগুণৰ আনটো পিঠি; কিন্তু এই দুয়োটাকে পৰ্য্যায় বাচী শব্দ বুলিও কব পাৰি। যেতিয়া শৰীৰে বেছি সময় শুই লয় তেতিয়া সি হুলস্থুল লগাবলৈ ধৰে আৰু যি শৰীৰে লৰা-ঢপৰা কৰি ঘূৰি ফুৰে, সি শোৱাপাটীত পৰি বিশ্ৰাম লবলৈ ইচ্ছা কৰে। তমোগুণৰ দ্বাৰাই ৰজোগুণ আৰু ৰজোগুণৰ দ্বাৰাই তমোগুণৰ প্ৰাপ্তি হয়। য'ত এটা থাকে তাত আনটোও আছিল বুলিয়েই ধৰিব লাগে। যেনেকৈ ৰুটিৰ এফালে জুই আৰু আনফালে তপত ছাই থাকে সেইদৰেই মানুহৰো আগে পাচে এই ৰজোগুণ আৰু তমোগুণ লাগি থাকে। ৰজোগুণে কয়—"এইফালে আহাঁ, তোমাক তমোগুণৰ ফালে উৰাই দিওঁ।" তমোগুণ কয়—"মোৰ ওচৰলৈ আহাঁ, মই তোমাক ৰজোগুণৰ ফালে ঠেলা মাৰি দিওঁ।" এইদৰেই এই ৰজোগুণ আৰু তমোগুণে পৰস্পৰৰ সহায়ক হৈ মানুহক নাশ কৰি পেলায়। লাঠি-গোৰ খাবৰ কাৰণেই যেনেকৈ ফুটবলৰ জন্ম হৈছে, সেইদৰেই ৰজোগুণ আৰু তমোগুণৰ লাঠি-গোৰ খাওঁতেই মানুহৰ জনমটো যায়।

ৰজোগুণৰ প্ৰধান লক্ষণ হৈছে নানা প্ৰকাৰৰ কাম কৰা লোভ, অমানুষিক কাম কৰিবলৈ জন্মা অপাৰ আসক্তি। ৰজোগুণৰ দ্বাৰাই অগণন কৰ্ম্ম-সঙ্গ আহি লগ লাগেহি। লোভাত্মক কৰ্ম্মাসক্তিৰ উৎপন্ন হয়। তাৰ পিচত কামনা আৰু বিকাৰৰ বেগক নিয়ন্ত্ৰণ কৰিব নোৱৰাত পৰে। এফালৰ পাহাৰ আন-ফালে খানি নি তাত থকা খালবিলাক পুতি পেলাবৰ ইচ্ছা কৰে। এফালে সাগৰত মাটি পেলাই পুতি পেলোৱা আৰু আনফালে চাহাৰা মৰুভূমিত পানী সিঁচি সাগৰত পৰিণত কৰাৰ প্ৰেৰণা মনলৈ আহে। এফালে যেন চুৱেজ খাল খনাব, আনফালে পানামা হ্ৰদ তৈয়াৰ কৰাব; এনেবিলাক ভাব-চিন্তাই মনক থোকি-বাথোকি লগাই দিয়ে। ভঙা-পতা কৰিবলৈ নেপালে শান্তিয়েই নেপায়। সৰু ল'ৰা-ছোৱালীয়ে যেনেকৈ এডোখৰ কাগজলৈ ফালে আৰু তাৰেই কিবা-কিবি সাজে এই কামটোও ঠিক তেনেকুৱাই। ইয়াত এইটো মিলোৱা তাত সেইটো ডুবাই দিয়া। তাক এইদৰে উৰাই দিয়া, ইয়াক এনে-

কুৰা কৰা—এইদৰেই ৰজোগুণৰ অনন্ত খেলা চলি থাকে। চৰাই আকাশত উৰে যেতিয়া, আমিনো কিয় নুৰো? মাছ পানীত থাকে, আমিও চাবমেৰিণ সাজি পানীৰ তলত নেথাকোঁ কিয়? এইদৰেই নৰ-দেহ ধাৰণ কৰা সত্বেও পশু-পক্ষী আৰু মাছ-মগৰ আদিৰ সমতুল্য জ্ঞান কৰি আমি নিজেই কৃতাৰ্থ হওঁ। পৰদেহত প্ৰৱেশ তথা আন আন দেহৰ ৰহস্য অনুভৱ কৰাৰ বাসনা তেওঁৰ এই নৰ দেহতেই হয়। কোনো কোনোৱে কয় "ব'লা, মংগল গ্ৰহত ফুৰি আহোঁ আৰু তাৰ মানুহবিলাকনো কেনেকুৱা চাই আহোঁ। মনে একেৰাহে ভ্ৰমণ কৰিয়েই থাকে; জেনিবা কামনাৰ অনেক ভূত হে আমাৰ ভিতৰত সোমাই আছে। যি য'ত আছে, তেওঁক তাত দেখাকে পোৱা নেযায়। এইবিলাক ওলট-পালট হৈ পৰিব লাগে। তেওঁ মনতে ভাবে "মই ইমান ডাঙৰ মনুষ্য জীৱ, মই জীৱিত থকা অৱস্থাতো এই সৃষ্টি যেনে আছিল তেনেই কেনেকৈ থাকিব? যেনেকৈ কোনো পালোৱানৰ গাত চৰ্ব্বী জমিলে তাক খৰচ কৰিবৰ কাৰণে কেতিয়াবা বেৰত কেতিয়াবা গছতেই খুন্দিয়াই ফুৰিব লগা হয়, ঠিক তেনেকুৱা উত্তেজনাই ৰজোগুণতো হয়। ইয়াৰ প্ৰভাৱতেই পৰি মানুহে পৃথিৱীত খনন কাৰ্য্য আৰম্ভ কৰিছে; তাৰ গৰ্ভৰ পৰাই কিছুমান শিল বাহিৰ কৰিছে; যাক আজি হীৰা, মাণিক, মুকুতা আদি নাম দি লোৱা হৈছে। তেনেকুৱা উত্তেজনাৰ বশীভূত হৈয়েই মানুহে সাগৰত বুৰ মাৰি তাৰ তলিত পৰি থকা নানান আবৰ্জ্জনা তুলি আনি মুকুতা বুলি লোৱা হৈছে। আগতে সেই মুকুতাত ফুটা নেথাকে, পিচত তাত ফুটা দি লয়। এতিয়া এই মুকুতা পিন্ধিব ক'ত? ইয়াকে পিন্ধিবৰ কাৰণে আকৌ নাকে-কাণে বিন্ধাদি লব লগা হ'ল। মানুহে যে এইবিলাক কৰে, কেৱল ৰজোগুণৰ প্ৰভাৱতেই হে কৰে। ৰজোগুণৰ দ্বিতীয়টো পৰিণামৰ মতে মানুহৰ স্থিৰতা নোহোৱা হয়। ৰজোগুণে তৎক্ষণাৎ ফল বিচাৰে। এই কাৰণে অলপমান বাধা-বিঘিনি পালেই সি অংগীকাৰ কৰা পথো-এৰি দিয়ে। ৰজোগুণী মানুহে অনৱৰত এইটো ল সেইটো থ আদি কৰিয়েই থাকে। তেওঁলোকৰ নিৰ্ব্বাচন নিতৌ পৰিৱৰ্ত্তন হৈয়েই থাকে। ইয়াৰ শেষ পৰিণাম এইটোৱেই হয় গৈ যে তেওঁলোকৰ ভাগত একোৱেই নপৰে।

**ৰাজসং চলমধ্ৰুৱম্।**

ৰজোগুণৰ সকলোবিলাক কামেই চঞ্চল আৰু অনিশ্চিত হৈ থাকে। সৰু

সৰা-ছোৱালীয়ে কিবা গছটি আদি পচালে খুচৰি খুচৰি চাই থাকে। ৰজোগুণী মানুহেও ঠিক এনেকুৱাই কৰে। তৎক্ষণাৎ তৎক্ষণাৎ সকলোবোৰ তেওঁৰ ভাগত পৰিব লাগে। তেওঁ অধৈৰ্য্য হৈ উঠে। সংযমতা হেৰুৱাই পেলায় কোনো এঠাইত খোপনিপুতি তেওঁ থাকিবই নেজানে। কোনো এঠাইত কাম কৰি যদি কিছু প্ৰশংসা পায় তেন্তে তাৰপৰা আকৌ অন্য ঠাইলৈ যাবৰ হয়েই। আজি মাদ্ৰাজত অভিনন্দন পত্ৰ কালিলৈ কলিকতাত, পৰাহিলৈ নাগপুৰত, চঠা দিনলৈ বোম্বাইত এইদৰে চলিয়েই থাকিব। সকলোবোৰ মিউনিচিপালিটীৰ পৰাই অভিনন্দন পত্ৰ পাবলৈ আশা কৰিব। যেনিয়েই চায় তেনিয়েই খালী মনকেইহে দেখে। একে ঠাইতে বহি কাম কৰাৰ অভিলাষ তেওঁলোকৰ সমূলি নেথাকে। ইয়াৰ দ্বাৰাই ৰজোগুণী মানুহৰ অৱস্থা বৰ ভয়ানক হৈ উঠে।

ৰজোগুণৰ প্ৰভাৱতেই মানুহে বিবিধ ব্যৱসায় বা কাম আদিত কৰ্তৃত্ব খটুৱাবৰ মনেৰে হস্তক্ষেপ কৰে। তেওঁলোকৰ স্বধৰ্ম্ম নেথাকে। বাস্তৱিক স্বধৰ্ম্মাচৰণৰ অৰ্থ হৈছে ইতৰ কৰ্ম্ম ত্যাগ কৰা। গীতাৰ কৰ্ম্মযোগ ৰজোগুণৰ অব্যৰ্থ অস্ত্ৰ। ৰজোগুণৰ সকলোবিলাকেই চঞ্চল। পৰ্ব্বতৰ শিখৰৰ পৰা, পৰা পানী যদি বিভিন্ন ফালেদি বৈ যায় তেন্তে তাত একোৱেই বাকী নেথাকে। গোটেই পানী চাৰিওফালে বিয়পি গুচি যায়। কিন্তু তাক যদি কোনো এফালেদি বোৱাই দিব পৰা যায় তেন্তে তাৰ দ্বাৰাই এখন নদীৰ সৃষ্টি হব। তাত এটা শক্তি উৎপন্ন হব। দেশ তাৰ দ্বাৰা লাভৱান হব। সেই দৰেই মানুহেও যদি নিজৰ সমস্ত শক্তি বিবিধ কামত নলগায়; তাক একেলগ কৰি একেটা কামতে সুব্যৱস্থিত ৰূপে লগাই ৰাখিব পাৰে তেতিয়াহে তেওঁৰ হাতেৰে ঠিক কাম সম্পন্ন হব পাৰিব। এই কাৰণেই স্বধৰ্ম্মৰ মহত্ত্ব বহুত বেছি।

সদায় স্বধৰ্ম্মৰ বিষয়েই চিন্তা কৰি তাতে গোটেই শক্তি নিয়োগ কৰিব লাগে। অন্য কথালৈ মন দিব নেলাগে। এয়েই স্বধৰ্ম্মৰ পৰীক্ষা। কৰ্ম্মযোগ মানে কোনো অতি অথবা গধুৰ কাম নহয়। অকল অপৰিমিত বা অসীম কাম কৰাৰ নামেই কৰ্ম্ম-যোগ নহয়। গীতাৰ কৰ্ম্মযোগ হৈছে বেলেগ বস্তু। তাৰ বিশেষত্ব হৈছে এইখিনিয়েই—ফললৈ কামনা নকৰি কেৱল স্বভাৱ প্ৰাপ্ত অপৰিহাৰ্য্য স্বধৰ্ম্মৰ পালন কৰা আৰু তাৰ দ্বাৰাই চিত্ত-শুদ্ধি কৰি

থকা, নহলে সৃষ্টিত একেধৰণৰ কাৰ্য্য-কলাপেই চলি থাকিলহেঁতেন। কৰ্ম্ম-যোগ মানে হৈছে বিশিষ্ট মনোবৃত্তিৰে সমস্ত কৰ্ম্ম কৰি থকা। পথাৰত কোনো শস্যৰ বীজ ৰোপণ কৰা আৰু এমুঠি বীজ লৈ ক'ৰবাত এনেয়ে ছটিয়াই দিয়া—দুয়োটাই একেবাৰে বেলেগ কথা। দুয়োটাতে যথেষ্ট পাৰ্থক্য আছে। শস্যৰ বীজ ৰোপণ কৰিলে কিমান ফল পোৱা যায়, আৰু তাক এনেয়ে ছটিয়াই দিলে কিমান হানি হয় এইটো আমি সকলোৱেই জানো। গীতাই, যি কৰ্ম্মৰ উপদেশ দিছে সিয়ো ঠিক সেই ৰোপণ কাৰ্য্যৰ নিচিনাই, এনেকুৱা স্বধৰ্ম্মৰূপী কৰ্ত্তব্য কৰ্ম্মত অসীম শক্তি লুকাই থাকে। তাত গোটেই পৰিশ্ৰম আধৰুৱা হৈ পৰে। এতেকে তাত বেছি হুল-স্থুল কৰাৰ কোনো সুবিধাই নেথাকে।

## (৭৯) স্বধৰ্ম্মৰ নিৰ্ণয় কেনেকৈ কৰিব?

এতিয়া এই স্বধৰ্ম্মৰ নিৰ্ণয় কেনেকৈ কৰা যাব? এনেধৰণৰ প্ৰশ্ন যদি কোনোবাই কৰে তেন্তে তেওঁৰ কাৰণে সৰল উত্তৰ হব এয়েই—"যি স্বাভাৱিক"। স্বধৰ্ম্ম সহজ সাধ্যতাক বিচৰা কল্পনাটোৱেই বিচিত্ৰ যেন লাগে। মানুহ জন্ম হোৱাৰ লগে লগে স্বধৰ্ম্মৰো জন্ম হয়। শিশুৱে যেনেকৈ মাকক বিচাৰিবৰ আৱশ্যক নাই, সেইদৰেই স্বধৰ্ম্মকো কোনেও বিচাৰিব নেলাগে। আগৰেপৰা সি থাকে। আমাৰ জন্মৰ আগতো পৃথিৱী আছিল আৰু পিচতো থাকিব। আমাৰ পিচতো এটা বৰ ডাঙৰ প্ৰৱাহ আছিল আৰু আগতো আছে —এনেকুৱা প্ৰৱাহতেই আমাৰ জন্ম হৈছে। যি দেউতাৰ ঔৰষত মই জন্ম গ্ৰহণ কৰিছে তেওঁলোকৰ সেৱা আৰু যি ওচৰ-চুবুৰীয়াৰ মাজত জন্ম হৈছোঁ, তেওঁলোকৰো সেৱা—এইবিলাক কৰ্ম্ম মোৰ স্বভাৱ লব্ধ।

আন হাতেদি মোৰ ব্যক্তিবোৰ জানো মোৰ নিত্য অভিজ্ঞতাৰেই ফল নহয়? মোৰ ভোক লাগে, পিয়াহ লাগে; গতিকে ভোকত ভাত আৰু পিয়াহত পানী দিয়াৰ ধৰ্ম্মটো মই আপোনা-আপুনি পাইছোঁ। এইদৰেই এই সেৱাৰূপী ভূতদয়াৰূপী স্বধৰ্ম্মক আমি বিচাৰিব নেলাগে। ক'ৰবাত যদি স্বধৰ্ম্মক বিচাৰিব লগা হৈছে তেন্তে এইটো নিশ্চিতকৈ বুজিব লাগিব যে তাত কিছু নহয় কিছু পৰধৰ্ম্ম অথবা অধৰ্ম্মও চলিব লাগিছে।

সেৱকে সেৱা বিচাৰি কৰিলেকো যাব নেলাগে। সি আপোনা-আপুনি তেওঁৰ আগত আহি পৰেহি। কিন্তু এটা কথা মনত ৰখা উচিত যে যি

সেৱা বিনাযত্নে পোৱা যায় সি যে সদায় ধাৰ্ম্মিকেই হব এনে নহয়। ধৰি কোনোবা কৃষকে যদি আহি মোক কয়হি ব'লা সেই আলিটো আৰু আৰু চাৰি পাঁচ হাতমান সিফালে হোহ'কাই দিওঁগে, তেতিয়া হ'লে আমাৰ পথাৰৰ সীমাটো কিছু বাঢ়িব। এতিয়া পথাৰত কোনো নাই। কোনো হেমগেম নোহোৱাকৈ সকলো কাম সমাধা কৰিব পৰা হ'ব।" যদিও এই কামটো কৰিবলৈ মোক ওচৰ-চুবুৰীয়া এজনে কৈছোঁহি অৱশ্যে তাক বিনা যত্নেই পোৱাও হৈছে তথাপি তাত অসত্যৰ আশ্ৰয় থকা কাৰণে সি মোৰ কৰ্ত্তব্য কৰ্ম্ম হ'ব নোৱাৰে।

চতুৰ্ব্বৰ্ণ ব্যৱস্থাটো মই ভাল পাওঁ। তাৰ কাৰণ হৈছে এই যে তাত স্বাভাৱিকতা আৰু ধৰ্ম্ম দুয়োটাই আছে। এই স্বধৰ্ম্ম ত্যাগ কৰিলে কামেই অচল হ'ব। যি আই-দেউতাক মই পাইছোঁ, তেওঁলোকেই মোৰ আই-দেউতা হৈ থাকিব। যদি মই এইদৰে কওঁ যে তেওঁলোকক মই পছন্দ নকৰোঁ, তেনেহলে কাম কেনেকৈ চলিব? মাক-বাপেকৰ বৃত্তি অৰ্থাৎ ব্যৱসায় স্বভাৱতেই ল'ৰা-ছোৱালীয়ে উত্তৰাধিকাৰী সূত্ৰে পায়। যিটো ব্যৱসায় পূৰ্ব্বৰেপৰা চলি আহিছে সি যদি নীতি-বিৰুদ্ধ নহয়, তেন্তে তাক কৰা আৰু সেই কাম বা উদ্যোগ কৰি আগবঢ়াই নিয়াটো চাতুৰ্ব্বৰ্ণ্যৰেই এটা বৰ ডাঙৰ বিশেষত্ব। এই বৰ্ণ-ব্যৱস্থা আজি ওলট-পালট হৈ পৰিছে। তাক পালন কৰাটো আজি বৰ হৈ উঠিছে। কিন্তু তাক যদি সু-ব্যৱস্থিত ভাবে কৰিব পৰা যায়, তেন্তে বৰ বৰ ভাল কাম হৈ উঠিব; নহ'লে আজি আৰম্ভণিৰ ২৫।৩০ বছৰ নতুন কাম, নতুন ব্যৱসায় শিকি থাকোঁতেই গুচি যাব। কাম শিকি অতোৱাৰ পাচত মানুহে নিজৰ কাৰণে সেৱা ক্ষেত্ৰ কাৰ্য্যক্ষেত্ৰ বিচাৰিবলৈ ধৰে। এই দৰেই আৰম্ভণিৰ প্ৰথম পঁচিশ বছৰ ধৰি তেওঁ শিকিয়েই থাকিব। তেওঁৰ জীৱনৰ লগত এই শিক্ষাৰ কোনো সম্বন্ধ নেথাকে। মানুহে কয় যে, তেওঁৰ ভৱিষ্যত জীৱনৰ কাৰণে প্ৰস্তুতি কৰিছে। শিক্ষা লাভ কৰিবৰ সময়ত যেন তেওঁ জীৱিত অৱস্থাত নায়েই। জীয়াই থকাটো পিচ কথা। মানুহে কয় যে, প্ৰথমে সকলোবোৰে শিকিলোৱা, তাৰ পাচত জীয়াই থকাৰ কথা ভাবিবা। জীয়াই থকা আৰু শিকা, এই দুয়োটাই যেন বেলেগ বস্তু। য'ত জীয়াই থকাৰ লগত কোনো সম্বন্ধ নাই তাক মৰা বুলিয়েই ধৰি লবা নে কি? ভাৰতীয় মানুহৰ গড়ে আয়ুস হ'ল ২৩ বছৰ। ইফালে নিজক

প্ৰস্তুত কৰোঁতে যায় ২৫ বছৰ। এইদৰেই নতুন কাম-বন শিকোঁতেই দিন উকলি যায়। তাৰ পিচতহে কাম-কাজ আৰম্ভ কৰে। ফলত যি কেইটা উৎসাহ দায়ক আৰু মহত্ত্বপূৰ্ণ বছৰ আছিল সিয়ো অবাবত গুচি যায়। যি উৎসাহ, উদ্যমক জন সেৱাত খৰচ কৰি জীৱনক সাৰ্থক কৰি তুলিব পাৰি, তাকো এনেয়ে পঠাই দিয়া হয়। জীৱনটো এটা খেলা নহয়। কিন্তু বৰ পৰিতাপৰ বিষয় যে জীৱনৰ অমূল্য অংশটো, জীৱনোপযোগী কাম-কাজ বিচাৰোঁতেই গুচি যায়। এই কাৰণেই হিন্দুধৰ্ম্মই বৰ্ণধৰ্ম্মৰ পথ বাচি ললে।

চাতুৰ্বৰ্ণ্য-ব্যৱস্থাক যদি এফালীয়াকৈ থৈয়ো দিয়া যায়, তথাপি সকলো ঠাইতেই, আনকি য'ত এনেকুৱা ব্যৱস্থা নাই তাতো, স্বধৰ্ম্মক সকলোৱেই লাভ কৰে। এই প্ৰৱাহৰেই কোনো এক পৰিস্থিতিক লগত লৈ আমি জন্ম-গ্ৰহণ কৰিছিলো হব পাই ; সেয়েহে স্বধৰ্ম্মাচৰণ ৰূপী কৰ্ত্তব্যক আমি সকলোৱেই পাইছো। এতেকে যি দূৰবৰ্ত্তী কৰ্ত্তব্য আছে, যাক বাস্তৱতে কৰ্ত্তব্য বোলাটোৱেই ঠিক নহব, সিহঁতক যিমানেই ভাল যেন নেদেখক তথাপি তাক গ্ৰহণ কৰিব নেলাগে। অনেক সময়ত দূৰৰ বস্তু ভাল যেন দেখি। মানুহ সাধাৰণতে দূৰৰ কথাত ভোল যায়। মানুহ য'ত থয় হৈ থাকে তাতো ডাঠ কুঁৱলি পৰে; কিন্তু তেওঁ ওচৰৰ ঘন কুঁৱলিবিলাক নেদেখে। তেওঁ আঙুলিৰে দূৰলৈ দেখুৱাই কয়—"তাত বৰ কুঁৱলি দিছে", সিফালৰ মানুহ জনেও আকৌ এইফালে দেখুৱাই কৈছে "সেইফালে বৰ ঘন কুঁৱলি পৰিছে।" আচলতে কুঁৱলি সকলো ঠাইতেই আছে, মাত্ৰ ওচৰৰ খিনি দেখা নেপায়। দূৰৰ বস্তুলৈ মানুহৰ আকৰ্ষণ বেছি। ওচৰৰটো চুকতে পৰি থাকে কিন্তু আঁতৰৰটো হলে সপোনতো দেখে। কিন্তু ই হৈছে এটা মোহ। ইয়াক যিমান সোনকালে পাৰি এৰিবহে লাগে। হাতত পোৱা স্বধৰ্ম্ম যদিও সাধাৰণ, অপৰ্য্যাপ্ত আৰু নীৰস যেন লাগে তথাপি তাক পোৱা হৈছে যেতিয়া সেয়েই ভাল। মোৰ কাৰণে সেয়েই সুন্দৰ। সাগৰত ডুব যাওঁ যাওঁ অৱস্থা হোৱা এজন মানুহে যদি; পালিচ কৰা, মিহি, সুন্দৰ চিক্‌চিকীয়া কাঠৰ পৰিবৰ্ত্তে বাৰ ভঁজীয়া, কুন্ধচ পচা কাঠ এডোখৰো পায় তেন্তে সিয়েই মানুহ-জনক ৰক্ষা কৰিব।

কাঠমিস্ত্ৰিৰ কাৰখানাত বহুটো ধুনীয়া গছ লতাৰ নক্সা থকা কাঠৰ টুকুৰা পৰি আছে। কিন্তু এই টুকুৰাবিলাক আছে কাৰখানাতহে, ইফালে

মানুহজন কক্‌বকাই আছে সাগৰত পৰি। গতিকে সেই কুন্ধচ্ পচা কাঠৰ টুকুৰাটোৱেই তেওঁৰ ৰক্ষা কৰোঁতা; মানুহ জনে তাকেই হাত মেলি ধৰা উচিত। সেইদৰেই যি সেৱা মই পাইছোঁ, সি একেবাৰেই তল থাপৰ হ'লেও, সিয়েইহে মোৰ আচল কামৰ বস্তু। তাতে মই মগ্ন হৈ কথাটো মোৰ কাৰণে শোভাদায়ক হ'ব। মোৰ উদ্ধাৰো তাৰ দ্বাৰায়েই হে হব পাৰিব। তাক এৰি যদি মই আনৰ সেৱা বিচাৰত লাগোঁ তেন্তে প্ৰথমৰটো যি সাৰি যাবই নে দ্বিতীয়টোও সাৰিব। ইয়াৰ দ্বাৰাই মানুহৰ সেৱা বৃত্তিয়েই আতৰি যাব। এতেকে স্বধৰ্ম্মৰূপী কৰ্ত্তব্যতেই আমি ডুব গৈ থাকিব লাগিব। যেতিয়া আমি স্বধৰ্ম্মত মগ্ন থাকোঁ, তেতিয়া ৰজোগুণ আপোনা আপুনি দুৰ্ব্বল হৈ পৰে। কিয়নো তেতিয়া মন একাগ্ৰ হৈ উঠে। সি স্বধৰ্ম্মক এৰি কলৈকো নেযায়; ফলত ইয়াৰ দ্বাৰাই চঞ্চল ৰজোগুণৰ গোটেই শক্তি ক্ষীণ হৈ পৰে। নদী যেতিয়া শান্ত আৰু গভীৰ হয়, তেতিয়া তাত পানী যিমানেই নেবাঢ়ক তথাপি তাক গৰ্ভত সামৰি লবই। এইদৰেই স্বধৰ্ম্মৰূপী নদীয়েও মানুহৰ সকলো বল, গতি, আৰু শক্তি নিজৰ অন্তৰত সুমাই লব পাৰে। স্বধৰ্ম্মত যিমান শক্তি লগোৱা হয়, তাৰে কমহে পৰে। আপুনি স্বধৰ্ম্মত সকলো শক্তি নিয়োগ কৰিলে ৰজোগুণৰ ধুমখুলীয়া স্বভাৱ নোহোৱাৰ নিচিনা হৈ পৰিব আৰু চঞ্চলতাও লোপ পাব। ৰজোগুণক বশীভূত কৰাৰ উপায় হৈছে এইটোৱেই।

### (৮০) সত্ত্বগুণ আৰু তাৰ উপায়

এতিয়া বাকী আছে সত্ত্বগুণৰ কথা। ইয়াৰ লগত বৰ সতৰ্কতাৰে চলিব লাগে। ইয়াৰ পৰা আত্মাক কেনেকৈ পৃথক কৰা যায়? এইটো অতি সূক্ষ্ম ভাৱে চিন্তা কৰিব লগীয়া কথা। সত্ত্বগুণক একেবাৰেই নিৰ্ম্মূল কৰিব নেলাগে। ৰজ-তম গুণক সম্পূৰ্ণ ভাৱে উচ্ছেদ কৰিব লাগে; কিন্তু সত্ত্ব-গুণৰ ভূমিকা কিছু বেলেগ।

যেতিয়া মানুহৰ বৰ ভিৰ্ হয় আৰু সেই ভিৰ্ ভাঙি দিব লগাত পৰে তেতিয়া চিপাহীহঁতক হুকুম দিয়া হয় যে ককালৰ ওপৰ ফালে নহয়, ভৰিৰ ফালে গুলী চলোৱা। ইয়াৰ দ্বাৰা মানুহ নমৰে বৰঞ্চ আহতহে হয়। এইদৰেই সত্ত্বগুণক আহত কৰিব লাগে, কিন্তু মাৰি পেলাব নেলাগে। ৰজো-গুণ আৰু তমোগুণ নাইকিয়া হ'লে, সত্ত্বগুণ থাকি যায়। যেতিয়ালৈকে

আমাৰ শৰীৰ তিষ্ঠি থাকিব, তেতিয়ালৈকে আমি কোনো এটা নহয় এটা ভূমিকাত থাকিবই লাগিব। ৰজ-তম গুণ আতৰি যোৱাৰ পিচত সত্ত্বগুণহে অৱশিষ্ট থাকে ; তাৰপৰা আকৌ বেলেগ হৈ যোৱাৰ অৰ্থ কি?

যেতিয়া সত্ত্বগুণৰ অভিমান হয়, তেতিয়া সি আত্মাক নিজৰ শুদ্ধ স্বৰূপৰ-পৰা তললৈ নমাই আনে। লেম বাতিৰ পোহৰ যদি ফট্‌ফটীয়াকৈ পাব খোজে তেন্তে তাৰ ভিতৰত লাগি থকা গোটেইবিলাক ছাই মাছ পেলাব লাগে; কিন্তু যদি চিমনিত কেনেবাকৈ ধূলি-মাকতি লাগি কৰাল মাৰি ধৰে, তেন্তে তাকো ধুই পেলাব লগাত পৰে। এইদৰেই আত্মাৰূপী প্ৰকাশৰ চৌপাশে যি তমোগুণৰূপী ছাই লাগি আছে তাকো ভালকৈ পৰিষ্কাৰ কৰি পেলোৱা উচিত। তাৰ পিচত ৰজোগুণ ৰূপী ধূলি-মাকতিকো চাফ্ কৰিব লাগে। এই অনুক্ৰমেই যেতিয়া তমোগুণক ধোৱা আৰু ৰজোগুণক চাফ্ কৰা হয়, তাৰ পিচত সত্ত্বগুণৰূপী কাচ মাত্ৰ ৰয়! এই সত্ত্বগুণক দূৰ কৰিবলৈ যোৱা মানে কি কাচখনকে ভাঙি পেলাবলৈ কোৱা হৈছে? কেতিয়াও নহয়। যদি কাচখনকে ভাঙি পেলোৱ যায় তেনেহলে দেখোন লেমবাতি কোনো কামতেই নহা হব। জ্যোতিৰ প্ৰকাশ বিতৰিত কৰিবলৈ হ'লে চিমনি বা কাচৰ আৱশ্যক হবই। এতেকে এই শুদ্ধ চিকচিকীয়া চিমনিটো নেভাঙি, তাত এনে হিচাপে এডোখৰ কাগজ লগাই দিয়ক, যাৰ দ্বাৰা তাৰ উজ্জ্বল পোহৰে চকু জলক তপক কৰিব নোৱাৰে। পোহৰৰ জেউতীয়ে চকুক জলক-তপক নলগোৱাকৈ ৰাখিব পাৰিলেই হ'ল। সত্ত্বগুণক জয় কৰাৰ অৰ্থ হৈছে তাৰ প্ৰতি আমাৰ আসক্তি, কিম্বা অভিমান নথকা হোৱা। সত্ত্বগুণৰ দ্বাৰাই আমি কাম লবলৈ হ'লে, সতৰ্কতা আৰু যুক্তি সংগত উপায় অৱলম্বন কৰিব লাগিব। সত্ত্বগুণক নিৰহংকাৰী কৰি তুলিব লাগিব।

এতিয়া সত্ত্বগুণৰ অহংকাৰক জয় কৰিব পৰা যায় কেনেকৈ? ইয়াৰ একেটা মাত্ৰ উপায় আছে। সত্ত্বগুণক আমি আমাৰ অন্তৰত স্থিৰ কৰি লব লাগে। সাতত্যৰ দ্বাৰা তাৰ অভিমান শূন্য হয়। সত্ত্বগুণী কৰ্ম্মকেইহে আমি সততে কৰি থাকিব লাগে। তাক নিজৰ স্বভাৱত পৰিণত কৰি তুলিব লাগিব। সত্ত্বগুণক আমাৰ ইয়ালৈ থন্তেকৰ কাৰণে অহা আলহী বুলিয়েই ভাবি থাকিব নেলাগে বৰং তাক ঘৰৰ এজন মানুহ বুলিহে ধৰিব লাগে। যিটো কাম যেতিয়াবা কেতিয়াবা আমাৰ দ্বাৰাই সম্পন্ন হয় তাৰপৰাই

আমাৰ অভিমান ওপজে। আমি নিতৌ শোওঁ কিন্তু সেই বিষয়ে হলে আলোচনা আনৰ লগত নকৰোঁ। যেতিয়া কোনো ৰোগীৰ পোন্ধৰ দিনলৈকে টোপনি নহাকৈ থাকে আৰু কেতিয়াবা যদি অলপমান আহে তেন্তে তেওঁ সকলোকে কয় "কালি অলপমান টোপনি আহিছিল।" তেওঁ সেই কথাটো বৰ গুৰুত্বপূৰ্ণ বুলি ভাবে। ইয়াতোকৈয়ো ভাল উদাহৰণ আমি শ্বাসপ্ৰশ্বাস জনিত ক্ৰিয়াৰ পৰাই লব পাৰোঁ। উশাহ আমি চৌবিশ ঘণ্টাই লওঁ কিন্তু কাৰোবে আগত তাৰ কথা নকওঁ। কোনোবাই জানো কাৰোবাৰ আগত এই-বুলি ডাঁওকোপ মাৰে যে 'ময়ে একমাত্ৰ উশাহ লোৱা প্ৰাণী।" হৰিন্দ্বাৰত পেলাই দিয়া শুকান ঘাঁহ বা জোপাটো যদি গঙ্গাত উটি আহি আহি ডেৰ হেজাৰ মাইল দূৰত থকা কলিকতা পায়হি তেন্তে সেই জোপাটোৱে জানো গৰ্ব্ব কৰিব? জোপাটো সোঁতৰ ধাৰত পৰি উটি উটি আহি আছে। কিন্তু কোনোবাই যদি ধৰ্লানি পানীৰ ওভতনিত পৰি ১০।১২ হাতো সাঁতুৰি আহে তেন্তে তাত তেওঁ কিমান যে বৰাই নকৰিব! তাৎপৰ্য্য হৈছে এই যে যিটো কথা স্বাভাৱিক তাৰ ওপৰত আমাৰ অহঙ্কাৰ নহয়।

যেতিয়া কোনো ভাল কাম আমাৰ হাতেৰে হয় তেতিয়া আমি অভিমান বোধ কৰোঁ। এইটো কিয় হয় বাৰু? সেই কথাটো সহজৰূপে নহয় বাবেই এনেকুৱা হৈছে। সৰু ল'ৰা-ছোৱালীৰ হাতেৰে যদি কোনো ভাল কাম হৈ উঠে তেতিয়া মাকে সিহঁতৰ পিঠিত চপৰিয়াই মৰম কৰে। এনেয়েতো সিহঁতৰ পিঠিয়ে সদায় মাকৰ হাতৰ এছাৰি ডালকেহে চিনি পায়! ৰাতি দোৰ্ঘোৰ আন্ধাৰত যেতিয়া দুই এটা জোনাকী পৰুৱা ওলায়, তেতিয়া তাৰ বাহাদুৰী কি চাব? সি একেবাৰতে তাৰ গোটেই পোহৰ নেদেখুৱায়। টিপ্ টিপ্ কৰে এবাৰ জ্বলায় এবাৰ নুমায়, এইদৰেই থাকে। কিন্তু যদি পোহৰ একেৰাহে জ্বলিয়েই থাকে তেন্তে তাৰ বাহাদুৰী আৰু নেথাকিব। সাতত্যৰ কাৰণেই বিশেষতা নেথাকে। এইদৰেই সত্ত্বগুণো যদি আমাৰ কামৰ জৰিয়তে সততে প্ৰকাশ পাই থাকে তেন্তে সি আমাৰ স্বভাৱত পৰিণত হবই। সিংহৰ নিজৰ শৌৰ্য্য-বীৰ্য্যৰ অভিমান নাই। কাৰণ সি এইটো গমকে ধৰিব নোৱাৰে। এই দৰেই নিজৰ সাত্ত্বিক বৃত্তিক ইমান সহজ হবলৈ দিয়া যাতে তাৰ কথা আমাৰ মনতেই নপৰে। পোহৰ দিয়াটো সূৰ্য্যৰ প্ৰাকৃতিক ক্ৰিয়া, তাৰ কাৰণে সূৰ্য্যৰ কোনো অভিমান নাই। তাৰ বাবে যদি কোনোবাই সূৰ্য্যক

অভিনন্দন পত্র দিবলৈ যায় তেন্তে সূৰ্য্যই কব—"ইয়াতনো মই বিশেষ কি কাম কৰিলো? মই কেৱল পোহৰহে দিছো, তাতকৈ বেছিনা কি কৰিছোঁ? পোহৰ দিয়াটোয়েই হৈছে মোৰ জীৱনৰ কৰ্ত্তব্য। পোহৰ নিদিলে দেখোন মই মৰিমেই। ইয়াৰ বাহিৰে মই একো নেজানো"। সাত্ত্বিক মানুহবো ঠিক এনেকুৱাই হব লাগে। সাত্ত্বিক গুণ তেওঁৰ নোমৰ গুৰিয়ে গুৰিয়ে ভেজিব লাগে! আমাৰ স্বভাৱ যদি সত্ত্বগুণৰ দ্বাৰাই গঢ়লৈ উঠে তেন্তে তাৰপৰা আমাৰ অভিনন্দন আদি নহব। সত্ত্ব গুণক নিস্তেজ কৰা আৰু তাক জয় কৰাৰ উপায় এইটোৱেই!

দ্বিতীয়টো উপায় হৈছে সত্ত্বগুণৰ আসক্তি পৰ্য্যন্ত ত্যাগ কৰা। অহংকাৰ আৰু আসক্তি এই দুয়োটাই পৃথক বস্তু। অৱশ্যে এই পৃথকতা অতি সূক্ষ্ম! গতিকে উদাহৰণ দিলে সোনকালে বুজিব পাৰিব! সত্ত্বগুণৰ অহংকাৰ গুচি গ'লেও আসক্তি থাকি যায়, শ্বাস-প্ৰশ্বাসৰেই দৃষ্টান্ত দিওঁ বাৰু। উশাহ লওঁতে আমাৰ অভিমান নেথাকে সচাঁ কিন্তু তাত বৰ ডাঙৰ আসক্তি থাকে। যদি পাঁচ মিনিট উসাহ বন্ধ কৰি থবলৈ কোৱা যায়, তেন্তে সি সম্ভৱ হৈ নুঠিব। শ্বাস-প্ৰশ্বাস লওঁতে নাকৰ অভিমান নেথাকিলেও সি কিন্তু বায়ু নিয়মিতৰূপে সেৱন কৰিয়েই থাকে! চক্ৰেটিছৰ এটা ৰহস্য জনক গল্প আছে। তেওঁৰ নাকটো চেপেটা আছিল! এই কাৰণে মানুহে তেওঁক দেখিলেই হাঁহে। কিন্তু ৰসিক চক্ৰেটিছে কয়—"মোৰ নাকটোৱেই আটাইতকৈ ধুনীয়া! যাৰ নাকৰ বিন্ধা ডাঙৰ তেওঁ সম্পূৰ্ণ ভাৱে বতাহ লব পাৰে আৰু এইটোৱেই আটাইতকৈ সুন্দৰ।" তাৎপৰ্য্য হৈছে এই যে নাকৰ শ্বাস-প্ৰশ্বাসৰ অভিমান নাই কিন্তু আসক্তি হলে আছে! সত্ত্ব গুণলৈও এইদৰেই আসক্তি আহে! যেনে ভূত দয়া। এই গুণটো অতি আৱশ্যকীয় কিন্তু তাৰ আসক্তিৰ পৰাও দূৰতে থাকিব লাগে। ভূত দয়া লাগে। কিন্তু আসক্তি হলে থাকিব নেলাগে।

সত্ত্বগুণৰ প্ৰভাৱতেই সাধু-সন্তসকলে আনক পথ প্ৰদৰ্শন কৰিবলৈ সক্ষম হয়। তেওঁলোকৰ দেহ ভূতদয়াৰ কাৰণেই সাৰ্ব্বজনিক হৈ পৰে। যেনেকৈ গুড়ৰ চপৰাটো মাখিবিলাকে ঢাক মাৰি ধৰে, সেইদৰেই গোটেই পৃথিবীয়েই সাধু-সন্তসকলৰ প্ৰেমৰ কাপোৰ পিন্ধাই দিয়ে! সাধু-সন্ত-সকলৰ অন্তৰস্থ প্ৰেমৰ উৎকৰ্ষতা ইমান বৃদ্ধি হবলৈ ধৰে যে গোটেই পৃথি-

ৰীয়েই তেওঁলোকক ভাল পাবলৈ ধৰে! সাধু-সন্তসকলে নিজৰ দেহৰ আসক্তি ত্যাগ কৰে কাৰণেই গোটেই জগতৰ প্ৰতি আসক্তি বৃদ্ধি পায়। তাৰ পিচত গোটেই জগতেই তেওঁৰ দেহৰ কাৰণে চিন্তা কৰিবলৈ ধৰে। কিন্তু এই আসক্তি সাধু-সন্তসকলে ত্যাগ কৰা উচিত! জগতৰ পৰা পোৱা এই মৰম, এই মহান্ ফলটোৰ পৰাও আত্মাক দূৰত ৰাখিব লাগে। মই যে কোনো বিশেষ ব্যক্তি, এনেকুৱা ভাৱ তেওঁলোকৰ মনলৈ কেতিয়াও আহিবই নেলাগে! এই দৰেই সত্ত্বগুণক শৰীৰত লীন হৈ যাবলৈ দিব লাগে!

প্ৰথমে অহংকাৰক জয় কৰা, তাৰ পিচত আসক্তিক! সাতত্যৰ দ্বাৰাই অহংকাৰ জয় কৰিব পাৰি আৰু ফলাসক্তি ত্যাগ কৰি সত্ত্বগুণৰ পৰা পোৱা ফলকো ঈশ্বৰত সমৰ্পণ কৰিলে আসক্তিকো অনায়াসে জয় কৰিব পাৰি। জীৱনত যেতিয়া সত্ত্বগুণ স্থিৰ হৈ যায় তেতিয়া, কেতিয়াবা সিদ্ধিৰ ৰূপত আৰু কেতিয়াবা কীৰ্ত্তিৰ ৰূপত ফল আগত আহি উপস্থিত হয়হি। কিন্তু সেই ফলকো তুচ্ছ জ্ঞান কৰক। আম গছে নিজৰ এটাও ফল নিজে নেখায়। ফল যিমানেই সুন্দৰ, যিমানেই সোৱাদ আৰু যিমানেই ৰসাল নহওক, তাক খোৱাতকৈ নোখোৱাই বেছি সোৱাদ পায়। উপভোগতকৈ ত্যাগ বেছি মধুৰ। ধৰ্ম্মৰাজে জীৱনৰ সমস্ত পুণ্যৰ সাৰ স্বৰূপ স্বৰ্গ-সুখৰূপী ফলকো অন্তত দলিয়াই পেলাইছিল। জীৱনৰ গোটেই ত্যাগৰ ওপৰত তেখেতে কলচী লগাই দিলে। সেই মধুৰ ফল চাকিচাবৰ অধিকাৰ তেখেতৰ আছিল ;কিন্তু যদি তেখেতে তাকে কৰিলেহেঁতেন তেন্তে সিয়ো নাইকিয়া হ'ল হেঁতেন। "ক্ষীণে পুণ্যে মৰ্ত্ত্যলোকং বিশন্তি", এই চক্ৰই শেষত তেখেতৰ পিচ নেৰিলে-হেঁতেন। ধৰ্ম্মৰাজৰ এই ত্যাগ কিমান মহান্! এই কথাটো মোৰ চকুৰ আগত এতিয়াও ভাঁহিয়েই আছে। এইদৰেই সত্ত্বগুণৰ সতত আচৰণৰ দ্বাৰা তেওঁৰ অহংকাৰক জয় কৰি লব লাগে। নিৰ্লিপ্ত ভাৱে থাকি সকলো ফল ঈশ্বৰ সমৰ্পণ কৰি, তাৰ আসক্তিৰ পৰাও আঁতৰি থাকিব লাগে। তেতিয়াহে সত্ত্বগুণৰ ওপৰত বিজয় প্ৰাপ্ত হৈছে বুলি কব পৰা যাব।

### (৮১) অন্তিম কথাঃ আত্মজ্ঞান আৰু ভক্তিৰ আশ্ৰয়

এতিয়া আহোঁ শেষৰটো কথালৈ। আপুনি যিমানেই সত্ত্বগুণী নহওক, যিমানেই অহঙ্কাৰ ত্যাগ নকৰক আৰু ফলাসক্তিও ত্যাগ নকৰক তথাপি যেতিয়ালৈকে শৰীৰ টিকি থাকিব তেতিয়ালৈকে ৰজস্তম গুণে আক্ৰমণ কৰিয়েই

থাকিব। কিছু সময়ৰ কাৰণে আমি এই গুণত্ৰয়ক জয় কৰিব পাৰিছোঁ বুলিও যদি ধৰি লওঁ তথাপি মাজে সময়ে আহি সিহঁতে আকৌ জোৰ-পূৰ্ব্ব দি ধৰিবহিয়েই। এই কাৰণে আমি সততে জাগ্ৰত হৈ থাকিব লাগে। সাগৰৰ পানী জোৰেৰে ভিতৰলৈ সোমাই গৈ যেনেকৈ ডাঙৰ ডাঙৰ উপসাগৰৰ সৃষ্টি কৰে সেইদৰেই ৰজস্তম গুণ গুণৰ প্ৰবল প্ৰবাহে আমাৰ মনোভূমিত প্ৰৱেশ কৰি উপসাগৰৰ সৃষ্টি কৰিব। গতিকে অলপো ছিদ্ৰ থাকিবলৈ নিদিব। পকা ব্যৱস্থা আৰু পহৰা ৰাখক। যেতিয়ালৈকে আত্ম-জ্ঞান বা আত্মদৰ্শন বোলা বস্তুটো নহব তেতিয়ালৈকে যিমানেই সতৰ্কতা বা দক্ষতা অৱলম্বন নকৰক তাৰপৰা ভয় আছেই। গতিকে যি কোনো প্ৰকাৰেই আত্মজ্ঞান লাভ কৰিব লাগে।

আত্মজ্ঞানো অকল জাগৃতিৰ কছৰতৰ দ্বাৰাই লাভ কৰিব নোৱাৰি। তেনেহলে এতিয়া হব কেনেকৈ? অভ্যাসৰ দ্বাৰাই পাৰিবনে? নহয়—তাৰ মাত্ৰ এটা উপায় আছে। সেয়ে হৈছে—"শুদ্ধ অন্তঃকৰণে আন্তৰিক ব্যাকুলতাৰে ভগৱানক ভক্তি কৰা।" আপুনি জেনিবা ৰজস্তম গুণক জয় কৰিলেই, সত্বগুণক স্থিৰ কৰিলে তাৰ ফলাসক্তিও ত্যাগ কৰিলে ; কিন্তু অকল ইয়াৰ দ্বাৰায়েই কাম নচলিব। যি পৰ্য্যন্ত আত্মজ্ঞান নহয়, সেই পৰ্য্যন্ত নিষ্কৃতি নাই। গতিকে অন্ততঃ ভগৱৎ কৃপাতো থাকিবই। ইয়াৰ বাহিৰে মই আন উপায় একো দেখা নাই। এই অধ্যায়ৰ শেষত অৰ্জ্জুনে এই প্ৰশ্নটোকে কৰিছিল আৰু ভগৱানেও তাৰ উত্তৰ এনেকৈ দিছিল—"অত্যন্ত একাগ্ৰ মনেৰে, নিষ্কাম ভাবেৰে মোক ভক্তি কৰা, মোৰ সেৱা কৰা। যি এনে ভাবে মোৰ সেৱা কৰে তেওঁ মায়াক অতিক্ৰম কৰিব পাৰে। নহ'লে এই গহন মায়াক অতিক্ৰম কৰাটো সহজ কথা নহয়।" ভক্তিয়েই হৈছে ইয়াৰ সৰল উপায়। ইয়াৰ কাৰণে একমাত্ৰ পথ এইটোৱেই।

দেওবাৰ, ২২-৫-'৫২

## পঞ্চদশ অধ্যায়

### (৮২) প্ৰযত্ন মাৰ্গতকৈ ভক্তি বেলেগ নহয়

আজি এক অৰ্থত কবলৈ গ'লে আমি গীতাৰ শেষ পৰ্য্যায়ত উপনীত হৈছোঁহি। পঞ্চদশ অধ্যায়ত সকলোবিলাক আলোচনা বিলোচনা পৰিপূৰ্ণ হৈ উঠিছে। ষোড়শ আৰু সপ্তদশ অধ্যায় পৰিশিষ্টৰ ৰূপত আৰু অষ্টাদশ অধ্যায় উপসংহাৰ বা সামৰণি হিচাপে হৈ আছে। এই কাৰণেই ভগৱানে এই অধ্যায়ৰ শেষত এই অধ্যায়ক শাস্ত্ৰৰ আখ্যা দিছে। "ইতি গুহ্যতমং শাস্ত্ৰমিদমুক্তং ময়াহনঘ।" এই বুলি ভগৱানে অন্তত কৈছে। ই অন্তিম অধ্যায় বুলিয়েই নহয়; বৰং এতিয়ালৈকে জীৱন শাস্ত্ৰৰ, যি তত্ত্বৰ বিষয়ে কোৱা হৈছে তাক সম্পূৰ্ণ এই অধ্যায়তে কৰা হৈছে। এই অধ্যায়ত-পৰমাৰ্থৰ ফল পূৰা হৈছে। বেদৰ সম্পূৰ্ণ সাৰ অংশ ইয়াত আহি পৰিছে। পৰমাৰ্থৰ চেতনা মানুহৰ মনত জগাই তোলাটোৱেই হৈছে বেদৰ কাম। সেইবিলাক এই অধ্যায়তেই কৰা হৈছে, এতেকে ইয়াক বেদৰ সাৰ বোলা এই গৌৰবপূৰ্ণ পদবীটো দিয়া হৈছে।

ত্ৰয়োদশ অধ্যায়ত আমি দেহৰপৰা আত্মাক পৃথক কৰাৰ আৱশ্যকতা উপলব্ধি কৰিছোঁ। চতুৰ্দ্দশ অধ্যায়ত সেই সম্বন্ধীয় প্ৰযত্নবাদৰ বিষয়ে বিতং আলোচনা কৰা হৈছে। ৰজোগুণ আৰু তমোগুণক নিগ্ৰহপূৰ্ব্বক ত্যাগ কৰি সত্ত্বগুণৰ বিকাশ কৰি তাৰ আসক্তিক জয় কৰিবলৈ আৰু ফল ত্যাগ কৰিবলৈ কোৱা হৈছে। শেষত আৰু কোৱা হৈছে যে এই প্ৰচেষ্টাত ষোল অনাই সফলতা লাভ কৰিবলৈ হলে আত্মজ্ঞানৰ আৱশ্যকতা আছে আৰু এই আত্মজ্ঞান নহ'লে ভক্তি হোৱাটোও সম্ভৱপৰ নহয়।

কিন্তু ই ভক্তি-মাৰ্গ আৰু প্ৰযত্ন-মাৰ্গতকৈ পৃথক নহয়। এই কথাটোকে বুজাবৰ কাৰণে এই পঞ্চদশ অধ্যায়ৰ আৰম্ভণিতে সংসাৰখনক এক মহান্ বৃক্ষৰ লগত তুলনা কৰা হৈছে। এই বৃক্ষত ত্ৰিগুণৰ দ্বাৰাই পৰিপুষ্ট ডাঙৰ ডাঙৰ ঠালঠেঙুলিবিলাক ওলাইছে। আৰম্ভতেই এইটো কৈ দিয়া হৈছে যে অনাসক্তি আৰু বৈৰাগ্যৰূপী অস্ত্ৰৰ দ্বাৰাই এই বৃক্ষক কাটি পেলাব লাগিব। এইটো পৰিষ্কাৰ যে যোৱা অধ্যায়ত যি সাধন-মাৰ্গৰ কথা কোৱা

হৈছে তাকেই আকৌ ইয়াৰ আৰম্ভণিতে পুনৰাবৃত্তিও কৰা হৈছে। ৰজস্তম গুণক নিৰ্ম্মূল কৰিব লাগে আৰু সত্ত্বগুণৰ পৰিপুষ্টিৰদ্বাৰা নিজক বিকাশ কৰি লব লাগে। এটা কাম হৈছে বিনাশক আৰু আনটো হৈছে বিধায়ক বা গঠন-মূলক। দুয়োটা মিলি পথ একেটাই হৈছে। ঘাঁহ-বন কটা আৰু বীজ বোৱা দুয়োটা একেটা ক্ৰিয়াৰেই দুটা অংগ। এই কথাটোও ঠিক তেনেকুৱাই। ৰামায়ণত, ৰাবণ, কুম্ভকৰ্ণ আৰু বিভিষণ এই তিনিও জন ককাই-ভাই। কুম্ভকৰ্ণ তমোগুণৰ ৰাৱণ ৰজোগুণৰ আৰু বিভীষণ সত্ত্ব গুণৰ। আমাৰ শৰীৰত এই তিনিও জনৰ চৰিত ৰামায়ণত ৰচিত হৈছে। ৰামায়ণত ৰাৱণ আৰু কুম্ভকৰ্ণৰ নাশ অনিবাৰ্য্য দেখা গৈছে। মাত্ৰ বাকী থাকিব বিভীষণতত্ত্বৰ। যদি সিয়ো হৰিৰ চৰণত শৰণ লয় তেতিয়াহে উন্নতিৰ সাধক আৰু পৰিপোষক হব পাৰিব। এই কাৰণেই সি গ্ৰহণ যোগ্য। চতুৰ্দ্দশ অধ্যায়ত আমি এই কথাটো ভালদৰে বুজিব পাৰিছোঁ। এই পঞ্চদশ অধ্যায়ৰ আৰম্ভণিতে পুনৰ সেই কথাই আকৌ আহিছে। সত্ত্ব-ৰজ-তমৰে পৰিপূৰ্ণ সংসাৰক অসংগৰূপী অস্ত্ৰৰ দ্বাৰাই কাটি পেলোৱা৷ ৰজ-তমক নিৰোধ কৰা। সত্ত্বগুণক বিকাশ কৰি পৱিত্ৰ হোৱা আৰু তাৰ আসক্তিক জয় কৰি নিৰ্লিপ্ত হোৱা। পদুম ফুলৰ এই আদৰ্শকে ভাগৱদ্‌গীতাই আমাৰ কাৰণে প্ৰস্তুত কৰি থৈছে। ভাৰতীয় সংস্কৃতিত জীৱনৰ আদৰ্শনীয় আৰু অত্যুৎকৃষ্ট বস্তুৰ তুলনা পদুম ফুলৰ লগত কৰা হয়। পদুম ফুল ভাৰতীয় সংস্কৃতিৰ প্ৰতীক। সৰ্ব্বোত্তম চিন্তা প্ৰকাশ কৰাৰ চিন হৈছে পদুম ফুল। পদুম ফুল নিৰ্ম্মল আৰু পৱিত্ৰ হোৱা সত্বেও নিৰ্লিপ্ত হৈ থাকে। পৱিত্ৰতা আৰু নিৰ্লিপ্ততা এই দ্বিবিধ গুণ-সম্পন্ন শক্তি পদুমৰ আছে। ভগৱানৰ ভিন্ ভিন্ অৱয়ৱৰ তুলনা পদুমৰ লগত কৰা হয়। নেত্ৰ-কমল, পদ-কমল, কৰ-কমল, মুখ-কমল, নাভি-কমল, হৃদয়-কমল, শিৰঃ-কমল আদিৰ উদাহৰণৰ দ্বাৰা এই ভাৱটো আমাৰ অন্তৰত অঙ্কিত কৰা হৈছে যে সকলোতে সৌন্দৰ্য্য আৰু পৱিত্ৰতাৰ লগতহে নিৰ্লিপ্ততাও থাকে। যোৱা অধ্যায়ত উল্লেখ কৰা সাধনাক পূৰ্ণতা লাভ কৰাবলৈকে এই অধ্যায় লিখা হৈছে। চেষ্টাৰ লগত যেতিয়া আত্মজ্ঞান আৰু ভক্তি মিলি যায়, তেতিয়াই সি পূৰ্ণতা লাভ হয়। ভক্তি, প্ৰযত্ন-মাৰ্গৰেই এটা ভাগ। আত্ম-জ্ঞান আৰু ভক্তি এই দুয়োটাই সেই সাধনাৰেই অংগ। বেদত ঋষিয়ে কৈছে—

যো জগাৰ তং ঋচঃ কাময়ন্তে ;
যো জগাৰ তমু সামানি যন্তি।

"যি জাগ্ৰত অৱস্থাত থাকে তেওঁক বেদে ভাল পায়। তেওঁক দেখা কৰিবলৈ বেদ নিজেই আহে। অৰ্থাৎ যি জাগ্ৰত তেওঁৰ ওচৰলৈ বেদ নাৰায়ণ আহেই। তেওঁৰ ওচৰলৈ জ্ঞান আৰু ভক্তিও আহে। প্ৰযত্ন-মাৰ্গতকৈ জ্ঞান আৰু ভক্তি বেলেগ নহয়। এই অধ্যায়ত ইয়াকেই কোৱা হৈছে যে এই দুয়োটা তত্ত্বৰ চেষ্টাই মাধুৰ্য্য আনি দিয়ে। গতিকে একাগ্ৰ মনেৰে ভক্তি-জ্ঞানৰ এই স্বৰূপৰ বিষয়ে বৰ্ণনা কৰো শুনক—

## (৮৩) ভক্তিকৈ প্ৰথম সহজ

মই জীৱনক খণ্ড-বিখণ্ড কৰিব নোৱাৰোঁ। কৰ্ম্ম, জ্ঞান আৰু ভক্তিকো মই পৃথক কৰিব নোৱাৰোঁ আৰু ই পৃথক নহয়ো। উদাহৰণ স্বৰূপে এই জেলৰ ভাতৰন্ধা কামটোলৈকে মন কৰক। প্ৰায় সাতশ মানুহৰ কাৰণে ভাত-ৰন্ধাৰ কাম আমাৰ ভিতৰৰে কেইজন মানে কৰে। এওঁলোকৰ ভিতৰত যদি কোনো লোকে ভাতৰান্ধিব নেজানে তেন্তে ৰন্ধা বস্তুবিলাক নষ্টও কৰি পেলাব পাৰে। ৰুটি সেকোতে ক'ৰবাত কেচাঁই থাকিব আৰু ক'ৰবাত হয়তো ডেই-পুৰিয়েই যাব। কিন্তু এইটো আমি ধৰি লব লাগিব যে তেওঁলোকৰ ৰন্ধা-বঢ়া সম্পৰ্কীয় জ্ঞান যথেষ্ট আছে ; তথাপি যদি সেই মানুহ কেইজনৰ অন্তৰত সেই কামৰ প্ৰতি অনুৰাগ নজন্মে, ভক্তি ভাবৰ উদয় নহয়, এই ৰুটি মোৰ ভাই-বন্ধুসকলে অৰ্থাৎ নাৰায়ণে খাব লাগিব, গতিকে ইয়াক ভাল ধৰণেৰে বেলিব আৰু সেঁকিব লাগে, ইয়ো প্ৰভুৰেই সেৱা—এনেকুৱা ভাৱ যদি তেওঁলোকৰ অন্তৰত নেখেলায় তেন্তে পুৰ্ব্বোক্ত জ্ঞান থকা সত্বেও তেওঁ এই কামৰ কাৰণে অনুপযুক্ত বুলি প্ৰমাণিত হ'ব। এই ভাব ৰন্ধা-বঢ়া কামৰ কাৰণে অতি প্ৰয়োজন। যেনেকৈ জ্ঞান থাকিব লাগে সেইদৰেই তাৰ প্ৰতি অনুৰাগ থকাও অতি প্ৰয়োজন। ভক্তি-তত্ত্বৰ ৰস যেতিয়ালৈকে তেওঁৰ অন্তৰত স্থিত নহয়, তেতিয়ালৈকে তেওঁ ৰন্ধা বস্তু-তৃপ্তিদায়ক বা ৰুচিকৰ হ'ব নোৱাৰে এই কাৰণেই মাকে নৰন্ধা বস্তু স্বাদ হীন হয়। মাকৰ বাহিৰে আন কোনে এই কামটো ইমান আস্থা আৰু প্ৰেম ভাৱেৰে কৰিব পাৰিব? ইয়াৰ কাৰণে তপস্যাৰ আৱশ্যক। জুইৰ তাপ নসহিলে, কষ্ট নকৰিলে এই কাম সহজতে হব কেনেকৈ? ইয়াৰ পৰাই এইটো প্ৰমাণ হৈছে যে যি কোনো কামতে কৃতকাৰ্য্যতা

অৰ্জ্জন কৰিবলৈ হলে প্ৰেম, জ্ঞান আৰু কৰ্ম্ম এই তিনিওটা বস্তুৰেই আৱশ্যক। জীৱনৰ সমস্ত কাম এই তিনিওটা গুণতেই বৰ্ত্তি আছে। কোনো টুলৰ যদি এটা ঠেং এৰাই যায় তেন্তে সি কোনোমতেই থিয় হৈ থাকিব নোৱাৰে। তিনিওটা ঠেঙৰে প্ৰয়োজন। তাৰ নামতেই তাৰ স্বৰূপ নিহিত আছে। জীৱনৰ বেলিকাও এইটোৱেই খাটিব। জ্ঞান, ভক্তি আৰু কৰ্ম্ম অৰ্থাৎ শ্ৰম-সাতত্য এই তিনিওটাই জীৱনৰ খুৰা বা ঠেং। এই তিনিওটা খুটাৰ ওপৰতেই জীৱন ৰূপী স্বাৰ প্ৰতিষ্ঠিত কৰিব লাগিব। এই তিনিওটা ঠেং মিলিহে এটা বস্তু হৈছে। টুলৰ দৃষ্টান্ত ইয়াত আখৰে আখৰে খাটে। কিন্তু তৰ্কৰ স্বাৰাই হয়তো আপুনি ভক্তি, জ্ঞান আৰু কৰ্ম্মক পৃথক বুলি ভাবিব পাৰে; কিন্তু বাস্তৱতে চাবলৈ গ'লে ইয়াক পৃথক কোনো পধ্যেই কৰিব নোৱাৰি। তিনিওটা মিলি এটা বিৰাট বস্তু হৈ পৰিছে।

এনেকুৱা হ'লেও ভক্তিত যে কোনো বিশেষ গুণ নাই এনে নহয়। যি কোনো কামৰ লগতেই যেতিয়া ভক্তি তত্ত্ব মিলিত হব তেতিয়াহে সি সুলভ হব পাৰিব। সুলভ হোৱা মানে এইটো নহয় যে কোনো কষ্টই কৰিব লগা নহব। তাৰ অৰ্থ হৈছে এইটোহে সেই "কন্টক" কষ্ট যেন নেলাগিব, বৰং আনন্দহে লাগিব। শূলকো ফুলৰ নিচিনা লাগিব। ভক্তিমাৰ্গক যে সৰল বোলে ইয়াৰ তাৎপৰ্য্যনো কি? ভক্তি ভাৱৰ কাৰণেই যি কোনো কামকে বোজা যেন নেলাগে। কৰ্ম্মৰ জটিলতা নোহোৱা হৈ পৰে। কৰ্ম্ম বিমানেই নকৰক, তথাপি তাক নকৰা যেনহে লাগে। ভগৱান যিশুখৃষ্টই এঠাইত কৈছেঃ— "যদি তুমি ব্ৰতোপবাস কৰা তেন্তে উপবাসৰ অৱসাদ তোমাৰ মুখ মণ্ডলত দেখিবলৈ পাব নেলাগিব; বৰং ইয়াৰ পৰিৱৰ্ত্তে তোমাৰ গালে-মুখে সুগন্ধি দ্ৰব্য সনাৰ দৰে আনন্দ আৰু প্ৰফুল্লতা দেখিবলৈ পাব লাগে। লঘোন দিয়াৰপৰা যে কষ্ট হৈছে এইটো প্ৰকাশ পাব নেলাগিব। সাৰাংশ হৈছে এই যে কৰ্ম্মক ইমান ভক্তিময় কৰি তুলিব লাগে আৰু তাত তল্লীন হৈ পৰিব লাগে, যাতে দুঃখ-কষ্ট সোপাকে পাহৰি যায়। আমি কওঁ নহয়—"অমুক প্ৰতাপী দেশ-ভক্ত জনে হাঁহি মুখে ফাঁচি কাঠত উঠিল। ভক্ত সুধন্বাই তপত তেলৰ কেৰাহীত হাঁহি হাঁহি বহি আছিল। মুখৰপৰা কৃষ্ণ, বিষ্ণু, হৰি, গোবিন্দ আদি ধ্বনি ওলাই আছিল।" ইয়াৰ অৰ্থ হৈছে এই যে অনেক দুঃখ-কষ্টই আহি ঘেৰি ধৰিলেহিও ভক্তিৰ প্ৰভাৱত সেইবিলাক যেন একোৱেই নহয়

এনেকুৱা লাগিব লাগে। কোনো নাও পানীৰ ওপৰেদি টান নিয়াটো একো টান কথা নহয়; কিন্তু তাক যদি মাটিয়েদি বা শিলনিৰ ওপৰেদিহে চোচোৰাই নিব লগা হয় তেন্তে সি কিমান যে কষ্টকৰ হব? নাৱৰ তলত পানী থাকিলে আমি তাক হেলাৰঙে বাই লৈ যাব পাৰোঁ। সেই দৰেই আমাৰ জীৱন নৌকাৰ তলত যদি ভক্তি ৰূপী পানী থাকে তেন্তে তাক আনন্দ মনেৰে খেলাই লৈ যাব পাৰি। কিন্তু যদি জীৱন শুকান মৰুভূমিৰ নিচিনা হয়, খলা, বমা, শিলাময় হয় তেন্তে এই নৌকা টানি নিয়াটো বৰ কষ্টসাধ্য কাম হৈ পৰিব। ভক্তি তত্ত্বই আমাৰ জীৱন-নৌকাক পানীৰ দৰে সুলভতা প্ৰাপ্ত কৰাই দিয়ে।

ভক্তি-মাৰ্গৰ দ্বাৰাই সাধনালৈ সুলভতা আহি পৰে, কিন্তু আত্মজ্ঞান নহ'লে ত্ৰিগুণৰ সিপাৰলৈ যোৱাৰ আশা চিৰ দিনৰ কাৰণেই নোহোৱা হয়। তেনেহলে আত্ম-জ্ঞান লাভ কৰাৰ উপায় কি? ইয়াৰ উপায় হৈছে এইটোৱেই যে সত্ত্ব-সাতত্যৰ দ্বাৰাই সত্ত্বগুণক আয়ত্ব কৰি তাৰ অহংকাৰ আৰু ভক্তিৰ দ্বাৰা তাৰ ফলৰ আসক্তি জয় কৰিবলৈ চেষ্টা কৰা। এই সাধনাৰ দ্বাৰাই অহৰহ অখণ্ড প্ৰচেষ্টা চলাই থাকিলে এদিন নহয় এদিন আত্ম-দৰ্শন লাভ হবই। তেতিয়ালৈকে আমাৰ প্ৰচেষ্টাৰ ওৰ পৰিব নোৱাৰে! এইটো পৰম পুৰুষাৰ্থৰ কথা! আত্ম-দৰ্শন বোলা কথাটো কোনো হাঁহি-ধেমালিৰ খেলা নহয়। বাটে-বাটে গৈ থাকিলেই যে আত্মদৰ্শন হৈ পৰিব এনে নহয়। তাৰ কাৰণে একেৰাহে চেষ্টা চলায়েই থাকিব লাগিব। পৰমাৰ্থীৰ মাৰ্গৰ চৰ্ত্ত হৈছে এই যে "মই নিৰাশাক তিল মানো ঠাই নিদিওঁ। খন্তেক সময়ো মই নিৰাশ হৈ বহি নেথাকো।" ইয়াৰ বাহিৰে পৰমাৰ্থৰ আন উপায় আৰু নাই। কেতিয়াবা কেতিয়াবা সাধকৰ মনলৈ অৱসাদ আহে আৰু কয়ঃ—

তুৱ কাৰণ তপ সংযম কিৰিয়া,
কহো কহাঁ লোঁ কীজৈ।

"ভগৱান, মই তোমাৰ কাৰণে আৰু কিমান দিন তপ কৰি থাকিব লাগিব? অৱশ্যে এইদৰে ভক্তি কৰা কথাটো গৌণ। তপ আৰু সংযমৰ বিষয়ে আমি এনেহিচাপে অভ্যাস কৰিব লাগিব যাতে সেইবিলাক আমাৰ স্বভাৱত পৰিণত হৈ পৰে। "আৰু কিমান দিন সাধনা কৰি থাকিম," এই কথাটোৱে ভক্তিমাৰ্গত শোভা নেপায়। ভক্তিয়ে কেতিয়াও অধীৰ আৰু নিৰাশ ভাব জন্মিবলৈ নিদিয়ে। মন বিচলিত কৰিব লগীয়া কোনো কথাই তাত থাকিব নেলাগে। ভক্তিত

উল্লাস আৰু উৎসাহ যাতে উত্তৰোত্তৰ বৃদ্ধি পাই গৈ থাকে ইয়াৰ কাৰণে অতি উত্তম চিন্তনীয় বিষয় এই অধ্যায়ত বৰ্ণিত কৰা হৈছে।

### (৮৪) সেৱাৰ ত্ৰিপুটিঃ সেব্য, সেৱক, সেৱা-সাধন

এই বিশ্ব-সংসাৰত আমি অনন্ত বস্তু দেখিবলৈ পাইছোঁ। এই বস্তুবিলাক তিনি ভাগে বিভক্ত কৰিব পাৰি। ৰাতিপুৱা শুই উঠাৰ পাচতেই ভক্তৰ চকুত তিনিওটা ভাগৰ বস্তুৱেই পৰে। প্ৰথমতে তেওঁৰ মনোযোগ ভগৱানৰ ফালে আকৃষ্ট হয়। তেতিয়া তেওঁ পূজাৰ কাৰণে আয়োজন কৰে। মই সেৱক ভক্ত, তেওঁ সেব্য ভগৱান, স্বামী এই দুয়োটা বস্তুৱেই তেওঁৰ ওচৰত সদায় সাজু হৈ থাকে। এতিয়া বাকী ব'ল সৃষ্টিৰ কথা আৰু সিয়েই হৈছে তেওঁৰ পূজাৰ সামগ্ৰী। পূজাৰ কাৰণে ফুল, চন্দন, ধূপ-দীপ আদিৰ সৃষ্টি। তিনিটা মাত্ৰ বস্তু—সেৱক ভক্ত, সেব্য পৰমাত্মা, আৰু সেৱাৰ সামগ্ৰী ৰূপত এই সৃষ্টি। এই অধ্যায়ত এই শিক্ষাকেই দিয়া হৈছে। কিন্তু যি সেৱকে কোনো এক মূৰ্ত্তিত পূজা কৰে তেওঁ সৃষ্টিৰ সকলো পদাৰ্থকে পূজাৰ সামগ্ৰী বুলি নেভাবে। তেওঁ বাগিছাৰ পৰা চাৰিটা ফুল ছিঙি আনে, ক'ৰবাৰ পৰা ধূপ-বাতি যোগাৰ কৰে আৰু কিছু নৈবেদ্যও যোগাৰ কৰে। এই বস্তুবিলাক বাচি-বিচাৰি হে তেওঁ লবলৈ ভাল পায়; কিন্তু পঞ্চদশ অধ্যায়ত যি মহান শিক্ষা দিয়া হৈছে তাৰ মতে কোনো বস্তু বাচি লবৰ আৱশ্যক নকৰে। তপস্যা আৰু কৰ্ম্মৰ যি সামগ্ৰী আছে সেই সকলোবিলাকেই পৰমেশ্বৰৰ সেৱাৰ সামগ্ৰী। তাৰ ভিতৰৰে কিছুমানক ফুল, চন্দন, ধূপ, দীপ আৰু কিছুমানক নৈবেদ্য বুলিও আমি কব পাৰোঁ। এইদৰেই যিমানবিলাক কৰ্ম্ম আছে সেই সকলোকে পূজাৰ সামগ্ৰী বুলি ভাৱিব লাগে। দৃষ্টি এনেকুৱা হব লাগে। পৃথিৱীত মাত্ৰ এই তিনটা বস্তুৱেই আছে। গীতাই যি বৈৰাগ্যময় সাধন-মাৰ্গ আমাৰ মনত অঙ্কিত কৰিব খুজিছে, তাকে আকৌ ভক্তিময় ৰূপতো ৰূপায়িত কৰিব ধৰিছে। তাৰপৰা কৰ্ম্মযুক্ত গুচাই সুলভতাক আনিব খুজিছে।

আশ্ৰমত যেতিয়া কোনো লোকে বেছি কাম কৰিব লগা হয় তেতিয়া তেওঁৰ মনলৈ এই ভাব কেতিয়াও নাহে—"ময়েইনো অকলে ইমান বেছি কাম কিয় কৰো? এই কথাটোত যথেষ্ট মূল্য আছে। পূজাৰীয়ে যদি দুঘণ্টাৰ ঠাইত চাৰি ঘণ্টা পূজা কৰিবলৈ পায় তেতিয়া জানো তেওঁ আমনি লাগি এইদৰে

কৰ "ৰাম, ৰাম, আজি দেখোন চাৰি ঘণ্টা পূজা কৰিব লগা হ'ল?" বৰঞ্চ পূজাৰীয়ে বৌছ আনন্দহে উপলব্ধি কৰিব। আশ্ৰমতো ঠিক এনেকুৱাই লাগে। আমাৰ জীৱনৰ প্ৰত্যেক ক্ষেত্ৰতে ঠিক এনেকুৱা অনুভৱেই হোৱা উচিত। জীৱন সেৱা পৰায়ণ হৈ উঠিব লাগে। তেওঁ হৈছে সেৱ্য পুৰুষোত্তম, তেওঁৰ সেৱাৰ কাৰণে সদায় তৎপৰ হৈ থকা মই 'অক্ষৰ পুৰুষ'। "অক্ষৰ পুৰুষৰ" অৰ্থ হৈছে কেতিয়াও ভাগৰ নলগাকৈ সৃষ্টিৰ পাতনিৰে পৰা সেৱাত ব্ৰতী হৈ থকা সনাতন সেৱক। তেওঁ যেন সদায় ৰামৰ আগত হাতযোৰ কৰি থিয় হৈ থকা হনুমানহে। তেওঁৰ গাত এলাহৰ নামগোন্ধেই নাই। হনুমানৰ দৰেই সেই চিৰঞ্জীৱী সেৱক জনেও তৎপৰতাৰে সৈতে থিয় হৈ আছে।

এনেকুৱা আজন্ম সেৱকৰ নামেই হৈছে অক্ষৰ পুৰুষ। পৰমাত্মা নামৰ এই অনুষ্ঠান আজিও জীৱিত হৈ আছে আৰু মই তেওঁৰ সেৱকো সদায় প্ৰস্তুত হৈ আছো। প্ৰভু আছে কাৰণেই ময়ো আছো। দেখা যাওক, তেওঁৱেই সেৱা লৈ লৈ ভাগৰেনে, ময়েই সেৱা কৰি কৰি ভাগৰো। যদি তেওঁ দশৱতাৰ ধাৰণ কৰিছে, তেন্তে ময়ো দশৱতাৰ ধাৰণ কৰিছো তেওঁ যদি ৰাম হৈছে, মই হনুমান হৈছো; তেওঁ যদি কৃষ্ণ হৈছে, মই উদ্ধৱ হৈছোঁ। তেওঁৰ যিমান অৱতাৰ মোৰো সিমান অৱতাৰেই। তেওঁৰ লগত মোৰ মধুৰ প্ৰতিযোগিতা চলিব ধৰিছে। এইদৰেই যুগ-যুগান্তৰ ধৰি পৰমেশ্বৰৰ সেৱা কৰোঁতা, কেতিয়াও নাশ নোহোৱা এই জীৱই হৈছে অক্ষৰ পুৰুষ। পুৰুষোত্তম হৈছে গৰাকী আৰু মই তেওঁৰ অনুগত দাস—সেৱক। এই ভাৱনা অন্তঃকৰণত অক্ষুণ্ণ ভাৱে ৰাখিব লাগিব, আৰু প্ৰতি পলে পলে পৰিৱৰ্ত্তন হৈ থকা অনন্তৰূপত সাজি কাচি-কাচি থকা এই সৃষ্টি, ইয়াকে পূজাৰ সামগ্ৰী আৰু সেৱাৰ উপকৰণ স্বৰূপে লব লাগে। প্ৰত্যেকটো কামকে পুৰুষোত্তমৰ পূজা বুলি ধৰি লোৱা উচিত।

সেৱ্য পৰমাত্মা—পুৰুষোত্তম, সেৱক জীৱ অক্ষৰ পুৰুষ; কিন্তু এই উপকৰণ ৰূপী সৃষ্টি হৈছে 'ক্ষৰ'। ই 'ক্ষৰ' হোৱাৰ বহু অৰ্থ আছে। ই সৃষ্টিৰ দুষণ নহয়, ভূষণহে। ইয়াৰ দ্বাৰাই সৃষ্টিলৈ নিত্য নৱীনতা আহি থাকে। কালিৰ বাহী ফুল আজিৰ কামত নাহে। সেইবিলাক নিৰ্ম্মালি হৈ পৰিল। সৃষ্টি যে নাশৱান এইটো বৰ ভাগ্যৰ কথা। ই সেৱাৰ বৈভৱ। নিতৌ নতুন নতুন ফুল সেৱাৰ কাৰণে প্ৰস্তুত হৈ থকা পোৱা যায়। সেইদৰে

ময়ো নতুন নতুন দেহ ধাৰণ কৰি পৰমেশ্বৰৰ সেৱা কৰিম। নিজৰ উপকৰণকো মই নিতো নতুন ৰূপ দি থাকিম আৰু তাৰ দ্বাৰায়েই মই তেওঁৰ পূজা-অৰ্চনা কৰিম। এই নশ্বৰতাৰ কাৰণেই এই সৌন্দৰ্য্যতা। চন্দ্ৰত আজি যি কলা আছে কালিলৈ সি নেথাকে। চন্দ্ৰৰ নিত্য নতুন ৰূপ লাৱণ্য, দ্বিতীয়াৰ সেই একলা-দুকলা কৰি বাঢ়ি থকা চন্দ্ৰক দেখি মনত কমান আনন্দ লাগে! শংকৰৰ কপালত সেই দ্বিতীয়াৰ চন্দ্ৰই প্ৰকাশ পাইছে। অষ্টমীৰ চন্দ্ৰৰ সৌন্দৰ্য্য দীপ্তিমান। সেই দিনা আকাশত বচা বচা নক্ষত্ৰৰাজি দেখিবলৈ পোৱা যায়। পূৰ্ণিমাৰ চন্দ্ৰৰ পোহৰত তৰাবিলাক দেখা নেযায়। পূৰ্ণিমাৰ দিনা পৰমেশ্বৰৰ মুখচন্দ্ৰ দেখা যায়। অমাৱস্যাৰ আনন্দও বৰ গহীন। সেইদিনা ৰাতি কেনে নিস্তব্ধতাপূৰ্ণ শান্তি পোৱা যায়! চন্দ্ৰৰ অত্যুজ্জল পোহৰ নথকা কাৰণেই অগণন সৰু-বৰ তৰাই বৰ মুকুলি-মুৰীয়া ভাৱে তিৰ্‌বিৰাই থাকে। অমাৱস্যাৰ দিনা তৰাবিলাকে নিজৰ স্বতন্ত্ৰতা পূৰা মাত্ৰাই উপভোগ কৰে। নিজৰ পোহৰৰ বাহাদুৰি দেখুৱাওঁতা চন্দ্ৰ আজি তাত নাই। নিজৰ পোহৰ দাতা সূৰ্য্যৰ লগত তেওঁ একৰূপ হৈ পৰিছে। তেওঁ পৰমেশ্বৰত মিলি গৈছে। জীৱই নিজে আত্মাৰ্পণ কৰি কেনেকৈ পৃথিৱীক দুঃখ-কষ্টৰ পৰা মুক্ত কৰিব পাৰে, সেইদিনা জেনিবা তাৰেইহে আহি দেখুৱায়। চন্দ্ৰৰ স্বৰূপ হৈছে ক্ষৰ পৰিৱৰ্তনশীল; কিন্তু তেওঁ বেলেগ বেলেগ ৰূপত আনন্দ দিয়ে।

সৃষ্টিৰ যি নশ্বৰতা আছে, সিয়েই তাৰ অমৰতা। সৃষ্টিৰ ৰূপ কুলু কুলু কৰি ব'বই লাগিছে। এই ৰূপ-গংগা যদি বৈ নেথাকিলহেঁতেন তেন্তে সি এটা প্ৰকাণ্ড কুণ্ডত পৰিণত হ'ল হেতেন। নদীৰ পানী অখণ্ড ৰূপে বৈয়েই থাকে। পানী সদায় পৰিবৰ্ত্তন হৈ থাকে। এটোপাল যদি যায় তেন্তে এটোপাল আকৌ আহে। সেই পানী জীৱিত হৈ থাকে। বস্তু পালে যে আনন্দ লাগে, তাৰ আচল কাৰণো হৈছে নতুনত্বই। গ্ৰীষ্ম ঋতুত পৰমাত্মাক নানা তৰহৰ ফুল-তুলসীৰে পূজা-অৰ্চনা কৰা হয়। বৰ্ষা-ঋতুত সেউজীয়া দুবৰি দিয়া হয়! শৰৎ ঋতুত সুৰম্য পদুম ফুল অৰ্পণ কৰা হয়। মুঠতে যি ঋতুত যি যি ফল-ফুল পোৱা যায় তাৰেই ভগৱানক পূজা কৰা হয়। ইয়াৰ দ্বাৰাই সেই পূজা জকমকাবলৈ ধৰে আৰু নিত্য নতুন যেন লাগে। তেনে হোৱা কাৰণে মনে আমনি বোধ নকৰে। সৰু ল'ৰাক আখৰ শিকাওঁতে

প্ৰথমে 'ক' টো লিখি তাৰ ওপৰে ওপৰে আঁকি তাক ডাঙৰ কৰিবলৈ কোৱা হয়। তেতিয়া এই কামে তাক আমনি লগায়। ইয়াৰ ওপৰে ওপৰে আঁকিনো কিয় ডাঙৰ কৰিব লাগে এই কথাটো সি বুজি নেপায়। সেই কাৰণে সি ফলি-পটটি ভাল হেলনীয়া কৰি ধৰি সোনকালে আখৰটো ডাঙৰ কৰি পেলায়, কিন্তু পিচত সিহঁতে নতুন নতুন আখৰ, তাৰ পাচত গোটেই বৰ্ণমালা শিকি নানা তৰহৰ কিতাপ পঢ়িবলৈ ধৰে। নানাবিধ পুষ্প মালাৰ অনুভৱ সাহিত্যিকৰ হয়, তেতিয়া তেওঁলোকে অপাৰ আনন্দ পায়। এইটো কথাই সেৱাৰ ক্ষেত্ৰতো খাটিব। উঁপকৰণৰ নিত্য নতুনত্বৰ দ্বাৰাই সেৱাৰ প্ৰতি আগ্ৰহ বাঢ়ে। সেৱা-বৃত্তিৰো দিনক দিনে বিকাশ হবলৈ ধৰে।

সৃষ্টিৰ এই নশ্বৰতাই নিতৌ নতুন ফুল ফুলাব লাগিছে। গাৱঁৰ ওচৰতে শ্মশান আছে, ইয়াৰ দ্বাৰাই গাওঁ ৰমণীয় যেন লাগে। পুৰণা মানুহ বিলাক যাব ধৰিছে আৰু নতুন শিশুৰ জন্ম হ'ব ধৰিছে। সৃষ্টিৰ নিত্য নতুনত্ব বাঢ়িবই লাগিছে। বাহিৰৰ সেই শ্মশান যদি উঠাই দিয়া হয় তেন্তে সি ঘৰত আহি সোমাই লয়হি। সেই মানুহ বিলাক দিনো দেখি দেখি তোমাৰ আমনি লাগিব। গ্ৰীষ্ম কালত গৰম হয়। পৃথিৱীখনো খৰাং হৈ উঠে: কিন্তু ইয়াকে দেখি তুমি ভয় নোখোৱা। এইৰূপ সলনি হ'ব। বৰ্ষা কালৰ সুখ অনুভৱ কৰিবলৈ হলে এই গৰমৰ আৱশ্যকতা আছে। যদি মাটি অতি খৰাং হৈ নেথাকিল হেতেন তেন্তে বৰষুণ পৰা মাত্ৰেই গোটেইখন বোকাময় হৈ পৰিল হেতেন। পিচত তৃণ তৰু শস্যাদিৰে সুশোভিত হবলৈ নেপালে হেতেন। মই এবাৰ গৰম দিনত ফুৰিবলৈ গৈছিলো। গৰমত মুৰটো ভো-ভোৱাই উঠিছিল। তেতিয়া বৰ আনন্দ লাগিছিল। এজন বন্ধুৱে মোক কৈছিল—"মুৰত বেছিকৈ গৰম সোমালে পিচত বৰ কষ্ট পাব।" মই কলো—"তলৰ মাটিখনোতো গৰম হৈছেই; মাটিৰ এই পুতলাটোও অলপ গৰম হ'লে কি ক্ষতি হব?" এফালে গৰমত মুৰ ভো-ভোৱাই উঠিছে আন ফালেদি আকৌ সিম্-সিম্ কৰে বৰষুণ পৰিব লাগিছে। কেনে আনন্দ দায়ক কথা! যি জনৈ গৰম দিনত মুৰত তাপ লাগিবলৈ নিদিয়ে, তেওঁ বৰষুণ দিলেও নিজৰ কিতাপৰ পৰা মুৰ নেদাঙে। নিজৰ কোঠাত, সেই মৰিশালিতে সোমাই থাকিব। বাহিৰৰ এই বিশাল অভিষেকপাত্ৰৰ তলত থিয় হৈ থাকি আনন্দত নাচি নুঠিব, কিন্তু সেই আমাৰ মহৰ্ষি মনু বৰ ৰসিক আৰু সৃষ্টি

প্ৰেমী আছিল। তেখেতে মনু স্মৃতিত লিখিছে—"যেতিয়া বৰষুণ দিবলৈ ধৰে তেতিয়া ছুটী দি দিব লাগে।" বৰষুণ দি থকা অৱস্থাত আশ্ৰমত বহি পাঠ চোবাই থকাৰ পৰা কি লাভ হব? বৰষুণত খুব নাচ-গান কৰিব লাগে। সৃষ্টিৰ লগত একেৰূপ হৈ পৰিব লাগে। বৰষুণত পৃথিৱী আৰু আকাশ পৰস্পৰে পৰস্পৰৰ লগত মিলে। এই মহান্ দৃশ্যটো কেনে আনন্দদায়ক। এই সৃষ্টিয়ে আমাক অনবৰত শিক্ষা দিবই লাগিছে।

সাৰাংশ, সৃষ্টিৰ ক্ষমতা আৰু নশ্বৰতাৰ অৰ্থ হৈছে উপকৰণ নবীনতা। এইদৰেই উপকৰণ দাত্ৰী এই নৱ নৱ প্ৰসৱা সৃষ্টি, সেৱাৰ কাৰণে ককালত টঙালি বান্ধি সন্তম হৈ থকা সনাতন সেৱক আৰু সেই সেৱ্য পৰমাত্মা। এতিয়া তেওঁলোকৰ ভিতৰত খেলা আৰম্ভ হবলৈ দিয়া। সেই পৰম পুৰুষোত্তমে নতুন বিচিত্ৰ সেৱাৰ উপকৰণ দি মোৰ পৰা-প্ৰেমমূলক সেৱা লব ধৰিছে। নানা প্ৰকাৰৰ সাধন-সামগ্ৰী দি তেওঁ মোক খুৱাই আছে। মোৰ হতুৱাই নানা তৰহৰ প্ৰয়োগ কৰাব লাগিছে। আমাৰ জীৱনলৈ এনেকুৱা দৃষ্টি আহে তেন্তে কিমান আনন্দ পোৱা যাব।

### (৮৫) অহং শূন্য সেৱাৰ অৰ্থই ভক্তি

আমাৰ প্ৰত্যেকটো কৰ্ম্মই ভক্তিময় হোৱাটো গীতাই কামনা কৰে। আমি যে এঘন্টা বা আধাঘন্টা ঈশ্বৰৰ পূজা কৰোঁ সি ঠিকেই হৈছে। পুৱা গধূলি যেতিয়া সূৰ্য্যৰ সুন্দৰ ৰশ্মিয়ে চাৰিওফালে বহণ ছটিয়াই দিয়ে, তেতিয়া মন স্থিৰ কৰি, আধা বা এক ঘন্টা সময়ৰ কাৰণে জগতক পাহৰি যোৱা আৰু অনন্তৰ চিন্তাত ডুবগৈ থকাটো ভাল কথাই। এই সদাচাৰ কেতিয়াও এৰি দিব নেলাগে। কিন্তু গীতাই অকল এই খিনিতেই সন্তুষ্ট থাকিব পৰা নাই। ৰাতিপুৱাৰ পৰা গধূলিলৈকে সকলোবিলাক কাম ভগৱানৰ পূজাৰ কাৰণেই হোৱা উচিত। গা-ধোওঁতে, খাওঁতে, ফুৰোঁতে, চাফ্‌চিকুণ কৰোঁতে তেওঁক স্মৰণ কৰিব লাগে। ঠাই সৰাৰ সময়ত ভাৱিব লাগিব যে মই মোৰ প্ৰভুৰ, মোৰ জীৱন-দেৱতাৰ চোতাল সাৰিছোঁ। আমাৰ সকলোবিলাক কামেই এনেকুৱা পূজা-কৰ্ম্মৰ দৰে হৈ পৰিব লাগে। যদি এই দৃষ্টি মনলৈ আহে তেন্তে দেখিব যে আপোনাৰ ব্যৱহাৰত কিমান অন্তৰ আহি পৰিছে। আমি কিমান যতনেৰে পূজাৰ কাৰণে ফুল বাচি লওঁ, আৰু কুকিৰ তলৰ ফুল-খিনিয়ে হেচা নোখোৱাকৈ আৰু সিহঁতক জঁয়পৰিব যাব। নিদিয়াকৈ কিমান

সাৱধানতাৰে ৰাখোঁ? দূষিত হয় বুলি আমি সিহঁতৰ ঘ্ৰাণকে নলওঁ। এই দৃষ্টি, এই ভাৱনা আমাৰ জীৱনৰ দৈনন্দিন কামত থাকিবই লাগে। মোৰ এই গাৱঁত মোৰ ওচৰচুবুৰীয়া হিচাপে মোৰ নাৰায়ণ, মোৰ প্ৰভুৱে বিৰাজ কৰিছে। গতিকে মই মোৰ ওচৰৰ গাওঁবিলাক চাফ্-চিকুণ আৰু নিৰ্ম্মল কৈ ৰাখিমেই। গীতাই আমাক এই দৃষ্টি-ভঙ্গীকে দিব খুজিছে। আমাৰ সমস্ত কৰ্ম্মই ঈশ্বৰ সেৱাৰ নিচিনা হৈ পাৰিলে গীতাই অতি ভাল পায়। গীতাৰ নিচিনা গ্ৰন্থৰাজক আধা ঘন্টা বা এঘন্টা পূজা কৰিলেই একো সমাধান নহয়। গোটেই জীৱন হৰিময় হোৱা বা পূজা-ৰূপ হোৱাকে গীতাই বাঞ্ছা কৰে।

গীতাই পুৰুষোত্তম যোগৰ কথা কৈ কৰ্ম্মময় জীৱনৰ পূৰ্ণতা লাভ কৰাই দিয়ে। তেওঁ সেৱ্য পুৰুষোত্তম, মই তেওঁৰ সেৱক আৰু সেৱাৰ উপকৰণ ৰূপী এই গোটেই সৃষ্টি। এই কথাটো যদি আমি কেনেবাকৈ এবাৰ দৰ্শন কৰিবলৈ পাওঁ তেন্তে আমাকনো আৰু কি লাগিব? তুকাৰামে কৈছে—

"হো গয়া দৰ্শন তো কৰুগাঁ সেৱা
ঔৰ কুচ্ছ নহী চাহু প্ৰভু॥"

তাৰ পিচত অখণ্ড সেৱা চলি থাকিব। তেতিয়া মই বোলা কথাটোৱেই নেথাকিব। মই, মোৰ নিজস্ব একোৱেই নেথাকিব, যি থাকিব সেই সকলোবিলাকেই পৰমাত্মাৰ হব। পৰৰ কল্যাণৰ অৰ্থে জীয়াই থকাৰ বাহিৰে আন একো বিষয়েই নেথাকিব। গীতাই বাৰম্বাৰ ইয়াকে কৈছে যে, মই মোৰপৰা মমত্বক বিসৰ্জ্জন কৰি হৰিপৰায়ণ জীৱন গঢ়ি তুলিম, ভক্তিময় জীৱন ৰচনা কৰিম। পৰমাত্মা সেৱ্য মই সেৱক আৰু এই সৃষ্টি হৈছে উপকৰণ স্বৰূপ। ইয়াত আৰু পৰিগ্ৰহৰ স্থান ক'ত? এতিয়া জীৱনত দেখোন কোনো চিন্তাৰ বিষয়েই নেথাকিল?

### (৮৬) জ্ঞান লক্ষণ : মই পুৰুষ, তেওঁ পুৰুষ আৰু তেওঁও পুৰুষ

এই পৰ্য্যন্ত আমি দেখিলো যে কৰ্ম্মত ভক্তিৰ সংযোগ হ'ব লাগে; কিন্তু তাত জ্ঞানো থাকিব লাগে। জ্ঞান নেথাকিলে গীতা সন্তুষ্ট নহয়। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে ইহঁত তিনিওটাই পৃথক বস্তু। মাত্ৰ আমি কোৱাত হে পৃথক পৃথক কৈ কওঁ। কৰ্ম্ম মানে হৈছে ভক্তি। ভক্তিক আতৰাই আনি কৰ্ম্মৰ লগত মিলাবৰ আৱশ্যক নাই। ইয়েই জ্ঞানৰ ক্ষেত্ৰতো

খাটিব। এই জ্ঞান কেনেকৈ পোৱা যাব? গীতাই কৈছে যে "সৰ্ব্বত্র পুৰুষ দৰ্শনৰ দ্বাৰাই এই জ্ঞান পাব পাৰি।" তুমি সেৱা কৰোঁতা সনাতন সেৱক, তুমি সেৱা পুৰুষ, তেওঁ পুৰুষোত্তম সেব্য পুৰুষ আৰু না না উপকৰণ দায়িনী প্ৰৱাহময়ী, তেওঁ সৃষ্টি তেৰোঁ পুৰুষেই।

"এনেকুৱা দৃষ্টিৰ অৰ্থ কি? সৰ্ব্বত্র ত্ৰুটী ৰহিত নিৰ্ম্মল সেৱা ভাৱ ৰখা। তোমাৰ ভৰিৰ চেণ্ডেল কেৰেপ্-কেৰেপ্ কৰি বাজিছে। তাত অলপ তেল দি লোঁৱা। তাতো পৰমাত্মাশ্বৰেইহে অংশ আছে। গতিকে তাক ভাল কৰি ৰাখিব লাগে। এই সেৱাৰ উপকৰণ স্বৰূপ য'তৰতো তেল দিয়াঁ। চোঁৱা, তোমাৰ য'তৰে "নেতি-নেতি"—সূতা নেকাটো, বুলি মাত দিছে। এই সেৱাৰ উপকৰণ স্বৰূপ য'তৰো পুৰুষেই। ইয়াৰ বটিয়া ডালেই হৈছে তাৰ লগুণ। তাক ভালদৰে ৰাখিবা। গোটেই সৃষ্টিকেই চৈতন্যময় বুলি ধৰি লোৱা। ইয়াক জড় পদাৰ্থ বুলি নেভাবিবা। ওঁ-কাৰৰ সুন্দৰ গান কৰোঁতা সেই য'তৰটো জানো জড়? সি হৈছে পৰমাত্মাৰ মূৰ্ত্তি। শাওন মাহৰ অমাৱস্যাৰ দিনা আমি সকলো অহংকাৰ বিসৰ্জ্জন দি বলধ গৰুক পূজা* কৰোঁ। এইটো বৰ ডাঙৰ কথা। এই উৎসৱটোলৈকে মনত পেলাই আমি নিতৌ গৰুক ভাল ধৰণেৰ আপ্‌দাল কৰি ৰাখিব লাগে আৰু সিহ'তৰ হতুৱাই উচিত কামো কৰাই লব লাগে। উৎসৱৰ দিনা বলধৰ প্ৰতি আমাৰ যেনেকুৱা ভক্তি ওপজে তাৰ পিচৰ দিনৰপৰাই তাক এৰি পেলাব নেলাগে। গৰুও পৰমাত্মাৰেই মূৰ্ত্তি। গতিকে গৰুৰ দ্বাৰাই যি সাজ-সৰঞ্জামেৰে আমি কাম লওঁ তাকো সুন্দৰকৈ ৰাখিব লাগে। সেৱাৰ সকলো বিলাক উপকৰণেই পৱিত্ৰ। এই দৃষ্টি কিমান বিশাল! পূজা কৰাৰ অৰ্থ অকল সেন্দুৰ সনা, চন্দন পিন্ধোৱা, আৰৈ চাউল, দুৰ্বাৰি, ফুল-তুলসী আদি চটিউৱাই নহয়। তাৰ আৱশ্যকীয় বাচন-বৰ্ত্তনবিলাকো মাজি আয়নাৰ নিচিনা চক্‌চকীয়াকৈ ৰখাটোও বাচনৰ পূজা কৰা হয়। চাকিবিলাক ভালকৈ ঘঁহি পৰিষ্কাৰ কৰি ৰাখিলে হয় দীপক পূজা কৰা। কাছি কুটাই বা ধাৰ দি ঘাঁহ কাটিবৰ কাৰণে উপযুক্ত কৰি ৰখাটো হ'ব তাৰ পূজা কৰা। দুৱাৰৰ কব্জাত মামৰ লাগিলে তাত তেল লগাই সন্তুষ্ট কৰাটো হব তাৰ পূজা কৰা। জীৱনৰ

---

*মহাৰাষ্ট্ৰৰ বিশিষ্ট উৎসৱ। ইয়াক "পোলা" বোলে।

সকলো ক্ষেত্ৰতে এই দৃষ্টিৰেই কাম কৰি যাব লাগিব। সেৱা দ্ৰব্যক সদায় উৎকৃষ্ট আৰু নিৰ্ম্মল কৰি ৰাখিব লাগে। মূঠ কথা হৈছে এই যে মই অক্ষৰ পুৰুষ, তেওঁ পুৰুষোত্তম আৰু উপকৰণ ৰূপী এই যে সৃষ্টি আছে সিয়ো পুৰুষ বা পৰমাত্মাই। সকলো ঠাইতে একেজন চৈতন্যই সকলোতে বিৰাজ কৰিছে। এনেকুৱা ভাব মনলৈ আহিলে বুজিব লাগিব যে আমাৰ কৰ্ম্ম সম্বন্ধীয় জ্ঞান হৈছে।

প্ৰথমে কৰ্ম্মৰ লগত ভক্তিক পুষ্ট কৰা, তাৰ পাচত জ্ঞানকো তাত সংযোগ কৰা, তেতিয়া ইয়াৰপৰা এক অপূৰ্ব্ব জীৱন ৰসায়নৰ সৃষ্টি হৈ উঠিব। শেষত গীতাই আমাক অদ্বৈতময় সেৱাৰ পথলৈ নি এৰি দিছে। এই গোটেই সৃষ্টিত, যি ফালেকে চাই সেই ফালেই দেখিব তিনিজন পুৰুষ বিদ্যমান আছেই। একেজন পুৰুষোত্তমেই এই তিনিওৰে ৰূপ ধাৰণ কৰিছে। এই তিনিও লগ লাগি বাস্তৱ পুৰুষ এজনেই হে হৈছে। এয়েই হৈছে অদ্বৈত। ইয়াত গীতাই আমাকে অতি উচ্চ শিখৰলৈ নি বহুৱাই থৈছে। কৰ্ম্ম, ভক্তি, জ্ঞান সকলো এক ৰূপ হৈ পৰিছে। জীৱ, শিৱ, সৃষ্টি সকলো এক ৰূপ হৈ পৰিছে। কৰ্ম্ম, ভক্তি আৰু জ্ঞানত কোনো বিৰোধ নাই। জ্ঞানদেৱে নিজৰ অমৃতানুভৱত মহাৰাষ্ট্ৰৰ এটা প্ৰিয় দৃষ্টান্ত দিছে :—

দেৱ, মন্দিৰ, পৰিৱাৰ—বনায়া কুৰেদ পৰ্ব্বত,
ঐসা ভক্তিকা আচাৰ ক্যোঁ ন হোৱে?

একেটা শিলকে কাটি মন্দিৰ সাজিছে, সেই মন্দিৰত শিলৰেই তৈয়াৰ কৰা এটা ভগৱানৰ প্ৰতিমূৰ্ত্তি আছে আৰু সেই প্ৰতিমূৰ্ত্তিৰ আগত শিলৰেই ভক্ত, তাৰ ওচৰত শিলৰেই ফল-মূল—এই আটাইবিলাক যেনেকৈ পাহাৰৰ একোটা প্ৰকাণ্ড শিল কাটি তৈয়াৰ কৰা হৈছে, একেটা অখণ্ড শিলকে অনেক ৰূপ দিয়া হৈছে, সেইদৰেই ভক্তিৰ বেলিকানো কিয় কৰিব পৰা নেযাব? স্বামী-সেৱক সম্বন্ধ থকা সত্ত্বেও তাৰ ভিতৰত ঐক্যভাৱ কিয় নেথাকে? এই বাহ্য সৃষ্টি, এই পূজা-দ্ৰব্য পৃথক হৈ থকা সত্ত্বেও সি আত্মৰূপ কিয় হ'ব নোৱাৰে? তিনিও পুৰুষ একেই দেখোন। জ্ঞান, কৰ্ম্ম, ভক্তি এই তিনিওটা মিলি এক বিশাল জীৱন প্ৰৱাহৰ সৃষ্টি হৈছে। এই ৰূপেই পৰিপূৰ্ণ পুৰুষোত্তম যোগ। ইয়াত স্বামী-সেৱক আৰু সেৱা দ্ৰব্য সকলোৱেই এক ৰূপ ধাৰণ কৰিছে। এতিয়া কেৱল ভক্তি-প্ৰেমৰ খেলাহে খেলিব লাগে।

এনেকুৱা পুৰুষোত্তম যোগ যাৰ হৃদয়ত অংকিত হৈছে, তেৱেঁই প্ৰকৃত ভক্তি কৰে বুলি কব লাগিব।

স সৰ্ব্ববিদ ভজতি মাং সৰ্ব্ব ভাৱেন ভাৰত।

এনেকুৱা পুৰুষ জ্ঞানী হ'লেও ঘোলঅনাই ভক্তহৈ থাকে। য'ত জ্ঞান আছে ত'ত প্ৰেমো থাকে, পৰমেশ্বৰৰ জ্ঞান আৰু পৰমেশ্বৰৰ প্ৰেম, এই দুয়োটাই বেলেগ বস্তু নহয়। "কেৰেলা তিতা" এই কথাটো আগৰে পৰা জনা থাকিলে তাৰ প্ৰতি প্ৰেম ভাব নোপজাটো স্বাভাৱিক। ক'ৰবাত দুই এটাৰ ওপজাটো অৱশ্যে বেলেগ কথা। কিন্তু য'ত তিক্ততাৰ অনুভৱ হয়, ত'ত মন বিৰক্ত হৈ উঠে। কিন্তু মিছৰীৰ জ্ঞান যদি হয় তেন্তে সি গলি-বলৈ ধৰে। প্ৰেমৰ স্ৰোত তৎক্ষণাৎ উথলি পৰে। পৰমেশ্বৰ সম্বন্ধীয় জ্ঞান হোৱা আৰু প্ৰেম উৎপন্ন হোৱা দুয়োটাই একে কথা। পৰমেশ্বৰৰ নিচিনা মধুৰতাৰ উপমা অতি নগণ্য চেনিৰ লগত কিয় দিব লাগে? সেই মধুৰ পৰ-মেশ্বৰ সম্বন্ধীয় জ্ঞান হোৱা মাত্ৰেই প্ৰেম ভাৱৰো উদয় হয়। জ্ঞান হোৱা আৰু প্ৰেম ভাব ওপজা এই দুয়োটাই ভিন্ন ক্ৰিয়া নহয়। অদ্বৈতত ভক্তিৰ স্থান আছেনে নাই এই বিষয়ে আমি তৰ্ক-বিতৰ্ক লৈ যাব নোখোঁজো। জ্ঞান-দেৱে কৈছে—

"সো হী ভক্তি, সো হী জ্ঞান।
এক ৱিট্‌ঠল হী জান॥"

ভক্তি আৰু জ্ঞান এই একেটা বস্তুৰেই দুটা নাম। জীৱনত পৰম ভক্তিৰ সঞ্চাৰ হৈ যোৱাৰ পিচত যি কৰ্ম্ম হব সি ভক্তি আৰু জ্ঞানতকৈ পৃথক নহয়। কৰ্ম্ম, ভক্তি আৰু জ্ঞান এই তিনিওটা মিলি এটা মাত্ৰ ৰমণীয় ৰূপ হৈ পৰিছে। এই ৰমণীয় ৰূপৰ দ্বাৰাই অদ্ভুত প্ৰেম-ময়, জ্ঞান-ময় সেৱা সহজতে হৈ উঠিব পাৰে। আইলৈ মোৰ মৰম আছে, কিন্তু এই মৰম কৰ্ম্মৰ দ্বাৰাই প্ৰকাশ পাব লাগে। প্ৰেম সদায় মৰে, সদায় খৰচ হয় আৰু সেৱাৰ ৰূপত সি ব্যক্ত হৈয়েই থাকে। প্ৰেমৰ বাহ্যিক ৰূপ হৈছে সেৱা। মৰম বা প্ৰেমে অনন্ত সেৱা-কৰ্ম্মৰ দ্বাৰাই সাজি-কাচি নাচে। প্ৰেম হলে তালৈ জ্ঞানো আহি যায়। মই যাৰ সেৱা কৰিব খুজিছোঁ তেওঁলোকে, কোনবিধ সেৱা বেছি ভাল পায় তাৰ জ্ঞান মোৰ থাকিব লাগে, নহ'লে সেই সেৱা অ-সেৱা বা কু-সেৱাত পৰিণত হ'ব। সেৱ্য বস্তুৰ জ্ঞান প্ৰেমত থাকিব লাগে। প্ৰেমৰ প্ৰভাৱ

কাৰ্য্যৰ দ্বাৰাই বিস্তাৰিত কৰিবৰ কাৰণে জ্ঞানৰ আৱশ্যক; কিন্তু মূলতে প্ৰেম থাকিব লাগে। সিয়েই যদি নেথাকে তেন্তে জ্ঞান অনুপযোগী বা অকৰ্ম্মণ্য হৈ পৰে। প্ৰেমৰ দ্বাৰাই হোৱা কাম সাধাৰণ কামতকৈ বেলেগ ধৰণৰ হ'ব। পথাৰত কাম কৰি ভাগৰি অহা ল'ৰাক মাকে মৰমৰ চকুৰে চায় আৰু কয়—"বোপাই, তোৰ ভাগৰ লাগিছে নহয়?" কিন্তু এই ক্ষুদ্ৰ কাম-টোতে কিমান সামৰ্থ্যতা আছে! নিজৰ জীৱনৰ সমস্ত কৰ্ম্মতে জ্ঞান আৰু ভক্তিক ওতঃপ্ৰোত কৰি তোলক। ইয়াকেই পুৰুষোত্তম যোগ বোলে।

**(৮৭) সকলো বেদৰ সাৰ মোৰ হাতৰ তলুৱাত।**

এই সকলোবিলাকেই কৈছে বেদৰ সাৰ। বেদ অনন্ত; কিন্তু সেই অনন্ত বেদৰ সাৰ সংক্ষিপ্ত কৰলৈ গ'লে এই পুৰুষোত্তম যোগেই। এই বেদ আছে ক'ত? বেদৰ কথা অতি বিচিত্ৰময়। বেদৰ সাৰ ক'ত আছে? এই অধ্যায়ৰ আৰম্ভণিতে কোৱা হৈছে 'যাৰ পাতেই বেদ।' বেদ দেখোন এই বৃক্ষৰ পাতে-পাতে ভৰি আছে। বেদ অকল সেই সংহিতাবিলাকত, আপোনাৰ গ্ৰন্থৰাজি বা পুৰাণ পুথিবিলাকতে আৱদ্ধ হৈ থকা নাই। সি গোটেই বিশ্বতে বিয়পি পৰিছে। ছেক্সপীয়েৰে কৈছে—

"প্ৰৱাহিত নিজৰাবিলাকত সৎ গ্ৰন্থ পোৱা যায়, পৰ্ব্বতৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলবিলাকৰ পৰা প্ৰৱচন শুনা যায়।" মুঠতে কবলৈ গ'লে বেদ সংস্কৃততো নাই, সংহিতাতো নাই, আছে মাত্ৰ সৃষ্টিতহে। সেৱাকাৰ্য্য কৰিলে তাক দেখা পোৱা যাব। "প্ৰভাতে কৰ দৰ্শনম",—ৰাতিপুৱা শুই উঠিয়েই নিজৰ হাতৰ তলুৱাখন চাব লাগে। গোটেই বেদ সেই হাততেই আছে। সেই বেদেই কৈছে—"সেৱা কৰা।" কালি হাতে কাম কৰিছিল নে নাই, আজি কৰিব পৰা হৈ আছেনে নাই, তাত কাম কৰাৰ কিবা চিন-মোকাম আছেনে চাওকচোন! সেৱা কৰোঁতে কৰোঁতে যেতিয়া হাতত ঢো ফুটে তেতিয়া তেওঁৰ ভাগ্য-লিপি জ্বলি উঠে, এয়েই 'প্ৰভাতে কৰ দৰ্শনম্'ৰ অৰ্থ।

মানুহে সোধে যে বেদ ক'ত আছে? সি দেখোন তোমাৰ হাততে আছে। শঙ্কৰাচাৰ্য্যৰ বিষয়ে কোৱা শুনা যায় যে আঠ বছৰ বয়সতে তেখেতে সকলো বেদৰ জ্ঞান লাভ কৰিছিল। মইতো কওঁ—বেচাৰা শঙ্কৰাচাৰ্য্যৰ বুদ্ধি কিছু ভোতা আছিল। সেয়েহে তেখেতৰ আঠ বছৰ লাগিছিল। কিন্তু আমি তুমি দেখোন জন্মৰ পৰাই সেইবিলাক পাইছো। আঠ বছৰৰেই বা প্ৰয়োজন

কি? মই নিজেই জীৱন্ত বেদ! এতিয়ালৈকে হোৱা গোটেই পৰম্পৰা মোতেই লয় পাইছে। মই সেই পৰম্পৰাৰেই ফল। সেই বেদ-বীজৰ যি ফল সেয়েই মই। মই নিজৰ গাত অনন্ত বেদৰ বীজ সাঁচি থৈছোঁ। মোৰ পেটত বেদ পঞ্চাশ্ গুণ বাঢ়ি গৈছে।

সাৰাংশ, বেদৰ সাৰ আমাৰ হাততে আছে। সেৱা, প্ৰেম আৰু জ্ঞান, ইয়াৰ ভেটিতেই আমাৰ জীৱন গঢ়ি তুলিব লাগিব। ইয়াৰ মানেই হৈছে বেদ হাতত থকা। মই যি অৰ্থ কৰিম সিয়েই বেদ হ'ব। বেদ ক'তো বাহিৰত নেথাকে। সেৱাৰ প্ৰতিমূৰ্ত্তি স্বৰূপ সাধু-পুৰুষসকলে কৈছে—"বেদৰ সেই অৰ্থ আমাৰ গাতেই নিহিত আছে।" ভগৱানে কৈছে—"সকলো বেদেই মোকেহে জানে। সকলো বেদৰ আৰক, সাৰ পুৰুষোত্তম ময়েই।" এই যে সকলো বেদৰ সাৰ পুৰুষোত্তমযোগ আমাৰ আগত আছে, তাক যদি আমি আমাৰ জীৱনত প্ৰতিফলিত কৰি তুলিব পাৰোঁ, তেন্তে কিমান ভাল কথা হব! পিচত এনেকুৱা পুৰুষে যি কাম কৰিব, গীতাৰ মতে সেয়েই বেদবাক্যৰ ৰূপত প্ৰকাশ পাব। এই অধ্যায়তেই গোটেই গীতাৰ পদাৰ্থ আহি পৰিছে। তাক নিজৰ জীৱনত থটুৱাবলৈ আমি ৰাতিয়ে-দিনে চেষ্টা কৰা উচিত। ইয়াতকৈনো আৰু বেছি কি লাগে?

দেওবাৰ, ২৯-৫-'৩২

## ষোড়শ অধ্যায়

### (৪৮) পুৰুষোত্তম-যোগৰ পূৰ্ণপ্ৰভা : দৈৱী সম্পত্তি

গীতাৰ প্ৰথম পাঁচ অধ্যায়ত সমগ্ৰ জীৱনৰ পৰিকল্পনা কেনে হোৱা উচিত আৰু তাক আমি আমাৰ জীৱনত কেনে ভাবে প্ৰতিফলিত কৰি তুলিব পাৰোঁ এই বিষয়ে আলোচনা কৰি আহিছোঁ। তাৰ পাচত ষষ্ঠ অধ্যায়ৰ পৰা একাদশ অধ্যায়লৈ ভক্তিৰ বিবিধ প্ৰকাৰৰ বিষয়ে আমি আলোচনা কৰিছোঁ একাদশ অধ্যায়ত ভক্তিৰ দৰ্শন হৈছে। দ্বাদশত সগুণ আৰু নিৰ্গুণ ভক্তিক তুলনা কৰি ভক্তৰ মহান্ লক্ষণবোৰ দেখা গ'ল। দ্বাদশ অধ্যায়ৰ শেষৰ ফালে কৰ্ম্ম আৰু ভক্তি এই দুয়োটা তথ্য চালি-জাৰি চোৱা হৈছে। জ্ঞানৰ যি তৃতীয় বিভাগ বাকী ৰৈ গৈছিল তাকো আমি ত্ৰয়োদশ চতুৰ্দ্দশ আৰু পঞ্চদশ অধ্যায়ত মনোযোগ দি চাইছোঁ আৰু সিয়েই হৈছে আত্মাক দেহৰ পৰা পৃথক কৰা আৰু তাৰ কাৰণেই তিনিওটা গুণক জয় কৰি অন্তত সৰ্ব্বত্ৰ প্ৰভুক দৰ্শন কৰা। পঞ্চদশ অধ্যায়ত জীৱনৰ সম্পূৰ্ণ শাস্ত্ৰ দেখিবলৈ পোৱা হৈছে। পুৰুষোত্তম যোগত জীৱনৰ পূৰ্ণতা লাভ হৈছে। তাৰ পিচত আৰু একো বাকী থকা নাই।

কৰ্ম্ম, জ্ঞান আৰু ভক্তি এই তিনিওটাৰ পৃথকতা মই সহ্য কৰিব নোৱাৰো। কোনো কোনো সাধকৰ কেৱল কৰ্ম্মতেইহে নিষ্ঠা বেছিকৈ থকা দেখা যায়। কোনোৱে আকৌ ভক্তিক স্বতন্ত্ৰ পথ হিচাপে ভাবি লয় আৰু তাতেই গোটেই শক্তি প্ৰয়োগ কৰে। কিছুমান মানুহৰ মন বেছিকৈ জ্ঞানৰ ফালেহে ঢাল খোৱা। জীৱনৰ অৰ্থ কেৱল কৰ্ম্ম, কেৱল ভক্তি, কেৱল জ্ঞান—এনেকুৱা 'কেৱলবাদ'ক মানিবৰ মোৰ ইচ্ছা নাই। ইয়াৰ বিপৰীতে কৰ্ম্ম, ভক্তি আৰু জ্ঞান যোগ ৰূপী সমুচ্চয় বাদকো মই মানি লব নোৱাৰো। কিছু ভক্তি, কিছু কৰ্ম্ম আৰু কিছু জ্ঞান এনেকুৱা উপযোগিতাবাদকো মই ভাল নেপাওঁ। প্ৰথমে কৰ্ম্ম, তাৰ পাচত ভক্তি, তাৰ পাচত জ্ঞান এনেধৰণৰ ক্ৰমবাদকো মই সমৰ্থন নকৰোঁ। তিনিওটাকে মিলাই সনাপোটকা কৰি পেলোৱা সামঞ্জস্যবাদকো মই পক্ষপাতী নহওঁ। মোৰ হ'লে যি কৰ্ম্ম সিয়েই ভক্তি আৰু সিয়েই জ্ঞান বোলা অনুভৱটোহে লবৰ মন। এডোখৰ বৰফীৰ সোৱাদ, আকাৰ আৰু তাৰ ওজন বেলেগ বেলেগ নহয়। বৰফীৰ ডোখৰটো আমি যি মুহূৰ্ত্তেই মুখত ভৰাই দিওঁ, সেই মুহূৰ্ত্তেই তাৰ আকাৰো থাই পেলোৱা হয়। তেতিয়া তাৰ ওজনো হজম কৰা হয় আৰু তাৰ সোৱাদৰ জুটিও লোৱা হয়। এই তিনিওটা কামত মিল আছে। বৰফীৰ প্ৰত্যেকটো কণাতেই আকাৰ ওজন

আৰু মধুৰতা আছে। তাৰ এটা ডোখৰত কেৱল আকাৰ, দ্বিতীয় ডোখৰত অকল সোৱাদ আৰু তৃতীয় ডোখৰত মাত্র ওজনেইহে যে আছে এনে নহয়। সেইদৰেই জীৱনৰ প্ৰত্যেকটো ক্ৰিয়াতে পৰমাৰ্থ ভৰি থাকিব লাগে—প্ৰত্যেকটো কৃত কৰ্ম্মই সেৱাময়, প্ৰেমময় আৰু জ্ঞানময় হব লাগে। জীৱনৰ অংগ-প্ৰত্যংগত কৰ্ম্ম, ভক্তি আৰু জ্ঞান ভৰি থাকিব—ইয়াকে পুৰুষোত্তমযোগ বোলে। গোটেই জীৱনক কেৱল পৰমাৰ্থ-ময় কৰি তোলা কথাটো কোৱাত অতি সহজ, কিন্তু ইয়াৰ উচ্চাৰণত যিটো ভাৱ নিহিত আছে, তাক যদি ভালকৈ চিন্তা কৰি চোৱা যায় তেন্তে কেৱল নিৰ্ম্মল সেৱা কৰিবৰ কাৰণে অন্তঃকৰণত শুদ্ধ জ্ঞান ভক্তিৰ হাৰ্দিকতা গুহিত বুলি মানি চলিব লাগিব। এই গতিকে কৰ্ম্ম, ভক্তি আৰু জ্ঞান সকলো এক-ৰূপ, এই পৰম অৱস্থাকে পুৰুষোত্তম যোগ বোলে। ইয়াৰ যোগেদি জীৱনৰ শেষ সীমাত উপনীত হব পাৰি।

এতিয়া এই ষোড়শ অধ্যায়ত কি কোৱা হৈছে? যেনেকৈ সূৰ্য্যোদয় হোৱাৰ আগতে তাৰ কিৰণ কেউফালে বিয়পি পৰে সেইদৰেই জীৱনত কৰ্ম্ম, ভক্তি আৰু জ্ঞানৰ দ্বাৰাই পূৰ্ণ পুৰুষোত্তম যোগৰ উদয় হোৱাৰ আগতে সদ্‌গুণৰ প্ৰভাও বাহিৰত প্ৰকাশ হবলৈ ধৰে। পৰিপূৰ্ণ জীৱনৰ এই আগন্তুক প্ৰভাৱ বৰ্ণনা এই ষোড়শ অধ্যায়তে কৰা হৈছে। কেনেকুৱা আন্ধাৰৰ লগত যুঁজ কৰি এই প্ৰভাই পোহৰ দিয়ে তাৰো বৰ্ণনা ইয়াতে কৰা হৈছে। কোনো বস্তুৰ প্ৰমাণ স্বৰূপে অদৃষ্ট বস্তুৰ সিদ্ধিৰ কাৰণে আমি কোনো প্ৰত্যক্ষ প্ৰতীক চাব খোজোঁ। সেৱা, ভক্তি আৰু জ্ঞান যে আমাৰ জীৱনলৈ আহি গৈছে তাক আমি কেনেকৈ বুজিম? পথাৰত আমি পৰিশ্ৰম কৰো কাৰণেই তাৰ ফল স্বৰূপে ভাৰে-ভাৰে শস্য ঘৰলৈ আনিবলৈ পাওঁ। এই দৰেই আমি যি সাধনা কৰোঁ তাৰ দ্বাৰাই আমাৰ কি কি অভিজ্ঞতা হ'ল, কিমান সদ্‌বৃত্তিয়ে দ'লৈকে শিপাব পাৰিছে, কিমান সদ্‌গুণ আমি আয়ত্ব কৰিব পাৰিছো, জীৱন সচাঁকৈয়ে কিমান দূৰ সেৱাময় হ'ব পাৰিছে ইত্যাদিৰ অনুসন্ধান কৰিবলৈকে এই অধ্যায়টোৱে আমাক ইংগিত দিছে। জীৱনৰ কলা কিমান বাঢ়িল আৰু কিমান উঠিল তাৰেই জোখ্ মাখ্ কৰিবৰ কাৰণে এই অধ্যায়ৰ অৱতাৰণা। জীৱনৰ এই বৃদ্ধিমান কলাকেই গীতাই "দৈৱী-সম্পত্তি" নাম দিছে। ইয়াৰ বিপৰীতে বিবিলাক বৃত্তি আছে তাকে 'আসুৰী'

বুলি কোৱা হৈছে। ষোড়শ অধ্যায়ত দৈৱী আৰু আসুৰী সম্পত্তিৰ ভিতৰত লগা সংঘৰ্ষৰ কথাকে বৰ্ণনা কৰা হৈছে।

### (৮৯) অহিংসা আৰু হিংসা সেনা

প্ৰথম অধ্যায়ত যেনেকৈ এফালে কৌৰৱ সৈন্য আৰু আনফালে পাণ্ডৱ সৈন্যক সমুখা-সমুখী কৰা হৈছিল, সেই দৰেই ইয়াতো এফালে সদগুণ ৰূপী দৈৱী সৈন্য আৰু আনফালে দুৰ্গুণ ৰূপী আসুৰী সৈন্যক সমুখা-সমুখী কৰোৱা হৈছে। অতি প্ৰাচীন কালৰপৰা মানৱীয় মনত সদঅসৎ প্ৰবৃত্তি-বোৰৰ যি খৰিয়াল চলি আহিছে, তাৰে ৰূপকাত্মক বৰ্ণনা পৰিপাতিকৈ কৰিবলৈ ইয়াত চেষ্টা কৰা হৈছে। বেদত ইন্দ্ৰ আৰু বৃত্ৰ, পুৰাণত দেৱ আৰু দানৱ, ৰামায়ণত ৰাম আৰু ৰাৱণ, পাৰ্চীৰ ধৰ্ম্ম-গ্ৰন্থত অহুৰমজ্দ আৰু অহৰিমান, খৃষ্টিয়ান ধৰ্ম্মত প্ৰভু আৰু চৈতান, ইচ্লাম ধৰ্ম্মত আল্লাহ আৰু ইব্লীচ আদিৰ ভিতৰত হোৱা এনেধৰণৰ খৰিয়ালৰ বৰ্ণনা সকলো ধৰ্ম্ম-গ্ৰন্থতে আছে। কাব্যত স্থূল আৰু কঠোৰ বিষয়ৰ বৰ্ণনা সূক্ষ্ম বস্তুৰ ৰূপকৰদ্বাৰাই কৰা হয়। কিন্তু ধৰ্ম্ম-গ্ৰন্থত হ'লে সূক্ষ্ম মনোভাৱৰ বৰ্ণনা স্থূল ৰূপকৰ দ্বাৰাইহে কৰা হয়। কাব্যত স্থূলক সূক্ষ্মৰদ্বাৰাই আৰু ইয়াত সূক্ষ্মক স্থূলৰদ্বাৰাই বৰ্ণনা কৰা হয়। ইয়াৰদ্বাৰাই এইটো কবলৈ যোৱা নাই যে গীতাৰ আৰম্ভণিতে যি যুদ্ধৰ বৰ্ণনা কৰা হৈছিল সি কেৱল কাল্পনিক। অৱশ্যে সি ঐতিহাসিক ঘটনাও হব পাৰে কিন্তু কবিয়ে হলে ইয়াত তাৰ ব্যৱহাৰ নিজৰ সৎ উদ্দেশ্য সিদ্ধিৰ কাৰণেহে কৰিছে। কৰ্ত্তব্য কৰ্ম্ম কৰিবৰ সময়ত যেতিয়া মনত মোহ উৎপত্তি হয়, তেতিয়া মানুহে কি কৰিব লাগে, এই কথাটো যুদ্ধৰ এটা ৰূপকৰ দ্বাৰাই বুজোৱা হৈছে। এই ষোড়শ অধ্যায়ত ভাল আৰু বেয়াৰ বিবাদৰ কথা কোৱা হৈছে। গীতাত যুদ্ধৰ ৰূপকো দিয়া হৈছে।

কুৰুক্ষেত্ৰ আমাৰ বাহিৰতো আছে আৰু ভিতৰতো আছে। সূক্ষ্ম দৃষ্টিৰে যদি চোৱা যায় তেন্তে আমাৰ মনত যি দ্বন্দ্ব চলি আছে, তাকেই আমি বাহিৰ্জগতত মূৰ্ত্তিমান হোৱা দেখিবলৈ পাওঁ। বাহিৰত যি শত্ৰুক দেখা যায় সি মোৰ মনৰ বিকাৰেই সাকাৰ ৰূপ ধাৰণ কৰি দণ্ডায়মান হৈ থাকে। আৰ্চীত যেনেকৈ মোৰেই ভাল-বেয়া প্ৰতিবিম্ব মই নিজে দেখো, সেইদৰেই মোৰ মনৰ সদ্‌বদ্ ভাৱবিলাকে বাহিৰৰ শত্ৰু-মিত্ৰৰ ৰূপত মোকেই

দেখা দিয়ে। যেনেকৈ আমি জাগ্ৰত অৱস্থাৰ ঘটনাবোৰ সপোনত দেখোঁ, তেনেকৈয়ে আমাৰ মনত যি আছে তাকে আমি বাহিৰতো দেখোঁ। ভিতৰ আৰু বাহিৰৰ যুদ্ধত কোনো অন্তৰ নাই। আচল কথা কবলৈ গ'লে প্ৰকৃত যুদ্ধ ভিতৰতেহে হয়।

আমাৰ অন্তঃকৰণত এফালে সদ্‌গুণ আৰু আনফালে বদ্‌গুণবোৰ থিয় হৈ আছে! সিহঁতে নিজৰ নিজৰ বেহু ব্যৱস্থিত কৰি ৰাখিছে। সৈন্য দলৰ ভিতৰত যেনেকৈ এজন সেনাপতিৰ আৱশ্যক, সেইদৰেই ইয়াতো সদ্‌-গুণবিলাকে এজন সেনাপতি বৰণ কৰি থৈছে। তাৰ নামেই হৈছে "অভয়।" এই অধ্যায়ত 'অভয়'ক প্ৰথম স্থান দিয়া হৈছে। ই কোনো আকস্মিক কথা নহয়। জানি বুজিয়েই এই 'অভয়' বোলা শব্দটোক প্ৰথম স্থান দিছে কিজানি; 'অভয়' নেথাকিলে কোনো গুণেই সতেজ হব নোৱাৰে। সত্যৰ অবিহনে সৎগুণৰ কোনো মূল্যই নেথাকে, কিন্তু সত্যৰ কাৰণে নিৰ্ভয়তাৰ আৱশ্যক। ভয়াবহ পৰিবেশত সৎগুণ বিস্তাৰিত হব নোৱাৰে; বৰং তাত পৰি সিহঁতো দুৰ্গুণহে হৈ পৰিব। আনহাতেদি সৎপ্ৰবৃত্তিবিলাকো দুৰ্ব্বল হৈ পৰিব। নিৰ্ভয়তা সকলোবিলাক সৎগুণৰেই প্ৰধান সেনাপতি, কিন্তু সেনাৰ আগ-পিচ দুয়োফালে ভালকৈ তদ্‌বিৰ কৰিব লগা হয়। পোনপটীয়া আক্ৰমণ সম্মুখত হয় কিন্তু চোৰৰ আক্ৰমণ পিচফালৰ পৰা মনে মনেও হব পাৰে। সদ্‌গুণ সমূহৰ আগত 'অভয়' অলৰ অচৰ ভাৱে থিয় হৈ থাকে আৰু নম্ৰতাই পিচফালডোখৰ ৰক্ষা কৰে। এই দৰেই ৰব ভাল ৰচনা কৰা হয়। ইয়াত মুঠ চাবিশতা গুণৰ কথা কোৱা হৈছে। ইয়াৰ পাচিশটা গুণ আয়ত্ব কৰাৰ পিচতো যদি ক'ৰবাত অকণমান অহঙ্কাৰ হবলৈ পায় তেন্তে পিচৰপৰা এটা এটাকৈ চোৰে আক্ৰমণ কৰি সমস্ত গুণ নাইকিয়া কৰাৰ সম্ভাৱনা আছে। এই কাৰণেই পিচত 'নম্ৰতা' বোলে সদ গুণটো ৰখা হৈছে। 'নম্ৰতা' পিচত নথকা হলে এই জয় কেতিয়া পৰাজয়ত পৰিণত হয় তাৰ কোনেও গমকে ধৰিব নোৱাৰিবলেহে'তেন। এইদৰে আগত 'নিৰ্ভয়তা' পাচত 'নম্ৰতা'ক ৰাখি সকলোবিলাক সদ্‌গুণৰেই বিকাশ কৰিব পাৰি। এই দুটা মহান্‌ গুণৰ মাজত যি চৌবিশটা গুণ আছে, সিহঁতৰ বেছিভাগেই অহিংসাৰ পৰ্য্যায়বাচী বুলি কলে বঢ়াই কোৱা নহয়। ভূত-দয়া নিৰহঙ্কাৰ, ক্ষমা-শান্তি, অক্ৰোধ, অহিংসা, অদ্ৰোহ এই সকলোবিলাক অহিংসাৰেই অন্য নাম।

অহিংসা আৰু সত্য এই দুটা গুণৰ ভিতৰতে সকলোবিলাক গুণৰ সমাবেশ হৈ পাৰিছে। সকলোবিলাক সদ্‌গুণক যদি সংক্ষেপ কৰি পেলোৱা হয় তেন্তে অন্তত অহিংসা আৰু সত্য এই দুটাই বাকী থাকিব, ইয়াৰ বাহিৰে বাকী সকলোবিলাক সদ্‌গুণেই ইয়াৰ ভিতৰত সোমাই পৰিব, কিন্তু নিৰ্ভয়তা আৰু নম্ৰতাৰ কথা বেলেগ। নিৰ্ভয়তাৰ দ্বাৰাই উন্নতি কৰিব পাৰি আৰু নম্ৰতাৰ দ্বাৰাই ৰক্ষা হয়। সত্য আৰু অহিংসা এই দুয়োটা গুণকে মূলধন হিচাপে লৈ নিৰ্ভয়ভাৱে আগবাঢ়ি যাব লাগে। জীৱন বিশাল, আমি তাত অবাধে সঞ্চাৰ কৰি গৈ থকা উচিত। ভৰিয়ে যাতে ভুল নকৰে তাৰ কাৰণে সদায় নম্ৰ হব লাগে, তাৰ পিচত আৰু কোনো বিপদ হোৱাৰ আশংকা নেথাকে। তেতিয়া সত্য-অহিংসাৰ প্ৰয়োগ সকলো ঠাইতে নিৰ্ব্বিবাদে কৰি গৈ থাকিব পৰা হব। ইয়াৰ তাৎপৰ্য্য হৈছে এই যে সত্য আৰু অহিংসাৰ বিকাশ নিৰ্ভয়তা আৰু নম্ৰতাৰ দ্বাৰাই হে হয়।

এফালে য'ত সদ্‌গুণৰ ফৌজ থিয় হৈ আছে, আনফালে তাত দুৰ্গুণৰ ফৌজো সাজু হৈ আছে। দম্ভ, অজ্ঞান আদি দুৰ্গুণৰ বিষয়ে বেছি কবৰ আৱশ্যক নকৰে। ইহঁতৰ লগত আমাৰ নিতৌ পৰিচয় আছেই। দম্ভ আমাৰ স্বভাৱৰ নিচিনা হৈ পৰিছে। গোটেই জীৱনটোৱেই যেন দম্ভৰ ওপৰতেই প্ৰতিষ্ঠিত হৈ আছে। অজ্ঞানতাৰ বিষয়ে যদি কবলৈ যোৱা যায়, তেন্তে কব লাগিব যে সি এনেকুৱা এটা আকৰ্ষণীয় কাৰণ হৈ পৰিছে, যাক আমি প্ৰতি খোজতেই আগবঢ়াই কৰি নিবলৈ সমূলি কুণ্ঠা বোধ নকৰোঁ। অজ্ঞানতা যেন কোনো পাপেই নহয়। কিন্তু ভগৱানে কৈছে যে "অজ্ঞানতা ও এটা ডাঙৰ পাপেই।" চক্ৰেটিছে পিচে তাৰ ওলোটাটোহে কৈছিল। তেওঁৰ বিচাৰ চলি থকা অৱস্থাত তেওঁ কৈছিল—"যাক তুমি পাপ বুলি ভাবিছা, সিয়েই হৈছে অজ্ঞান আৰু সেই অজ্ঞানতা ক্ষমাৰ যোগ্য। অজ্ঞানতা নহ'লে পাপেই বা হব কেনেকৈ আৰু সেই অজ্ঞানতাক তুমি শাস্তিয়েই বা বিহিবা কেনেকৈ? কিন্তু ভগৱানে কৈছে যে "অজ্ঞানো পাপেই", আইনে কৈছে যে আইনৰ অজ্ঞানতা দূৰ কৰাটো আইনৰ কাম নহয়। ঐশ্বৰিক আইনতো অজ্ঞতা বৰ ডাঙৰ অপৰাধেই। ভগৱান আৰু চক্ৰেটিছে কোৱা কথাৰ ভাৱাৰ্থও একেই। নিজৰ অজ্ঞতাক কোন দৃষ্টিৰে চাব লাগে এইটো ভগৱানে কৈছে আৰু আনৰ পাপ কেনে দৃষ্টিৰে চাব লাগে তাক চক্ৰেটিছে কৈছে। আনৰ

পাপ বা দোষ ক্ষমা কৰিব লাগে, কিন্তু নিজৰ অজ্ঞানতাক ক্ষমা কৰিবলৈ গ'লে পাপ হব। নিজৰ অজ্ঞানতা লেশ্‌মাত্রও থাকিবলৈ দিব নেলাগে।

### (১০) অহিংসা বিকাশৰ চাৰিটা স্তৰ

এইদৰেই এফালে দৈৱী সম্পত্তি আৰু আনফালে আসুৰী সম্পত্তি নামৰ দুয়োদল সৈন্যই দণ্ডায়মান হৈ আছে। ইয়াৰ পৰা আসুৰী সম্পত্তিক বাদ দি দৈৱী সম্পত্তিক গ্রহণ কৰিব লাগে। সত্য, অহিংসা আদি দৈৱী গুণৰ বিকাশ অনাদি কালৰে পৰাই হৈ আহি আছে। মাজতে যি ডোখৰ কাল গ'ল তাতো তাৰ বিকাশ যথেষ্ট হৈছিল। তথাপি তাৰ বিকাশ পুৰা হবলৈ এতিয়াও বহুত বাকী আছে। বিকাশ যে সম্পূর্ণ ভাবে হৈ অতাঁইছে এনে নহয়। যেতিয়ালৈকে আমি সামাজিক শৰীৰ পাই থাকিম, তেতিয়ালৈকে আমাৰ বিকাশৰ কাৰণে অনন্ত সুবিধা থাকিবই। ব্যক্তিগত বিকাশ হৈ উঠিলেও সামাজিক, ৰাষ্ট্রীয় আৰু জাগতিক বিকাশ হবলৈ বাকী থাকেই। ব্যক্তিয়ে নিজৰ বিকাশৰ কাৰণে আৱশ্যকীয় ইন্ধন যোগাৰ কৰি অতোৱাৰ পাচত সমাজ তথা ৰাষ্ট্রৰ লাখ্ লাখ্ ব্যক্তিৰ বিকাশৰ কাৰ্য্যক্রমণিকা আৰম্ভ কৰিব লাগে। যদিও মানৱৰ দ্বাৰাই অহিংসাৰ বিকাশ অনাদি কালৰে পৰাই হৈ আহিছে, তথাপি আজিও সেই বিকাশ-ক্রিয়া চলিয়েই আছে।

অহিংসাৰ বিকাশ কেনেভাৱে হৈ আহিছে এইটোও চাব লগীয়া কথাই। তাৰ দ্বাৰা পৰমাৰ্থিক জীৱনৰ বিকাশ ক্রমান্বয়ে কেনে ভাবে বৃদ্ধি পাইছে আৰু কিমান দূৰ বাকী আছে তাকো বুজিব পৰা যাব। প্রথমতে হিংসুক-সকলৰ আক্রমণৰপৰা কেনেকৈ ৰক্ষা পাব পাৰি এই বিষয়ে অহিংসুক মানৱ সমাজে চিন্তা কৰিবলৈ ধৰিলে। আৰম্ভণিতে সমাজক ৰক্ষা কৰিবৰ কাৰণে ক্ষত্রিয় শ্রেণীক সৃষ্টি কৰিলে ; কিন্তু সিয়েই আকৌ পিচত গৈ সমাজক ভক্ষণ কৰিবলৈ ধৰিলে। তাৰ পিচত এই উন্মত্ত ক্ষত্রিয় সকলৰ হাতৰপৰা সমাজক কেনেকৈ ৰক্ষা কৰিব পাৰি এই বিষয়ে অহিংসুক ব্রাহ্মণসকলে চিন্তা কৰিবলৈ ধৰিলে। পৰশুৰামে নিজেই অহিংসুক হৈয়ো হিংসাৰ আশ্রয় ললে। তেওঁ ক্ষত্রিয়সকলক বিনাশ কৰিবলৈ ধৰিলে। ক্ষত্রিয়সকলৰপৰা হিংসাক দূৰীভূত কৰিবৰ কাৰণেই তেওঁ নিজে হিংসুক হ'ল। ইয়ো অহিংসাৰেইহে প্রয়োগ আছিল, পিচে তাত তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে। তেওঁ একৈশ বাৰ ক্ষত্রিয়ক সংহাৰ কৰিছিল, তথাপি ক্ষত্রিয় থাকিল যি থাকিলেইহে, কিয়নো এই প্রয়োগৰ

মূলতে ভুল আছিল। যি ক্ষত্ৰিয়ক তেওঁ নিক্ষত্ৰিয় কৰিবলৈ গৈছিল তাৰ ভিতৰত তেওঁ এজনৰ সংখ্যা বঢ়ালেহে। তেনে স্থলত সেই ক্ষত্ৰিয় বৰ্ণ নষ্ট কেনেকৈ হ'ব পাৰে? তেওঁ নিজেই হিংসুক ক্ষত্ৰিয় হৈ পৰিছিল। সেই বীজটো প্ৰতিষ্ঠিত আছিলেই। বীজ বা ঘাই শিপাডাল যেনে আছিল তেনে ভাবে ৰাখি যদি ডাল-পত্ৰ হে কাটি পেলোৱা হয়, তেন্তে সেই গছ পুনঃ পুনঃ গজি উঠিবই। পৰশুৰাম আছিল এজন ভাল মানুহ, কিন্তু তেওঁৰ প্ৰয়োগ বৰ আচৰিত ধৰণৰ আছিল। এই কাৰণেই ক্ষত্ৰিয় হৈ পৃথিৱীক নিক্ষত্ৰিয় কৰিব খুজিছিল। আচলতে তেওঁ নিজৰ ফলৰপৰাই প্ৰয়োগ আৰম্ভ কৰিব লাগিছিল। তাৰ আৰ্হি স্বৰূপ তেওঁ প্ৰথমে নিজৰ মূৰটোকে উড়াই দিয়াটো উচিত আছিল। মই যে ইয়াত পৰশুৰামৰ দোষ দেখুৱাইছো তাৰ মানে এইটো নহয় যে মই তেওঁতকৈ বেছি বুদ্ধিমান। তেওঁৰ মানত মই নিচেই সৰু ল'ৰা; কিন্তু তেওঁৰ কান্ধত উঠি থিয় হৈছো যেতিয়া মই অনায়াসে বেছি দূৰলৈ দেখিমেই। পৰশুৰামৰ প্ৰয়োগৰ মূলতেই ভুল আছিল। হিংসাপৰায়ণ হৈ হিংসাক দূৰ কৰাটো সম্ভৱপৰ নহয়। ইয়াৰ দ্বাৰাই হিংসুকৰ সংখ্যা হে বৃদ্ধি পাব। পিচে সেই সময়ত এই কথাটো তেওঁৰ মনত নেখেলাইছিল। সেই কালৰ ভাল ভাল মানুহে, আনকি মহান অহিংসুক ব্যক্তিয়েও তেওঁলোকৰ মনত যি খেলাই-ছিল তাকে প্ৰয়োগ কৰি চাইছিল। পৰশুৰামো সেই কালৰ এজন মহান্ অহিংসাবাদী পুৰুষ আছিল। হিংসাৰ উদ্দেশ্যে তেওঁ হিংসা কৰা নাছিল। অহিংসা স্থাপনৰ কাৰণেহে তেওঁ হিংসাৰ আশ্ৰয় লৈছিল।

কিন্তু সেই প্ৰয়োগত অকৃতকাৰ্য্য হ'ল। তাৰ পাচত ৰামৰ যুগ আহিল। সেই সময়তো আকৌ ব্ৰাহ্মণ সকলে চিন্তা কৰিবলৈ ধৰিলে। তেওঁলোকে হিংসা ত্যাগ কৰিলে আৰু এইটোও নিশ্চয় কৰিলে যে আমি আৰু নিজে হিংসা নকৰো। পিচে ৰাক্ষসৰপৰা ৰক্ষা পোৱা যাব কেনেকৈ? তেওঁলোকে ভাবিলে যে এই ক্ষত্ৰিয় সকলেতো হিংসা কৰিবই গতিকে তেওঁলোকৰ হতুৱায়েই ৰাক্ষসক সংহাৰ কৰিব লগা হ'ল। হুলেৰেহে হুল কাঢ়িব লাগে। আমি তাৰপৰা আঁতৰি থকাই ভাল হ'ব। এই কাৰণেই বিশ্বামিত্ৰই যজ্ঞ ৰক্ষাৰ্থে ৰাম-লক্ষ্মণক লৈ আহিলে গৈ আৰু তেওঁলোকৰ হতুৱাই ৰাক্ষসক সংহাৰ কৰালে। আজি আমি এইদৰে ভাবিব ধৰিছো যে "যি অহিংসা স্বসংৰক্ষিত নহয়; যাৰ নিজৰ ভৰি নাই, এনেকুৱা খোৰা-কোঙা অহিংসা কেনেকৈ তিষ্ঠি থাকিব পাৰিব?"

কিন্তু বশিষ্ঠ, বিশ্বামিত্রৰ নিচিনা ক্ষত্রিয়সকলৰ ওপৰত নির্ভৰ কৰি নিজক ৰক্ষা কৰাত কোনো দোষ বা ত্রুটি আছে বুলি নেভাবে। কিন্তু ৰামৰ নিচিনা ক্ষত্রিয় নোপোৱা হলে? বিশ্বামিত্রই কৈছে "মই মৰি গ'লেও হিংসা নকৰো।" কিয়নো হিংসুক হৈ হিংসা দূৰ কৰাৰ প্ৰয়োগ তেওঁ কৰি অতাইছে। এতিয়া তেওঁ এইটোহে নিশ্চয় কৰিছে যে মই অহিংসা নেৰো। যদি কোনো ক্ষত্রিয়ক নেপাওঁ তেন্তে, লাগিলে অহিংসক হিচাপেই মৃত্যুকে বৰণ কৰিম—এই ভূমিকা এতিয়া তৈয়াৰ হৈ উঠিছে। অৱশ্য কাণ্ডত এটা কাহিনী আছে। বিশ্বামিত্রৰ লগত যাওঁতে ৰামে সুধিলে—"এই দ'মবিলাক কিহৰ?" বিশ্বামিত্রই কলে "এইবিলাক ব্ৰাহ্মণসকলৰ হাড়ৰ দ'ম। অহিংসক ব্ৰাহ্মণ সকলে আক্ৰমণকাৰী হিংসুক ৰাক্ষসহ'তৰ প্ৰতিশোধ লোৱা নাছিল। তেওঁলোকে মৃত্যুকে বৰণ কৰিছিল। তেওঁলোকৰেই হাড়ৰৰ দ'ম এইবিলাক।" এই অহিংসাত ব্ৰাহ্মণ-সকলৰ ত্যাগ যথেষ্ট আছিল; কিন্তু তেওঁলোকে তাৰ লগতে আনৰপৰা সুৰক্ষাৰো আশা পোষণ নকৰাকৈ নাছিল। এনেকুৱা দুৰ্ব্বলতা থকা কাৰণেই অহিংসাই পূৰ্ণতা লাভ কৰিব পৰা নাছিল।

তাৰ পাচত সাধুসন্তসকলে তৃতীয়টো প্ৰয়োগ আৰম্ভ কৰিছিল। তেওঁলোকে এইটো সিদ্ধান্ত কৰিছিল "আমি নিজক ৰক্ষা কৰিবৰ কাৰণে আন কাৰোৰে সহায়-সাৰথি নলওঁ। আমাৰ অহিংসাই আমাক ৰক্ষা কৰিব। ইহে প্ৰকৃত ৰক্ষা হ'ব।" সাধুসকলৰ এই প্ৰয়োগটো ব্যক্তি নিষ্ঠ আছিল। এই ব্যক্তিগত প্ৰয়োগত তেওঁলোকে পূৰ্ণতা লাভ কৰিলে ; কিন্তু সি শেষলৈকে ব্যক্তিগত হৈয়েই থাকিল। সমাজত যদি হিংসুক মানুহৰ আক্ৰমণ চলে আৰু সমাজেও যদি সাধুসন্তসকলক আহি সোধে—"এতিয়া কি কৰা যায়? তেন্তে সাধুসকলেও কিজানি তাৰ কোনো নিশ্চিত উত্তৰ দিব নোৱাৰিলেহেঁতেন। ব্যক্তিগত জীৱনত অহিংসাক পৰিপূৰ্ণ অৱস্থালৈ অনা সেই সাধুসন্তসকলে হয়তো সমাজক এই বুলিহে কলেহেঁতেন, "ৰাইজসকল! আমি কি কৰিম? নিৰুপায়।" সাধুসন্তসকলক দোষাৰোপ কৰিবলৈ যোৱাটো মোৰ পক্ষে লৰালি সাহস বুলিয়েই কব লাগিব। তথাপি তেওঁলোকৰ কান্ধত বহি মোৰ ক্ষুদ্ৰ জ্ঞানে যিখিনিকে চুকি পাইছে, তাকেহে কৈছো। ইয়াৰ কাৰণে যেন তেওঁলোকে মোক ক্ষমা কৰে আৰু তেওঁলোকে ক্ষমা কৰিবও, কিয়নো তেওঁলোকৰ ক্ষমা অতি মহান। অহিংসা পূৰ্ণ উপায়েৰে যে তেওঁলোকে সামূহিক প্ৰয়োগ কৰিবলৈ প্ৰেৰণা নেপাইছিল

এইটোও কব নোৱাৰি; কিন্তু সেই সময়ৰ পৰিস্থিতি হয়তো তেওঁলোকে তাৰ অনুকূল যেন নেপাইছিল। তেওঁলোকে নিজৰ কাৰণে বেলেগ প্ৰয়োগ কৰি চালে; কিন্তু এনেকৈ বেলেগে বেলেগে কৰা প্ৰয়োগৰ ফল স্বৰূপেহে শাস্ত্ৰৰো ৰচনা হয়। সম্মিলিত অভিজ্ঞতাৰ দ্বাৰাই শাস্ত্ৰৰ নিৰ্ম্মাণ হয়।

সাধুসন্তসকলে ব্যক্তিগত ভাবে কৰা প্ৰয়োগৰ পাচত আজি আমি চতুৰ্থটো প্ৰয়োগ কৰিব ধৰিছো। সিয়েই হৈছে গোটেই সমাজ মিলি অহিংসাত্মক উপায়েৰে হিংসাৰ প্ৰতিকাৰ কৰা, এইদৰেই আজিলৈকে চাৰিটা প্ৰয়োগ চলিল। প্ৰত্যেকটো প্ৰয়োগতে অপূৰ্ণতা আছিল আৰু আছেও। বিকাশক্ৰমত এই কথাটো অপৰিহাৰ্য্য। পিচে এইটো হলে কবই লাগিব যে সেই সেই কালৰ কাৰণে সেই সেই প্ৰয়োগ পূৰ্ণই আছিল আৰু দহহেজাৰ বছৰৰ পিচত আজি আমাৰ এই অহিংসাৰ যুদ্ধতো বহু পৰিমাণে হিংসাৰ ভাগ থকা দেখিবলৈ পোৱা যাবই। শুদ্ধ অহিংসাৰ আৰু প্ৰয়োগ চলিয়েই থাকিব। অকল জ্ঞান, কৰ্ম্ম আৰু ভক্তিৰেই নহয়, আন সকলোবিলাক সৎ গুণৰেই বিকাশ হ'ব ধৰিছে। পূৰ্ণ বস্তু এটা আৰু সিয়েই হৈছে পৰমাত্মা। ভগবদ্‌গীতাৰ পুৰুষোত্তমযোগ পূৰ্ণ, কিন্তু ব্যক্তি আৰু সামূহিক জীৱনত তাৰ পূৰ্ণ বিকাশ হবলৈ এতিয়াও বাকী আছে। বচনৰো বিকাশ হয়। ঋষিসকলক মন্ত্ৰৰ দ্ৰষ্টা বুলিহে ভবা হৈছিল, কৰ্ত্তা নহয়; কিয়নো তেওঁলোকে মন্ত্ৰৰ যি অৰ্থ কৰিছিল, সিয়েই যে তাৰ অৰ্থ এনে নহয়। তেওঁলোকে মন্ত্ৰবিলাক এটা দৃষ্টিকোণৰ পৰাহে চাইছিল। এতিয়া আমি তাৰ আৰু বিকশিত অৰ্থও কৰিব পাৰোঁ। তেওঁলোকতকৈ যদি আমি আৰু বহল দৃষ্টিৰে চাওঁ বা দেখো তেন্তে এইটো আমাৰ কৃতিত্ব নহয়; কিয়নো তেওঁলোকৰ আধাৰতহে আমিও আগবাঢ়িব পাৰিছোঁ। মই যে ইয়াত অহিংসাৰ বিকাশৰ কথা কৈছো, তাক এই কাৰণেই কৈছো যে যদি আমি সকলোবিলাক সদ্‌গুণৰ সাৰভূত বস্তুখিনি উলিয়াব খোজোঁ তেন্তে তাৰপৰা অহিংসাইহে ওলাব। আৰু আন হাতেদি আমি আজি সেই অহিংসাত্মক যুদ্ধতেইহে লিপ্ত হৈ আছোঁ। এই তত্ত্বৰ বিকাশনো কেনেকৈ হৈছে তাক আমি ইয়াৰ পৰাই দেখিছোঁ।

### ( ১১ ) অহিংসাৰ এটা মহান্ প্ৰয়োগ : মাংসাহাৰ পৰিত্যাগ

হিংসুক সকলৰ আক্ৰমণৰ পৰা অহিংসাৰ নীতি মানোঁতা সকলে নিজৰ আত্মৰক্ষা কেনেকৈ কৰিব পাৰে, এই পৰ্য্যন্ত আমি অহিংসাৰ

সেইফালটো দেখা পালোঁ। ব্যক্তিসমূহৰ পাৰস্পৰিক খৰিয়ালত অহিংসাৰ বিকাশ কেনে ভাবে হব লাগিছে তাকো আমি দেখিলোঁ। কিন্তু খৰিয়াল মানুহ আৰু পশুৰ ভিতৰতো চলিবই লাগিছে। মানুহে নিজৰ ভিতৰত লগা দন্দ-খৰিয়ালৰ অৱসান এতিয়াও ঘটাব পৰা নাই। তেওঁলোকে পশু-পক্ষীৰ মঙহ খাইহে জীয়াই আছে। অদ্যপৰ্য্যন্ত তেওঁলোকে নিজৰ বিবাদৰ একো মীমাংসা কৰিব পৰা নাই, অথচ নিজতকৈ নিম্নকোটিৰ, হীন-বীৰ্য্য পশু-পক্ষীবিলাকক নোখোৱাকৈ তেওঁলোক জীয়াই থাকিব নোৱাৰাত পৰিছে। হেজাৰ হেজাৰ বছৰ জীয়াই থাকিও মানুহ হিচাপে কেনেকৈ জীৱন ধাৰণ কৰিব লাগে এই বিষয়ে কোনেও নেভাবিলে। মানুহে, মানুহৰ দৰে জীয়াই থাকিব নেজানে ; কিন্তু এতিয়া এই কথাটোৰো বিকাশ হ'ব লাগিছে। এসময়ত মানুহে অকল পশু-পক্ষীৰ ওপৰতেই নিজৰ জীৱন নিৰ্ব্বাহ কৰিছিল। কিন্তু যি সকল উত্তম আৰু বুদ্ধিমান লোক আছিল তেওঁলোকে এইটো ভাল নেপাইছিল। তেতিয়া তেওঁলোকে এটা নিয়ম কৰিলে যে যদি মাংস খাবই লাগে তেন্তে যজ্ঞত বলি দিয়া পশুৰহে মাংস খোৱা উচিত। হিংসাক বন্ধ কৰাই ইয়াৰ উদ্দেশ্য আছিল। বহুতেই সম্পূৰ্ণ ভাৱে মাংস বৰ্জ্জন কৰিলে কিন্তু যি সকলে পুৰা ভাৱে এৰিব নোৱাৰিলে, তেওঁলোকক এই বুলি অনুমতি দিয়া হৈছিল যে তেওঁলোকে সেই পশু যজ্ঞত পৰমেশ্বৰক সমৰ্পণ কৰিব আৰু কিছু তপস্যা কৰিব, তাৰ পিচত হে খাব। সেই সময়ত এইটো ভবা হৈছিল যে "মাংস যজ্ঞতেইহে খাব পায়," এনেকুৱা নিয়ম কৰিলে হিংসা বন্ধ হবই ; কিন্তু পিচত গৈ যজ্ঞ এটা নিত্য-নৈমেত্তিক ক্ৰিয়াৰ দৰে হৈ পৰিল। যাৰে যেতিয়াই মন যায়, তেওঁ তেতিয়াই যজ্ঞ কৰিবলৈ ধৰিলে আৰু মাংসও খাবলৈ ধৰিলে। তাৰ পাচত ভগৱান বুদ্ধ আহিল। তেখেতে ক'লে—তোমালোকে মাংস খাব খুজিছা যদি খোৱা, কিন্তু ভগৱানৰ নাম লৈ নেখাবা।" এই দুয়ো ফাঁকি বচনৰেই হেতু একে আছিল। হিংসা বন্ধ হব লাগে আৰু সমাজ ৰূপী গাড়ী যি কোনো প্ৰকাৰেৰেই নহওক সংযমৰ পথত উপনীত হব লাগে। যাগ-যজ্ঞ কৰকেই বা নকৰকেই দুয়োটাৰ দ্বাৰা আমি যে মাংসাহাৰ ত্যাগ কৰিব লাগে তাৰেই হে শিক্ষা পাইছোঁ। এইদৰেই আমি লাহে লাহে মাংসাহাৰ বৰ্জ্জন কৰিবলৈ ধৰিলোঁ।

পৃথিৱীৰ ইতিহাসত অকল ভাৰতবৰ্ষতেই হে এনেকুৱা মহান্ প্ৰয়োগ

চলিছিল। কোটি কোটি মানুহ মাংস খাবলৈ এৰি দিলে। আজি যে আমি মাংস নেখাওঁ, ইয়াত বৰাই কৰিব লগীয়া কথা একো নাই। পূৰ্ব্ব-পুৰুষসকলৰ পুণ্যৰ ফলত আমাৰ এইটো অভ্যাসত পৰিণত হৈছে। কিন্তু অতীজতে ঋষিসকলে মাংস খাইছিল বুলি যদি আমি শুনোঁ বা পঢ়োঁ, তেন্তে আমাৰ বৰ আচৰিত যেন লাগে। "কি কথা কবলৈ আহিছাহে? ঋষিয়নো ক'ৰবাত মাংস খাইছিলনে? মিছা কথা, কেতিয়াও খোৱা নাছিল।" তেওঁলোকে মাংস যেনেকৈ খাইছিল, সেইদৰেই তাক সংযম পূৰ্ব্বক ত্যাগো কৰিছিল। এয়েই তেওঁলোকৰ শ্ৰেষ্ঠতাৰ পৰিচয়। সেইবিলাক কৰ্ম্মৰ অভিজ্ঞতা আজি আমাৰ নাই। তেওঁলোকৰ পুণ্যৰ ফল আজি আমি ভোগ কৰিছোঁ।

ভৱভূতিৰ 'উত্তৰ ৰাম চৰিত'ত এটা কথা আছে। বাল্মীকিৰ আশ্ৰমলৈ বশিষ্ঠ মুনি গৈছিল। তেওঁৰ অভ্যৰ্থনাৰ্থে এটা সৰু দামুৰি পোৱালি মৰা হৈছিল। তাকে দেখি এটা সৰু ল'ৰাই এটা ডাঙৰ ল'ৰাক কৈছিল "আজি আমাৰ আশ্ৰমলৈ এটা মস্ত ডাঢ়ীয়া বাঘ আহিছে নহয়! সি বোপাই আমাৰ দামুৰি পোৱালিটো খাই পেলালে।" ডাঙৰ ল'ৰাটোৱে কলে, "হেৰ' সেইদৰে কব নেপায়, তেওঁ বশিষ্ঠ ঋষিহে।" আগৰদিনত তেওঁলোকে মাংসাহাৰ কৰিছিল আৰু আজি আমি কৰা নাই—ইয়াৰ মানে এইটো নহয় যে আমি আজি তেওঁ-লোকতকৈ বহুত ডাঙৰ হৈ গলোঁ। তেওঁলোকৰ অভিজ্ঞতাৰ পৰা আমি যথেষ্ট লাভৱান হৈছোঁ। আজি আমি তেওঁলোকৰ সেই অভিজ্ঞতাৰ আৰু বিকাশ সাধন কৰিব লাগিব। আমি গাখীৰো একেবাৰেই এৰি দিয়াৰ প্ৰয়োগ চলাব লাগে। মানুহে অন্য জীৱৰ গাখীৰ খোৱাটোও অনুচিতেই। দহ হেজাৰ বছৰৰ পাচত মানুহে আমাৰ বিষয়ে কব "আমাৰ পূৰ্ব্বপুৰুষ সকলেও গাখীৰ নোখোৱাৰ ব্ৰত লব লগা হৈছিলনেকি?" ৰাম-ৰাম, তেওঁলোকেনো গাখীৰ কেনেকৈ খাইছিল চাগৈ? তেওঁলোকনো বাৰু ইমান জংঘলী আছিলনে?" সাৰাংশ হৈছে এই যে আমি নিৰ্ভয় হৈ, নম্ৰতা পূৰ্ব্বক আমাৰ প্ৰয়োগ নিৰন্তৰ চলাই গৈ থাকিব লাগে। সত্যৰ পৰিধি ক্ৰমে বঢ়াই গৈ থকাটো আমাৰ সকলোৰে কৰ্ত্তব্য। বিকাশৰ কাৰণে এতিয়াও যথেষ্ট অৱকাশ আছে। কোনো গুণৰেই পূৰ্ণ বিকাশ হৈ উঠা নাই।

### (১২) আসুৰী শক্তিৰ তিনিতৰপীয়া মহত্বাকাংক্ষাঃ সত্তা, সংস্কৃতি আৰু সম্পত্তি

আমি আসুৰী সম্পদপৰা দূৰত থাকিব আৰু দৈৱী সম্পত্তিৰ বিকাশ সাধন কৰিব লাগে। ভগৱানে আসুৰী সম্পত্তিৰ বৰ্ণনা এই কাৰণেই কৰিছিল যাতে আমি তাৰপৰা সদায় দূৰত থাকিব পাৰোঁ। মূঠতে ইয়াত মুখ্য কথা তিনিটা আছে। 'সত্তা, সংস্কৃতি আৰু সম্পত্তিত আসুৰিক চৰিত্ৰৰ সাৰ নিহিত আছে। তেওঁলোকে কয় যে আমাৰ সংস্কৃতিয়েই আটাইতকৈ উৎকৃষ্ট আৰু এই কাৰণেই তাক গোটেই পৃথিৱীৰ ওপৰত জাপি দিব লাগে। আমাৰ সংস্কৃতি-কেনো কিয় জাপি দিব লগা হ'ল? তেতিয়া কব যে "সিয়েই আটাইতকৈ ভাল। কিয় ভাল? কিয়নো সি আমাৰ।" ব্যক্তি লাগিলে আসুৰীয়েই হওক বা অসুৰৰ দ্বাৰাই প্ৰতিষ্ঠিত সাম্ৰাজ্যই হওক তথাপি তাৰ কাৰণে এই তিনিটা বস্তুৰ আৱশ্যকতা আছেই।

ব্ৰাহ্মণসকলেও ভাৱে যে আমাৰ সংস্কৃতি সৰ্ব্বশ্ৰেষ্ঠ। আমাৰ বেদত সমস্ত জ্ঞান ভৰি আছে। বৈদিক সংস্কৃতিৰ বিজয় গোটেই বিশ্ব-ব্ৰহ্মাণ্ডতেই হ'ব লাগে। "অগ্ৰতশ্চতুৰো বেদান্ পৃষ্ঠতঃ সশৰং ধনুঃ"—এই দৰেই সু-সজ্জিত হৈ গোটেই পৃথিৱীৰ ওপৰত নিজৰ সংস্কৃতিৰ ধ্বজা উৰোঁৱা। কিন্তু যাৰ পিঠিত 'সশৰং ধনুঃ' থাকিব তেওঁৰ হাতত থকা বেদৰ পৰিসমাপ্তি হৈছে বুলিয়েই ধৰিলব লাগিব। কোৰাণ শৰীফত যি লিখা আছে সেই সকলো-বিলাকেই সচা বুলি মছলমানসকলেও ধৰিলৈছে। খৃষ্টিয়ান সকলেও-এনেকুৱা বুলিয়েই ভাবিছে। আন ধৰ্ম্মৰ মানুহ যিমান উচ্চ-কোটিৰেই নহওক লাগিলে, তেওঁৰ যদি যিশুখৃষ্টৰ ওপৰত বিশ্বাস নেথাকে তেন্তে তেওঁ কেতিয়াও স্বৰ্গলৈ যাব নোৱাৰে। ভগৱানৰ মন্দিৰলৈ যাবলৈ তেওঁলোকে কেৱল মাত্ৰ এখন হে দুৱাৰ ৰাখিছে আৰু সিয়েই হৈছে খৃষ্টিয়ান সকলৰ মানুহে নিজৰ নিজৰ ঘৰত অনেক দুৱাৰ খিড়িকী লগায়; কিন্তু এওঁলোকে হলে ভগৱনাৰ মন্দিৰলৈ যাবলৈ কেৱল এখনহে দুৱাৰ ৰাখে।

**মই হে কুলীন শ্ৰীমন্ত, মোৰ জোৰ কহ'ী নহ'ী**

এইটোকে সকলোৱেই মানে। মই নো কোন? মই ভাৰদ্বাজ কুলৰ। মোৰ এই পৰম্পৰা অবাধ গতিত চলি আহিছে। পশ্চিমীয়া সকলৰো এই একে অৱস্থাই। কথিত আছে যে আমাৰ শিৰায় শিৰায় মাৰ্শ্যানসকলৰ তেজৰ সোঁত বব লাগিছে। আমাৰ ইয়াততো গুৰু সকলৰ পৰম্পৰা চলিয়েই আছে। মূল আদি গুৰু হৈছে শঙ্কৰ। তাৰ পিচত ব্ৰহ্মাদেৱ বা আন কোনোবা, তাৰ

পাচত নাৰদ ব্যাস তাৰ পিচত আৰু কোনোবা ঋষি। তাৰ পিচত আৰু পাঁচ দহটা মান নাম আছে। তাৰ পিচত নিজ গুৰুৰ নাম আছে। আটাইতকৈ শেষত হে মই, এনেকুৱা পৰম্পৰাৰ কথাই সাধাৰণতে কোৱা যায়। এই বংশাৱলীৰ দ্বাৰাই এইটো প্ৰমাণিত হৈছে যে আমি ডাঙৰ, আমাৰ সংস্কৃতিয়েই শ্ৰেষ্ঠ। সচাঁকৈয়ে যদি আপোনাৰ সংস্কৃতিয়েই শ্ৰেষ্ঠ তেন্তে তাক নিজৰ আচৰণত অন্ততঃ দেখিবলৈ পাব লাগে। তাৰ প্ৰভা আপোনাৰ জীৱনত বিস্তাৰিত হবলৈ দিয়ক। কিন্তু সাধাৰণতে এনেকুৱা নহয়। যিটো সংস্কৃতি আমাৰ নিজৰ জীৱনতেই নাই বা আমাৰ ঘৰতো নাই ; তাক গোটেই পৃথিৱীত প্ৰচাৰ কৰিবলৈ আকাংক্ষা কৰাটোকেই আসুৰী চিন্তাধাৰা বোলে।

আকৌ মোৰ সংস্কৃতি যেনে সুন্দৰ, সেইদৰেই মোৰ মনলৈ এই ভাবো আহে যে জগতৰ সমস্ত সম্পত্তি ৰাখিব পৰাৰ যোগ্যতা অকল মোৰেই হে আছে, গতিকে মই তাক যেনে তেনে পাবই লাগিব। সেই সম্পত্তিনো মই কিয় পাব লাগে ? সকলোকে সমানভাৱে ভগাই দিবলৈকে নহয় জানো ? ইয়াৰ কাৰণেই মই নিজক ধন-সম্পত্তিৰে পূৰ্তি পেলাইছোঁ। আকবৰেও ইয়াকে কৈছিল, "এই ৰাজপুতসকলনো মোৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত এতিয়াও কিয় হোৱা নাই ? এখন যদি বিশাল সাম্ৰাজ্য গঢ়ি উঠে তেন্তে পৃথিৱীত শান্তি প্ৰতিষ্ঠিত হ'ব।" তেওঁ প্ৰামাণিক স্বৰূপ এই কথাটো মানি লৈছিল। বৰ্ত্তমান অসুৰবিলাকৰো ধাৰণা এইটোৱেই যে গোটেই সম্পত্তি গোটাব লাগে। কিয় ? তাক সকলোকে পুনৰ ভগাই দিবৰ কাৰণে।

তাৰ কাৰণে মোক ক্ষমতা লাগে। সকলো ক্ষমতা একেখন হাতত কেন্দ্ৰী-ভূত হ'ব লাগে। গোটেই পৃথিৱী মোৰ শাসনাধীন হোৱা উচিত। স্বতন্ত্ৰ— মোৰ তন্ত্ৰ অনুসৰি চলিব লাগে। যি মোৰ অধীন হব, যি মোৰ তন্ত্ৰ মতে চলিব, সিয়েই স্বতন্ত্ৰ। এইদৰেই সংস্কৃতি ক্ষমতা আৰু সম্পত্তি—এই তিনি-ওটা মুখ্য কথাক ভিত্তি কৰিয়েই আসুৰী সম্পত্তিৰ ওপৰত জোৰ দিয়া হৈছে।

এসময়ত গোটেই সমাজৰ ওপৰত ব্ৰাহ্মণ সকলৰেই প্ৰভুত্ব আছিল। তেওঁ-লোকে শাস্ত্ৰ আৰু আইন ৰচনা কৰিছিল। ৰজাসকল তেওঁলোকৰ ওচৰত নত-মস্তক আছিল। সেই যুগ পৰিৱৰ্ত্তন হ'ল। তাৰ ঠাইত ক্ষত্ৰিয় যুগৰ আগমন হ'ল। ঘোৰা মেলিবলৈ ধৰিলে। দিগ্বিজয়ো কৰি ৰাখিলে ধৰিলে। এই ক্ষত্ৰিয় সংস্কৃতি আহিছিল আৰু সিয়ো গুচি গ'ল। ব্ৰাহ্মণ

কয়—"মই শিক্ষা দিওঁতা, আনবিলাক হৈছে লওঁতা ; মোৰ বাহিৰে আৰু গুৰু কোন আছে?" ব্ৰাহ্মণসকলৰ নিজ সংস্কৃতিৰ অভিমান আছিল। ক্ষত্ৰিয়সকলৰ জোৰ আছিল ক্ষমতাৰ ওপৰত—"আজি ইয়াক মাৰিলোঁ, কালিলৈ তাক মাৰিম।" এই কথাটোৰ ওপৰতেই তেওঁলোকৰ সমুদায় বলশক্তিয়ে নিৰ্ভৰ কৰিছিল। তাৰ পাচত বৈশ্যসকলৰ যুগ আহিল। "পিঠিত মাৰা, কিন্তু পেটত নেমাৰিবা।" ইয়াতেই বৈশ্যসকলৰ সমস্ত তত্ত্বজ্ঞান নিহিত আছিল। সকলো শিক্ষা আছিল পেটৰ শিক্ষা। "এইখিনি ধন মোৰ আৰু সেই খিনিও মোৰেই হ'ব"—এয়েই আছিল তেওঁলোকৰ জপ আৰু এয়েই সংকল্প! ইংৰাজে আমাক কৈছিল নহয়—"স্বৰাজ লাগে যদি লোৱা বাৰু, কিন্তু আমাৰ তৈয়াৰী মাল বেচিবৰ কাৰণে হলে আৱশ্যকীয় সা-সুবিধা দিব লাগিব, তাৰ পিচত তোমালোকে তোমালোকৰ সংস্কৃতি যিমানেই অধ্যয়ন নকৰা কৌপিন যিমানেই নিপিন্ধা আৰু সংস্কৃতিৰ চৰ্চা যিমানেই নকৰা, লাগে তাত আমাৰ কোনো আপত্তি নাই।" আজি-কালি যিবিলাক যুদ্ধ হৈছে সেই সকলোবিলাকেই কেৱল বেপাৰ-বাণিজ্যক লৈয়েই হৈছে। এই যুগে এই নিচিনাকৈয়ে যাব। যোবাৰ উপক্ৰম হৈছেই। এনেকুৱা যত বিলাক আছে, সেই সকলোবিলাকেই আসুৰী সম্পত্তিৰ একোটাহ'ত প্ৰকাৰ মাত্ৰ।

### (১৩) কাম-ক্ৰোধ-মুক্তিৰ শাস্ত্ৰ-সম্মত সংযম মাৰ্গ

আমি আসুৰী সম্পত্তিক দূৰতে বিদূৰ কৰিব লাগে। চমু কথাত কবলৈ গ'লে আসুৰী সম্পত্তিৰ অৰ্থ—"কাম, ক্ৰোধ আৰু লোভ।" এই তিনিওটাই গোটেই পৃথিৱীক নচুৱাব লাগিছে। এতিয়া সেই নাচ শেষ কৰিবৰ সময় হ'ল। আমি সদায় ইয়াৰ পৰা আঁতৰি থাকিবই লাগিব। কামৰ পৰাই ক্ৰোধ আৰু লোভৰ সৃষ্টি হৈছে। কামৰ অনুকূল পৰিস্থিতিৰ উদ্ভৱ হোৱাৰ পৰাই লোভৰ সৃষ্টি হয় আৰু প্ৰতিকূল পৰিস্থিতিৰ উদ্ভৱ হ'লে ক্ৰোধ সৃষ্টি হয়। গীতাই দঢ়াই দঢ়াই কবই লাগিছে যে এই তিনিওটাৰ পৰাই আঁতৰি থাকিবা। ষোড়শ অধ্যায়ৰ অন্ততো ইয়াকে কৈছে কাম, ক্ৰোধ আৰু লোভ এই তিনিওটাই নৰকৰ তিনিখন প্ৰকাণ্ড দুৱাৰ। ইয়াত বহুতো লোকৰ সমাগম হয়। এই কেইখন দুৱাৰেদি অনেক মানুহ অহা-যোৱা কৰে। নৰকৰ পথ বৰ বহল। সেই পিনেদি মটৰ চলা-চল কৰে। সেই বাটেদি গ'লে বহুতো সঙ্গীৰ লগ পোৱা যায়, কিন্তু সত্যৰ পথ অতি সংকীৰ্ণ।

তেনেহলে এই কাম ক্ৰোধ লোভৰ পৰা এতিয়া ৰক্ষা পোৱা যাব কেনেকৈ? ইয়াৰ কাৰণে সংযমৰ পথ বাচি লব লাগিব। শাস্ত্ৰ সম্মত সংযমৰ আশ্ৰয় গ্ৰহণ কৰিব লাগিব। সাধু পুৰুষ সকলৰ অভিজ্ঞতাই হৈছে শাস্ত্ৰ। বিভিন্ন প্ৰয়োগৰ দ্বাৰা সাধু সকলে যি অভিজ্ঞতা অৰ্জ্জন কৰিছিল, তাৰপৰাই শাস্ত্ৰ হৈছে। এই কাৰণে এই সংযমৰ সিদ্ধান্ত গ্ৰহণ কৰিব লাগে। অযথা শংকা আদি কৰিবৰ কোনো আৱশ্যক নাই। অনুগ্ৰহ কৰি এনেকুৱা তৰ্ক আৰু এনে সন্দেহ মনলৈ নানিব যে যদি কাম ক্ৰোধ উঠি যায়, তেন্তে পৃথিৱীৰ কি অৱস্থা হ'ব, গতিকে সি থাকিবই লাগিব। কাম-ক্ৰোধনো অলপো থাকিব নেলাগিবনে? বন্ধু সকল, কাম-ক্ৰোধ আগৰে পৰা পুৰা মাত্ৰাই আছে। তেনেহলে ব্যৰ্থ বুদ্ধি ভেদৰ সৃষ্টি কিয় কৰিছে? কাম, ক্ৰোধ, লোভ আপোনালোকক যিমান লাগে তাতকৈ অলপ বেছিহে আছে। কাম শক্তি যদি লোপ পায় তেন্তে সন্তান-সন্ততি কেনেকৈ হ'ব—এই বিষয়ে চিন্তা কৰিবৰ কোনো আৱশ্যক নাই। আপোনালোকে সন্তান-সন্ততিৰ জন্ম যিমানেই নিদিয়ক, এনেকুৱা এটা সময় আহিব যেতিয়া পৃথিৱীত মানুহৰ নাম গোন্ধেই নোহোৱা হ'ব। এইটো আমাৰ কথা নহয়, বৈজ্ঞানিক সকলে কোৱা কথা। পৃথিৱী লাহে লাহে চেচাঁ হৈ যাব ধৰিছে। এসময়ত পৃথিৱী অতি উত্তপ্ত আছিল। তেতিয়া তাত জীৱধাৰী প্ৰাণী কোনো নাছিল। জীৱৰ জন্মই হোৱা নাছিল। একালত এনেকুৱা এটা সময় আহিব যেতিয়া পৃথিৱী অত্যন্ত চেচাঁ হ'ব আৰু গোটেই জীৱ সৃষ্টি লয় পাব। এইটো হবৰ কাৰণে হয়তো লাখ-লাখ বছৰো লাগিব পাৰে। আপোনালোকে সন্তান-সন্ততি যিমানেই বৃদ্ধি নকৰক শেষত এই প্ৰলয় হোৱাটো সুনিশ্চিত। পৰমেশ্বৰৰ অৱতাৰ ধৰ্ম্ম সংৰক্ষণৰ কাৰণেহে, সংখ্যা সংৰক্ষণৰ কাৰণে নহয়। যেতিয়ালৈকে এজনো ধৰ্ম্ম পৰায়ণ লোক থাকিব, এজনো পাপ-ভীৰু আৰু সত্য-নিষ্ঠ লোক থাকিব, তেতিয়ালৈকে কোনো চিন্তা নাই। তেওঁৰ প্ৰতি ঈশ্বৰৰ কৃপা দৃষ্টি থাকিবই। যাৰ ধৰ্ম্ম লোপ পাইছে, এনেকুৱা হেজাৰ হেজাৰ লোক জীয়াই থকা-নকথা সমান।

এইবিলাক কথালৈ দৃষ্টি ৰাখি সৃষ্টিত ৰীতিমতে থাকিব আৰু সংযমেৰে চলিব। নতুবা নিচিন্তাকৈ কোনো কাম নকৰিব। "লোক সংগ্ৰহৰ" অৰ্থ এইটো নহয় যে মানুহে যিহকে কৰিবলৈ কব তাকে কৰিব লাগিব। মানুহৰ সংঘ বঢ়াই যোৱা আৰু ধন-সম্পত্তিৰ দ'ল বন্ধাটোৱেই উন্নতি নহয়। বিকাশ

সংখ্যাৰ ওপৰত প্ৰতিষ্ঠিত নহয়। সমাজ যদি অতিপাত কৈ বাঢ়িবলৈ ধৰে তেন্তে মানুহে ইজনে সিজনক হত্যা কৰাত লাগি যাব। প্ৰথমে পশু-পক্ষীক ভজন কৰি মানুহ উন্মত্ত হ'ব। তাৰ পিচত নিজৰ ল'ৰা-ছোৱালীকো খাবলৈ ধৰিব। কাম-ক্ৰোধত যদি কিবা সাৰ কথা আছে বুলি ধৰিলোৱা যায়, তেন্তে শেষত মানুহেও মানুহক যে কুটি-বাচি খাবলৈ লব, ইয়াত তিলমাত্ৰও সন্দেহ নাই। 'লোক-সংগ্ৰহ'ৰ অৰ্থ হৈছে মানুহক সুন্দৰ আৰু বিশুদ্ধ নীতি-পথ দেখুৱা। কাম-ক্ৰোধৰপৰা মুক্ত হোৱাৰ পিচত যদি মানুহ পৃথিৱীৰ পৰা লোপো হয় তেন্তে তেওঁলোকে মঙ্গলগ্ৰহত জন্ম গ্ৰহণ কৰিবগৈ। এই বিষয়ে আপনালোকে চিন্তা নকৰিব। অব্যক্ত পৰমাত্মা সকলো ঠাইতে বিৰাজমান হৈ আছে। তেওঁ আমাৰ বিষয়ে চিন্তা কৰিবই। এতেকে প্ৰথমে আমি মুক্ত হৈ লব লাগে। বেছি দূৰ আগলৈ চাবৰ আবশ্যক নকৰে। গোটেই সৃষ্টি আৰু আৰু মানৱ জাতিৰ বিষয়ে চিন্তা নকৰিব, আপুনি আপোনাৰ নৈতিক শক্তি আগবঢ়াই লৈ যাওক, কাম-ক্ৰোধৰ তুলাচনী জাৰি জোকাৰি দলিয়াই পেলাওক। "অপনা তো গলা লো পহলে ছুড়া" আপোনাৰ ডিঙিত যি ডাল ফাঁচ লাগিছে তাক প্ৰথমে আতৰাই লওক। এই খিনিকে কৰিলেও বহুত কাম হব।

সংসাৰ সাগৰৰ পৰা নিলগত থকা পাৰত থিয় হৈ সাগৰৰ সৌন্দৰ্য্য উপভোগ কৰি আনন্দ লাগে। যি সাগৰত ডুব গৈছে, যাৰ নাকে মুখে পানী সোমাইছে, তেওঁ আৰু সাগৰৰ পৰা কি আনন্দ পাব? সন্ত সাধুসকলে সাগৰৰ পাৰত থিয় হৈ আনন্দ উপভোগ কৰে। সংসাৰৰ পৰা নিৰ্লিপ্ত হৈ থকা এই সাধু-বৃত্তিৰ জীৱনত সঞ্চাৰ নহ'লে সেই আনন্দ পাব নোৱাৰে। গতিকে পদুম ফুলৰ পাতৰ দৰে নিৰ্লিপ্ত হৈ থাকিব লাগে। বুদ্ধই কৈছে—"সাধুসকলে যেতিয়া মহান্ পৰ্ব্বতৰ শিখৰত থিয় হৈ তলৰ সংসাৰলৈ দৃষ্টি নিক্ষেপ কৰে, তেতিয়া তেওঁলোকে সংসাৰখন অতি ক্ষুদ্ৰ যেন দেখে"। আপুনিও ওপৰলৈ উঠি চাওকছোন, তেতিয়া আপুনিও এই বিশাল বিস্তৃত সংসাৰখন খুদ্ৰ যেন দেখা পাব। তাৰ পিচত সংসাৰত আৰু মনেই নবহিব।

সাৰাংশ, ভগৱানে এই অধ্যায়ত আগ্ৰহ পূৰ্ব্বক কৈছে যে আসুৰী সম্পত্তি দূৰ কৰি দৈৱী সম্পত্তি প্ৰাপ্ত কৰো আহক; আমিও ইয়াৰ কাৰণেই চেষ্টা কৰোহ'ক।

দেওবাৰ, ৫-৬-'৩২

## সপ্তদশ অধ্যায়

### (৯৪) সুবন্ধ ব্যৱহাৰৰ দ্বাৰাই বৃত্তি মুক্ত হয়

প্ৰিয় বন্ধুসকল, আমি লাহে লাহে শেষৰ ফালে আগবাঢ়ি আহি আছোঁ। পঞ্চদশ অধ্যায়ত আমি জীৱনৰ সম্পূৰ্ণ শাস্ত্ৰ অৱলোকন কৰিলো। ষোড়শ অধ্যায়ত এটা পৰিশিষ্ট দেখা হ'ল। মানুহৰ মনত আৰু তেওঁৰ মনৰ প্ৰতিবিম্ব স্বৰূপ সমাজত দুটা বৃত্তি, দুটা সংস্কৃতি অথবা দুটা সম্পত্তিৰ খৰিয়াল চলিব লাগিছে। ইয়াৰ ভিতৰত আমি দৈৱী সম্পত্তিৰ যে বিকাশ কৰিব লাগে এই সম্বন্ধীয় শিক্ষা ষোড়শ অধ্যায়ৰ পৰিশিষ্টতেই পাই আহিছোঁ। আজি আমি সপ্তদশ অধ্যায়ত দ্বিতীয়টো পৰিশিষ্ট দেখিবলৈ পাম। এটা দৃষ্টিকোণৰ ফালৰ পৰা ইয়াক আমি কাৰ্যক্ৰম-যোগ্যে বুলিব পাৰোঁ। এই অধ্যায়ত গীতাই দৈনন্দিন কাৰ্যক্ৰমৰ সূচনা কৰিছে। আজিৰ টো অধ্যায়ত আমি নিত্য-নৈমেত্তিক ক্ৰিয়াৰ বিষয়ে আলোচনা কৰিম।

যদি আমি আমাৰ বৃত্তি মুক্ত আৰু প্ৰসন্ন হোৱাটো কামনা কৰোঁ তেন্তে আমি আমাৰ ব্যৱহাৰৰো এটা ক্ৰম বান্ধি থোৱাটো উচিত হব। আমাৰ দৈনিক কাৰ্য্যসূচী ষি কোনো এটা নিশ্চিত আধাৰত চলিব লাগে। যেতিয়া আমাৰ জীৱন সেই সীমাৰ ভিতৰত আৰু নিশ্চিত নিয়মিত ৰীতিৰে চলিবলৈ ধৰিব তেতিয়াহে আমাৰ মনো মুক্ত হব পাৰিব। নদী স্বচ্ছন্দতাৰে বব লাগিছে; কিন্তু তাৰ প্ৰৱাহ বন্ধা আছে। যদি সি বান্ধোনত নেথাকিলহে'তেন তেন্তে তাৰ মুক্তাৱস্থা ব্যৰ্থ হ'লহে'তেন। জ্ঞানী পুৰুষৰ উদাহৰণকে নিজৰ চকুৰ আগত ৰাখক। সূৰ্য্য জ্ঞানী পুৰুষৰ আচাৰ্য্য। ভগৱানে পোন প্ৰথমে কৰ্ম্মযোগৰ শিক্ষা সূৰ্য্যক দিছিল, তাৰ পিচত সূৰ্য্যৰ পৰা মনুৱে —অৰ্থাৎ চিন্তাশীল লোকসকলে পালে। সূৰ্য্য স্বতন্ত্ৰ আৰু মুক্ত। তেওঁ সদায় নিয়মিত—ইয়াতেই স্বতন্ত্ৰতাৰ সাৰ নিহিত আছে। এইটো অভিজ্ঞতাৰ কথা যে যদি আমাৰ কোনো এক নিশ্চিত বাটেদি ফুৰিবলৈ যোৱাৰ অভ্যাস থাকে তেন্তে বাটটোৰ প্ৰতি মনযোগ নিদিয়াকৈ মনেৰে অন্য বিষয় চিন্তা কৰিও আমি ফুৰিব পাৰোঁ। যদি ফুৰিবৰ কাৰণে আমি নিতৌ নতুন নতুন বাটহে লওঁ তেন্তে গোটেই মনযোগ সেই বাটতে দিব লগা হয়। তাৰ পিচত

আৰু মনে মুক্তাৱস্থা পাব নোৱাৰে। তাৎপৰ্য্য হৈছে এই যে আমি আমাৰ ব্যৱহাৰ এই কাৰণেই বান্ধি লব লাগে যাতে জীৱনটো মহাভাৰ স্বৰূপ নহয়, বৰং আনন্দময় যেন হে হয়।

এই কাৰণেই ভগৱানে এই অধ্যায়ত কাৰ্য্যসূচীৰ বিষয়ে বৰ্ণনা কৰিছে। আমি জন্ম হোৱাৰ লগে লগে তিনিটা অনুষ্ঠান লগত লৈ আহোঁ। মানুহে যাতে এই তিনিওটা অনুষ্ঠানৰ কাম ঠিকমতে চলায়, নিজৰ সংসাৰ সুখময় কৰি তুলিব পাৰে তাৰ কাৰণেই গীতাই কাৰ্য্যক্ৰমণিকাৰ নিৰ্দ্দেশ দিছে। সেই তিনিটা অনুষ্ঠাননো কি কি? প্ৰথম অনুষ্ঠান হৈছে আমাৰ আশে পাশে লিপ্ত থকা এই শৰীৰ। দ্বিতীয় অনুষ্ঠান হৈছে আমাৰ চৌপাশে আবৰি থকা এই বিশাল ব্ৰহ্মাণ্ডখন। ই অপাৰ সৃষ্টি। ইয়াৰেই আমি এইটো ক্ষুদ্ৰতম অংশ। আমি য'ত জন্ম গ্ৰহণ কৰিছোঁ সেই সমাজ, আমাৰ জন্মৰ কাৰণে প্ৰতীক্ষা কৰি থকা সেই আই-বোপাই, ভাই-ভনী, ওচৰ-চুবুৰীয়া এই বিলাক হ'ল তৃতীয় অনুষ্ঠান। আমি সদায় এই তিনিওটা অনুষ্ঠান ব্যৱহাৰ কৰোঁ আৰু তাক ক্ষয় নিয়াও। গীতাৰ ইচ্ছা যে আমাৰ দ্বাৰাই এই অনুষ্ঠান কেইটাৰ যি ক্ষতি হৈছে তাক পূৰণ কৰিবৰ কাৰণে আমি সততে যত্ন কৰি থাকিব লাগে আৰু নিজৰ জীৱনকো সাৰ্থক কৰি তুলিব লাগে। এই অনুষ্ঠান কেইটাৰ প্ৰতি আমাৰ যি জন্মগত কৰ্ত্তব্য আছে, তাক আমি নিৰহঙ্কাৰ ভাবে কৰি যোৱা উচিত।

এই কৰ্ত্তব্য কেইটা বাৰু পূৰা কৰিব লাগিবই; পিচে তাৰ আঁচনি কেনে ধৰণৰ হব? যজ্ঞ, দান আৰু তপ এই তিনিওটাৰ সংযোগতহে এই আঁচনি হৈ উঠিব পাৰিব। যদিও আমি এই শব্দ কেইটাৰ লগত পৰিচিত, তথাপি ইয়াৰ অৰ্থ ঠিকমতে বুজি নেপাওঁ। যদি আমি ইয়াৰ অৰ্থ বুজো আৰু নিজৰ জীৱনত ইয়াক খটুৱাবলৈ চাওঁ তেন্তে এই অনুষ্ঠান কেইটাও সফল হব আৰু আমাৰ জীৱনো মুক্ত তথা প্ৰসন্ন হব।

### (১৫) তাৰ কাৰণে ত্ৰিবিধ ক্ৰিয়াযোগ

এই অৰ্থ কেইটা ভালদৰে হৃদয়ঙ্গম কৰি লবলৈ হলে আগতে আমি এইটো কথা জানিব লাগিব যে যজ্ঞৰ অৰ্থ কি? সৃষ্টি অনুষ্ঠানৰ দ্বাৰা আমি নিতৌ কাম আদায় কৰি লওঁ। যদি এশ মানুহ একে ঠাইতে থাকে তেন্তে দ্বিতীয় দিনা তাৰ গোটেই সৃষ্টি দূষিত যেন লাগে। আমি তাৰ

বায়ু দূষিত কৰোঁ আৰু ঠায়ো লেতেৰা কৰোঁ। আহাৰ খাওঁ আৰু সৃষ্টিৰো ক্ষতি সাধনকৰো। সৃষ্টি অনুষ্ঠানৰ এই ক্ষয়াংশ আমি পূৰণ কৰা উচিত। এই নিমিত্তেই যজ্ঞানুষ্ঠানৰ সৃষ্টি হৈছে। যজ্ঞৰ উদ্দেশ্য কি? সৃষ্টিৰ যি হানি হৈছে তাক পূৰণ কৰা টোৱেই যজ্ঞ। আজি আমি হেজাৰ হেজাৰ বছৰ ধৰি মাটিত খেতিকৰি আহিছোঁ। তাৰ ফলত মাটিৰ উৰ্ব্বৰাশক্তি কমি যাব ধৰিছে। যজ্ঞই কৈছে—"পৃথিবীক, তেওঁৰ উৰ্ব্বৰা শক্তি পুনৰ আনি দিয়া, মাটি চহোঁৱা, তাত ব'দ লাগিবলৈ দিয়া, তাত সাৰ দিয়া।" ক্ষয় অংশ পূৰণ কৰাটো হৈছে যজ্ঞৰ এটা হেতু। দ্বিতীয় হেতুটো হৈছে ব্যৱহাৰত লাগি থকা বস্তুত শুদ্ধীকৰণ। আমি পকী নাদ ব্যৱহাৰ কৰোঁ তাৰ ফলত আশে-পাশে থকা ঠাইবিলাক লেতেৰা হৈ পৰে, পানী পৰি বোকা হৈ যায়। পকী নাদৰ পাৰৰ এই সৃষ্টি যে অপৰিষ্কাৰ হৈছে তাক শুদ্ধ কৰা প্ৰয়োজন। তাব লেতেৰা পানী বিলাক উলিয়াই পেলাব লাগে। বোকা, ভেৰ আদি যি আছে তাকো দূৰ কৰি পেলাব লাগে। ক্ষতি পূৰণ কৰা আৰু চাফ্‌চিকুণ কৰবাৰ লগে লগে, তাত কিছু প্ৰত্যক্ষ নিৰ্ম্মাণ কাৰ্য্যও কৰিব লাগে। এই তৃতীয় কথাটোও যজ্ঞৰ অন্তৰ্গত হৈ আছে। আমি কাপোৰ পিন্ধো। ইয়াৰ কাৰণেও আমি নিতৌ সূতা কাটি নব নিৰ্ম্মাণ কৰিব লাগে। কপাহ উৎপন্ন কৰা, শস্য উৎপাদন কৰা, সূতা কটা এইবিলাকো যজ্ঞ কৰ্ম্মই। যজ্ঞত যি নিৰ্ম্মাণ কৰিব লাগে তাক স্বাৰ্থৰ কাৰণে নহয়, বৰং আমি যি ক্ষতি কৰিছিলো তাকে পূৰণ কৰাব কৰ্ত্তব্য ভাৱনাৰেহে কৰিব লাগে। ই পৰোপকাৰ নহয়। আমি দেখোন প্ৰথমৰে পৰাই ধৰুৱা। জন্ম হোৱাৰ লগে লগেই আমি মূৰত ধাৰৰ বোজা লৈ আহোঁ। এই ধাৰ পৰিশোধ কৰিবৰ কাৰণে আমি যি নিৰ্ম্মাণ কৰিব লাগে সেয়েই যজ্ঞ অৰ্থাৎ সেৱা, পৰোপকাৰ নহয়। সেই সেৱাৰ দ্বাৰাই আমি আমাৰ ঋণ পৰিশোধ কৰিব লাগিব। আমি প্ৰতি পদে-পদে সৃষ্টি অনুষ্ঠান ব্যৱহাৰ কৰোঁ। এতেকে সেই ক্ষতিপূৰণ কৰিবৰ কাৰণে, তাৰ শুদ্ধিৰ কাৰণে আৰু নতুন নতুন বস্তু সৃষ্টি কৰিবৰ কাৰণে আমি যজ্ঞ কৰিব লাগে।

দ্বিতীয় অনুষ্ঠানটো হৈছে আমাৰ মানৱ সমাজ। আই-দেউতা গুৰু, বন্ধু—এই সকলোৰেই আমাৰ নিমিত্তে পৰিশ্ৰম কৰে। সমাজৰ এই ঋণ পৰিশোধ কৰিবৰ কাৰণে দানৰ ব্যৱস্থা কৰা হৈছে। দানৰ অৰ্থ হৈছে

সমাজৰ ঋণ পৰিশোধ কৰিবৰ কাৰণে কৰা প্ৰয়োগ। দানৰ অৰ্থ পৰো-পকাৰ নহয়। সমাজৰ পৰা মই অপাৰ সেৱা ললোঁ। মই যেতিয়া এই সংসাৰলৈ আহিছিলোঁ, তেতিয়া দুৰ্ব্বল আৰু নিসহায় আছিলোঁ। এই সমাজেই মোক সৰুৰে পৰা ডাঙৰ-দীঘল কৰিলে। এই কাৰণে মই সমাজৰ সেৱা কৰিবই লাগে। আনৰ পৰা একো নোলোৱাকৈ কৰা সেৱাক হে পৰো-পকাৰ বোলে। কিন্তু ইয়াত দখোন আমি সমাজৰপৰা আগতে সোপাসোপে লৈয়েই থৈছোঁ। সমাজৰ এই ঋণৰপৰা মুক্ত হবলৈ যি সেৱা কৰা যায় সেয়ে দান। মানৱ সমাজক আগবাঢ়িবলৈ কৰা সহায়েই দান। সৃষ্টিৰ হানি পূৰা কৰিবৰ কাৰণে যি শ্ৰম কৰা হয়, সেয়েই যজ্ঞ আৰু সমাজৰ ঋণ পৰিশোধ কৰিবৰ কাৰণে তন, মন, ধন তথা অন্য উপকৰণেৰে যি সহায় কৰা হয় সেয়েই দান।

ইয়াৰ বাহিৰেও আৰু এটা তৃতীয় অনুষ্ঠান আছে। সিয়েই হৈছে দেহ। দেহটোও দিনক দিনে ক্ষয় হৈ যাবই লাগিছে। আমি যে মন, বুদ্ধি আৰু ইন্দ্ৰিয় আদিৰ হতুৱাই কাম কৰাওঁ ইয়াৰ দ্বাৰাই দেহক ক্ষয় কৰা হয়। এই দেহ ৰূপী অনুষ্ঠানত যি বিকাৰাদি দোষ উৎপন্ন হয় তাক শুদ্ধি কৰিবৰ কাৰণে 'তপ'ৰ ব্যৱস্থা কৰা হৈছে।

এইদৰেই সৃষ্টি, সমাজ আৰু দেহ এই তিনিওটা অনুষ্ঠানৰ কাম যাতে উত্তম ৰূপে চলিব পাৰে, তেনে আচৰণ কৰাটো আমাৰ কৰ্ত্তব্য। আমি অনেক যোগ্য-অযোগ্য অনুষ্ঠান নিৰ্ম্মাণ কৰোঁ; কিন্তু এই তিনিটা অনুষ্ঠান আমাৰ দ্বাৰাই নিৰ্ম্মিত নহয়। এইকেইটা আমি স্বভাৱতেই পাইছোঁ। ইহঁত কৃত্ৰিম অনুষ্ঠান হব নোৱাৰে। এতেকে এই তিনিওটা অনুষ্ঠানৰ ক্ষতি যজ্ঞ, দান আৰু তপ এই তিনিওটা উপকৰণৰ দ্বাৰাই পূৰণ কৰাটো আমাৰ স্বভাৱ-প্ৰাপ্ত ধৰ্ম্ম। যদি আমি এইদৰেই চলোঁ তেন্তে আমাৰ অন্তৰত থকা সেই সকলো শক্তি ইয়াতে খৰচ হব। আন কথাৰ কাৰণে আৰু শক্তি বাকী নেথাকিব। সৃষ্টি, সমাজ আৰু দেহ এই তিনিওটা অনুষ্ঠানক সুন্দৰ কৰি ৰাখিবৰ কাৰণে আমি আমাৰ সকলো শক্তি খৰচ কৰিব লাগিব। যদি কবীৰৰ দৰেই আমিও কব পাৰো—"হে প্ৰভু, তুমি মোক যেনে ভাৱে চেলেংখন দিছিলা তেনেভাৱেই মই তোমাক ওলোটাই দি যাওঁ; তুমি ইয়াক ভালদৰে চাই-চিন্তি লোৱা।" সি কেনে ডাঙৰ কৃতকাৰ্য্যতা। কিন্তু এনেকুৱাকৈ কৃতকাৰ্য্যতা

লাভ কৰিবলৈ হ'লে যজ্ঞ দান আৰু তপ এই তিনিও বিধ কাৰ্য্যসূচীৰ ব্যৱহাৰ পূৰামাত্ৰাই কৰা উচিত।

যজ্ঞ, দান আৰু তপক আমি বেলেগ বেলেগ বুলি ধৰি লৈছো; কিন্তু আচলতে ইয়াত ভেদ মুঠেই নাই; কিয়নো সৃষ্টি সমাজ আৰু শৰীৰ এই তিনিওটা একেবাৰেই বেলেগ বেলেগ অনুষ্ঠান হব নোৱাৰে। এই সমাজ আৰু এই শৰীৰটো সৃষ্টিৰ বাহিৰত নহয়। এই তিনিওটা অনুষ্ঠান মিলি এটা বিৰাট অনুষ্ঠান হৈ পৰিছে। এই কাৰণে আমি যি উৎপাদক শ্ৰম কৰিম, যি দান দিম, যি তপ কৰিম, সেই সকলোকে ব্যাপক অৰ্থত 'যজ্ঞ' বুলিয়েই কব পাৰি। গীতাই চতুৰ্থ অধ্যায়ত দ্ৰব্য-যজ্ঞ, তপো-যজ্ঞ আদিৰ কথা বৰ্ণনা কৰিছে। গীতাই যজ্ঞৰ অৰ্থকে বিশাল ৰূপ দি পেলাইছে।

এই তিনিওটা অনুষ্ঠানৰ কাৰণে আমি যি যি সেৱা কাৰ্য্য কৰিম, সিয়ো যজ্ঞ ৰূপেই হব। কেৱল সেই সেৱাক নিৰপেক্ষ কৰি ৰাখিব লাগিব। তাৰ ফললৈ আশা কৰিব নোৱাৰি; কিয়নো ফল আগতে আমি লৈ থোৱা আছে। ধাৰৰ বোজাও আমাৰ মূৰৰ ওপৰলৈ আগতে আহি পৰিছে। যি আগতে লৈ থোৱা আছে তাকেহে ওলোটাই দিব লাগে। যজ্ঞৰ দ্বাৰাই সৃষ্টিৰ অনুষ্ঠানত, দানৰ দ্বাৰাই সমাজত সাম্য ব্যৱস্থা প্ৰাপ্ত হয় আৰু তপৰ দ্বাৰাই শৰীৰত সাম্যাৱস্থা থাকে। এইদৰেই তিনিওটা অনুষ্ঠানৰ সাম্যাৱস্থা প্ৰৱৰ্ত্তন কৰা এটা কাৰ্য্যক্ৰম আছে। ইয়াৰ দ্বাৰাই শুদ্ধি হব, দূষিত ভাব নষ্ট হৈ যাব।

এই সেৱা কৰিবলৈ হলে কিছু ভোগো গ্ৰহণ কৰিব লাগিব। ভোগো যজ্ঞৰেই এটা অংগ। এই ভোগকেই গীতাই আহাৰ বুলি কৈছে। এই শৰীৰ ৰূপী যন্ত্ৰক, অন্ন ৰূপী কয়লা দিব লাগে। যদিও এই আহাৰ নিজে যজ্ঞ নহয়, তথাপি যজ্ঞ সিদ্ধি কৰাৰ এটা প্ৰধান অংগ। এই কাৰণেই আমি কওঁ—"উদৰ, ভৰণ নহী জানো য়হ যজ্ঞ কৰ্ম।" ফুলনিৰ পৰা ফুল আনি দেৱতাৰ মূৰত দিনটোৱেই পূজা; কিন্তু ফুল উৎপাদন কৰিবৰ কাৰণে ফুলনিত যি পৰিশ্ৰম কৰা হয়, সিয়ো পূজাই। যজ্ঞ পূৰা কৰিবৰ কাৰণে যি কৰ্ম্ম কৰা হয়, সিয়ো এক প্ৰকাৰ পূজাই। আমি শৰীৰক আহাৰ যোগাই থাকিলেহে কামৰ উপযোগী হব পাৰিব। যজ্ঞৰ উপকৰণ ৰূপী কৰ্ম্মও 'যজ্ঞ'ই। গীতাই এই কৰ্ম্মক "তদৰ্থীয় কৰ্ম্ম", "যজ্ঞাৰ্থ-কৰ্ম্ম" বুলি কৈছে।

সেৱাৰ্থে শৰীৰ সদায় সাজু হৈ থাকিব লাগে। এই কাৰণে এই শৰীৰক মই যি আহুতি দিম, সিয়ো যজ্ঞ ৰূপেই হব। সেৱাৰ কাৰণে গ্ৰহণ কৰা আহাৰ পৱিত্ৰ।

এইবিলাক কথাৰ মূলতে আকৌ শ্ৰদ্ধাৰ আৱশ্যক। গোটেই সেৱাকে ঈশ্বৰাৰ্পণ কৰাৰ ভাৱ মনত থাকিব লাগে। ই বৰ গুৰুত্বপূৰ্ণ কথা। ঈশ্বৰাৰ্পণ বুদ্ধিৰ অবিহনে সেৱাময়তা আহিব নোৱাৰে, এই প্ৰধান বস্তু ঈশ্বৰাৰ্পণতাক পাহাৰ গ'লেও কাম নচলিব।

### (৯৬) সাধনাৰ সাত্ত্বিকীকৰণ

কিন্তু আমি আমাৰ সকলোবিলাক কৰ্ম্ম ঈশ্বৰক কেতিয়া অৰ্পণ কৰিব পাৰিম? যেতিয়া সিহঁত সাত্ত্বিক হব, তেতিয়া। যেতিয়া আমাৰ সকলো কৰ্ম্ম সাত্ত্বিক হব তেতিয়া আমি সেই সকলোবিলাক ঈশ্বৰক সমৰ্পণ কৰিব পাৰিম। যজ্ঞ, দান আৰু তপ সকলোবোৰেই সাত্ত্বিক হোৱা উচিত, ক্ৰিয়া সমূহক সাত্ত্বিক কেনেকৈ কৰিব লাগে ইয়াৰ তত্ত্ব আমি চতুৰ্দ্দশ অধ্যায়তে পাই আহিছোঁ। এই অধ্যায়ত গীতাই সেই তত্ত্বৰ বিনিয়োগৰ কথা কৈছে।

সাত্ত্বিকতাৰ বিষয়ে কল্পনা কৰোঁতে গীতাই দুটা উদ্দেশ্যৰ কথা কৈছে। বাহিৰত যজ্ঞ, দান, তপৰ ৰূপত মোৰ যি বিশ্ব-সেৱা চলিব লাগিছে, তাকেই ভিতৰত আধ্যাত্মিক সাধনাৰ নাম দিব পাৰি। সৃষ্টিৰ সেৱা আৰু সাধনাৰ বেলেগ বেলেগ কাৰ্য্যক্ৰম হব নেলাগে। সেৱা আৰু সাধনা ইহঁত দুয়োটাই পৃথক নহয়। দুয়োটাৰ কাৰণে প্ৰচেষ্টা আৰু কৰ্ম্ম একেটাই। এইদৰেই যি কৰ্ম্ম কৰা যায় তাকো অন্তত ঈশ্বৰাৰ্পণ কৰিব লাগে। সমাজ-সেৱা, সাধনা, ঈশ্বৰাৰ্পণতা এই আটাইকেউটা যোগ একেটা প্ৰক্ৰিয়াৰ যোগেদি সিদ্ধ হব লাগে।

যজ্ঞক সাত্ত্বিক কৰিবৰ কাৰণে দুটা কথাৰ আৱশ্যক। নিষ্ফলতা আৰু সকামতাৰ অভাৱ এই দুয়োটা কথা যজ্ঞত থাকিব লাগে। যজ্ঞত যদি সকামতা হয় তেন্তে সি ৰাজস যজ্ঞ হব আৰু যদি নিষ্ফলতা হয় তেন্তে সি তামস যজ্ঞ হৈ পৰিব।

সূতা কটাটোও যজ্ঞই, কিন্তু যদি সূতা কাটি থাকোঁতে আমি তাত নিজৰ আত্মাক ঢালি দিব নোৱাৰোঁ, আমাৰ মনলৈ একাগ্ৰতা নাহে তেন্তে সেই সূত্ৰযজ্ঞ জড়বৎ হৈ পৰিব। বাহিৰত হাতে-কামে লাগি আছে কিন্তু ভিতৰৰ

পৰা সেই সময়ত সেই কামত যদি মনোযোগ নেথাকে তেন্তে সেই গোটেই কামেই বিধিহীন হৈ পৰিব। বিধিহীন কৰ্ম্ম জড় হৈ পৰে। বিধিহীন কৰ্ম্মলৈ তমোগুণ আহি যায়। সেই কৰ্ম্মৰদ্বাৰাই উৎকৃষ্ট বস্তুৰ নিৰ্ম্মাণ হব নোৱাৰে। তাৰ দ্বাৰাই ফলৰ নিষ্পত্তি নহব। যজ্ঞত সকামতা নেথাকিলেও তাৰ দ্বাৰাই উৎকৃষ্ট ফল পাব লাগে। কৰ্ম্ম যদি মনঃপুত নহয় বা তাত আন্তৰিকতা নেথাকে তেন্তে সেই কাম বোজা স্বৰূপ হব। পিচত তাৰপৰা আৰু উৎকৃষ্ট ফল ক'তো পোৱা নেযাব। যদি বাহিৰৰ কাম বেয়া হয় তেন্তে এইটো নিশ্চিত ৰূপে ধৰি লব লাগিব যে তাত মনৰ সংযোগ হোৱা নাই। এতেকে কামত নিজৰ আত্মাক ঢালি দিব লাগে। আন্তৰিক সহযোগ স্থাপন কৰা। সৃষ্টিসংস্থাৰ ঋণ পৰিশোধ কৰিবৰ কাৰণে আমি উৎকৃষ্ট ফল উৎপাদন কৰিব লাগিব। কামত যাতে ফল হীনতা আহিবলৈ নেপায় তাৰ কাৰণে আন্তৰিক মিলনৰ বিধিযুক্ত ব্যৱস্থা কৰিব লাগিব।

এইদৰেই আমাৰ ভিতৰত যেতিয়া নিষ্কামতা আহি যাব আৰু বিধিপূৰ্ব্বক সফলকৰ্ম্ম হবলৈ ধৰিব তেতিয়া আত্মাৰো চিত্ত শুদ্ধি হবলৈ ধৰিব। তেন্তে এতিয়া চিত্ত শুদ্ধিৰ পৰীক্ষা কেনেকৈ কৰা হব? বাহিৰৰ কাম পৰীক্ষা কৰি চালেই হব। যদি সি সুন্দৰ আৰু নিৰ্ম্মল নহয় তেন্তে চিত্তকো মলিন বুলি ধৰি লোৱাত কোনো বাধা নাই। বাৰু কৰ্ম্মলৈ সুন্দৰতা আহে কেতিয়া? শুদ্ধ চিত্তেৰে আৰু শ্ৰম-নিষ্ঠতাৰে কৰা কামত ঈশ্বৰে ভাল পোৱা আৰু প্ৰসন্নতাৰ মোহৰ লগাই দিয়ে। যেতিয়া পৰমেশ্বৰে ভাল পোৱাৰ চিন স্বৰূপে প্ৰসন্ন মুদ্ৰাৰে কামৰ পিঠিত হাত ফুৰায় তেতিয়া তাত সৌন্দৰ্য্যৰ সৃষ্টি হয়। সৌন্দৰ্য্যৰ অৰ্থ হৈছে পবিত্ৰ শ্ৰমে পোৱা পৰমেশ্বৰীয় প্ৰসাদ। কোনো শিল্পীয়ে মূৰ্ত্তি সাজোতে যেতিয়া তন্ময় হৈ পৰে, তেতিয়া তেওঁলোকে এই কথাটো অনুভৱ কৰিবলৈ ধৰে যে এই সুন্দৰ মূৰ্ত্তিটো মোৰ হাতেৰে গঢ়া নহয়। মূৰ্ত্তিক ৰূপ দিওঁতে দিওঁতে শেষত ক'ৰ পৰানো আপোন-আপুনি সেই সৌন্দৰ্য্যটো আহি পৰে তাক জনাই নেযায়। চিত্তশুদ্ধি নহ'লে এই ঐশ্বৰিক কলা তাত কেনেকৈ প্ৰকাশ পাব পাৰে? মূৰ্ত্তিত যি সৰসতা, মাধুৰ্য্যতা আছে, সিয়ো নিজৰ অন্তঃকৰণৰ গোটেই সৌন্দৰ্য্য ঢালি দিয়াৰেই ফল। মূৰ্ত্তি মানে হৈছে আমাৰ চিত্তৰ প্ৰতিমা! আমাৰ সকলো কৰ্ম্মই আমাৰ মনৰ কিছুমান মূৰ্ত্তি। যদি মন সুন্দৰ হয় তেন্তে

সেই কৰ্ম্মময় মূৰ্ত্তিও সুন্দৰেই হব; বাহ্যিক কৰ্ম্মৰ শুদ্ধি মনৰ শুদ্ধিৰে আৰু মনৰ শুদ্ধি বাহ্যিক কৰ্ম্মৰ দ্বাৰাই পৰীক্ষা কৰি লব লাগে।

আৰু এটা কথা কবলৈ বৈ গৈছে। সি হৈছে এয়ে যে এই সকলোবিলাক কৰ্ম্মতে মন্ত্ৰৰো আৱশ্যকতা আছে মন্ত্ৰহীন কৰ্ম্ম ব্যৰ্থ। সূতা কটাৰ সময়ত এই মন্ত্ৰটো নিজৰ অন্তৰত জপ কৰিব যে মই এই সূতাৰ দ্বাৰাই দৰিদ্ৰ জনগণৰ লগত মোক গাঁথি লৈছো। যদি এই মন্ত্ৰ হৃদয়ত জপ কৰা নহয় তেন্তে কৰ্ম্ম যিমান ঘন্টাই নকৰক লাগে সেই সকলোবিলাকেই ব্যৰ্থ হৈ যাব। তেনেবিলাক কৰ্ম্মৰ দ্বাৰাই চিত্ত শুদ্ধি নহয়। কপাহৰ পাঁজিৰ পৰা অব্যক্ত পৰমাত্মা সূতাৰ ৰূপত প্ৰকাশ পাব লাগিছে—এনেকুৱা মন্ত্ৰেৰে নিজৰ কামবিলাক পূত কৰি তাৰ পিচত সেই কামলৈ লক্ষ্য কৰা। সেই কাম অত্যন্ত সাত্ত্বিক আৰু সুন্দৰ হৈ পৰিব। সি পূজাত পৰিণত হব; যজ্ঞৰূপ সেৱা হৈ পৰিব। সেই ক্ষুদ্ৰ সূতা ডালৰেই আমি সমাজৰ লগত, ৰাইজৰ লগত, জগদীশ্বৰৰ লগত বান্ধ খাই পৰিম। বালক কৃষ্ণৰ অকণমানি মুখ খনিতেই আই যশোদাই গোটেই বিশ্ব-ব্ৰহ্মাণ্ড খনকে দেখা পাইছিল। সেই মন্ত্ৰপূত সূতা ডালৰ প্ৰতিটো পাকতেই আপুনিও এই বিশাল বিশ্বক দেখিবলৈ পাব।

## (৯৭) আহাৰ-শুদ্ধি

এনেকুৱা সেৱাৰ কাৰণে আহাৰ শুদ্ধিৰো আৱশ্যক। যেনেকুৱা আহাৰ তেনেকুৱা মন! আহাৰ পৰিমিত হব লাগে। আহাৰ কি হোৱাতকৈ কিমান হোৱাটোহে বেছি মহত্ত্বপূৰ্ণ। সেইবুলি আহাৰ বাছি খোৱাটোতে যে মহত্ত্ব নাই এনে নহয়, কিন্তু আমি যি আহাৰ খাওঁ, সি উচিত মাত্ৰাত আছেনে নাই, ই তাতোকৈয়ে বেছি মহত্ত্বপূৰ্ণ কথা। আমি যি খাওঁ তাৰ প্ৰতিক্ৰিয়া অৱশ্যে হবই। আমি বাৰু কিয় খাওঁ? আমি যাতে উৎকৃষ্ট সেৱা কৰিব পাৰোঁ, তাৰ কাৰণেই খাওঁ। আহাৰো যজ্ঞৰ এটা অংগই। সেৱাৰূপী যজ্ঞক ফলৱতী কৰি তুলিবৰ কাৰণে আহাৰৰ আৱশ্যক, এই ভাৱনাৰেহে আহাৰৰ ফালে চাব লাগে। আহাৰ বিশুদ্ধ আৰু পৱিত্ৰ হব লাগে। মানুহে নিজৰ জীৱনত কিমান আহাৰ-শুদ্ধি কৰিব পাৰে; ইয়াৰ কোনো সীমা নাই; কিন্তু আমাৰ সমাজে আহাৰ-শুদ্ধিৰ কাৰণে যথেষ্ট তপস্যা কৰি আহিছে। আহাৰ-শুদ্ধিৰ কাৰণে ভাৰতবৰ্ষত অশেষ চেষ্টা চলিছে। এইবিলাক প্ৰয়োগ কৰি

থাকোঁতে থাকোঁতে হেজাৰ হেজাৰ বছৰ পাৰ হৈ গ'ল। তাৰ কাৰণে কিমান তপস্যা কৰা হ'ল, এইটো ঠাৱৰকৈ কোৱা টান। এই ভূমণ্ডলৰ ভিতৰত ভাৰতবৰ্ষইহে এনেকুৱা এখন দেশ, য'ত অসংখ্য জাতিয়ে সম্পূৰ্ণ ভাৱে মাংসাহাৰ বৰ্জ্জন কৰিছে। যিবিলাক জাতি মাংসাহাৰী তেওঁলোকৰ আহাৰতো মাংস মূখ্য আৰু নিত্য বস্তু নহয়, আৰু যিসকলে মাংস খায় তেওঁলোকেও সেইবাবেই নিজকে নিজে হীন বুলি ভাৱে। মনেৰে তো তেওঁ-লোকেও মাংস ত্যাগ কৰিছে বুলিয়েই কব লাগিব। মাংসাহাৰ প্ৰবৃত্তি বন্ধ কৰিবৰ কাৰণেই যজ্ঞ প্ৰচলিত হৈছে আৰু ইয়াৰ কাৰণেই সি বন্ধও হৈছে। শ্ৰীকৃষ্ণ ভগৱানে তো যজ্ঞৰ ব্যাখ্যাকে বেলেগ কৰি পেলাইছে। শ্ৰীকৃষ্ণই গাখীৰৰ মহত্ত্ব বঢ়ালে। শ্ৰীকৃষ্ণই যি অসাধাৰণ কাম কৰিছিল, সি কোনো গুণেই কাম নহয়, কিন্তু ভাৰতৰ জনসাধাৰণ কোন কৃষ্ণৰ লগত পাগল হৈছিল? ভাৰতীয় জনসাধাৰণৰ মনত "গোপাল কৃষ্ণ" "গোপাল কৃষ্ণ" বোলা এই নামটো অতি প্ৰিয় আছিল। যাৰ ওচৰত গাই গৰু থাকে, যাৰ অধৰত মুৰলীয়ে শোভা পাইছে, এনেকুৱা গো-সেৱক, "গোপাল কৃষ্ণ"হে আবাল-বৃদ্ধৰ লগত পৰি-চিত। এনেধৰণৰ গো ৰক্ষা মূলক কামে মাংসাহাৰ বন্ধ কৰাত যথেষ্ট সহায় কৰিছিল। গৰু-গাখীৰৰ মহত্ত্ব বাঢ়িল আৰু মাংসাহাৰৰ কমিল। এই বুলি যে সম্পূৰ্ণ আহাৰ-শুদ্ধি হৈ পৰিল, এনে নহয়। এতিয়া আমি তাক আগবঢ়াই লৈ যাব লাগিব। বঙালী মানুহে মাছ খায়, ইয়াকে দেখি কত যে মানুহ আচৰিত হয়। কিন্তু ইয়াৰ কাৰণে তেওঁলোকক দোষাৰোপ কৰাটো ঠিক নহয়। বঙ্গদেশত কেৱল ধান খেতি হে হয়। অকল তাৰ খাবায়েই শৰীৰৰ সকলো প্ৰকাৰৰ পৰিপুষ্টি সাধিত হব নোৱাৰে। ইয়াৰ কাৰণে গৱেষণা কৰিব লাগিব। তাৰ পিচত মানুহে এই কথাটো পুনৰ চিন্তা কৰিবলৈ ধৰিব যে মাছৰ সলনি কোনবিধ শাক-পাচলি খোৱাটো উচিত হব, য'ত মাছৰ সমানেই পোষ্টিক পদাৰ্থ পোৱা যাব। ইয়াৰ কাৰণে অসাধাৰণ ত্যাগী পুৰুষৰ জন্ম হব আৰু এনেধৰণৰ গৱেষণা মূলক কাৰ্য্যও চলিবলৈ ধৰিব। এনেকুৱা মানুহ ওলালেহে সমাজক আগবঢ়াই লৈ যাব পাৰিব। সূৰ্য্য উত্তপ্ত হৈ থাকে সেই বাবেহে আমাৰ শৰীৰত জীয়াই থাকিবৰ জোখাৰে ৯৮ ডিগ্ৰী উষ্ণতা আছে। যেতিয়া সমাজত বৈৰাগ্যৰ প্ৰজ্বলিত সূৰ্য্য উদিত হব আৰু যেতিয়া তেওঁলোকে অতি শ্ৰদ্ধাৰে পৰিস্থিতিৰ বান্ধোন ছিঙি বিনা

পাখিৰে নিজৰ খোৱাকাশত উৰিবলৈ ধৰিব, তেতিয়া অ'ত ত'ত সংসাৰোপযোগী অলপীয়া বৈৰাগ্য আমাৰ শৰীৰতো সঞ্চাৰ হবলৈ ধৰিব। মাংসাহাৰ বন্ধ কৰিবৰ কাৰণে ঋষি সকলে চাগৈ কিমান যে তপস্যা কৰিব লগা হৈছিল, কিমানে চাগৈ প্ৰাণ আহুতি দিব লগা হৈছিল, সেই বিষয়ে চিন্তা এতিয়া মোৰ মনলৈ আহিছে।

সাৰাংশ হৈছে এই যে আজি আমাৰ সামুদায়িক আহাৰ শুদ্ধি ইমানখিনি পৰ্য্যন্ত হৈছে। অসীম ত্যাগ কৰি আমাৰ পূৰ্ব্ব-পুৰুষ সকলে যি উপাৰ্জ্জন কৰি থৈ গৈছে, তাক আপোনালোকে নেহেৰুৱাব! ভাৰতীয় সংস্কৃতিৰ এই বিশেষতকে নিগমে নুবুৰাব। আমি যেনে তেনে প্ৰকাৰে জীয়াই থাকিলেই নহয়। যি যেনে তেনে প্ৰকাৰেৰে জীয়াই থাকিব খোঁজে, তেওঁলোকৰ কাম অতি সহজ। পশুৱেও যিকোনো উপায়েৰেহে জীয়াই থাকে। তেনেহলে আমিও পশুৰ নিচিনাই নেকি? পশু আৰু আমাৰ মাজত ব্যৱধান আছে। সেই ব্যৱধান বঢ়োৱাটোকেই সংস্কৃতি-বৰ্দ্ধন বোলে। আমাৰ দেশে মাংসাহাৰ ত্যাগৰ এইটো বৰ ডাঙৰ প্ৰয়োগ কৰিছিল। তাকে আৰু আগবঢ়াই লৈ যাওক। আমি এতিয়ালৈকে অন্ততঃ যিমানখিনি পাইছোঁগৈ তাৰপৰা যেন পিচ হুঁহকি নাহে।

এই বিষয়ে কোৱাৰ আচল কাৰণ হৈছে এই যে আজি-কালি বহুতো মানুহেই মাংসাহাৰৰ পক্ষেহে মত দিব খোজে। আজি পূব আৰু পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱ ক্ৰমে ইটোৰ ওপৰত সিটোকৈ পৰিব ধৰিছে। মোৰ বিশ্বাস অন্তত ইয়াৰ পৰিণাম ভালেই হব। পাশ্চাত্য সংস্কৃতিৰ কাৰণেই আমাৰ জড়-শ্ৰদ্ধাবো খোপনি লৰিছে। যদি অন্ধ-শ্ৰদ্ধা একেবাৰে নোহোৱাও হয়, তেনে-হলে আমাৰ বিশেষ একো ক্ষতি নহব। যি ভাল সি বাচি থাকিবই আৰু যি বেয়া সি পুৰি ছাই হৈ যাব। অন্ধ-শ্ৰদ্ধা যোৱাৰ পাচত তাৰ ঠাইত আকৌ অন্ধ-অশ্ৰদ্ধা উৎপন্ন হবৰ কোনো আৱশ্যক নকৰে। অকল শ্ৰদ্ধাই যে অন্ধ হয় এনেও নহয়। অশ্ৰদ্ধাও অন্ধ হব পাৰে।

মাংসাহাৰৰ বিষয়ে আজি আকৌ আলোচনাৰ পাতনি মেল খাইছে। যাই নহওক যেতিয়া কোনো নতুন বিষয়বস্তু মোৰ মনলৈ আহে তেতিয়া বৰ আনন্দ পাওঁ। তাৰ দ্বাৰাই এনেকুৱা অনুভৱ হয় যেন মানুহ জাগ্ৰত হৈছে আৰু আমাক হেঁচা দিব ধৰিছে। জাগৃতিৰ লক্ষণ দেখিলে মোৰ ভাল লাগে।

কিন্তু যদি সাৰপাই উঠি চকু-মুখ মোহাৰি সেই দৰেই যাবলৈ আৰম্ভ কৰি দিয়ে তেন্তে বাগৰি পৰাৰো সম্ভাৱনা থাকে। গতিকে যেতিয়ালৈকে সম্পূৰ্ণ ভাৱে সাৰ নেপায় আৰু ভালকৈ চকু মেলি চাব নোৱাৰে তেতিয়ালৈকে হাত-ভৰিক সংযত কৰি ৰখাই ভাল হব। চিন্তা যিমান পাৰে সিমান কৰক। পক্ষে-বিপক্ষে, ওলোটা-চিধা সকলো ফালৰ পৰাই ভাৱক। ধৰ্ম্মৰ ওপৰত বিচাৰৰ কেচি চলাওক। এই বিচাৰ ৰূপী কেচিৰ দ্বাৰাই যি ধৰ্ম্ম কটা যাব সি কোনো কামৰ নহয় বুলিয়েই ধৰি লব। এইদৰে যি বিলাক টুকুৰা-টুকুৰি হয় তাক যাবলৈ দিয়ক। আপোনাৰ কেচিয়ে যাক নেকাটে বৰং আপোনাৰ কেচিহে বেকেটা খাই যায়, তেন্তে সিয়েই হব প্ৰকৃত ধৰ্ম্ম। ধৰ্ম্মই কোনো বিচাৰধাৰালৈকে ভয় নকৰে। এতেকে চিন্তা যিমান পাৰে কৰক, কিন্তু কাম তৎক্ষণাৎ কৰি নেপেলাব। আধা টোপনিত থকা অৱস্থাত যদি কোনো কাম কৰা যায়, তেন্তে বাগৰি পৰিব। চিন্তাক জোৰেৰে চলিবলৈ দিয়ক, আচাৰ-নীতিকো কিছু সময় নিয়ন্ত্ৰণ কৰি ৰাখিব লগা হয়। নিজৰ কামত সংযম ৰক্ষা কৰা। আপোনাৰ পূৰ্ব্বাৰ্জ্জিত পুণ্য নেহেৰুৱাব।

### (১৮) অবিৰোধী জীৱনৰ গীতাৰ আঁচনি

আহাৰ শুদ্ধিৰ দ্বাৰাই চিত্ত-শুদ্ধি হৈ থাকিব। শৰীৰে বল পাব। সমাজ-সেৱা ভালদৰে হব পাৰিব। মন সন্তোষত থাকিব আৰু সমাজতো সন্তোষ বিয়পি পৰিব। যি সমাজত যজ্ঞ, দান, তপ, ক্ৰিয়া, বিধি আৰু মন্ত্ৰ একেলগে চলি থাকিব, তাত বিৰোধ দেখা পোৱা নেযাব। দুখন আচী মুখা-মুখিকৈ ৰাখিলে যেনেকৈ ইখনৰ প্ৰতিবিম্ব সিখনত আৰু সিখনৰ প্ৰতিবিম্ব ইখনত দেখা যায়, সেইদৰেই ব্যক্তি আৰু সমাজত বিম্ব-প্ৰতিবিম্বৰ দৰে পৰস্পৰৰ মাজত সন্তোষ প্ৰকাশ পাব। মোৰ সন্তোষেই সমাজৰ আৰু সমাজৰ সন্তোষেই মোৰ হব। এই দুয়োটা সন্তোষকে আমি পৰীক্ষা কৰি চাব পাৰিম আৰু দেখিম দুয়োটাৰ ৰূপ একেই। সকলোতে অদ্বৈতৰ অনুভৱ হব। দ্বৈত আৰু দ্ৰোহ লোপ পাব। যি পৰিকল্পনাৰ দ্বাৰাই এনেকুৱা সু-ব্যৱস্থা হব পাৰে তাৰেই প্ৰতিপাদন গীতাই কৰিছে। যদি আমি আমাৰ দৈনিক কাৰ্য্যক্ৰমণিকা গীতাৰ কল্পনা অনুসৰি কৰোঁ, তেন্তে কিমান ভাল হব।

কিন্তু আজি ব্যক্তি আৰু সামাজিক জীৱনত বিৰোধ উৎপন্ন হৈ উঠিছে।

এই বিৰোধনো কেনেকৈ দূৰীভূত হব পাৰে এই বিষয়ে সকলোপিনে আলোচনা চলিব ধৰিছে। ব্যক্তি আৰু সমাজৰ সীমা কোনখিনিত? ব্যক্তি গৌণনে সমাজ গৌণ? ইয়াৰ ভিতৰত কোনটো শ্ৰেষ্ঠ? ব্যক্তিবাদৰ সমৰ্থক সকলে সমাজক জড়পদাৰ্থ বুলি ভাবে। সেনাপতিৰ আগলৈ যদি কোনো চিপাহী আহে তেন্তে সেনাপতিয়ে কথা কবৰ সময়ত তেওঁৰ লগত সৌম্য ভাষাকে ব্যৱহাৰ কৰিব। তেওঁক "আপুনি" বুলিও হয়তো কব; কিন্তু সেনাক কোনো আদেশ দিবৰ বেলিকা যেনেকৈ পায় তেনেকৈয়ে দিয়ে। সৈন্যবিলাক যেন কোনো অচেতন পদাৰ্থ, কাঠৰ মূঢ়াহে। তাক ইফালৰ পৰা সিফাললৈ আৰু সিফালৰ পৰা ইফাললৈ যলৈকে মন যায় তলৈকে নিব পাৰে। ব্যক্তি হৈছে চৈতন্যময়, সমাজ জড় এনেকুৱা অনুভৱ ইয়াতো হব ধৰিছে। চাওকচোন, মোৰ আগতো দুশ কি তিনিশমান মানুহ আছে; কিন্তু তেওঁলোকে শুনি ভাল পাওক কিম্বা নেপাওক মইতো কৈয়েই আছোঁ। মোৰ মনলৈ যিটো ভাব আহিছে তাক কৈ দিছোঁ। ধৰি লওক আপোনালোক জেনিবা জড় পদাৰ্থ। কিন্তু মোৰ আগলৈ যদি কোনো মানুহ আহে তেন্তে মই তেওঁলোকৰ কথা শুনিবই লাগিব আৰু ভাবি চিন্তি চাই তাৰ যথোচিত সমিধান দিব লাগিব; কিন্তু মই ইয়াত আপোনালোকক ঘণ্টাৰ পিচত ঘণ্টা বহুৱাই ৰাখিছোঁ।

"সমাজ জড় আৰু ব্যক্তি চৈতন্য" এইবুলি কৈয়েই কিছুমান মানুহে চৈতন্য বাদক প্ৰতিপাদন কৰে আৰু কোনো সমুদায়ৰ ওপৰত মহত্ত্ব দিয়ে। মোৰ চুলি সৰিল, চকু বেয়া হ'ল, হাত ভাগিল, দাত সৰিল। অকল এয়ে নহয়, মোৰ এটা হাওঁ-ফাওঁ ও অকামিলা হৈ পৰিছে; তথাপি মই জীয়াই আছোঁ। কিয়নো পৃথক ৰূপত একো একোটা অবয়ব জড়। কোনো এটা অবয়বৰ অনিষ্ট হ'লে সৰ্ব্বনাশ হৈ নেযায়। সামুদায়িক শৰীৰ চলিয়েই থাকে। এই দৰেই এই দুয়োটাই পৰস্পৰ বিৰোধী ভাবধাৰা। আপুনি যি দৃষ্টিৰে চাব, সেই অনুসৰিহে অনুমান কৰিব। যি ৰঙৰ বিত চকু সেই ৰঙৰ সৃষ্টিও।

কোনোৱে ব্যক্তিক মহত্ত্ব দিয়ে, কোনোৱে সমাজক। সমাজত জীৱন-কলহৰ কল্পনা বিয়াপত হৈ পৰাৰ বাবেই এনেকুৱা হবলৈ পাইছে; কিন্তু জীৱন জানো কলহৰ কাৰণেই? ইয়াতকৈ আমি মৰি নেযাওঁ কিয়? কলহ মৰিবৰ কাৰণে। সেই বাবেহে আমি স্বাৰ্থ আৰু পৰমাৰ্থক ভেদ বুলি ভাবোঁ। স্বাৰ্থ আৰু পৰমাৰ্থক পাৰ্থক্য আছে বুলি যি পোন প্ৰথমে কল্পনা কৰিছে;

তেওঁৰ সেইটো বাহাদুৰি বুলিয়েই কব লাগিব। যিটো বস্তু বাস্তবতে নাই তাৰ অস্তিত্বৰ আভাস দিব পৰা শক্তি যাৰ বুদ্ধিত আছিল, তেওঁক প্ৰশংসা কৰিবলৈ মনে কয়। যি ভেদ মূলতেই নাছিল তাকো তেওঁ সৃষ্টি কৰিলে আৰু জন সাধাৰণক বুজ বলৈ ধৰিলে। এইটো ভাবিলে বৰ আচৰিত যেন লাগে। ই ঠিক চীনৰ প্ৰাচীৰৰ দৰেই কথা। দিগন্তক সীমাবন্ধ বুলি কৈ তাৰ পাচত আকৌ তাক অপাৰ অৰ্থাৎ পাৰ নাই বুলি কোৱাটো যেনে, ইয়ো তেনে। এই সকলোবোৰৰ এক মাত্ৰ কাৰণ হৈছে আজি যজ্ঞময় জীৱনৰ অভাৱ হোৱাটো-ৱেই! ইয়াৰ দ্বাৰাই ব্যক্তি আৰু সমাজত ভেদভাবৰ সৃষ্টি হৈছে।

কিন্তু ব্যক্তি আৰু সমাজত বাস্তৱিকতে ভেদ ৰাখিব নোৱাৰি। কোনো কোঠাক দুটা ভাগ কৰিবৰ কাৰণে যদি মাজত এখন আঁৰ-কাপোৰ তৰি দিয়া হয় আৰু যদি সেই আঁৰকাপোৰখন বতাহত উৰি ইফালে সিফালে যায় তেনেহলে কেতিয়াবা ইটো ভাগ ডাঙৰ আৰু কেতিয়াবা সিটো ভাগ ডাঙৰ যেন অনুমান হব। সেই কোঠাটোৰ ভাগ বতাহৰ টোৰ ওপৰতে নিৰ্ভৰ কৰি থাকে, সি স্থায়ী বা পকা নহয়। গীতা এই বিবাদৰ পৰা দূৰত। এই বিবাদবিলাক হৈছে কাল্পনিক। গীতাই কৈছে যে অন্তৰশুদ্ধিৰ নিয়ম পালন কৰা। তাৰ পিচত, ব্যক্তি আৰু সমাজৰ হিত সাধনত কোনো বিৰোধৰ সৃষ্টি নহব। পৰস্পৰৰ হিতত বাধা নোৱাৰিব। এই বাধা অথবা বিৰোধক দূৰ কৰাটোৱেই হৈছে গীতাৰ বিশেষত্ব। গীতাৰ এই নিয়ম পালন কৰোঁতা যদি এজনো মানুহ ওলায় তেন্তে অকলে তেওঁৰ দ্বাৰায়েই গোটেই ৰাষ্ট্ৰৰ উন্নতি হব। ৰাষ্ট্ৰ মানে হৈছে ৰাষ্ট্ৰৰ ব্যক্তি। যি ৰাষ্ট্ৰত এনেকুৱা জ্ঞান আৰু আচাৰ-নীতি পালন কৰা মানুহ নোথাকে, তাক ৰাষ্ট্ৰ বুলি কেনেকৈ কব পৰা যাব? ভাৰত কি? ভাৰত হৈছে ৰবীন্দ্ৰনাথ, ভাৰত হৈছে গান্ধী বা তেখেত সকলৰেই নিচিনা আৰু পাঁচ-দহজনৰ নাম। বাহিৰৰ জগতে ভাৰতৰ কল্পনা এই পাঁচ-দহজন ব্যক্তিক লৈয়েই কৰিছে। প্ৰাচীন কালৰ দুই-চাৰিজন, মধ্য কালৰ চাৰি-পাঁচজনক আৰু আজিৰ আঠদহজনকে ধৰক, আৰু তাত হিমালয় গংগা আদিক মিলাই দিয়ক। তেতিয়াই ভাৰতবৰ্ষ হৈ পৰিব। ভাৰতবৰ্ষৰ ব্যাখ্যা এয়েই। বাকী সকলোবিলাকেই এই ব্যাখ্যাৰে ভাষ্য। ভাষ্য অৰ্থাৎ সূত্ৰৰ বিস্তাৰ। এৰী গাখীৰৰ দৈ আৰু দৈৰ ঘোল-মাখন। বিবাদ এৰী, দৈ, ঘোল, মাখনৰ নহয়।

গাখীৰ পৰীক্ষা কৰিবৰ কাৰণে তাত কিমান মাখন আছে তাক চোৱা হয়। সেই দৰেই সমাজৰ পৰীক্ষাও তাৰ ব্যক্তিৰ দ্বাৰাই কৰিব পাৰি। ব্যক্তি আৰু সমাজৰ ভিতৰত কোনো বিৰোধ ভাৱ নাই। বিৰোধ হবইবা কেনেকৈ? মানুহৰ ভিতৰতো কোনো বিৰোধ থাকিব নেলাগে। যদি এজন মানুহ আন জন মানুহতকৈ বেছি সম্পদশালী হৈ উঠে, তেন্তে ইয়াৰ পৰাই বা হানি হব কি? অৱশ্যে এইটো হ'লে ঠিক যে কোনো বিপন্ন অৱস্থাত পৰিব নেলাগিব আৰু সম্পত্তিৱানৰ সম্পত্তিও সমাজৰ কামতে আহিব লাগিব। পইচা মোৰ সোঁ-জেপতে থাকক বা বাওঁ-জেপতেই থাকক; তাতেই বা ক্ষতি কি? দুয়োটা জেপেইতো মোৰেই হে। যদি কোনো মানুহৰ উন্নতি হয় তেন্তে মোৰ উন্নতি হব আৰু ৰাষ্ট্ৰৰো উন্নতি হব। এনেকুৱা যুক্তি ইয়াও অনায়াসে দিব পাৰি।

কিন্তু আমি ভেদভাৱৰ সৃষ্টি কৰোঁ। যদি মুৰ আৰু গা পৃথক কৰি পেলোৱা হয় তেন্তে দুয়োটাই মৰি যাব। এতেকে ব্যক্তি আৰু সমাজৰ ভিতৰত কোনো ভেদ ভাৱকে কেতিয়াও ঠাই দিব নেলাগে। একেটা কামৰ দ্বাৰাই স্বাৰ্থ আৰু পৰমাৰ্থক কেনেকৈ অবিৰোধী কৰি তুলিব পাৰি, গীতাই ইয়াৰেই শিক্ষা দিছে। মোৰ এই কোঠাটোৰ ভিতৰত থকা বায়ু আৰু বাহিৰৰ অনন্ত বায়ুৰ লগত কোনো বিৰোধ নাই। যদি মই ইয়াত বিৰোধ আছে বুলি কল্পনা কৰি মই মোৰ কোঠাটো বন্ধ কৰি লওঁ, তেন্তে উসাহ-নিসাহ লবলৈ নেপাই মৰিব লাগিব। অবিৰোধৰ কল্পনা কৰি মোক কোঠাটো খুলি লবলৈ দিয়ক, তেতিয়া সেই অনন্ত বায়ু ভিতৰলৈ সোমাই আহিব। যি মুহূৰ্ত্তেই মই নিজৰ মাটি আৰু ঘৰ খণ্ড-বিখণ্ড কৰি আনৰ পৰা পৃথক কৰি দিওঁ, সেই মুহূৰ্ত্তেই মই অনন্ত সম্পত্তিৰ পৰা বঞ্চিত হৈ পৰোঁ। যদি মোৰ সেই জুপুৰি ঘৰটো কেনেবাকৈ জুয়ে পোৰে বা ভাগি পৰে তেন্তে মই মোৰ যথা সৰ্ব্বস্ব গ'ল বুলি ভাবি হুৰাওৱাৰে কান্দিবলৈ ধৰোঁ। কিন্তু এনেকুৱানো বাৰু কিয় কৰিব লাগে? কন্দা-কটাকে বা কৰিব লাগে কিয়? প্ৰথমে সঙ্কুচিত কল্পনা কৰে আৰু পিচত কান্দে! এই পাঁচশ টকা মোৰ বুলি কোৱা মানে সৃষ্টিৰ অপাৰ সম্পত্তিৰ পৰা মই আঁতৰ হৈ যোৱা। এই দুজন ভাই মোৰ বুলি ক'লে সংসাৰৰ অসংখ্য ভাই-ককাই মোৰ পৰা নিলগ হৈ পৰে। এই বিষয়ে আমি একো নেভাবোঁ। মানুহে নিজক কিমান সঙ্কুচিত

কৰিব লয়! বাস্তৱতে মানুহৰ স্বাৰ্থই পৰমাৰ্থ হব লাগে। গীতাই এনেকুৱা সৰল-সুন্দৰ পথকেই দেখুৱাব লাগিছে। ইয়াৰ দ্বাৰাই ব্যক্তি আৰু সমাজৰ ভাল সহযোগ হব লাগে। জিভা আৰু পেটৰ ভিতৰতনো কিহৰ বিৰোধটো থাকিব পাৰে? পেটক যিমান খাদ্য-বস্তু লাগে, সিমান জিভাকো দিব লাগে। পেটে হ'ল বুলি কলেই, জিভাকো দিবলৈ বন্ধ কৰিব লাগে। পেট যদি এটা অনুষ্ঠান, তেন্তে জিভাও অন্য এটা অনুষ্ঠান। মই এই অনুষ্ঠান দুটাৰ সম্ৰাট। এই আটাইকেউটা অনুষ্ঠানতে অদ্বৈতই আছে। হতভাগা বিৰোধক নো ক'ব পৰা আনিলে জানো? যেনেকৈ একেটা দেহৰেই অনুষ্ঠানবোৰত বাস্তৱিক বিৰোধ নাই বৰং সহযোগহে আছে, সেইদৰে সমাজতো এই সহযোগবৃত্তি বঢ়াবৰ কাৰণেই গীতাই চিত্তশুদ্ধিপূৰ্ব্বক যজ্ঞ, দান, তপ, ক্ৰিয়া আদি বিধানৰ কথা কৈছে। এনেবিলাক কামৰ দ্বাৰাই ব্যক্তি আৰু সমাজ উভয়ৰে কল্যাণ হব।

যাৰ জীৱন যজ্ঞময় তেওঁ সকলোৰে হৈ পৰে। প্ৰত্যেক সন্তানে ভাবে যে মোৰ ওপৰতহে আইৰ মৰম আছে। সেইদৰেই এই মানুহজনকো সকলোৱে নিজৰ বুলি ভাবে। গোটেই পৃথিৱীৰেই তেওঁ প্ৰিয় পাত্ৰ হয় আৰু সকলোতে তেওঁক আদৰ-সম্মান কৰিবলৈ ধৰে। সকলোৱেই ভাবে যে তেওঁ আমাৰ প্ৰাণ, বন্ধু আৰু সখা। "ঐসা পুৰুষ তো হৈ ধন্য, লোগ চাহে' উসে অনন্য।" সমৰ্থ ৰামদাসে এইবুলি কৈছে। এনেকুৱা জীৱন গঠন কৰাৰ উপায় গীতাই দিছে।

### (৯৯) সমৰ্পণৰ মন্ত্ৰ

গীতাই আকৌ কৈছে যে জীৱনক যজ্ঞময় কৰি, তাৰ পিচত তাক ঈশ্বৰত অৰ্পণ কৰি দিব লাগে। জীৱন সেৱাময় হোৱাৰ পাচত আৰু ঈশ্বৰাৰ্পণতা কিয় লাগে? গোটেই জীৱন সেৱাময় কৰি দিব লাগে বুলিতো আমি সহজতে কৈ দিছোঁৱেই; কিন্তু ইয়াক কৰাটো বৰ টান। অনেক জন্মৰ পিচত হয়তো তাক কিছু পৰিমাণে কাৰ্যকৰী কৰিব পাৰে। তাৰ পিচত সকলোবিলাক কাম দেখাত সেৱাময় হৈ পৰিলেও এইটো কব নোৱাৰি যে সেই সকলোবোৰেই পূজাময় হৈ পৰিল। এই কাৰণে 'ওঁম তৎ সৎ' এই মন্ত্ৰটোৰ লগতে গোটেই কাম ঈশ্বৰত সমৰ্পণ কৰি দিব লাগে।

এনেকৈতো সেৱা-কৰ্ম্ম যোল অনাই সেৱাময় হোৱাটো টান; কিয়নো পৰমাৰ্থতো স্বাৰ্থ আছে। অকল পৰমাৰ্থ সম্ভৱ নহয়। মোৰ লেশমাত্ৰও

স্বাৰ্থ নথকা কোনো কামেই থাকিব নোৱাৰে। এই কাৰণে প্ৰতিদিনেই অধিক নিষ্কাম আৰু অধিক নিঃস্বাৰ্থ সেৱা যাতে হাতেৰে হৈ থাকে তাৰ কাৰণে সদায় যত্নৱান হব লাগে। সেৱা যদি উত্তৰোত্তৰ অধিক শুদ্ধ হোৱাটো কামনা কৰে তেন্তে সকলোবিলাক কাম ঈশ্বৰত অৰ্পণ কৰি দিব লাগে। জ্ঞানদেৱে কৈছে—"জীৱন-কলা সাধতে যোগী, বৈষ্ণৱকো হৈ নাম মধুৰ।" নামামৃতৰ মধুৰতা আৰু জীৱন-কলা পৃথক বস্তু নহয়। নামৰ আন্তৰিক জপ আৰু বাহ্য জীৱন-কলা এই দুটাৰ ভিতৰত মিল আছে। যোগী আৰু বৈষ্ণৱ একেই পৰমেশ্বৰত সকলো কাম অৰ্পণ কৰি দিলে স্বাৰ্থ পৰাৰ্থ আৰু পৰমাৰ্থ সকলোৰে ৰূপ একে হৈ পৰে। প্ৰথমতে 'তুমি' আৰু 'মই' যে পৃথক হৈ আছে, তাক একেলগ কৰিব লাগে। 'তুমি' আৰু 'মই' লগ লাগিলে 'আমি' হৈ পৰিম। তাৰ পিচত 'আমি' আৰু 'তেওঁ'ক এক কৰি পেলাব লাগিব। প্ৰথমে মই এই সৃষ্টিৰ লগত মিলি যাব লাগিব। তাৰ পিচতহে 'পৰমাত্মাৰ' লগত। "ওঁম তৎ সৎ মন্ত্ৰই এই ভাৱটোকে সূচাইছে।"

পৰমাত্মাৰ নাম অনন্ত। ব্যাসদেৱে সেই নামবিলাক গোটেই 'বিষ্ণুৰ সহস্ৰ নামত অভিহিত কৰিছে। যিবিলাক নাম আমি কল্পনা কৰি লওঁ সেই সকলোবিলাক তেওঁৰেই। যিটো নাম আমাৰ মনত উদ্ভৱ হয় তাক ঠিক সেই অৰ্থতেই আমি সৃষ্টিত দেখিবলৈ আৰু আমাৰ জীৱনকো তাৰ অনুৰূপ কৰি গঢ়ি তুলিবলৈ চেষ্টা কৰা উচিত। পৰমেশ্বৰৰ যিটো নাম আমাৰ মনে জপ কৰে, তাকে সৃষ্টিতো দেখিব লাগে আৰু সেই অনুসৰিয়েই আচৰণো কৰিব লাগে। ইয়াকে মই 'ত্ৰিপদী গায়ত্ৰী' বুলি কৈছোঁ। উদাহৰণ স্বৰূপে ঈশ্বৰৰ দয়াময় নামটোকে বাৰু লওক। ভাবক যে তেৱেঁই ৰহীম। এতিয়া সেই দয়াৰসাগৰ পৰমেশ্বৰক এই সৃষ্টিত চকুমেলি চাওক। ভগৱানে প্ৰত্যেক সন্তানৰ সেৱাৰ কাৰণে মাকসকলক দিছে আৰু জীয়াই থাকিবৰ কাৰণে বতাহ দিছে। এইদৰেই সেই দয়াময় প্ৰভুৰ সৃষ্টিত যি দয়াৰ কল্পনা আছে তাক চাওক আৰু নিজৰ জীৱনো দয়াময় কৰি তোলক। ভগবদ্‌গীতাৰ কালত ভগৱানৰ যিটো নাম প্ৰসিদ্ধ আছিল তাকে ভগবদ্‌গীতায়ো কৈছে। সেৱে হৈছে ওঁম তৎ সৎ। ওঁৰ অৰ্থ হৈছে 'হাঁ' পৰমাত্মা আছে। এই বিংশতি শতাব্দিতো পৰমাত্মা কম্ভ আছে।

"স এৱ অদ্য স উ শ্বঃ।"

তেৱেঁই আজিও আছে কালিও আছিল আৰু কাইলৈকো থাকিব। তেওঁ প্ৰতিষ্ঠিত আছে। সৃষ্টি প্ৰতিষ্ঠিত আছে আৰু ককালত টঙালি বান্ধি ময়ো সাধনা কৰিবৰ নিমিত্তে প্ৰস্তুত হৈ আছোঁ। মই সাধক। তেওঁ ভগৱান আৰু এই সৃষ্টি পূজা-দ্ৰব্য, পূজাৰ উপকৰণ। যেতিয়া এনেকুৱা ভাৱনাৰে আমাৰ অন্তৰ ভৰপূৰ হৈ উঠিব, তেতিয়া কব পৰা হব যে 'ওঁ' শব্দটোৱে আমাৰ অন্তৰ স্পৰ্শ কৰিছে। তেওঁ আছে, মই আছোঁ, আৰু মোৰ সাধনাও আছে। এনেকুৱা এই 'ওঁ' কাৰ ভাবে মনত থিতাপি লব লাগে আৰু সাধনাত প্ৰকাশ পাব লাগে। সূৰ্য্যৰ ফালে যেতিয়াই চায় তেতিয়াই তেওঁক কিৰণৰ লগতহে দেখা যাব। তেওঁ কিৰণক আতৰত থৈ কেতিয়াও থাকিব নোৱাৰে। তেওঁ কিৰণক কেতিয়াও নেপাহৰে। এই দৰেই মানুহে আমাৰ ফালেও যেতিয়াই চায় তেতিয়াই আমাৰ লগত সাধনাক দেখা পাব লাগে। ই কাৰ্য্যত পৰিণত হৈ উঠিলেহে কব পৰা যাব যে 'ওঁ'ক আমি আয়ত্ত কৰিব পাৰিলো।

ইয়াৰ পিচত আছে 'সৎ' শব্দ। পৰমেশ্বৰ 'সৎ' অৰ্থাৎ শুভ, মঙ্গলময়। এই ভাৱনাৰে অভিভূত হৈ ভগৱানৰ পৰম মঙ্গলময় সৃষ্টিত ইয়াক অনুভৱ কৰোঁ। পানীৰ পৃষ্ঠভাগলৈ মন কৰক। এক্লহ পানী ভৰাওক। পানী ভৰাওঁতে যিটো খালৰ সৃষ্টি হব সি তৎক্ষণাৎ পূৰ হৈ পৰিব। ই কেনে মঙ্গলময়! কেনে প্ৰীতি দায়ক! নদীয়ে খাল হোৱাটো সমূলি সহ্য কৰিব নোৱাৰে। খাল হোৱা মাত্ৰেই পূৰাবৰ কাৰণে ঢাপলি মেলে।

"নদী বেগেন শুধ্যতি"।

সৃষ্টিৰূপী নদী বোৱন্তী হোৱাৰ কাৰণেই শুদ্ধ হৈ পৰে। গোটেই সৃষ্টিৰ সকলো শুভ আৰু মঙ্গলময়। আপোনাৰ কৰ্ম্মকো ঠিক এনেকুৱাই হবলৈ দিয়ক। পৰমেশ্বৰৰ এই 'সৎ' নামক আয়ত্ত কৰিব কাৰণে সমস্ত ক্ৰিয়া নিৰ্ম্মল আৰু ভক্তিময় হোৱা উচিত। সোম ৰসক যেনেকৈ পৱিত্ৰতাৰে ছেকা হৈছিল, সেইদৰেই নিজৰ সকলোবিলাক কৰ্ম্ম উপকৰণক নিতৌ পৰীক্ষা কৰি তাক নিৰ্দ্দোষ কৰি লোৱা উচিত।

এতিয়া বাকী থাকিল 'তৎ' শব্দটো। 'তৎ' মানে হৈছে তেওঁ কিছু নহয় কিছু বেলেগ ধৰণৰ। এই সৃষ্টিৰ লগত লিপ্ত নহয়। পৰমাত্মাও এই সৃষ্টি-তকৈ ভিন্ন অৰ্থাৎ অলিপ্ত. সূৰ্য্যৰ উদয় হ'লেই পদুম ফুল ফুলিবলৈ ধৰে, চৰাই-চিৰি-কটিয়ে আবাও কৰি নাচিবলৈ ধৰে আৰু অন্ধকাৰ নষ্ট হয়।

কিন্তু 'সূৰ্য্য' বহুত দূৰত থাকে। এইবিলাক জঞ্জালৰ পৰা তেওঁ, একেবাৰেই আতঁৰি থাকে। যেতিয়াই আমাৰ কাম বিলাকত অনাসক্ত হব, অলিপ্ততা আপোনা-আপুনি আহিব আৰু তেতিয়াই আমাৰ জীৱনতো 'তৎ' প্ৰবিষ্ট হ'ল বুলি ধৰি লব লাগিব।

এইদৰেই গীতাই 'ওঁম, তৎ, সৎ,' এই বৈদিক নামকে অৱলম্বন কৰি লৈ নিজৰ সকলোবিলাক কাম ঈশ্বৰাৰ্পণ কৰিবলৈ শিক্ষা দিছে। যোৱা নৱম অধ্যায়ত সকলোবিলাক কাম ঈশ্বৰাৰ্পণ কৰাৰ মনোভাৱ ব্যক্ত কৰা হৈছে। 'যৎ কৰোষি যদশ্নাসি' এই শ্লোকটোত ইয়াকে কোৱা হৈছে। সপ্তদশ অধ্যায়ত ইয়াকে আকৌ বহলাই কোৱা হৈছে। পৰমেশ্বৰক অৰ্পণ কৰা কাম সাত্ত্বিক হব লাগে, তেতিয়াহে তাক পৰমেশ্বৰত অৰ্পণ কৰিব পৰা হব। এই কথাটোকে ইয়াতো আকৌ বিশেষ ভাৱে কোৱা হৈছে।

## (১০০) পাপহাৰী হৰি নাম

এই সকলোবিলাক ঠিকেই আছে। কিন্তু ইয়াত এটা প্ৰশ্ন উঠে যে এই 'ওঁ, তৎ, সৎ, বোলা নামটো পবিত্ৰ পুৰুষেহে জীণ নিয়াব পাৰিব, পাপী পুৰুষেনো কি কৰিব? পাপী সকলৰ মুখতো শোভা পাব পৰা কিবা নাম আছেনে নাই? 'ওঁ, তৎ, সৎ' নামত এই শক্তিও আছে। ঈশ্বৰৰ যি কোনো নামতে অসত্যৰ পৰা সত্যলৈ লৈ যাব পৰা শক্তি নশ্চিয় আছে। সেই নামেই পাপৰ পৰা নিষ্পাপৰ ফালে লৈ যাব পাৰে। জীৱন শুদ্ধি লাহে লাহে কৰি যাব লাগে। পৰমাত্মাই অৱশ্যে সহায় কৰিব। আপোনাৰ মনলৈ যেতিয়া দুৰ্ব্বলতা আহিব তেতিয়া তেওঁ সহায় কৰিবই। যদি মোক কোনো লোকে কয় যে "এফালেদি পুণ্যময় অথচ অহঙ্কাৰী জীৱন, আন ফালেদি পাপময় অথচ নম্ৰজীৱন" ইয়াৰ ভিতৰত যি কোনো এটা বাচি লোঁৱা। তেতিয়া মই মুখেৰে কব নোৱাৰিলেও অন্তঃকৰণেৰে হ'লে এইটো ক'ম যে "যি পাপৰ দ্বাৰাই মই পৰমেশ্বৰৰ নাম স্মৰণ কৰি থাকিব পাৰোঁ, তাকে মোক দিয়া।" মোৰ মনে এইটোকে কব যে যদি পুণ্যময় জীৱনৰ দ্বাৰাই পৰমাত্মাক পাহৰি যোৱা হয় আৰু যি পাপময় জীৱনৰ দ্বাৰাই তেওঁক মনত ৰাখিব পাৰি, ময়ো তাকে পাবলৈ ইচ্ছা কৰিম। ইয়াৰ মানে এইটো নহয় যে মই পাপময় জীৱনকহে সমৰ্থন কৰিছোঁ। কিন্তু পুণ্যৰ অহঙ্কাৰ যিমান পাপময়, সাধাৰণ পাপ সিমান পাপময় নহয়।

**"ক'হীয়ে সুজানপন, লোক নদে নাৰায়ণ।"**

এই বুলি তুকাৰামে কৈছে। ইয়াত বৰাই কৰিবৰ আৱশ্যক নাই। তাতকৈ পাপময় বা দুখময় জীৱন যাপন কৰাটোৱেই শ্ৰেয়।

**"জ্ঞানী জো হৈ বচ্চে, উনহে' মাঁ ভী দূৰ ৰখে।**

কিন্তু, অজান বালকক মাকে নিজৰ কোলাত তুলি লয়। মই "স্বাৱলম্বী পুণ্যৱান" হব নোখোজোঁ। 'পৰমেশ্বৰাৱলম্বী পাপীহে হবলৈ মই ভাল পাম। পৰমাত্মাৰ পৱিত্ৰতাই মোৰ পাপ ধুৱাই নিয়া সত্বেও বাচি থকাৰ নিচিনাই। আমি পাঁপক বোধ কৰিবলৈ চেষ্টা কৰা উচিত। পাপ যদি বন্ধ নহয় তেন্তে অন্তৰে কান্দিবলৈ ধৰিব। মনে চট-ফটাবলৈ ধৰিব। তেতিয়া ঈশ্বৰলৈ মনত পৰিবই. তেওঁ থয় হৈ ৰং চায়েই আছে। চিঞৰি চিঞৰি কোৱা—"মই পাপী, এই কাৰণেই তোমাৰ দুৱাৰ মুখলৈ আহিছোঁ।" পুণ্যৱানৰ ঈশ্বৰ স্মৰণ কৰিবলৈ অধিকাৰ আছে. কিয়নো তেওঁ পুণ্যৱান। আৰু পাপীৰো ঈশ্বৰ স্মৰণ কৰিবৰ অধিকাৰ আছে. কিয়নো তেওঁ পাপী।

দেওবাৰ ১২-৬-'৩২...

## অষ্টাদশ অধ্যায়

### (১০১) অৰ্জ্জুনৰ শেষ প্ৰশ্ন

বন্ধুসকল! ঈশ্বৰৰ কৃপাত আজি আমি অষ্টাদশ অধ্যায়ত উপনীত হৈছোঁহি। প্ৰতি পলে পলে পৰিবৰ্ত্তন হৈ থকা এই বিশ্বত কোনো সংকল্প পূৰা হোৱাটো পৰমেশ্বৰৰ ইচ্ছাৰ ওপৰতেই নিৰ্ভৰ কৰে। জেলত প্ৰতি পদে পদে অনিশ্চয়তাৰ সম্ভাৱনাই বেছি। ইয়াত কোনো কাম আৰম্ভ কৰি তাক আকৌ পূৰা কৰাৰ আশা ৰখাটো অৱশ্যে টান। আমাৰ এই গীতা ইয়াতে পূৰা হব বুলি আৰম্ভ কৰাৰ সময়ত মুঠেই আশা কৰা নেছিলোঁ। কিন্তু ঈশ্বৰৰ ইচ্ছাত আমি শেষ পৰ্য্যন্ত আহি পাইছোঁহি।

চতুৰ্দ্দশ অধ্যায়ত জীৱনৰ অথবা কামৰ সাত্ত্বিক, ৰাজসিক আৰু তামসিক এই তিনিওটা গুণৰ ভেদা ভেদৰ বিষয়ে আলোচনা কৰি অহা হৈছে। এই তিনিওটাৰ ভিতৰত ৰাজসিক আৰু তামসিক গুণক ত্যাগ কৰি যে সাত্ত্বিক গুণকেহে গ্ৰহণ কৰিব লাগে ; এইটোও আমি ইয়াত দেখিলোঁ। ইয়াৰ পিচত সপ্তদশ অধ্যায়ত এই কথাটোকে আকৌ বেলগ ধৰণেৰ কোৱা হৈছে। যজ্ঞ দান আৰু তপ নাইবা এক কথাত কবলৈ গ'লে "যজ্ঞই" জীৱনৰ সাৰ। সপ্তদশ অধ্যায়ত আমি এই কথাটো শুনিবলৈ পাইছিলো যে যজ্ঞোপযোগী যি আহাৰাদি কৰ্ম্ম আছে, সেই সকলোকে সাত্ত্বিক আৰু যজ্ঞ স্বৰূপ বুলি ভাবি গ্ৰহণ কৰিব লাগে। যি বিলাক কৰ্ম্ম যজ্ঞৰূপ আৰু সাত্ত্বিক তাকেই প্ৰতিজ্ঞাবন্ধ হৈ কৰিবলৈ লব লাগে ; বাকীবিলাক কৰ্ম্ম ত্যাগ কৰাই উচিত। 'ওঁ, তৎ, সৎ, বোলা এই মন্ত্ৰটোনো কিয় মনত ৰাখিব লাগে তাকো আমি বুজিলোঁ। "ওঁ"ৰ অৰ্থ হৈছে, সাতত্য। 'তৎ ৰ অৰ্থ হৈছে, অলিপ্ততা আৰু 'সৎ' ৰ অৰ্থ হৈছে, সাত্ত্বিকতা। আমাৰ সাধনাত সাতত্য অলিপ্ততা, আৰু সাত্ত্বিকতা থাকিব লাগে। তেতিয়াহে তাক পৰমেশ্বৰত অৰ্পণ কৰিব পৰা হব। এইখিনি কথাৰ পৰা আমি পাৰিছোঁ যে কিছুমান কাম আমি কৰিব লাগে আৰু কিছুমান ত্যাগ কৰিব লাগে।

গীতাৰ সমুদায় শিক্ষালৈ যদি আমি মন কৰো ; তেন্তে আমি ঠায়ে ঠায়ে, এই জ্ঞানকেহে পাওঁ যে কৰ্ম্ম ত্যাগ নকৰিবা। গীতাই কৰ্ম্মফল ত্যাগ কৰাৰ

কথা কৈছে। গীতাৰ প্ৰায় সকলো ঠাইতে এই শিক্ষাকে দিয়া হৈছে যে কৰ্ম্ম সততে কৰি যোৱা কিন্তু ফল হলে ত্যাগ কৰিবা। কিন্তু ই এটা ফালহে। ইয়াৰ আনটো ফাল এইটোৱেই যেন লাগে যে কিছুমান কৰ্ম্ম কৰি যোৱা আৰু কিছুমান বাদ দিয়া। এই কাৰণে শেষত অষ্টাদশ অধ্যায়ৰ আৰম্ভণিতে অৰ্জ্জুনে সুধিলে—"এটা দলৰ মতে ফললৈ কামনা নকৰি যি কোনো কামকে কৰি যোৱা আৰু আনটোৰ মতে কিছুমান কাম কৰিব লাগে আৰু কিছুমান ত্যাগ কৰিব লাগে। এতিয়া এই দুয়োটাৰ ভিতৰত মিল কেনেকৈ হব? জীৱনৰ ঢাল বা দিশ পৰিষ্কাৰ কৰি জানিবৰ কাৰণে এই প্ৰশ্নটো সোধা হৈছিল! ফল-ত্যাগৰ মৰ্ম্ম উপলব্ধি কৰিবৰ কাৰণেই এই প্ৰশ্ন। শাস্ত্ৰই যাক সন্ন্যাস বুলি কয় তাত কৰ্ম্মৰ স্বৰূপকে বাদ দিব লগাত পৰে। অৰ্থাৎ কৰ্ম্ম স্বৰূপ ত্যাগ কৰিব লগাত পৰে। ফল ত্যাগত কৰ্ম্মৰ ফলকে ত্যাগ কৰিব লাগে। এতিয়া প্ৰশ্ন উঠিছে যে গীতাৰ ফল-ত্যাগৰ কাৰণে কৰ্ম্ম-ত্যাগৰ আৱশ্যকতা আছে নে নাই? ফল-ত্যাগৰ পৰীক্ষাত সন্ন্যাস কিবা কামত আহিবনে? সন্ন্যাসৰ সীমা কোনখিনিলৈকে আছে? সন্ন্যাস আৰু ফল-ত্যাগ—এই দুয়োটাৰ সীমা কলৈকে আৰু কিমান? অৰ্জ্জুনৰ প্ৰশ্ন হৈছে এইটোৱেই।

### (১০২) ফল-ত্যাগৰ সাৰ্ব্বভৌম পৰীক্ষা

ইয়াৰ উত্তৰত ভগৱানে এই কথাটো পৰিষ্কাৰকৈ কৈ দিছে যে ফল-ত্যাগৰ পৰীক্ষা হৈছে এটা সাৰ্ব্বভৌম বস্তু। ফল-ত্যাগৰ তত্ত্বটো য'তে ত'তে খটুৱাব পাৰি। সকলো কৰ্ম্মৰ ফল-ত্যাগ আৰু ৰাজসিক তথা তামসিক কৰ্ম্ম ত্যাগ কৰা—এই দুয়োটাতে কোনো বিৰোধ নাই। কিছুমান কৰ্ম্মৰ স্বৰূপ এনেকুৱা যে ফল-ত্যাগৰ যুক্তি খটুৱাবলৈ গ'লেই সেই কাম আপোনা-আপুনি বাদ পৰি যায়। ফল-ত্যাগ পূৰ্ব্বক কৰ্ম্ম কৰাৰ অৰ্থ এয়েই যে কিছুমান কৰ্ম্ম বাদ দিবই লাগে। ফল-ত্যাগ পূৰ্ব্বক কৰ্ম্ম কৰোতে কিছুমান কৰ্ম্মৰ প্ৰত্যক্ষ ত্যাগৰ সমাবেশ হৈ পৰে।

এই বিষয়ে অলপ গভীৰ ভাৱে চিন্তা কৰি চাওক। যি কৰ্ম্ম কাম্য, যাৰ মূলতে কামনা আছে, তাক ফল-ত্যাগ পূৰ্ব্বক কৰা বুলি কলেই সি থাহি পৰে। ফল-ত্যাগৰ আগত কাম্য আৰু নিষিদ্ধ কৰ্ম্ম তিষ্ঠিয়েই থাকিব নোৱাৰে। ফল-ত্যাগ পূৰ্ব্বক কাম কৰাটো কোনো কৃত্ৰিম তান্ত্ৰিক আৰু যান্ত্ৰিক ক্ৰিয়া নহয়। এই পৰীক্ষাৰ দ্বাৰাই কোনটো কৰ্ম্ম কৰিব লাগে আৰু

কোনটো নেলাগে তাক নিজে নিজে জানিব পৰা হব। কিছুমান মানুহে কয়, যে "গীতাই কেৱল ফল-ত্যাগ পূৰ্ব্বক কৰ্ম্ম কৰা বুলিহে কয়, কিন্তু কোন-টোনো কৰিব লাগে তাক হলে নকয়।" এনেকুৱা যেন লাগে কিন্তু আচলতে তেনে নহয়; কিয়নো ফল-ত্যাগ পূৰ্ব্বক কৰ্ম্ম কৰা বুলি কলেই কোনটো কৰিব লাগে, কোনটো নকৰিব লাগে তাক জানিব পাৰি। হিংসাত্মক কৰ্ম্ম, অসত্যময় কৰ্ম্ম, চৌৰ্য্য কৰ্ম্ম আদিক ফল-ত্যাগ পূৰ্ব্বক কৰিব নোৱাৰি। ফল-ত্যাগৰ কষতি শিলাত ঘহাঁ মৰাৰ লগে লগেই এইবিলাক কৰ্ম্ম নাইকিয়া হৈ পৰে। সূৰ্য্যৰ ৰশ্মি পৰাৰ লগে লগেই সকলো বস্তু উজ্জ্বল যেন দেখা যায়; কিন্তু আন্ধাৰক জানো উজ্জ্বল দেখি? সি দেখোন নষ্ট হৈয়েই যায়। নিষিদ্ধ আৰু কাম্য কৰ্ম্মবো ঠিক এনেকুৱা অৱস্থাই হয়। আমি সকলো কৰ্ম্মকে ফল-ত্যাগৰ কষতি শিলাত ঘঁহি চোৱাটো উচিত। প্ৰথমতে এইটো চাই লব লাগে যে যিটো কৰ্ম্ম মই কৰিব খুজিছোঁ, তাক অনাসক্তি পূৰ্ব্বক, ফললৈ লেশমাত্ৰও কামনা নকৰাকৈ কৰাটো সম্ভৱ পৰ হয়নে নহয়? ফল-ত্যাগেই কৰ্ম্ম কৰাৰ পৰীক্ষা। এই পৰীক্ষা অনুসৰি কাম্য কৰ্ম্ম আপোনা-আপুনি ত্যাজ্য বুলি প্ৰমাণিত হব। তাৰ কাৰণে সন্ন্যাসেই বাঞ্ছনীয়। এতিয়া বাকী থাকিল শুদ্ধ সাত্ত্বিক কৰ্ম্ম। সিহঁতক অনাসক্তি পূৰ্ব্বক অহঙ্কাৰ বাদ দি কৰিব লাগে। কাম্য কৰ্ম্মৰ ত্যাগো এক প্ৰকাৰৰ কৰ্ম্মই। ফল-ত্যাগৰ কোঁচ তাতো চলাওক। তাৰ পিচত কাম্য কৰ্ম্মৰ ত্যাগো সহজ ৰূপতেই হব লাগে।

এইদৰেই আমি তিনিটা কথা দেখিলোঁ। প্ৰথম হৈছে যিটো কৰ্ম্ম আমি কৰিব লাগে, তাক ফল-ত্যাগ পূৰ্ব্বক কৰিব লাগে। দ্বিতীয়তে ৰাজসিক আৰু তামসিক কৰ্ম্ম নিষিদ্ধ আৰু কাম্যকৰ্ম্মক ফল-ত্যাগৰ কষটি শিলাত ঘহাঁ মৰাৰ লগে লগে আপোনা-আপুনি নাইকিয়া হৈ যায়। তৃতীয়টো হৈছে এই যে এনেধৰণৰে যি ত্যাগ কৰা হব, তাৰ ওপৰতো ফল-ত্যাগৰ কোঁচ চলাওক। মই ইমান ত্যাগ কৰিলোঁ, তাত এনেকুৱা অহঙ্কাৰ হবলৈ দিব নেলাগে।

ৰাজসিক আৰু তামসিক কৰ্ম্ম কিয় ত্যাজ্য হব লাগে? সিহঁত শুদ্ধ নহয়, এই কাৰণেই। শুদ্ধ নহ'লে কৰ্ত্তাৰ মনৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া জন্মে; কিন্তু অলপ গভীৰ ভাৱে চিন্তা কৰিলে জানিব পাৰি যে সাত্ত্বিক

কৰ্ম্মও দোষ পূৰ্ণই। যিমানবিলাক কৰ্ম্ম আছে, সেই সকলোতে কিছু নহয় কিছু দোষ থাকেই। খেতিৰ স্বধৰ্ম্মকে লোৱা যাওক বাৰু। ই এবিধ শুদ্ধ সাত্ত্বিক ক্ৰিয়া; কিন্তু এই যজ্ঞময় স্বধৰ্ম্মৰূপী খেতিতো দেখোন হিংসা হয়েই। হাল-কোৰ বাওঁতে কত যে পোক-পৰুৱা মৰে! কুঁৱাৰ ওচৰত বোকা নহবৰ কাৰণে পকা কৰোঁতে বহুত কীট-পতঙ্গ মৰে। ৰাতিপুৱা দুৱাৰ মেলাৰ লগে লগেই সূৰ্য্যৰ পোহৰ ঘৰত প্ৰবেশ কৰে; তাৰ দ্বাৰায়ো অসংখ্য কীট-পতঙ্গ নষ্ট হয়। যাক আমি শুদ্ধীকৰণ বুলি কৈছোঁ, সিয়ো এক-প্ৰকাৰৰ মাৰণ ক্ৰিয়াই হৈ পৰে। সাৰাংশ, যেতিয়া সাত্ত্বিৰ স্বধৰ্ম্মৰূপী কৰ্ম্মও দোষযুক্ত হৈ পৰে তেতিয়া কি কৰা উচিত?

মই আগতে কৈ আহিছোঁ যে সকলো গুণৰ বিকাশ হবলৈ এতিয়াও বহুত বাকী। জ্ঞান, ভক্তি, সেৱা, অহিংসা আদিৰ অভিজ্ঞতা বৰ্ত্তমান আমাৰ বিন্দুমাত্ৰ হে হৈছে। সম্পূৰ্ণ অভিজ্ঞতা যে হৈ উঠিছে এনে নহয়। জগতে অভিজ্ঞতা লৈহে আগবাঢ়ি যায়। মধ্যযুগতে এনেকুৱা কল্পনাও চলিছিল যে খেতি কৰিলে হিংসা হয় যেতিয়া অহিংসক ব্যক্তিয়ে তাক কৰিবই নেলাগে। তেওঁলোকে বেপাৰ-বাণিজ্য কৰক। কথিত আছিল যে শস্যোৎপাদন কৰাটোহে পাপ; বেচাটো পাপ নহয়। পিচে এইদৰে কাম বাদ দি যোৱাটো আমাৰ পক্ষে হিতকৰ হব নোৱাৰে। যদি মানুহে এইদৰেই কৰ্ম্ম সঙ্কোচ কৰি গৈ থাকে তেন্তে শেষত আত্মনাশ হোৱাটো অনিবাৰ্য্য। কৰ্ম্মৰ পৰা হাত সাৰিবৰ কাৰণে মানুহে যিমানেই চেষ্টা কৰিব, সিমানেই কৰ্ম্মৰ পৰিসৰো বৃদ্ধিহে হৈ গৈ থাকিব। আপোনালোকৰ এই ধানৰ বেপাৰৰ কাৰণে জানো কোনেও খেতি-বাতি কৰিব নেলাগিব? তেন্তে সেই খেতি কৰোঁতে হোৱা হিংসাৰ ভাগী আপুনি নহব জানো! যদি কপাহ উৎপাদন কৰাটো পাপ হয়, তেন্তে সেই উৎপাদিত কপাহ বেচাটোও পাপেই হব। যেনেকৈ কপাহ উৎপন্ন কৰিলে দোষ হয়, সেইদৰেই এই কামটো এৰি দিলেও বুদ্ধিগত দোষ হব। সকলো কৰ্ম্ম বহিষ্কাৰ কৰক—এইটো কৰ্ম্মও নহয় সেইটো কৰ্ম্মও নহয়, এটাও কৰ্ম্ম নকৰিব। এনেকুৱা হলে কব লাগিব যে তেওঁলোকৰ অন্তৰত প্ৰকৃত দয়াৰ ভাৱ মুঠেই নাই, যি আছিল সিয়ো নষ্ট হৈ গৈছে। পাত সৰিলেই গছজোপা নমৰে, বৰং সি আকৌ কুঁহিপাত মেলি নতুন হৈ হে পৰে। ক্ৰিয়াৰ সঙ্কোচ কৰিলে আত্ম-সঙ্কোচ হে হয়।

## (১০৩) কৰ্ম্মৰ পৰা মুক্তি পোৱাৰ প্ৰকৃত নিয়ম

এতিয়া প্ৰশ্ন হৈছে এইটোৱেই যে যদি সকলো কৰ্ম্মত দোষেই আছে তেন্তে সকলো কৰ্ম্মকে কিয় বাদ দিয়া নেযায়? ইয়াৰ উত্তৰ প্ৰথমতে এবাৰ দিয়া হৈছেই। সকলো কৰ্ম্মকে ত্যাগ কৰি দিয়াৰ কল্পনাটো অতি সুন্দৰ। এই ভাবটো আকৰ্ষণীয়। পিচে এই অসংখ্য কৰ্ম্ম এৰা যাব কেনেকৈ? ৰাজসিক আৰু তামসিক কৰ্ম্ম ত্যাগ কৰাৰ যিটো উপায় আছে, সিয়েই সাত্ত্বিক কৰ্ম্মৰ কাৰণেও উপযুক্ত নহব জানো? দোষ-যুক্ত সাত্ত্বিক কৰ্ম্মৰ পৰা আঁতৰি কেনেকৈ থাকিব পৰা হব? আটাইতকৈ মজাৰ কথা হৈছে এইটোৱেই যে 'ইন্দ্ৰায় তক্ষকায় স্বাহা'ৰ দৰে যেতিয়া মানুহে সংসাৰতো কৰিবলৈ ধৰিব, তেতিয়া অমৰ হোৱাৰ কাৰণেতো ইন্দ্ৰ নমৰেই বৰং তক্ষকো মৰক ছাৰি ডলটি শক্তিশালী হে হৈ উঠিব। সাত্ত্বিক কৰ্ম্মাবলাকত পুণ্য আছে আৰু অলপ দোষো আছে। কিন্তু অলপ দোষ থকাৰ বাবেই যদি সেই দোষৰ লগতে পুণ্যকো আহুতি দিব খোজে তেন্তে বলৱান হোৱাৰ কাৰণে পুণ্য-ক্ৰিয়া তো নষ্ট নহয়েই বৰং দোষ-যুক্ত কৰ্ম্মহে বাঢ়ি যাবলৈ ধৰিব। এনেকুৱা মিশ্ৰিত, বিবেকহীন ত্যাগৰ দ্বাৰাই পুণ্যৰূপী ইন্দ্ৰ নমৰে আৰু মৰিব লগীয়া দোষৰূপী তক্ষকো নমৰে। এতেকে তাক ত্যাগ কৰাৰ উপায় কোনটো? মেকুৰীয়ে হিংসা কৰে দেখি যদি তাক কৰা হয়, তেন্তে নিগনিয়েও হিংসা কৰিবলৈ ধৰিব। সাঁপে হিংসা কৰে কাৰণে যদি তাক বধ কৰা হয়, তেন্তে শ শ কীট-পতংগই খেতি নষ্ট কৰি পেলাব। খেতিৰ শস্য যদি নষ্ট হয় তেন্তে হেজাৰ হেজাৰ মানুহ খাবলৈ নেপাই মৰিব লাগিব। এই কাৰণে ত্যাগ বিবেক যুক্ত হব লাগে।

মচ্ছীন্দ্ৰনাথে গোৰখনাথক কলে—"এই ল'ৰাটো ধুই আনাগৈ"! গোৰখ-নাথে ল'ৰাটোৰ ঠেঙত ধৰি শিলৰ ওপৰত আচাৰি পেলালে আৰু শুকাবলৈ বেৰত মেলি দিলে। মচ্ছীন্দ্ৰনাথে সুধিলে "ল'ৰাটো ধুই আনিলানে"? গোৰখনাথে উত্তৰ দিলে—"হয়, তাক ধুই-পখালি, শুকাবলৈ ভালকৈ মেলি দিছোঁ"। ল'ৰাটোক জানো এইদৰে ধুব লাগিছিল? কাপোৰ আৰু মানুহ ধোৱাৰ পদ্ধতি একে নহয়। এই দুয়োটা পদ্ধতিত যথেষ্ট প্ৰভেদ আছে! এই দৰেই ৰাজসিক তথা তামসিক কৰ্ম্ম ত্যাগ আৰু সাত্ত্বিক কৰ্ম্ম ত্যাগৰ ভিতৰত যথেষ্ট প্ৰভেদ আছে। সাত্ত্বিক কৰ্ম্ম ত্যাগকৰাৰ নিয়ম বেলেগ।

বিবেকহীন হৈ কৰ্ম্ম কৰিলে ওলোটা ওভোটা হবই। তুকাৰামে কৈছে—

"ত্যাগসে ভোগ উগে জো ভাতৰ। তব হে দাতা! মৈ ক্যা কৰু?"

সৰু সুৰা ত্যাগ কৰি গৈ থাকিলে ডাঙৰ ডাঙৰ ভোগ বিলাকে আহি অন্তৰত ঘৰ কৰি লয়হি। এই কাৰণে অলপীয়া ত্যাগো মিছা হৈ পৰে। সৰু-সুৰা ত্যাগ পুৰো কৰিবৰ কাৰণে ডাঙৰ ডাঙৰ ইন্দ্ৰপুৰী নিৰ্ম্মাণ কৰা হয়। ইয়াতকৈ সেই প'জা-ঘৰবিলাকেই ভাল আছিল। সিয়েই যথেষ্ট আছিল। কপিন পিন্ধি ওচৰ পাঁজৰৰ বিপুল সম্পত্তি আহৰণ কৰাতকৈ, চুৰিয়া-চোলা পিন্ধাতো বেছি ভাল। এই কাৰণে ভগৱানে সাত্ত্বিক কৰ্ম্ম ত্যাগ কৰাৰ পদ্ধতিয়েই বেলেগ কৰি দিছে। সেই সকলো বিলাক সাত্ত্বিক কৰ্ম্মকেই কৰিব লাগিব মাত্ৰ তাৰ ফললৈ আশা কৰিব নেলাগে। কিছুমান কৰ্ম্ম একেবাৰেই ত্যাগ কৰিব লাগে কিছুমানৰ আকৌ অকল ফলহে ত্যাগ কৰিব লাগে। গাত যদি কিহবাৰ চেকা লাগে তেন্তে তাক ধুই পেলাই গুচাব পাৰি; কিন্তু যদি ছালৰ ৰংটোৱেই ক'লা হয় তেন্তে তাত আৰু বগা ৰং গুড়ি সনাৰ পৰা কি লাভ হব? ছালৰ সেই ক'লা ৰং যেনেই আছিল তেনেই থাকিবলৈ দিয়ক। তাৰ ফালে চাবই বা লাগে কিয়? তাক অমঙ্গলীয়া কথা বুলি ধৰি লব নেলাগে।

এজন মানুহ আছিল। তেওঁ নিজৰ ঘৰটোকে অমঙ্গলীয়া যেন পাই আন এখন গাঁৱলৈ উঠি গ'ল। সেই গাওঁখনো অপৰিষ্কাৰ যেন দেখি তেওঁ আকৌ হাবিৰ ফালে খোজ ললে। হাবিত গৈ এজোপা আম গছৰ তলত বহিছিলহে মাত্ৰ। এনে সময়তে গছ জোপাৰ ওপৰত থকা এটা চৰায়ে তেওঁৰ মূৰতে লাদি দিলে। "এই হাবিখনো অমঙ্গলীয়া" বুলি কৈ তেওঁ এখন নৈত নামি থিয় দিলে। নৈতো যেতিয়া ডাঙৰ মাছবিলাকে সৰু মাছবিলাকক খোৱা তেওঁ দেখা পালে তেতিয়া তেওঁৰ বৰ ঘিণ লাগিল। তাৰ পিচত তেওঁ ভাবিলে যে এই গোটেই সৃষ্টিখনেই দেখোন অমঙ্গলীয়া, গতিকে মই আৰু এই সৃষ্টিত জীয়াই থাকি কি কৰিম? মই মৰাৰ বাহিৰে আনগতি নাই। ইয়াকে মনতে স্থিৰ কৰি তেওঁ পানীৰ পৰা উঠি আহিল আৰু এখন চিতা সাজি, জুই লগাই তাত জাপ দিবলৈ ধৰিছে। এনেতে এজন ভদ্ৰলোক সেই ঠাইলৈকে আহিল আৰু তেওঁক কলে—"হেৰা, তুমিনো মৰিবলৈ কিয় ওলাইছা?" তেওঁ উত্তৰ দিলে—"এই গোটেই সংসাৰখনেই অমঙ্গলীয়া, এই

কাৰণেই মই মৰিবলৈ ওলাইছোঁ। তেতিয়া সেই ভদ্ৰলোকজনে কলে—"যদি তোমাৰ এই অপবিত্ৰ শৰীৰ, এই চৰ্ব্বী জুইত জ্বলিবলৈ দিয়া তেন্তে বৰ ভীষণ দুৰ্গন্ধ বাহিৰ হব। আমি ইয়াৰ একেবাৰেই ওচৰতে আছোঁ। তেতিয়া আমি কলৈ যাম? এডাল চুলি পুৰিলেই কিমান যে দুৰ্গন্ধ বাজ হয়? তোমাৰ গোটেই গাটো চৰ্বীৰেই পৰিপূৰ্ণ, তেনেস্থলত ভাবি চোৱাচোন তোমাৰ দেহাটো পুৰিলে কিমান বেয়া গোন্ধ ওলাব?" তেতিয়া মানুহজনে বিবুদ্ধি হৈ কলে—"এই সংসাৰত জীৱাই থাকিবলৈ যি সুবিধা নায়েই নে মৰিবলৈকো নাই। গতিকে এতিয়া মই কৰোঁ কি?

তাৎপৰ্য্য হৈছে এই যে 'অশুভ, অমঙ্গল' বুলি সকলোকে বহিষ্কাৰ কৰিলে কাম নচলিব। আপুনি যদি সবু কামৰ পৰা হাত সাৰিব খোজে তেন্তে আন ডাঙৰ ডাঙৰ কামৰ বোজা আহি মৰৰ ওপৰত পৰিবহিয়েই। প্ৰকৃতপক্ষে কৰ্ম্ম বাহিৰৰ পৰা এৰা দিব খুজিলে সি এৰ নেখায়। যিটো কৰ্ম্ম সহজ ৰূপেই প্ৰৱাহ প্ৰাপ্ত হৈছে, তাক বিৰোধ কৰিবলৈ গৈ যদি কোনো লোকে নিজৰ শক্তি খৰচ কৰে—প্ৰৱাহৰ বিৰুদ্ধে যাব খোজে, তেন্তে অন্তত ক্লান্ত হৈ প্ৰৱাহৰ লগত ভাঁহি যাবই লাগিব। প্ৰৱাহানুকূল ক্ৰিয়াৰ দ্বাৰাইহে নিজৰ তৰণৰ উপায় চিন্তা কৰিব লাগে। ইয়াৰ দ্বাৰাই মনৰ ওপৰত থকা লেও পাতলি যাব আৰু চিত্ত-শুদ্ধিও ক্ৰমে হৈ গৈ থাকিব। তাৰ পিচত ক্ৰিয়া লাহে লাহে আপোনা-আপুনি শেষ হৈ যাব। কৰ্ম্মত্যাগ নোহোৱা সত্বেও ক্ৰিয়া লুপ্ত হৈ পৰিবই। কৰ্ম্ম এৰ নেখায় কিন্তু ক্ৰিয়া হলে লোপ হৈ যায়।"

কৰ্ম্ম আৰু ক্ৰিয়া দুয়োটাৰ ভিতৰত পাৰ্থক্য আছে। জেনিবা ক'ৰবাত বেছিকৈ গোলমাল হৈছে আৰু তাক বন্ধ কৰিব লাগে। এজন চিপাহী আহি বৰ ডাঙৰ কৈ চিঞৰিৰ কৰিহি—"গোলমাল বন্ধ কৰা।" তাৰ গোলমাল বন্ধ কৰিবৰ কাৰণে তেওঁ চিঞৰাৰ তীব্ৰ কৰ্ম্ম কৰিব লগা হ'ল। আন কোনোবা এজন আকৌ মনে মনে আহি থিয় দিবহি আৰু আঙুলি দেখুৱাব। ইয়াকে দেখিয়েই মানুহ মনে মনে থাকিব। তৃতীয় জন ব্যক্তি সেই ঠাইত উপস্থিত হোৱাৰ লগে লগেই সকলো বিলাক নিস্তব্ধ হৈ পৰিব। প্ৰথমৰ জনে তীব্ৰ ক্ৰিয়া কৰিব লগা হ'ল। দ্বিতীয় জনৰ ক্ৰিয়া কিছু সৌম্য আছিল আৰু তৃতীয় জনৰ সুক্ষ্ম আছিল। ক্ৰিয়া ক্ৰমান্বয়ে কম হৈ যাবলৈ ধৰিলে, কিন্তু

মানুহক মনে মনে থাকিবলৈ দিয়া কৰ্ম্ম সকলোতেই সমানৰূপেই আছিল।
যিমানেই মানুহৰ চিত্ত-শুদ্ধি হৈ গৈ থাকিব, সিমানেই ক্ৰিয়াৰ তীব্ৰতাও কম
হৈ যাব ধৰিব। তীব্ৰতাৰ পৰা সৌম্য, সৌম্যৰ পৰা সূক্ষ্ম আৰু সূক্ষ্মৰ
পৰা শূন্য হৈ গৈ থাকিব। কৰ্ম্ম ভিন্ন, ক্ৰিয়াও ভিন্ন কৰ্ত্তাৰ যিটো ইষ্ট,
সেয়েই কৰ্ম্ম। এয়েই কৰ্ম্মৰ ব্যাখ্যা। যেতিয়া কৰ্ম্মত প্ৰথমা আৰু দ্বিতীয়া
বিভক্তি থাকে, তেতিয়া ক্ৰিয়াৰ কাৰণে স্বতন্ত্ৰ ক্ৰিয়া পদৰ ব্যৱহাৰ কৰিব
লগা হয়।

ক্ৰিয়া আৰু কৰ্ম্মৰ ভিতৰত যি ব্যৱধান আছে তাক ভালদৰে বুজি
লওক। খং উঠিলে কিছুমানে বেছিকৈ বলকি আৰু কিছুমানে নমতা-
নোবোলাকৈ থাকি খং প্ৰকাশ কৰে। জ্ঞানী পুৰুষে লেশ মাত্ৰও ক্ৰিয়া নকৰে;
কিন্তু কৰ্ম্ম হ'লে অসংখ্য কৰে। তেওঁৰ অস্তিত্ব মাত্ৰই অপাৰ লোক-সংগ্ৰহ
কৰিব পাৰে। জ্ঞানী পুৰুষৰ কেৱল উপস্থিতিয়েই যথেষ্ট। তেওঁৰ হাত-
ভৰি আদি অবয়বে একো কাম নকৰিলেও কাম কৰা হয়। ক্ৰিয়া সূক্ষ্ম
হৈ গ'লে, কৰ্ম্ম বিপৰীতফালে বাঢ়ি যায়। চিন্তাৰ এই ধাৰাটো যদি আৰু
আগবঢ়াই লৈ যোৱা হয় আৰু চিত্তও সম্পূৰ্ণ শুদ্ধ হৈ পৰে তেন্তে শেষত
ক্ৰিয়া শূন্যৰূপ হৈ, কৰ্ম্ম অনন্ত হৈ পৰে বুলি কব পৰা যাব। প্ৰথমে
তীব্ৰ, তাৰ পাচত তীব্ৰৰ পৰা সৌম্য, সৌম্যৰ পৰা সূক্ষ্ম আৰু সূক্ষ্মৰ পৰা
শূন্য—এই অনুক্ৰমেই ক্ৰিয়াই আপোনা-আপুনি শূন্যত্ব প্ৰাপ্ত হব। কিন্তু
তেতিয়াও অনন্ত কৰ্ম্ম আপোনা-আপুনি হৈ থাকিবলৈ ধৰিব।

কৰ্ম্মৰ বাহ্যিকতা দূৰ কৰিবলৈ চালেও সি সহজে দূৰ নহয়। নিষ্কাম
ভাৱে কৰ্ম্ম কৰি থাকিলেহে লাহে লাহে তা অভিজ্ঞতা বাঢ়ি যাব। কবি
ব্ৰাউনিঙৰ "কপটিয়া পোপ" নামৰ এটা কৱিতা আছে। এজন মানুহে
পোপক কলে—"তুমি নিজক ইমানকৈ কিয় সজোৱা ? এই চাপ্‌কণ চোলা-
টোৰ কি প্ৰয়োজন আছিল? এই বিলাক উপৰুৱা ভাও কিহৰ? এই
গম্ভীৰ মুদ্ৰাটোৰেই বা আৱশ্যকতা কি?" তেওঁ উত্তৰ দিলে—'মই এই-
বিলাক কিয় কৰিছো তেন্তে শুনা। কিজানি এই নাটক, এই নকল কৰোঁতে
কৰোঁতে কোনোবা এদিন অজানিত ভাৱে শ্ৰদ্ধা মোৰ গাত সঞ্চাৰ হয়েই।"
এই কাৰণে নিষ্কাম ক্ৰিয়া কৰিয়েই থাকিব লাগে। লাহে লাহে হয়তো
নিষ্ক্ৰিয়তাও প্ৰাপ্ত হৈ যাব।

### (১০৪) সাধকৰ কাৰণে স্বধৰ্ম্মৰ সমাধান

তাৎপৰ্য্য হৈছে এই হে তামসিক ও ৰাজসিক কৰ্ম্মক একেবাৰেই ত্যাগ কৰিব লাগে আৰু সাত্ত্বিক কৰ্ম্ম কৰিব লাগে। ইয়াৰ লগতে এইটোৰ প্ৰতিও লক্ষ্য ৰখা উচিত যে যি সাত্ত্বিক কৰ্ম্ম সহজ আৰু স্বাভাৱিক ৰূপত সমুখলৈ আহি উপস্থিত হয়, সি দোষযুক্ত হ'লেও ত্যাজ্য নহয়। তাত যদি কিবা দোষ থাকেও তেন্তে থাকিবলৈ দিয়ক। সিই দোষৰ কাৰণেই যদি তাক পিচ পেলাই থবলৈ চায়, তেন্তে আন আন দোষো হয়তো আহি যাব। আপোনাৰ নকটা নাকটো যেনে আছিল, তেনেই থাকিবলৈ দিয়ক। তাক যদি কাটি সুন্দৰ কৰিবলৈ চায়, তেন্তে সি আৰু ভয়ানক ও কুৎসিত যেনহে হব। সি যেন ভাবে আছে তেনেই ভাল। সাত্ত্বিক কৰ্ম্ম দোষযুক্ত হ'লেও স্বাভাৱিক ৰূপে প্ৰাপ্ত হোৱাৰ কাৰণে তাক এৰি দিব নেলাগে। তাক কৰিবই লাগে কিন্তু তাৰ ফলহে ত্যাগ কৰা উচিত।

আৰু এটা কথা কব লগা আছে। যিটো কৰ্ম্ম সহজ আৰু স্বাভাৱিক ৰূপে পোৱা নহয়, তাক যদি আপুনি ভালকৈ কৰিব পাৰিম-বুলি ভাবে, তথাপি তাক নকৰিব। যিমান খিনি কৰ্ম্ম সহজ ৰূপে পাব পাৰে তিমানকে কৰক। হুলস্থুল কৰি ব উধাতু খাই আন নতুন কৰ্ম্মৰ পাক চক্ৰত নপৰিব। যিবোৰ কৰ্ম্ম বিশেষকৈ জোৰ-জবৰদস্তিৰে কৰিব লগা হয়, সিহ'ত যিমানেই ভাল নহওঁক তথাপি তাৰপৰা সদায় আতঁৰত থাকিব। তাৰ মোহত নপৰিব। যিটো কৰ্ম্ম সহজ প্ৰাপ্ত তাৰ ফল হেলাৰঙেে ত্যাগ কৰিব পাৰি। যদি মানুহে লোভত পৰি এইটো কামো ভাল, সেইটো কামো ভাল বুলি চাৰিও ফালে দৌৰিবলৈ ধৰে, তেন্তে ফল-ত্যাগ আৰু কেনেকৈ হব পাৰে? তাৰ দ্বাৰাই গোটেই জীৱনটোৰেই নানান দুৰ্গতি হবলৈ ধৰিব। ফললৈ আশা কৰিয়েই হে তেওঁ এই পৰ-ধৰ্ম্ম ৰূপী কৰ্ম্ম কৰিব খুজিব আৰু ফলো হাততে হেৰুৱাব। জীৱনৰ কোনো ঠাইতেই স্থিৰতা প্ৰাপ্ত নহব। মনত সেই কৰ্ম্মৰ আসক্তি লাগি থাকিব। যদি সাত্ত্বিক কৰ্ম্মলৈও কেতিয়াবা লোভ জন্মে, তেন্তে তাকো দূৰ কৰা উচিত। নানা প্ৰকাৰৰ সাত্ত্বিক কৰ্ম্মও যদি কৰিব খোজে তেন্তে তালৈও ৰাজসিকতা আৰু তামসিকতা আহি যাবই। এতেকে যিটো আপোনাৰ কাৰণে সাত্ত্বিক, স্বাভাৱিক আৰু সহজ প্ৰাপ্ত স্বধৰ্ম্ম তাকে আপুনি কৰক।

স্বধৰ্ম্মত স্বদেশী ধৰ্ম্ম স্বজাতীয় ধৰ্ম্ম আৰু স্ব-কালীন ধৰ্ম্মৰ সমাবেশ হৈছে। এই তিনিওটা মিলি স্বধৰ্ম্মৰ সৃষ্টি হৈছে। মোৰ বৃত্তিৰ অনুকূলে আৰু অনুৰূপ কি আৰু কেনেকুৱা কৰ্ত্তব্য মই পাইছোঁ—এই সকলোবিলাক স্বধৰ্ম্ম নিশ্চিত কৰিবৰ সময়ত চাই লব লাগে। তোমাত 'তুমিত্ব' বোলা কিবা বস্তু এটা আছে, এই কাৰণেই তুমি 'তুমি'। প্ৰত্যেক ব্যক্তিৰেই তেওঁৰ নিজা কিছু বিশেষতা থাকে। ছাগলীৰ বিকাশ ছাগলী হৈ থকা অৱস্থা-তেইহে হুব পাৰে। ছাগলী হৈ থাকিয়েই তাৰ নিজৰ বিকাশ কৰি লোৱা উচিত। ছাগলী যদি গৰু হব খোজে তেন্তে তাৰ কাৰণে সেইটো সম্ভৱপৰ নহয়। সি স্বয়ং প্ৰাপ্ত ছাগত্ব ত্যাগ কৰিব নোৱাৰে। ইয়াৰ কাৰণে সি দেহ ত্যাগ কৰিব লাগিব। নতুন ধৰ্ম্ম আৰু নতুনকৈ জন্ম গ্ৰহণ কৰিব লাগিব; কিন্তু এই জন্মত তাৰ কাৰণে ছাগত্বই হে পৱিত্ৰ। বলধ আৰু ভেঁকুৰ গল্পটো শুনিছে নহয়? ভেং বঢ়াৰো এটা সীমা আছে। সি যদি বলধ গৰুটোৰ সমান হব খোজে তেন্তে সি মৰি যাব। আনৰ ৰূপ নকল কৰাটো উচিত নহয়। এই কাৰণে পৰ-ধৰ্ম্মক ভয়াবহ বুলি কৈছে।

আকৌ স্বধৰ্ম্মৰো দুটা ভাগ আছে। এটা পৰিৱৰ্ত্তনশীল অংশ, আনটো অপৰিৱৰ্ত্তনশীল। আজিৰ যি মই কালিৰ নহয়, কালিৰ যি মই পৰহিৰ নহয়। মই নিৰন্তৰ পৰিৱৰ্ত্তন হৈয়েই আছোঁ। সৰু-কালৰ স্বধৰ্ম্ম হৈছে কেৱল শৰীৰ গঠন। ডেকা-কালত মোৰ গাত পৰিপূৰ্ণ কৰ্ম্মশক্তি থাকিব, তাৰ দ্বাৰাই মই সমাজৰ সেৱা কৰিম। বয়সস্থ অৱস্থাত মোৰ জ্ঞানৰ দ্বাৰাই আন লাভান্বিত হব। এই দৰেই কিছুমান স্বধৰ্ম্ম পৰিৱৰ্ত্তন হৈয়েই থাকিব আৰু কিছুমান মুঠেই পৰিৱৰ্ত্তন নহব। ইয়াকে যদি পুৰণা শাস্ত্ৰীয় নাম দিয়া যায় তেন্তে আমি ক'ম—"মানুহৰ বৰ্ণ-ধৰ্ম্ম আৰু আশ্ৰম-ধৰ্ম্ম আছে।" বৰ্ণ-ধৰ্ম্ম পৰিৱৰ্ত্তন নহয়· কিন্তু আশ্ৰম-ধৰ্ম্ম পৰিৱৰ্ত্তন হৈয়েই থাকে।

আশ্ৰম-ধৰ্ম্ম পৰিৱৰ্ত্তন হৈ থাকে, ইয়াৰ অৰ্থ হৈছে এই যে ব্ৰহ্মচাৰী পদৰ পৰা উত্তীৰ্ণ হৈ মই গৃহস্থা শ্ৰমত প্ৰৱেশ কৰিছোঁ, গৃহস্থাশ্ৰমৰ পৰা বানপ্ৰস্থাশ্ৰম আৰু বানপ্ৰস্থৰ পৰা সন্ন্যাসলৈ যাব ধৰিছোঁ। এই দৰেই আশ্ৰম-ধৰ্ম্ম পৰিৱৰ্ত্তন হৈ থাকে তথাপি বৰ্ণ-ধৰ্ম্মক পৰিৱৰ্ত্তন কৰিব নোৱাৰি। মোৰ স্বাভাৱিক সীমা মই লঙ্ঘন কৰিব নোৱাৰোঁ। এনেকুৱা চেষ্টা বৃথা। তোমাত যি 'তুমিত্ব' আছে তাক তুমি ত্যাগ কৰিব নোৱাৰা। এই কল্পনাৰ

আধাৰতেই বৰ্ণ-ধৰ্ম্মৰ ব্যৱস্থা কৰা হৈছে। বৰ্ণ-ধৰ্ম্মৰ কল্পনা বৰ মধুৰ। বৰ্ণ-ধৰ্ম্ম একেবাৰেই অচল অটল নে? যেনেকৈ ছাগলীৰ 'ছাগত্ব' গৰুৰ 'গৰুত্ব' সেইদৰেই ব্ৰাহ্মণৰ ব্ৰাহ্মণত্ব আৰু ক্ষেত্ৰিয়ৰ ক্ষেত্ৰিয়ত্ব নে? অৱশ্যে মই এইটো মানো যে বৰ্ণ-ধৰ্ম্ম ইমান শক্তিশালী নহয়; কিন্তু আমি ইয়াৰ মৰ্ম্মটো ভালদৰে বুজি লোৱা উচিত। 'বৰ্ণ-ধৰ্ম্ম' বোলা শব্দটোৰ ব্যৱহাৰ যেতিয়া সামাজিক ব্যৱস্থাৰ উপায় স্বৰূপে কৰা হয়, তেতিয়া তাৰ ব্যতিক্ৰম অৱশ্যে ঘটে। এনেকুৱা ব্যতিক্ৰমক গৃহীত কৰি লবই লগাত পৰে। গীতায়ো এনেকুৱা ব্যতিক্ৰমকে গৃহীত কৰিছে। সাৰাংশ, এই দুয়ো প্ৰকাৰ ধৰ্ম্মৰ বিষয়ে ভালকৈ জানি লোৱাৰ পিচত অবান্তৰ ধৰ্ম্ম যিমানেই সুন্দৰ আৰু আকৰ্ষণীয় বুলি প্ৰমাণিত নহওক তথাপি তাক ত্যাগ কৰিবলৈ যত্নৰ ত্ৰুটি কৰিব নেলাগে।

### (১০৫) ফলত্যাগৰ মুঠ ফলিতাৰ্থ

ফল-ত্যাগৰূপী কল্পনাৰ বিকাশ যেনে হিচাপে হৈ আহি আছে তাৰ পৰা নিম্নলিখিত অৰ্থই ওলায়।

(১) ৰাজসিক আৰু তামসিক কৰ্ম্মৰ সম্পূৰ্ণ ত্যাগ।

(২) সেই ত্যাগৰো ফল-ত্যাগ। তাতো কোনো অহঙ্কাৰ থাকিব নেলাগে।

(৩) সাত্ত্বিক কৰ্ম্মৰ স্বৰূপ ত্যাগ নকৰি কেৱল তাৰ ফলহে ত্যাগ।

(৪) ফল-ত্যাগপূৰ্ব্বক কৰিব লগা সাত্ত্বিক কৰ্ম্ম দোষযুক্ত হলেও কৰিব লাগে।

(৫) ফল-ত্যাগপূৰ্ব্বক সেই সাত্ত্বিক কৰ্ম্মবিলাক সততে কৰি থাকিলে চিত্ত শুদ্ধ হব। আৰু তীব্ৰৰ পৰা সৌম্য, সৌম্যৰ পৰা সূক্ষ্ম আৰু সূক্ষ্মৰ পৰা শূন্য, এইদৰেই ক্ৰিয়া মাত্ৰৰে বিলোপ সাধন হৈ পৰিব।

(৬) ক্ৰিয়া লুপ্ত হৈ যাব; কিন্তু কৰ্ম্ম—লোকসংগ্ৰহৰূপী কৰ্ম্ম চলিয়েই থাকিব।

(৭) সাত্ত্বিক কৰ্ম্মও স্বাভাৱিক ৰূপে পোৱা হলেহে কৰিব লাগে। যি সহজ প্ৰাপ্ত নহয়, সিহঁত যিমানেই ভাল নহওক তথাপি তাৰপৰা সদায় দূৰতেই থকা উচিত। তাৰ প্ৰতি মোহ যেন নজন্মে।

(৮) সহজপ্ৰাপ্ত স্বধৰ্ম্মও দুই প্ৰকাৰৰ আছে—পৰিৱৰ্ত্তনশীল আৰু

অপৰিৱৰ্ত্তনশীল। বৰ্ণ-ধৰ্ম্মৰ পৰিৱৰ্ত্তন নহয় কিন্তু আশ্ৰম-ধৰ্ম্মৰ পৰিৱৰ্ত্তন হৈয়েই থাকে। পৰিৱৰ্ত্তনশীল স্বধৰ্ম্মৰ পৰিৱৰ্ত্তন হৈয়েই থাকিব লাগে। তাৰ দ্বাৰাই প্ৰকৃতি বিশুদ্ধ হৈ পৰিব।

প্ৰকৃতি সততে বৈয়েই থাকিব লাগে। নিজৰ যদি বৈ নেথাকে, তেন্তে তাৰপৰা দুৰ্গন্ধ আহিবলৈ ধৰিব। আশ্ৰমধৰ্ম্মৰো তদ্ৰূপ অৱস্থাই। মানুহে প্ৰথমে পৰিয়ালক হে পায়। বিকাশৰ কাৰণে তেওঁ নিজেই নিজৰ পাৰিবাৰিক বান্ধোনেৰে বান্ধি লয়। ইয়াত নানা তৰহৰ অভিজ্ঞতা অৰ্জ্জন কৰে। কিন্তু যদি তেওঁ পৰিয়ালৰ বান্ধোনত বান্ধ খাই তাতেই আবদ্ধ হৈ থাকিব লগা হয় তেন্তে তেওঁৰ বিনাশ অৱশ্যম্ভাৱী। পৰিয়ালত আবদ্ধ হৈ থকাটো প্ৰথমে যেনেকৈ ধৰ্ম্মৰূপ আছিল সিয়েই এতিয়া আকৌ অধৰ্ম্মৰূপ হৈ পৰিব; কিয়নো এতিয়া সেই ধৰ্ম্ম বন্ধনকাৰী হৈ পৰিছে। পৰিৱৰ্ত্তনশীল ধৰ্ম্মক যদি আসক্তিৰ কাৰণে এৰি দিয়া নেযায়, তেন্তে ইয়াৰ পৰিণাম ভয়ানক হৈ উঠিব। ভাল ভাল বস্তুতো আসক্তি জন্মিব নেলাগে। আসক্তিৰ দ্বাৰাই ঘোৰ অনৰ্থ ঘটে। যক্ষ্মাৰোগৰ বীজাণু যদি ভুলক্ৰমেও কোনেবাকৈ হাওঁ-ফাওঁত প্ৰৱেশ কৰিবলৈ পায়, তেন্ত সিহঁতে গোটেই জীৱনটোকেই ভিতৰে ভিতৰে খুলি খুলি খাই খাই পেলায়। সেইদৰেই আসক্তিৰ কীটাণুৱেও যদি আমাৰ অসাৱধানতাৰ দোষত কেনেবাকৈ সাত্ত্বিক কৰ্ম্মত প্ৰৱেশ কৰিবলৈ পায় তেন্তে তাৰ দ্বাৰাই স্বধৰ্ম্ম গেলিবলৈ ধৰিব। তেতিয়া সেই সাত্ত্বিক স্বধৰ্ম্ম-লৈয়ো ৰাজসিক আৰু তামসিক দুৰ্গন্ধ আহিবলৈ ধৰিব। এতেকে কুটুম্বৰূপী এই পৰিৱৰ্ত্তনশীল স্বধৰ্ম্ম যথাসময়ত এৰ খাই যাব লাগে। এইটো কথাই ৰাষ্ট্ৰ-ধৰ্ম্মৰ বেলিকাও খাটিব। ৰাষ্ট্ৰ-ধৰ্ম্মলৈয়ো যদি কেনেবাকৈ আসক্তি আহি যায় আৰু অকল নিজৰ ৰাষ্ট্ৰৰ মঙ্গলৰ কাৰণেই হে যদি আমি ভাবিবলৈ ধৰোঁ তেন্তে এনেকুৱা ৰাষ্ট্ৰ-ভক্তিও বৰ ভয়ঙ্কৰ বস্তু হৈ পৰিব। ইয়াৰ দ্বাৰাই আত্মবিকাশ বন্ধ হব। মনত আসক্তিয়ে ঘৰ কৰি লব আৰু ক্ৰমে অধঃপতনৰ ফালে যাব ধৰিব।

## (১০৬) সাধনাৰ পৰাকাষ্ঠাই সিদ্ধি

সাৰাংশ, যদি জীৱনক চৰিতাৰ্থ কৰিব খোজে তেন্তে ফল-ত্যাগৰূপী চিন্তামণিৰ আশ্ৰয় গ্ৰহণ কৰক। সি আপোনাৰ পথ প্ৰদৰ্শন কৰিব। ফল-ত্যাগৰ এই তত্ত্বটোৱে নিজৰ সীমাও নিৰ্দ্দেশ কৰিছে। এই বস্তিগছৰ ওচৰত

থাকিলে এইটো আপোনা-আপুনি জানিব পৰা হব যে কোনটো কাম কৰিব লাগে, কোনটো কৰিব নেলাগে আৰু কোনটো কেতিয়া পৰিৱৰ্ত্তন কৰিবৰ প্ৰয়োজন। কিন্তু এতিয়া এটা অন্য বিষয় হে আলোচনাৰ কাৰণে লোৱা হব। সম্পূৰ্ণ ক্ৰিয়া লোপ হৈ যোৱাৰ অন্তিম অৱস্থাৰ প্ৰতি সাধকে মনোযোগ দিব লাগেনে নেলাগে? ক্ৰিয়া নকৰাকৈয়ে অসংখ্য কৰ্ম্ম হৈ থকাৰ নিচিনা জ্ঞানী পুৰুষৰ এই অৱস্থালৈ সাধকে চাই থাকিব লাগেনে কি? নহয়: ইয়াতো ফল-ত্যাগৰ কষটি শিলাকেই ব্যৱহাৰ কৰিব। আমাৰ জীৱনৰ স্বৰূপ ইমান সুন্দৰ যে আমাক যি লাগে তালৈ কেৰাহিকৈ নেচালেও আমি তাক পামেই। জীৱনৰ আটাইতকৈ ডাঙৰ ফল—হৈছে মোক্ষ। সেই অকৰ্ম্মাৱস্থালৈও আমি আশা পালি থাকিব নেলাগে। সেই অৱস্থাটো আমি অজানিত ভাৱে আপোনা-আপুনি পাম। সন্ন্যাস বোলা বস্তুটো এনেকুৱা নহয় যে সি ছয় বাজি পাঁচ মিনিট যাওঁতে, হঠাতে পোৱা যাব। সন্ন্যাস যান্ত্ৰিক বস্তু নহয়। সিনো আপোনাৰ জীৱনত কেনেকৈ বিকাশ হৈ গৈ থাকিব তাক আপুনি গমকে ধৰিব নোৱাৰিব। এই কাৰণে মোক্ষৰ কথা ভাবিবলৈ এৰি দিয়ক।

ভক্তই ঈশ্বৰক সদায় ইয়াকে কয়—"মোৰ কাৰণে তোমাৰ এই ভক্তিয়েই যথেষ্ট। মোক্ষ—সেই অন্তিম ফল মোক নেলাগে।" মুক্তি ও এক প্ৰকাৰৰ ভুক্তিয়েই। মোক্ষকো এক প্ৰকাৰৰ ভোগেই বুলিব লাগে। সিয়োতে এবিধ ফলেইহে। এই মোক্ষৰূপী ফলকো ফল-ত্যাগৰূপী কেঁচিৰে কাটক, কিন্তু ইয়াৰ দ্বাৰাই মোক্ষ কলৈকো গুচি নেযায়। শেষত কেঁচি ভাগি যাব আৰু ফলো সুদৃঢ় হৈ উঠিব। যেতিয়া মোক্ষৰ আশা ত্যাগ কৰিব, তেতিয়া অজানিত ভাৱে মোক্ষৰ ফালে আগবাঢ়ি যোৱা হব। সাধনাত আপুনি এনে ভাৱে তন্ময় হৈ পৰক যাতে মোক্ষৰ কথা আপোনাৰ মনলৈ আহিবলৈকে নেপায় আৰু মোক্ষই আপোনাকে বিচাৰি বিচাৰি আপোনাৰ আগত থিয় দিবহি। সাধকে নিজৰ সাধনাতেইহে নিমগ্ন হৈ থাকিব লাগে।

**"মা তে সঙ্গোঽস্ত্বকৰ্মণি।"**

ভগৱানে পূৰ্ব্বেই কৈছিল যে অকৰ্ম্মাৱস্থা, মোক্ষলৈ আসক্তি নেৰাখিবা এতিয়া আকৌ শেষত কৈছে—"অহং ত্বা সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ।" মই মোক্ষদাতা, সমৰ্থ। তুমি মোক্ষৰ বিষয়ে চিন্তা নকৰিবা। তুমি একমাত্ৰ সাধনাৰ কথাকেহে চিন্তা কৰা।

মোক্ষৰ কথা পাহৰি পেলালেই সাধনা উৎকৃষ্ট হব আৰু মোক্ষ আকৃষ্ট হৈ আপোনাৰ ওচৰলৈ গুচি আহিব। মোক্ষ নিৰপেক্ষ বৃত্তি অৱলম্বন কৰি নিজৰ সাধনাত তন্ময় হৈ থকা সাধকৰ ডিঙিত মোক্ষ-লক্ষ্মীয়ে জয়মাল্য প্ৰদান কৰে।

য'ত সাধনাৰ পৰাকাণ্ঠা আছে তাত সিদ্ধিয়ে হাতযোৰ কৰি দণ্ডায়মান হৈ থাকে। যি ঘৰলৈ যাব খোজে, তেওঁ যদি গছৰ তলত থিয় হৈ 'ঘৰ ঘৰ' বুলি জপ কৰিবলৈ ধৰে তেন্তে ঘৰ পোৱাৰ কথা দূৰেই থাওক তেওঁ হাবিৰ মাজতেহে থাকিব লগা হব। ঘৰৰ কথা মনত পেলাই যদি বাটতেই বিশ্ৰাম লব খোজে, তেন্তে সেই অন্তিম বিশ্ৰাম স্থানৰ পৰা দূৰতে থাকিব লাগিব। গতিকে মই যিমান সোনকালে পাৰো খোজ লোৱাৰেই হে চেষ্টা চলাব লাগিব। তেতিয়া হলে ঘৰ একেবাৰেই ওচৰ চাপি আহিব। মোক্ষৰ আলস্যপূৰ্ণ স্মৰণৰ দ্বাৰাই মোৰ প্ৰযত্নত—মোৰ সাধনাত—শিথিলতা আহিব আৰু মোক্ষও মোৰ পৰা দূৰৈহে গৈ থাকিব।

মোক্ষক উপেক্ষা কৰি সততে সাধনাত ৰত হৈ থকাটোৱেই মোক্ষক ওচৰলৈ মতাৰ উপায়। অকৰ্ম্মাৱস্থাৰ বিশ্ৰামলৈ লোভ কেতিয়াও নকৰিব সাধনাৰ প্ৰতি প্ৰেম থাকিলে মোক্ষ পাবই। উত্তৰ-উত্তৰ বুলি চিঞৰিলেই প্ৰশ্নৰ উত্তৰ পোৱা নেযায়। তাক সমাধান কৰাৰ যিটো উপায় আছে তাৰ দ্বাৰাইহে ক্ৰম অনুসৰি উত্তৰ পোৱা যাব। সেই উপায় য'তে সমাপ্ত হৈছে তাতে তাৰ উত্তৰো আছে। সমাপ্তিৰ আগতে সমাপ্ত কেনেকৈ হব? উপায়ৰ আগতে উত্তৰ কেনেকৈ পোৱা যাব? সাধকাৱস্থাত সিদ্ধাৱস্থা কেনেকৈ প্ৰাপ্ত হব? পানীত পৰি হাবু-ডুবু খাই থকা অৱস্থাত আনটো পাৰৰ ৰং-তামাছালৈ মনত পেলালে কাম কেনেকৈ চলিব? সেই সময়ত ইখনৰ পিচত সিখনকৈ হাত-ভৰি মাৰি মাৰি ক্ৰমে আগুৱাই যাবলৈ চেষ্টা কৰাতেইহে সমস্ত মনযোগ আৰু সমস্ত শক্তি খৰচ কৰা উচিত। প্ৰথমে সাধনা পূৰা কৰক—সাগৰ পাৰ হওক। তাৰ পাচত মোক্ষ আপোনা-আপুনি আহি যাব।"

## (১০৭) সিদ্ধ পুৰুষৰ ত্ৰিগুণাত্মক ভূমিকা

অন্তিম অৱস্থাত জ্ঞানী পুৰুষৰ সকলো ক্ৰিয়া লুপ্ত হৈ যায়, শূন্যৰূপ হৈ পৰে। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে অন্তিম অৱস্থাত কোনো ক্ৰিয়াই হব নোৱাৰে। তাৰ দ্বাৰাই ক্ৰিয়া হবও আৰু নহবও। অন্তিম অৱস্থাটো অত্যন্ত ৰমণীয় ও উদাত্ত। এই অৱস্থাত যিয়েই নহওক লাগিলে তেওঁ তালৈ

কটাক্ষকে নকৰে। যি হব সি শুভ আৰু সুন্দৰইহে হব। সাধনাৰ পৰাকাষ্ঠা অৱস্থাত তেওঁ উপনীত হয়। ইয়াত সকলোবিলাক কৰিও তেওঁ একো নকৰা হয়। সংহাৰ কৰা সত্বেও সংহাৰ নকৰে। কল্যাণ কৰিও কল্যাণ নকৰে।

এই অন্তিম মোক্ষাৱস্থাই সাধকৰ সাধনাৰ পৰাকাষ্ঠা। সাধনাৰ পৰাকাষ্ঠা মানে হৈছে সাধনাৰ সহজাৱস্থা। তাত এই কথাটো কল্পনাও নকৰে যে মই কিবা কৰিছোঁ। অথবা এই অৱস্থাটোক মই সাধকৰ সাধনাৰ 'অনৈতিকতা' বুলি ক'ম। সিদ্ধাৱস্থাই নৈতিক অৱস্থা নহয়। সৰু ল'ৰাই স'চা কথা কয়, কিন্তু সি নৈতিক নহয়, কাৰণ মিছানো কি বস্তু তাক সি নেজানেই। অসত্যৰ লগত সম্পূর্ণ ভাৱে পৰিচিত হোৱাৰ পিচত সত্য কথা কলেহে নৈতিক কৰ্ম্ম হব। সিদ্ধাৱস্থাত অসত্যৰ নাম গোন্ধেই নেথাকে। তাত এক মাত্র সত্যইহে থাকে। এই কাৰণে তাত নীতি নেথাকে। নিষিদ্ধ বস্তু তাত অলপো তিষ্ঠিয়েই থাকিব নোৱাৰে, যিটো শুনিব নেলাগে সি কাণৰ ভিতৰলৈ নেযায়েই, যিটো বস্তু দেখিব নেলাগে তাৰ লগত চকুৰ দেখা-দেখিয়েই নহয়, যিটো হব লাগে সিহে হাতৰ দ্বাৰাই হয়, তাৰ কাৰণে বিশেষ যত্ন একো কৰিব লগা নহয়, যিটো কৰিবৰ অনুপযুক্ত তাক বৰ্জ্জন কৰিবৰ আৱশ্যক নকৰে, সি আপোনা-আপুনি দূৰ হৈ যায়—এইটোৱেই হৈছে নীতি-শূন্য অৱস্থা। এই যে সাধনাৰ পৰাকাষ্ঠা আছে ইয়াক সাধনাৰ সহজাৱস্থা, অনৈতিকতা বা অতি নৈতিকতা আদি যিহকেই নোবোলো লাগে এই অতি নৈতিকতাতেইহে নীতিৰ পৰম উৎকৰ্ষতা আছে। অনৈতিকতা শব্দটো মোৰ মনতহে খেলাইছে। অথবা এই অৱস্থাটোক "সাত্ত্বিক সাধনাৰ নিঃসম্বতা"ও বুলি কব পাৰি।

এই অৱস্থাৰ বৰ্ণনা কেনেকৈ কৰা যায়। যেনেকৈ গ্ৰহণৰ আগতে বেধ (গ্ৰহণৰ আগত ৮ বা ১২ ঘণ্টা সময়) লাগে, সেইদৰেই দেহান্তৰ হৈ যোৱাৰ পিচত অহা মোক্ষাৱস্থাৰ ছাঁ দেহ পৰি যোৱাৰ আগতে পৰিবলৈ ধৰে। দেহ থকা অৱস্থাতেই ভাবী মোক্ষাৱস্থাৰো উপলব্ধি হবলৈ ধৰে। এই পৰিস্থিতিৰ কথা বৰ্ণনা কৰোঁতে বাণী বিচলিত হৈ যায়। তে'ও যিমানেই হিংসা নকৰক তথাপি একো নকৰে। তেওঁৰ ক্ৰিয়া এতিয়া কোন ভাল মাপ-কাঠিৰে জোখা হব? তেওঁৰ দ্বাৰাই যি হব, সেই সকলোবিলাকেই সাত্ত্বিক কৰ্ম্মহে হব। সকলোবিলাক ক্ৰিয়া ক্ষয় হৈ গলেও তেওঁ সমগ্ৰ বিশ্বৰ লোক সংগ্ৰহ কৰিব। ইয়াৰ কাৰণে কি ভাষাৰ প্ৰয়োগ কৰা হব, এইটো বুজা টান।

এই অন্তিম অৱস্থাটোত তিনিটা ভাব থাকে—এটা হৈছে বামদেৱৰ অৱস্থা। তেওঁৰ এইটো প্ৰসিদ্ধ উক্তি আছে, "এই বিশ্বত যি আছে, সেই সকলোৱেই মই।" জ্ঞানী পুৰুষ নিৰহঙ্কাৰী হৈ পৰে। তেওঁৰ দেহাভিমান নষ্ট হৈ যায় আৰু ক্ৰিয়া মাত্ৰেই সমাপ্ত হৈ পৰে। এইখিনি সময়ত তেওঁ এটা ভাবাৱস্থা প্ৰাপ্ত হয়। সেই অৱস্থাটো এটা দেহত নোজোৰে। ভাবাৱস্থাই ক্ৰিয়াৱস্থা নহয়। ভাবাৱস্থাৰ অৰ্থ হৈছে ভাবনাৰ উৎকটতাৰ অৱস্থা। এই ভাবাৱস্থাৰ অভিজ্ঞতা কম পৰিমাণে হলেও আমাৰ হব পাৰে। বালকৰ দোষৰ কাৰণে মাকো দোষী হয় আৰু গুণৰ কাৰণে গুণী হয়। তাৰ দুঃখতেই দুখী আৰু তাৰ সুখতেই সুখীও হয়। মাকৰ এই ভাবাৱস্থা সন্তানতেই সীমাবদ্ধ হৈ থাকে। সন্তানৰ দোষ হ'লে মাকে গা-পাতি লয়। জ্ঞানী পুৰুষেও ভাৱনাৰ উৎকটতাৰ দ্বাৰাই গোটেই সংসাৰৰ দোষ গা-পাতি লয়।

ত্ৰিভুবনৰ পাপৰদ্বাৰাই তেওঁ পাপী আৰু পুণ্যৰদ্বাৰাই পুণ্যৱান হয়। এনে হোৱা সত্বেও ত্ৰিভুবনৰ পাপ-পুণ্যৰ লগত তেওঁৰ লেশ মাত্ৰও স্পৰ্শ নহয়। ৰুদ্ৰ-সুক্তত ঋষিয়ে কৈছে—"যৱাশ্চমে তিলাশ্চ মে গোধুমাশ্চ মে'।" মোক যধান, তিল, আৰু ঘেঁহু ধান দিয়া। এইদৰেই ভিক্ষা কৰি ফুৰা ঋষিসকলৰ পেট চাগৈ কিমান ডাঙৰ হয়? কিন্তু সেই মগনীয়াৰ সকল সাত বেগেতীয়া দেহৰ নহয়। তেওঁলোকৰ আত্মাই বিশ্বাকাৰ হৈকথা কয়। ইয়াকে মই বৈদিক বিশ্বাত্মাভাৱ বুলি কৈছোঁ। বেদত এই ভাবনাবিলাকৰ পৰমোৎকৰ্ষ সাধন হোৱা দেখিবলৈ পোৱা যায়। গুজৰাটী সাধুপুৰুষ নৰ্ছৰী মেহতাই কীৰ্ত্তন কৰোঁতে কৈছিল—"বাপজী পাপ মে কৱন কীধা হশে, ত নাম লেতা তাঁৰু নিদ্ৰা আৱে।"—হে ঈশ্বৰ! মই এনে কি পাপ কৰিলোঁ, যিহৰ কাৰণে কীৰ্ত্তনৰ সময়তো মোৰ টোপনি আহে!" আচলতে টোপনি জানো নৰছী মেহতাৰ আহিছিল? টোপনি আহিছিল শ্ৰোতা সকলৰহে! কিন্তু নৰছী মেহতাই শ্ৰোতাসকলৰ লগত এক ৰূপ হৈ সুধিছিল! এইটো তেওঁৰ ভাবাৱস্থা। জ্ঞানী পুৰুষৰ ভাবাৱস্থা এনে ধৰণৰেই হয়। এই ভাবাৱস্থাত সকলো পাপ পুণ্য তেওঁৰ দ্বাৰাই হোৱা আপোনালোকে দেখা পাব। তেওঁ নিজেও ইয়াকে কব। সেই ঋষি জনে কয় নহয়—"নকৰিব লগীয়া কত যে কৰ্ম্ম মই কৰিলোঁ, কৰিছোঁ, আৰু কৰিম।" এই ভাবাৱস্থা প্ৰাপ্ত হলেই আত্মাই পৰীৰ দৰে উৰিবলৈ ধৰে। সি পাৰ্থিৱতাতকৈও ওপৰত।

এই ভাবাৱস্থাৰ দৰেই জ্ঞানী পুৰুষৰ এটা ক্ৰিয়াৱস্থাও আছে। জ্ঞানী পুৰুষে স্বভাৱতঃ কি কৰিব? তেওঁ যি কৰিব সাত্ত্বিক হব। মানুহ যদিও তেওঁৰ দেহৰ লগতেই আৱদ্ধ হৈ থাকে তথাপি তেওঁৰ সৰ্ব্ব শৰীৰ, সকলো ইন্দ্ৰিয় সাত্ত্বিক হৈ পৰে। তাৰ দ্বাৰা তেওঁৰ সমস্ত ক্ৰিয়াই সাত্ত্বিক হয়। ব্যৱহাৰিক দৃষ্টিৰে যদি চোৱা যায় তেন্তে সাত্ত্বিকতাৰ চৰম সীমা তেওঁৰ দৈনন্দিন ব্যৱহাৰত দেখা যাব। কিন্তু যদি বিশ্বাত্মা ভাৱৰ দৃষ্টিৰে চোৱা যায় তেন্তে ত্ৰিভুবনৰ সকলো পাপ-পুণ্য কৰা সত্বেও তেওঁ অলিপ্ত হৈ থাকে; কিয়নো লিপিট খাই থকা এই শৰীৰটো তেওঁ সোলোকাই দলিয়াই পেলাইছে। ক্ষুদ্ৰ দেহাটো সোলোকাই দলিয়াই পেলালে হে তেওঁ বিশ্বৰূপ হব পাৰিব।

ভাবাৱস্থা আৰু ক্ৰিয়াৱস্থাৰ বাহিৰেও জ্ঞানী পুৰুষ সকলৰ আৰু এটা তৃতীয় অৱস্থা আছে, আৰু সিয়েই হৈছে জ্ঞানাৱস্থা এই অৱস্থাত তেওঁ পাপ-পুণ্য একোকে সহ্য কৰিব নোৱাৰে। এছাৰমাৰি সকলোবিলাক দলিয়াই পেলায়। তেওঁ অখিল বিশ্বকো জুই দি পুৰি পেলাবলৈ উদ্যত হৈ উঠে। কোনো কামৰে দায়িত্ব লবলৈ তেওঁ আগ নেবাঢ়ে! তেওঁ তাৰ স্পৰ্শকে সহ্য কৰিব নোৱাৰে। জ্ঞানী পুৰুষৰ মোক্ষ-অৱস্থাত, সাধনাৰ পৰাকাষ্ঠাৰ অৱস্থাত এই তিনিওটা অৱস্থাৰ উদ্ভব হয়।

এই অক্ৰিয়াৱস্থা, অন্তিম অৱস্থা কেনেকৈ প্ৰাপ্ত হব? আমি যি কোনো কৰ্ম্মকে নকৰোঁ লাগে, কৰ্ত্তৃত্ব নিজৰ গাত জ্বাপি নলবলৈ অভ্যাস কৰিব লাগে। এই বুলি ভাবক যে মই নিমিত্ত মাত্ৰহে, কৰ্ম্মৰ কৰ্ত্তৃত্ব মোৰ ওপৰত নাই।" প্ৰথমে এই অকৰ্ত্তৃত্ববাদৰ ভূমিকা নম্ৰতাৰে সৈতে গ্ৰহণ কৰক। কিন্তু অকল এনে কৰিলেই যে সম্পূৰ্ণ কৰ্ত্তৃত্ব গুচি যাব, তেনে নহয়। লাহে লাহে এই ভাৱনাৰ বিকাশ হৈ গৈ থাকিব। প্ৰথমে অন্ততঃ এইখিনি অভিজ্ঞতা হবলৈ দিয়ক যে "মই অতি তুচ্ছ প্ৰাণী, তেওঁৰ হাতৰ খেলনা, কাঠৰ পুতলা, তেওঁ মোক যেনেকৈ নচুৱায় তেনেকৈয়ে নাচিম। ইয়াৰ পিচত এইটো মানিবলৈ চেষ্টা কৰক যে এই যিমানবিলাক কৰ্ম্ম কৰা যায় সকলোবিলাকেই শৰীৰজাত। সিহঁতৰ লগত মোৰ লেশমাত্ৰও স্পৰ্শ নহয়, এই সকলোবিলাক ক্ৰিয়া এই শ টোৰেই, কিন্তু মই হলে শ নহওঁ। মই শ নহয় শিৱহে, এই বুলি ভাবক। দেহৰ এই লেওটোৰ লগত লেশ মাত্ৰও লিপ্ত হৈ নেথাকিব। এয়ে হৈ উঠিলেহে দেহৰ লগত কোনো সম্পৰ্ক নথকা—এই জ্ঞানী পুৰুষৰ অৱস্থাটো

প্ৰাপ্ত হব। সেইটো অৱস্থাত আকৌ ওপৰত উল্লেখ কৰা সেই তিনিওটা অৱস্থাই হব। প্ৰথমে তাৰ ক্ৰিয়াৱস্থা। ইয়াত তাৰ দ্বাৰাই অত্যন্ত নিৰ্ম্মল আৰু আদৰ্শ ক্ৰিয়া হব। দ্বিতীয়তে হব ভাৱাৱস্থা। ইয়াত ত্ৰিভুবনৰ পাপ-পুণ্য মই কৰোঁ, এনেকুৱা অনুভূতি হব, কিন্তু তেওঁৰ লগত তাৰ লেশমাত্ৰও স্পৰ্শ নহব। তৃতীয়তে হব তেওঁৰ জ্ঞানাৱস্থা। ইয়াতো তেওঁ লেশমাত্ৰও কৰ্ম্ম নিজৰ ওচৰত থাকিবলৈ নিদিব। সকলোবিলাক কৰ্ম্ম তেওঁ ভস্মসাৎ কৰি পেলাব। এই তিনিওটা অৱস্থাৰ দ্বাৰাই জ্ঞানী পুৰুষৰ বৰ্ণনা কৰিব পাৰি।

## (১০৮) "তুহী. তুহী তুহী তুহী"

এইবিলাক কোৱাৰ পাচতো ভগৱানে অৰ্জ্জুনক কৈছে—"অৰ্জ্জুন মই যে তোমাক এইবিলাক কথা কৈছোঁ, তাক তুমি চাগৈ মন দি শুনিছাই নহয়? এতিয়া আগা-গোৰা চিন্তা কৰি চাই তুমি যিহকে ভাল দেখা তাকে কৰা।" এইদৰেই ভগৱানে অৰ্জ্জুনক খোলা অন্তঃকৰণেৰে সৈতে বিদায় দিলে। ভগৱদ্ গীতাৰ বিশেষত্বও এই খিনিয়েই। কিন্তু ভগৱানৰ পিচত আকৌ দয়া উপজিল। আগতে দিয়া ইচ্ছা-স্বতন্ত্ৰতা তেওঁ পুনৰ ঘূৰাই ললে। তাৰ পিচত ভগৱানে কলে—"অৰ্জ্জুন তুমি নিজৰ ইচ্ছা, সাধনা, সকলোবিলাক জলাঞ্জলি দি একমাত্ৰ মোক শৰণ লোৱা।" এইদৰেই নিজত শৰণ লবলৈ উদগণি দি ভগৱানে দিয়া ইচ্ছা-স্বতন্ত্ৰতা ঘূৰাই ললে। ইয়াৰ অৰ্থ হ'ল এয়েই যে "তুমি তোমাৰ মনত কোনো স্বতন্ত্ৰ ইচ্ছাকে উঠিবলৈ নিদিবা। নিজৰ ইচ্ছাৰে নহয়, তেওঁ ইচ্ছামতে চলাটো কৰা।" মোৰ ব্যক্তিগত ভাৱে এই অভিজ্ঞতাই হব লাগে যে এই স্বতন্ত্ৰতা মোক নেলাগে। মই নহয়, সকলো তুমিয়েই, এনেকুৱা হব লাগে। ছাগলীয়ে জীৱিত অৱস্থাত "মেঁ", মেঁ", মেঁ" .. কৰে অৰ্থাৎ মৈঁ-মৈঁ-মৈঁ (মই, মই, মই) বোলে। কিন্তু সি মৰাৰ পিচত তাৰে তাঁত তৈয়াৰ কৰি তুলা ধুনা ধনুত লগোৱা হয়। দাদুয়ে কৈছে তেতিয়া "তুহী, তুহী, তুহী"—তু হী, তু হী, তু হী—অৰ্থাৎ তুমিহে, তুমিহে, তুমিহে, বুলি কবলৈ ধৰে। এতিয়া তো সকলোবিলাকেই তু হী, তু হী, তু হী।

দেওবাৰ, ১৯-৬'-৩২

# পৰিশিষ্ট

## সন্দেহ সমাধান

গীতা-প্ৰৱচনৰ দ্বিতীয় অধ্যায়ত ৰজোগুণ আৰু তমোগুণৰ তুলনা কৰা হৈছে। তাক পঢ়ি এজন ভদ্ৰলোকে তেওঁৰ সন্দেহ বিনোবাজীৰ আগত প্ৰকাশ কৰিছিল। পাঠক সকলৰ কাৰণে এইটো লাগতিয়াল হব বুলি ভাবি সন্দেহ আৰু সমাধান এই দুয়োটাকে ইয়াত দিয়া হ'ল।

সন্দেহঃ—গীতা-প্ৰৱচনৰ দ্বিতীয় অধ্যায়ত কৰ্ম্ম কৰোঁতা সকলৰ দ্বিগুণাত্মক বৃত্তিৰ বিষয়ে আলোচনা কৰোঁতে ৰজোগুণ আৰু তমোগুণক সম পৰ্য্যায়ৰ বুলি আপুনি কৈছে। "লব লগা হ'লে ফল সহ ল'ম" ইয়াক ৰজোগুণ আৰু "এৰিব লগা হ'লে কৰ্ম্ম-সহ এৰিম" ইয়াক তমোগুণৰ বৃত্তি বুলি কৈছে। দুয়োটা বৃত্তিতে যে পাৰ্থক্য নাই এইটো আপুনি স্বীকাৰ কৰিছে। মোৰ বোধেৰে এই দুয়োটা বৃত্তিৰ সমাবেশ ৰজোগুণতেইহে হব। ১, ৩, ৯ৰ মতে তমোগুণ, ৰজোগুণ আৰু সত্ত্বগুণৰো ইটো সিটোৰ লগত ব্যৱধান আছে। ৰজোগুণ আৰু তমোগুণ একেটা বৃত্তিৰেই ভাৱাত্মক আৰু অভাৱাত্মক (পজেটিভ্ আৰু নিগেটিভ্) স্বৰূপ নহয়। কাম কৰি ফল-ত্যাগ কৰাটো হৈছে সত্ত্বগুণ। "লব লগা হ'লে ফল সহ ল'ম" আৰু "এৰিব লগা হ'লে কৰ্ম্মসহ এৰিম"।—এই দুয়োটাই ৰজোগুণতেহে অন্তৰ্ভুক্ত হব লাগে। "ফল ল'ম কিন্তু কাম নকৰোঁ" এই বৃত্তিটো তমোগুণৰ ভিতৰত পৰিব। ইয়াৰ বাহিৰেও আৰু এটা বৃত্তি হব পাৰে, সি হৈছে— উদাসীনতা। কৰ্ম্ম কৰিলো যদি কৰিলো, অথবা হ'ল যদি হ'ল। ফললৈ আশা, চিন্তা, আৱশ্যকতা, মোহ আদি একো নহয়। ইয়াৰ পৰিৱৰ্ত্তে ফল পালো যদি ললোঁ, কৰ্ম্মৰ আৱশ্যকতা বোধ দায়িত্ব জ্ঞান একেবাৰেই নেথাকে। এই বৃত্তিটো মনৰ অৱস্থা অনুসৰি তিনিওটা গুণতেই হব পাৰে। জ্ঞানশূন্য অৱস্থাত এই বৃত্তিটো তমোগুণতকৈও তলথাপৰ হব আৰু ধ্যানস্থ অৱস্থাত সাত্ত্বিকতাতকৈও ওপৰলৈ যাব।

সমাধানঃ—তোমাৰ চিন্তা-ধাৰা ভালেই লাগিছে। ত্ৰিগুণৰ বিষয়ে অনেক প্ৰকাৰেৰে চিন্তা কৰা হৈছে আৰু কৰা যাব পাৰেও। তমোগুণতকৈ তল থাপৰ আৰু সত্ত্ব গুণতকৈ ওপৰ থাপত থকা বৃত্তিৰ কল্পনাই কৰিব নোৱাৰি। গোটেই বিশ্বব্ৰহ্মাণ্ডকে তিনিটা গুণত বিভক্ত কৰিব লাগে। এই

তিনিওটা গুণতেই অলিপ্ত হৈ থাকিব পৰা অৱস্থা এটা অৱশ্যে আছে। তাক গুণাতীত পুৰুষৰ ভূমিকা বুলি ধৰি লোৱা উচিত। তাত কোনো প্ৰকাৰৰেই বৃত্তি নেথাকে, এই কাৰণে তাক নিবৃত্তি বুলিও কয় ; কিন্তু নিবৃত্তিৰ অৰ্থ প্ৰবৃত্তি বিৰোধী নহয়। প্ৰবৃত্তি বিৰোধো এটা বৃত্তিয়েই, তাক তমোগুণ বুলি কোৱা উচিত হব।

এই প্ৰস্তাৱনা স্বৰূপ কথাটোৰ পিচত এতিয়া মূল প্ৰশ্নলৈ আহোঁ। তাত্ত্বিক দৃষ্টিত ত্ৰিগুণ প্ৰকৃতিৰ ঘটক। প্ৰকৃতিত এই তিনিওটাৰে আৱশ্যকতা একে সমানেই। স্থিতি, প্ৰকাশ আৰু গতি—এই তিনিওটা মিলি জীৱন গঠিত হৈছে। এইটোৱেই হ'ল তাত্ত্বিক দৃষ্টি। ইয়াত ওপৰ-তল বুলি কোনো পাৰ্থক্য নাই।

ইয়াৰ বাহিৰেও এটা নৈতিক দৃষ্টি আছে। এই দৃষ্টিৰে চালেও তম, ৰজ, সত্ত্ব, ইহঁত উত্তৰোত্তৰ শ্ৰেষ্ঠ গুণ। সাধাৰণতে মানুহে ইহঁতক এই দৃষ্টিৰেই চায়। সৃষ্টি তত্ত্বৰ বিশ্লেষণকাৰী প্ৰাকৃতিক অথবা তাত্ত্বিক আৰু দ্বিতীয়টো হৈছে নৈতিক এই দুয়োটাতকৈ পৃথক আৰু এটা তৃতীয় সাধনাৰ দৃষ্টি আছে। তাৰ মতে ৰজ আৰু তম এটা আনটোৰ প্ৰতিক্ৰিয়া স্বৰূপ অথবা পৰিপূৰক। দুয়োটা মিলি এটা বস্তু হৈছে। ৰজোগুণৰ অৱসাদৰ পৰা তমোগুণ আহে আৰু তমোগুণৰ অৱসাদৰ পৰা ৰজোগুণ আহে। এই দুয়োটাতকৈ সত্ত্বগুণ পৃথক। সত্ত্বগুণেই সাধকৰ পৰম বন্ধু। ৰজোগুণ আৰু তমোগুণ লগ লাগি আসুৰী সম্পত্তি হৈছে। সত্ত্বগুণ হৈছে দৈৱী সম্পত্তি। ইহঁত দুয়োটাৰ ভিতৰত সংঘৰ্ষ চলিয়েই আছে।

গীতাত প্ৰাকৃতিক নৈতিক আৰু সাধনিক এই তিনিও প্ৰকাৰৰ আলোচনা আছে। মই প্ৰাকৃতিক বিচাৰটো বাদ দি প্ৰধানকৈ সাধনিক দৃষ্টিৰেহে ইয়াত আলোচনা কৰিছোঁ। কেতিয়াবা নৈতিক আৰু কেতিয়াবা সাধনিক। যিটো বিষয়ে প্ৰশ্ন উঠিছে তাত সাধনিক দৃষ্টিভঙ্গীয়েই জড়িত আছে। এই কাৰণে ৰজোগুণ আৰু তমোগুণক একেলগে কল্পনা কৰা হৈছে।*

**সমাপ্ত**

---

*'ফল-ত্যাগ' বিষয়ে বহলাই জানিবলৈ হলে স্থিত-প্ৰজ্ঞ-দৰ্শন আৰু 'গীতাঈ-কোষ' পঢ়ক।